# সাহিত্য বল্লৰী

আধুনিক অসমীয়া সাহিত্যৰ চল্লিশৰ পৰা
নব্বৈৰ দশকৰ উনত্ৰিশ গৰাকী নবীন-প্ৰবীণ ব্যক্তি-প্ৰতিভাৰ
সাহিত্য-কৃতিৰ সম্যক উপলব্ধিৰ প্ৰয়াস

জ্ঞানানন্দ শৰ্ম্মা পাঠক

জ্যোতি-প্ৰকাশন
যশোৱন্ত ৰ'ড, পাণবজাৰ
গুৱাহাটী-১
অসম

# সাহিত্য বল্লৰী

SAHITYA BOLLORI : a collection of literary appreciations written in Assamese by JNANANANDA SHARMA PATHAK and Publshed by JYOTI PRAKASHAN, Panbazar, Guahatı-1

প্ৰথম প্ৰকাশ : জুলাই ১৯৯৪

প্ৰকাশক : জ্যোতি প্ৰকাশন
যশোৱন্ত ৰ'ড, পাণবজাৰ,
গুৱাহাটী—১

প্ৰচ্ছদপট : শ্ৰী চন্দন চুতীয়া

কম্পজ : ৰেপ্লিকা, ভৰলুমুখ, গুৱাহাটী

মুদ্ৰক : শ্ৰীগুৰু প্ৰেছ, গুৱাহাটী

অংগসজ্জা : শ্যামল ৰাহা

মূল্য : ১০০.০০ (এশ) টকা



মোৰ শিক্ষাগুৰু

যোৰহাট গবৰ্ণমেণ্ট হাইস্কুলৰ প্ৰধান শিক্ষক

মৰহুম জেহিৰুদ্দিন আহমদৰ

পৱিত্ৰ সোঁৱৰণত।

— জ্ঞানেন

# মোৰ কথা

চল্লিশৰ দশকৰ পৰা নব্বৈৰ দশকলৈকে আমাৰ সাহিত্যৰ বিভিন্ন ধাৰা প্ৰতিফলিত কৰা ন-পুৰণি সাহিত্যিক সকলৰ বিষয়ে মই ভাবি থকা কথাবোৰ কবলৈকে ১৯৯৩ চনৰ ডিচেম্বৰ মাহত সাহিত্য-প্ৰেমী সকলৰ হাতত 'সাহিত্য-বীথিকা'খন আগ বঢ়াইছিলোঁ।

'সাহিত্য-বল্লৰী'ত সেই একে সময়ৰে উনত্ৰিশ গৰাকী ব্যক্তি-প্ৰতিভাৰ সাহিত্য-কৃতিৰ সম্যক উপলব্ধিৰ প্ৰয়াস লিপিবদ্ধ কৰি পঢ়ুৱৈ সমাজলৈ আগ বঢ়ালোঁ।

বহুতো যশস্বী আৰু নবীন সাহিত্যিকৰ কথা কবলৈ থাকিল – তেখেত সকলৰ সাহিত্য-কৃতিৰ সমল, বহুতোবাৰ যোগাযোগ কৰি নোপোৱাৰ কাৰণে।

মোৰ আশা, অদূৰ ভবিষ্যতে সেই সকলৰ বিষয়েও মোৰ মনৰ কথাখিনি সাহিত্য-প্ৰেমীসকলক কব পাৰিম।

এই সংকলনটোৰ সৃষ্টিৰ মূলতে থকা এসময়ত মোৰ ছাত্ৰ আৰু ভতিজা, সাংবাদিক অনিল বৰুৱা, জ্যোতি প্ৰকাশনৰ স্বত্বাধিকাৰ নগেন শৰ্ম্মা আৰু ৰেপলিকাৰ কৰ্ম্মীবৃন্দৰ অৱদান মই কৃতজ্ঞতাৰে সুঁৱৰিছোঁ।

আমগাওঁ
গুৱাহাটী – ৭৮১০২৬
১৫ জুন – ১৯৯৪

# ইয়াত আছে



দেৱকান্ত বৰুৱা

| | |
|---|---|
| জন্ম – | ২২ ফেব্ৰুৱাৰী ১৯১৪ |
| শিক্ষা – | বৰপেটাত প্ৰাথমিক শিক্ষা গ্ৰহণ কৰি গুৱাহাটীৰ পৰা মধ্য ইংৰাজী পৰীক্ষাত উত্তীৰ্ণ হৈ নগাঁৱৰ চৰকাৰী বালক উচ্চ ইংৰাজী বিদ্যালয়ৰ পৰা হাইস্কুল শিক্ষান্ত পৰীক্ষাত উত্তীৰ্ণ হয়। তাৰ পিছত ক্ৰমান্বয়ে ১৯৩৩ চনত আই. এ. ১৯৩৫ চনত বি. এ. আৰু ১৯৩৭ চনত বেনাৰস হিন্দু ইউনিভাৰ্চিটিৰ পৰা আইন পৰীক্ষা পাছ কৰে। |
| ৰাজনৈতিক – | ১৯৩০ চনৰ অসহযোগ আন্দোলনত ৬ মাহৰ কাৰাবাস খাটিব লগা হয়। ১৯৩৮-ৰ পৰা ১৯৪৫ লৈ এই কালছোৱাত তেখেতে অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ কাৰ্য্যালয় সম্পাদক ৰূপে কাৰ্য্যনিৰ্বাহ কৰে। ১৯৫২ চনত লোকসভালৈ নিৰ্বাচিত হয়। ১৯৫৭-৫৯ কালছোৱাত অসম বিধানসভাৰ অধ্যক্ষ পদ পায়। ১৯৬২-৬৭ লৈ অসমৰ শিক্ষামন্ত্ৰীৰ পদত থাকে। ১৯৭০ চনত বিহাৰৰ ৰাজ্যপাল পদ গ্ৰহণ কৰে। ১৯৭২ চনত কেন্দ্ৰীয় মন্ত্ৰী সভাত অন্তৰ্ভুক্ত হয় আৰু ১৯৭৬ চনত কংগ্ৰেছৰ সভাপতি হয়। |
| সাহিত্যচৰ্চা – | ১৯৪৪ চনত 'অসমীয়া' কাকতৰ আৰু ১৯৪৮ চনত 'দৈনিক অসমীয়া'ৰ সম্পাদক হৈ কাকত পৰিচালনা কৰে। তেখেতৰ বিখ্যাত কবিতা পুথি 'সাগৰ দেখিছা' প্ৰথম প্ৰকাশ পায় ১৯৪৫ চনত। |

হয়। তেতিয়া চল্লিছৰ দশকৰ আৰম্ভণি। মোৰ যৌৱনে গজালি মেলা সময়। সেয়া আমাৰ বুজা-নুবুজাৰ বয়স। আমি তেতিয়া গণেশ গগৈৰ 'পাপৰি' লৈ বলিয়া। কমলানন্দ ভট্টাচাৰ্য্যৰ 'বিলত তিৰেবিৰাই পদুমৰ পাহি ঐ' আৰু গণেশ গগৈৰ

"নিজানত বহি তাতে অন্তৰ বেদীত, মোৰ
নিৰাকাৰ কিবা এটি এনেয়ে পূজিম,
— তুলসী অশুচি হ'লে, অশুচি দূবৰি বন'
চিৰব্যৰ্থ জীৱনৰ ৰঙা-জবা দিম।"

— অন্তৰৰ পৰা টোপ টোপকৈ নিজৰি অহা তেজৰ কণজহা জুৰিয়ে আমাক কিবা বুজিব নোৱাৰা, বুজি নোপোৱা, শুনি শুনি, পঢ়ি পঢ়ি ভাল লগা আনন্দ দিছিল। মাহেকীয়া 'আৱাহন' আৰু 'বাঁহী'খন কেতিয়া আহে তালৈ আমাৰ আকুল আগ্ৰহ। পঢ়িবলৈ পাম দেৱকান্ত বৰুৱাৰ কবিতা, আব্দুল মালিকৰ গল্প আৰু কবিতা! মোৰ যৌৱনৰ নান্দীমুখত মোক দেৱকান্ত বৰুৱাৰ 'সাগৰ দেখিছা', 'কলঙ পাৰত মাজনিশা' 'তোমাৰ খোপাৰ এটি থৈ যাবা কৰবীৰ ফুল' 'তিলোত্তমা' আৰু 'মনোৰমা'ই অভিভূত কৰিছিল। এইজনা বিৰহীক — এইজনা প্ৰেমিক কবিক জীৱনত প্ৰথমবাৰ দেখিছিলোঁ আমাৰ যোৰহাটৰ তৰাজানৰ ঘৰৰ মুখতেই থকা বৰ-দাদা হেম বৰুৱাৰ ঘৰত। হেম বৰুৱা তেতিয়া জগন্নাথ বৰুৱা কলেজৰ ইংৰাজীৰ ডেকা অধ্যাপক। হেম বৰুৱাৰ ড্ৰইং ৰুমত দূৰৈৰ পৰা দেখিছিলোঁ মনোমোহা ব্যক্তিত্বৰ কবি দেৱকান্তক হেম বৰুৱা আৰু ভায়েক গীতিকাৰ নৱ বৰুৱাৰ সৈতে। চিকুৱে (প্ৰফুল্ল কুমাৰ বৰুৱা- হেম বৰুৱাৰ ভায়েক) আঙুলিয়াই দেখুৱাইছিল দেৱ বৰুৱাক। ভাবি আচৰিত হৈছিলোঁ, সেইজনেই সেই তেতিয়ালৈকে সাগৰ নেদেখা, কলঙ পাৰত মাজনিশা বহি মনোৰমালৈ ৰৈ থকা কবি দেৱকান্ত বৰুৱা। তেতিয়া ১৯৪৩ চন।

### এখন বিশ্বকোষ

মোৰ জীৱনৰ ভোগদৈয়েদি বহুতো বছৰ পাৰ হৈ গ'ল মেটেকা-বেদনা লৈ। পঁচিছ বছৰৰ পিচত, তেজে গাল ফুটো ফুটো কৰি থকা, গুৰু-গম্ভীৰ ৰূপত কবিজনক লগ পাইছিলোঁ নগাঁৱত মই এছ-পি হৈ থকা কালত মোৰ চৰকাৰী ঘৰটোত। কবিজনাৰ ঘৰটোও প্ৰায় ওচৰতে। মই অবাক-বিস্মিত হৈ

পৰিছিলোঁ, যেতিয়া এদিন সোঁ-শৰীৰে কলঙপৰীয়া কবিজন মই থকা মৰি-কলঙৰ পাৰৰ ঘৰলৈ আহিছিল মোক লগ ধৰিবলৈ। বুকুত কঁপনি সনা, এটা বুজাব নোৱাৰা উন্মাদনাৰে তেওঁক আদৰিছিলোঁ অন্তৰৰ পৰা। খুব ভালকৈ মনত আছে, কবি দেৱকান্তই তেওঁৰ 'সাগৰ দেখিছা?' এখন মোক উপহাৰ দিলে মোৰ নামটো লিখি তলত-দে, কা, ব.। নিখিল ভাৰত কংগ্ৰেছৰ সভাপতি হোৱা কবি-সাংবাদিক দেৱকান্ত বৰুৱাক তাৰ পিচত মোৰ চাকৰি জীৱনত বহুতো সন্ধিক্ষণত বহুতবাৰ পাইছোঁ। জীৱনত বহুতো সাহিত্যিক, সাংবাদিক, ৰাজনীতিজ্ঞ, কবি, গল্পকাৰ, সমাজ সেৱকৰ সান্নিধ্য লাভ কৰিছিলোঁ। এতিয়াও পাই আছোঁ। কিন্তু ব্যতিক্ৰম আছিল দেৱকান্ত বৰুৱা। দেৱকান্ত বৰুৱা নিজেই এখন 'এনচাইক্ল'পেদিয়া' — বিশ্বকোষ। মই দেখাত, তেওঁ নজনা বিষয় নাই। নজনা কথা নাই। নগাঁৱৰ 'ইণ্ডিপেণ্ডেন্স' কাপ টুৰ্ণামেণ্টৰ খেলৰ সময়ত তেওঁৰ পৰা শুনিছিলোঁ ফুটবলৰ জন্ম কাহিনী, বিস্তাৰ আৰু ক্ৰমবিকাশৰ কথা। ৰণাল্ড লিংড' নগাঁৱৰ ডি-চি থকা সময়ত কেতিয়াবা শনি-দেওবাৰে গধূলিপৰত তাত প্ৰায়েই তাচৰ আড্ডা জমিছিল। এদিন হঠাতে দেৱকান্ত বৰুৱা উপস্থিত। আমি সেমেনা-সেমেনি কৰি থকা অৱস্থাত তেওঁ এজনৰ তাচখিনি লৈ খেলিবলৈ আৰম্ভ কৰি দিয়া মোৰ মনত আছে। খেলৰ পিচত তেওঁ ক'বলৈ ধৰিলে তাচখেলৰ বুৰঞ্জী, ব্ৰীজৰ ইতিহাস। আমি অবাক। খেলৰ পিচত তেওঁ ওপৰৰ খটখটীৰ পৰা ওলাই আহি দাঁতিত শাৰী শাৰীকৈ সজাই থোৱা বিভিন্ন জাতৰ বিভিন্ন দেশৰ ফুল, অৰ্কিড, কেক্‌টাছবোৰ দেখিলে, তেতিয়া তেওঁ আমাক হতবাক কৰি প্ৰায়বিলাক অৰ্কিড, কেক্‌টাছ আৰু ফুলৰ দেশীয় নাম আৰু বটানিকেল নামৰ কথা ক'বলৈ ধৰিছিল। ঠিক সেইদৰে নগাঁৱৰ পুলিচ বিজাৰ্ভৰ 'ভাৱনা'ত নাট্য শাস্ত্ৰৰ কথা তেওঁৰ পৰা শুনাৰ সৌভাগ্য ঘটিছিল। ৰাজনীতিৰ লগত মোৰ কোনো সম্পৰ্ক নাছিল কাৰণে সেই বিষয়ে তেওঁ আমাক একো নকৈছিল।

এয়াই আছিল কবি দেৱকান্তৰ জ্ঞানৰ পৰিধি। কবি হিচাপে 'সাগৰ দেখিছা'ই তেওঁক জনপ্ৰিয়তাৰ শীৰ্ষলৈ লৈ গৈছিল — আৰু সেই কাৰণে আমি সাহিত্য সম্পৰ্কে 'ওম্-তৎসৎ' একো ক'বলৈ সাহস কৰা নাছিলোঁ। এদিন অৱশ্যে তেতিয়াৰ ডি-এফ-অ', ফটিক গগৈ বিপাঙত পৰিছিল কিবা বনৰীয়া চৰাইৰ বিষয়ে কিবা ক'বলৈ মুখ মেলি। দেৱকান্ত বৰুৱাই চৰাই-চিৰিকটি, গছ-লতাৰ কথা তেওঁৰ কবিতাত কৈছে। কিন্তু, তেওঁৰ অধ্যয়ন-পিপাসু মনে বহুতো ভব্য-গব্য প্ৰাণীবিদ আৰু বন-বিষয়াক বিস্ময়াভিভূত নকৰাকৈ নেথাকে।

## কবিতাৰ মোহন-গৌৰৱ

এই অতুলনীয় মেধা আৰু স্মৃতিশক্তিৰ অধিকাৰী, তেজ-ৰঙা ধুনীয়া মানুহজনেই হ'ল কবিতাৰ মোহন-গৌৰৱ দেৱকান্ত বৰুৱা, আৱাহন, বাঁহীত প্ৰকাশিত যাৰ কবিতাবোৰৰ কিছুমান স্তৱক প্ৰায় সকলো ডেকা-গাভৰুৰ মুখে মুখে।

মই বেনাৰসত পঢ়ি থকা সময়ত, সদায়েই আৰু-তাক সুধি খবৰ লৈছিলোঁ গণেশ গগৈ, আনন্দ চন্দ্ৰ বৰুৱা, দেৱকান্ত বৰুৱা – এওঁলোক বিৰলা হ'ষ্টেলৰ কোন কেইটা ৰুমত আছিল। ভূপেন হাজৰিকা থকা এফ্ ব্লকৰ ২৭২ নং ৰুমটো আৰু বীৰেন বৰকটকী, গোলোক ৰাজবংশী, কেশৱ গগৈ, ৰামধন ৰামৰ ব্লক কেইটা মনত আছে। তেতিয়া আমি গণেশ গগৈ, দেৱকান্তৰ কবিতা লৈ মহগুল্।

সেই দেৱকান্তকে কলেজীয়া জীৱনত নতুন চকুৰে, নতুন প্ৰেৰণাৰে, নতুন উৎসাহেৰে মই চাবলৈ লৈছিলোঁ। সাহিত্যিক-সাংবাদিক আৰু ৰাজনীতিৰ জগতৰ কবি দেৱকান্তৰ প্ৰকাশিত কবিতা সংকলন মাত্ৰ এখনেই – 'সাগৰ দেখিছা?' প্ৰকৃতাৰ্থত দেৱকান্ত প্ৰেমৰ কবি। দুৰন্ত প্ৰেমৰ দুষ্যন্ত প্ৰেমিক। অগ্ৰসূৰী লক্ষ্মীনাথ বেজবৰুৱা আৰু চন্দ্ৰকুমাৰ আগৰৱালাৰ পিচতেই আমি পাওঁ প্ৰেমৰ কবিতাৰ অনুৰাগে ৰঞ্জিত গণেশ গগৈ, ৰত্নকান্ত বৰকাকতী, শশীকান্ত গগৈ, যতীন্দ্ৰনাথ দুৱৰা আদিক।

প্ৰেয়সীৰ অশৰীৰী ৰূপক, বিশ্বকবি ৰবীন্দ্ৰনাথে দেখিছে নিখিল প্ৰকৃতিৰ বহুৰূপী মূৰ্তিমাত–সন্ধিয়াৰ সোণোৱালী ৰঙৰ গুৰিত; পুৱতিৰ অৰুণৰ ৰাঙলী মুখত; অন্তহীন নীলিমাৰ কুহকিনী কোমল কান্তিত। তেওঁৰ প্ৰিয়তমাক দেখোঁ তেওঁৰ "সানাইৰ" 'মায়া'ত :

– "নাই কোন ভাৰ, নাই বেদনাৰ তাপ
ধূলিৰ ধৰায় পড়ে না পায়েৰ ছাপ।"

এই সন্দৰ্ভত অধ্যাপক অমলেন্দু বসুৱে 'চতুৰংগ'ত প্ৰকাশিত 'আধুনিক সাহিত্যেৰ আলোচনা' শীৰ্ষক প্ৰবন্ধত কৈছিল :

– "উচ্ছ্বাস আৰু আবেগৰ সূক্ষ্মতা, তীব্ৰতা, নিবিড়তা, প্ৰাবল্য সকলোখিনিকে পোৱা যায় প্ৰেমৰ কবিতাৰ এই ধাৰাত। অনুভূতিৰ এনে সুকুমাৰ শৈল্পিক প্ৰকাশ অন্য প্ৰেম কাব্যত অৱশ্যে বিৰল। তথাপি এই কথা ক'ব পাৰি যে এনে কাব্যত প্ৰেমৰ অবয়বতাৰ (Concreteness) অভাৱ। এই প্ৰেমাবেগ উচ্ছ্বিত হৈছে শৰীৰী প্ৰিয় বা প্ৰিয়াৰ কাৰণে নহয় – ভাবলোকবাসী প্ৰেমৰ কাৰণে, মানসসুন্দৰীৰ কাৰণে।"

## নায়িকা তেজ-মঙহৰ নাৰী

ইয়াৰ তুলনাত দেৱকান্ত-শশীকান্ত-গণেশ গগৈৰ নায়িকা তেজ-মঙহৰ নাৰী – যাৰ স্বাক্ষৰ পাওঁ 'সাগৰ দেখিছা'ৰ 'দেৱদাসী'ত, য'ত দেৱকান্তই দেখিছে তেওঁৰ প্ৰেয়সীৰ শৰীৰৰ সুকুমাৰ শোভা :

– "কাক দিবা? দিবা কাক? মনৰ মাধুৰী ৰাশি
শৰীৰৰ শোভা সুকুমাৰ?"

প্ৰতিবেশী বংগদেশত যি দুজন কবিয়ে পুৰুষ আৰু নাৰীৰ প্ৰেমৰ ৰাবীন্দ্ৰিক ব্যঞ্জনাক প্ৰত্যাহ্বান জনাই, মন আৰু শৰীৰত উত্তাল বাসনাৰ সম্মিলিত তাড়নাৰ উন্মাদ অনুভূতিৰ নিৰ্ভীক কাব্যিক ৰূপায়ণ কৰিছিল – তেওঁলোক আছিল মোহিতলাল মজুমদাৰ আৰু যতীন্দ্ৰ নাথ সেনগুপ্ত। বুদ্ধদেৱ বসুৱে তেওঁৰ দ্বাৰাই সম্পাদিত 'কবিতা' পত্ৰিকাৰ এটা সম্পাদকীয়ত কৈছিল – প্ৰায় ৫০ বছৰৰ আগেয়ে –

"আমাৰ যৌৱনকালত যেতিয়া আমি ৰবি-দ্ৰোহিতাৰ প্ৰথম ধাপটি পাৰ হৈছিলোঁ, তেতিয়া যি দুজন কবিৰ ব্যক্তিত্বত আমি তেতিয়া গত্যন্তৰ বিচাৰি পাইছিলোঁ–তেওঁলোকৰ এজন যতীন্দ্ৰনাথ সেনগুপ্ত আৰু আনজন 'বিস্মৰণী'ৰ মোহিতলাল।"

মোহিতলালৰ কবিতাত ৰুপাৰ্ট ব্ৰুক, লৰেন্স, বোদলেয়ৰ, মালাৰ্মৰ কাব্যিক প্ৰভাৱ দেখোঁ। কিন্তু যি কাৰণত মোহিতলালে সেই সময়ৰ বাংলা-সাহিত্যত তেতিয়াৰ নতুন কবিসকলক (তেতিয়াৰ আধুনিক) আকৰ্ষিত কৰিছিল – সেয়া আছিল তেওঁৰ তন্ত্ৰধৰ্মী নিৰ্ভীক আৰু লজ্জাহীন দেহবাদ য'ত প্ৰভাৱ পৰিছিল গোবিন্দদাসৰ স্বাভাৱিক দৈহিক আৰু মানসিক অনুভৱ ৰাশিৰ প্ৰতিক্ৰিয়াৰ। সেয়ে তেওঁ কোনো সংকোচ আৰু শংকাৰ সন্মুখীন নোহোৱাকৈ উন্নত শিৰেৰে ক'ব পাৰিছিল :

– "ভুলেছি আত্মাৰ কথা
মানি শুধু দেহেৰ সীমানা।"
আৰু – "আমি তাৰে ভালবাসি, অস্থি মাংস সহ।"

আনহাতে যতীন্দ্ৰনাথ সেনগুপ্তৰ কবিতাত গণেশ গগৈৰ কবিতাৰ দুখবাদ দেখোঁ। ৰবীন্দ্ৰনাথ ব্যস্ত আছিল অতীন্দ্ৰিয়তাক লৈ –যাৰ প্ৰতি মোহিতলাল-যতীন্দ্ৰনাথৰ কোনো আস্থা বা বিশ্বাস নাছিল। মোহিতলালৰ জীৱনৰ দৰ্শনটি পৰিস্ফুট হৈছে তেওঁৰ 'পান্থ' কবিতাত :

– "সুন্দৰী সে প্ৰকৃতিৰে জানি আমি মিথ্যা সনাতনী
সত্যেৰে চাহি না তবু, সুন্দৰেৰ কৰি আৰাধনা"

যতীন্দ্ৰনাথেও সেই সুন্দৰৰ অস্বীকাৰ কৰা নাই। তেওঁৰ স্পষ্ট আৰু নিৰ্ভীক উক্তি হ'ল :

– "প্ৰেম ও ধৰ্ম জাগিতে পাৰে না বাৰোটাৰ বেশী"।

ধৰ্মসম্বন্ধে দুয়োজন কবিয়েই উদাসীন, নিৰাসক্ত আৰু বক্তব্য প্ৰায় বিদ্ৰূপাত্মক :

– "দেহে তোৰ প্ৰাণ আছে?
তবে কেন ওৰে ভীৰু নিত্য উপবাসী
চিৰমৃত্যু মোক্ষ অভিলাসী?"

## দৈৱ-নিয়তিৰ প্ৰতি সনাতনী উপলব্ধি

যি স্থূলত যাৰ উপলব্ধিত দৈৱ বা নিয়তিৰ কৰ্তৃত্ব আৰু মানৱৰ দাসত্বৰ বিৰুদ্ধে উভয়েই বিদ্ৰোহ কৰিছিল – দেৱকান্ত বৰুৱাৰ কবিতাত দৈহিক প্ৰেমৰ তাড়না আৰু দুখবাদৰ মাজে মাজে, দৈৱ-নিয়তিৰ প্ৰতি তেওঁৰ সনাতনী উপলব্ধিৰ কাব্যিক ৰূপায়ণ দেখোঁ ঃ

– "ভুল ভুল, হিংসামত্ত দেৱতাৰ ঈৰ্ষাৰ বেদীত আমি
বলি যে মাথোন,
আদিম যুগৰ সেই শংকাতুৰ মানুহৰ অন্তৰৰ
ভয়ৰ স্পন্দন।
সৃষ্টিৰ দিনৰে পৰা নিয়তিৰ স'তে হেৰা মানুহৰ
সংগ্ৰাম অক্ষয়,
আমি তাৰে স্মৃতি-স্তম্ভ, সোঁৱৰাও মানুহৰ বীৰ্য্য আৰু
নিয়তিৰ জয়।"

(দেৱদাসী)

ঠিক প্ৰায় তেনেদৰেই মৃত্যুৰ দুৱাৰডলিৰ পৰা গণেশ গগৈয়ে 'শেষ শয্যাত' কৈছিল ঃ

– "প্ৰাণৰ প্ৰতিমা মোৰ, কান্দিছা কান্দিলে বাৰু
পাৰিবানে প্ৰিয়ে মোক আনিব ঘূৰাই?
নিয়তিৰ নিয়মত পাৰে কোনে বাধা দিব
জনমৰ লগে লগে, মৃত্যু আহে যায়।"

দেৱকান্ত বৰুৱাৰ আঠটা সৰ্বোৎকৃষ্ট কবিতাৰ অন্যতম আৰু যিটো কবিতা এতিয়াৰ আৰু তেতিয়াৰ কবিতা-প্ৰেমীৰ মুখে মুখে নিগৰিত – সেই কবিতাটো হ'ল 'সাগৰ দেখিছা?' চল্লিছৰ দশকত মই যেতিয়া প্ৰথমবাৰৰ কাৰণে এই কবিতাটো শুনিছিলোঁ আৰু পঢ়িছিলোঁ – তেতিয়া ককিলামুখৰ ব্ৰহ্মপুত্ৰখনেই মোৰ কাৰণে মেপত অঁকা নীলা ৰঙৰ সাগৰ আছিল। অসীমৰ সীমা চুমি দিগন্ত বিয়পি থকা নীলিম সলিলৰাশিৰ মেপত স্কুলত অঁকা অভিজ্ঞতাৰে মোৰ কৈশোৰৰ কল্পনাত দেৱকান্ত বৰুৱাৰ সাগৰখন কিবা সপোনৰ দেশৰ নীল বসনা সুন্দৰী পৰী পৰী যেন লাগিছিল। হয়তো তেতিয়া কবিৰ অনুভূতিখিনি মই একো বুজিবই পৰা নাছিলোঁ। কিন্তু কবিতাটোৰ অভূতপূৰ্ব আংগিকৰ তাৎক্ষণিক আবেদন, মন-কঁপোৱা অভিনৱ ছন্দৰ লহৰ আৰু মোহন-মদিৰা সনা শব্দৰ নৃত্যৰতা ভংগিমাই মোক অবাক, বিস্মিত আৰু মোহাবিষ্ট কৰি তুলিছিল।

## কথোপকথনৰ নাটকীয় ভংগী

কলেজীয়া জীৱনত দেৱকান্তৰ কবিতাবোৰ যেতিয়া আকৌ দুগুণ উৎসাহত, নতুন চকুৰে চাবলৈ লৈছিলোঁ তেতিয়া মই তেওঁৰ ৰচনা-ৰীতিত গণেশ গগৈৰ 'পাপৰি', ৰবাৰ্ট ব্ৰাউনিঙৰ 'দি লাষ্ট ৰাইড টুগেদাৰ'; বুদ্ধদেব বসুৰ 'মৈত্রেয়ীৰ প্রত্যাখ্যান', 'অমিতাৰ প্রেম'; বিষ্ণু দে'ৰ 'চোৰাবালি'ৰ 'বেতাল', ডব্লিউ এইচ অডেনৰ 'এ ব্ৰাইড ইন দি থাৰটিজ' আদি কবিতাৰ কথোপকথনৰ নাটকীয় ভংগীৰ উপস্থাপনা দেখি বিমোহিত হৈছিলোঁ। অৱশ্যে ব্ৰাউনিঙৰ নাটকীয় একাত্মিকাবোৰৰ মাজত যেনেকৈ প্রায়ে উজুটি খাব লগা হৈছিল – দেৱকান্তৰ কবিতাত সেই হেঙাৰ পোৱা নাছিলোঁ। ব্ৰাউনিঙৰ কবিতাৰ কথা-বতৰাৰ কৰ্কশতা আৰু প্রকাশ-ভংগীৰ দুৰ্বোধ্যতা 'সাগৰ দেখিছা'ত নাই। 'মন্বন্তৰ'ৰ কবি বীৰেন বৰকটকীয়ে তেওঁৰ 'অসমীয়া সাহিত্যৰ এভুমুকি'ত দেৱকান্ত বৰুৱাৰ কবিতাৰ আলোচনা কৰোঁতে প্ৰায় আটাইবোৰ কবিতাৰে পাণ্ডিত্যপূৰ্ণ বিশ্লেষণ সহৃদয়তাৰে দাঙি ধৰিছে। অৱশ্যে ব্ৰাউনিঙ, ছুইনবাৰ্ণ, টেনিছনতকৈ মই বৰুৱাৰ কবিতাৰ আংগিক, কথা-লয়, সাংগীতিক লহৰত প্ৰতিবেশী বংগদেশৰ সুপ্রসিদ্ধ কবি বুদ্ধদেব বসু, বিষ্ণু দে আৰু মোহিতলাল মজুমদাৰৰ অস্পষ্ট প্ৰতিকৃতিবোৰ উমানে উমানে দেখোঁ – যিসকলৰ কবিতাই, দেৱ বৰুৱাৰ কবিতাৰ দৰেই তৎকালেই পাঠকৰ মন পৰশি যায়। দেৱকান্তৰ অন্তৰখন সাগৰৰ অসীম নীলিমাৰ বেদনাৰে ভৰা যাৰ তৰংগৰ সীমাহীন জোৱাৰৰ অবিৰত কোলাহল প্ৰেয়সীৰ কাৰণে উদ্বাউল। বুদ্ধদেব বসুৱেও তেওঁৰ 'শাপভ্ৰষ্ট'ত কৈছে :

– "সম্মুখে গৰজে সিন্ধু, বেদনাৰ দুঃসহ পীড়নে
লক্ষ লক্ষ লুব্ধ ওষ্ঠ মেলি'
চুম্বিয়া মুছিতে চাহে গগনেৰ তৰুণ ৰক্তিমা।"
কিয়নো –
"আবাৰ হৃদয় মোৰ সমুদ্ৰেৰ মতন অস্থিৰ।"

(ধন্যবাদ)

যৌৱনে গজালি মেলা অসহনীয় আনন্দ-বেদনাৰ সংগম-সময়ৰ কথা দেৱকান্তই এনেদৰে কৈছে :

– "অনুভৱো কৰা নাই ফুলনিত বসন্তৰ কোমল ইংগিত?"

ৰামধেনুৰখন দেৱ বৰুৱাৰ কাৰণে "ডাৱৰত পোহৰৰ মোহন গৌৰৱ।" এনে বৰ্ণনা অপূৰ্ব – অনন্যসুন্দৰ। কথাৰ তুলিকাত ইংগিতময়তাৰ ৰহণৰ অভিব্যক্তি বা প্রকাশে পাঠকৰ অন্তৰ আৰু মন নপৰশাকৈ নেথাকে। কবিয়ে তেওঁৰ অন্তৰত জাগি উঠা অনুভূতিৰ প্ৰতিফলন প্রকৃতিৰ বিচিত্ৰ ৰূপত দেখিবলৈ পাইছে। অইনছাবি মাজ ৰাতি শুনা কেতেকীজনীৰ মাজতো তেওঁ নিজৰেই অন্তৰৰ বিননিৰ খলকনি শুনিছে।

দেৱকান্তৰ প্ৰেয়সী মনোৰমা নিজৰেই ৰূপ যৌৱনৰ উৰ্বশী-দম্ভ-প্ৰদীপ্তা সৌন্দৰ্য্যৰ ৰাণী। নিজৰ ৰূপ চাই নিজেই ব্যাকুল। এজনী নাৰী নাৰ্চিছাছ্। সেয়েহে কবিয়ে কয় :

– "কঙাল হৃদয়ে মোৰ
বিচাৰে কি ধন।
হাঁহিৰ বিজুলী এটি,
দুটুপি চকুলো ভৰা
এযুৰি নয়ন।"

কিন্তু প্ৰেয়সী নিজক লৈয়েই ব্যস্ত। নিজৰ ৰূপতেই নিজেই মছ্‌গুল :

– "হে'ৰা মোৰ হিয়াহীনা প্ৰিয়া
তুমি জানা মাথো –
তুমি তুমি, মই মই।" (সাগৰ দেখিছা?)

কবিতাটোৰ অন্তিম স্তৱকটো অনন্যসুন্দৰ তাৰ মৌলিক চিত্ৰকল্প, অন্তৰ্নিহিত সাংগীতিক লহৰ আৰু কবিৰ অন্তৰৰ নীলকণ্ঠী বেদনাৰ কৰুণা-কোমল-ক্লান্ত অনুভূতি ৰূপায়ণৰ কাৰণে। মোৰ মনত পৰে, প্ৰায়ে ঠিক একে সময়তেই মই জীবনানন্দ দাশৰ 'বনলতা সেন' পঢ়ি বিস্ময়ৰ কুঁৱলীৰে ঘেৰা আনন্দৰ আলয়ত অভিভূত হৈছিলোঁ। এয়া দেৱকান্ত :

– "সন্ধিয়া আহিছে নামি? থক হে'ৰা নেলাগে জ্বলাব চাকি;
দুটি নয়নৰ
সহজ প্ৰভাৰে আজি নাশিবা তিমিৰ তুমি, অন্ধকাৰ
মোৰ জগতৰ।"

এয়া জীবনানন্দ দাশ তেওঁৰ বনলতা সেনৰ সৈতে :

– "সমস্ত দিনের শেষে শিশিরের শব্দের মতন .
সন্ধ্যা আসে...
থাকে শুধু অন্ধকার – মুখোমুখি বসিবার বনলতা সেন"।

## যুগজয়ী, বিস্ময়কৰ কবি

জীৱনানন্দ দাশে তেওঁৰ উপলব্ধিত যি কথাৰ উল্লেখ নকৰিলে – পোহৰৰ কথা – যাৰ দ্বাৰা অন্ধকাৰ আঁতৰাই তেওঁ বনলতাৰ অপ্সৰা-সৌন্দৰ্য্যৰ অমৃত সুধা পান কৰিব পাৰিলেহেঁতেন – সেই কথাখিনি, সেই অনুভূতিখিনি, অভূতপূৰ্ব কাব্যিক দক্ষতাৰে, সহজ সৰল কথাৰ প্ৰকাশ ভংগী আৰু এক নিৰুপমা উপমাৰ মাধ্যমেৰে দেৱকান্তই আমাক দেখুৱাই প্ৰমাণ কৰিলে যে প্ৰকৃতাৰ্থত তেওঁ এজন যুগজয়ী কবি – এক বিস্ময়কৰ মহান কবি সত্তাৰ

অধিকাৰী, যাক দেৱকান্তৰেই 'অনাগত ভবিষ্য'ই কেতিয়াও পাহৰি নোৱাৰে।

এই কবিতাটোৰ ৰচনা শৈলীত কবিয়ে একেটা শব্দকে বা শুনিবলৈ একে যেন লগা শব্দৰ নিপুণ ব্যৱহাৰ কৰিছে :

– "জুঁই পৰা মালতীৰে জয়ৰ গৌৰৱ মালা।" এই সন্দৰ্ভত দ্ৰষ্টব্য।

আনহাতে "ষষ্ঠীত প্ৰতিষ্ঠা কৰা দেৱীক বিসৰ্জো আমি বিজয়াৰ বিফল সন্ধ্যাত" – এই অসম্ভৱ সুন্দৰ বাক্যাংশত কবিয়ে 'দেৱীক বিসৰ্জন দিওঁ' বুলি নকৈ 'দেৱীক বিসৰ্জো' বুলি কৈছে। এই ৰীতি অপৰ্য্যাপ্তভাৱে বুদ্ধদেৱ বসুৰ কবিতাত দেখোঁ : বাহিৰিয়া, উচ্ছলিয়া, উল্লসিয়া, ঝৰ্ঝৰিয়া (কালস্ৰোত); আন্দোলিছে (নীল পূৰ্ণিমা); সৃজিয়াছো (বন্দীৰ বন্দনা)। আৰু দেখোঁ দেৱকান্ত বৰকাকতীৰ কিছুমান কবিতাত : 'সংশয় ছেদি' (সান্ত্বনা); 'আৰাধি' (চন্দ্ৰবদন), 'উদিলা' (তেতিয়া)।

দেৱকান্ত বৰুৱাৰ প্ৰেয়সীৰ চকুৰ প্ৰভাৰ ক্ষমতা অসীম। বুদ্ধদেৱ বসুৰ মানস-প্ৰতিমাৰ চকুৰ পোহৰ ক্ষণিকৰ। সেয়ে বুদ্ধদেৱে কয় :

– "অন্তহীন অন্ধকাৰ শুষে লয় ক্ষণছটা অক্ষিতাৰকাৰ" (মোহমুক্ত)

বুদ্ধদেৱ প্ৰেয়সীৰ বুকুৰ 'সুমধুৰ কুসুম-সুষমা'ৰ লগত চকুত আছে জুই যেন শিখা। (সুদূৰিকা) কিন্তু দেৱকান্তৰ মনোৰমাৰ মোহনীয়া চকুৰ সহজ প্ৰভাৱেই কবিয়ে আশা কৰে তেওঁৰ জীৱনৰ অন্ধকাৰ দূৰ হৈ যাব :

"সন্ধিয়া নাহিছে নামি? থক হে'ৰা নেলাগে জ্বলাব চাকি;
দুটি নয়নৰ
সহজ প্ৰভাৱে আজি, নাশিবা তিমিৰ তুমি, অন্ধকাৰ
মোৰ জগতৰ।"

দেৱকান্তই আশা কৰে কলঙৰ পাৰৰ সন্ধিয়াবোৰো মনোৰমাৰ মোহনীয়া দুচকুৰ পোহৰে উজ্জ্বল কৰি তুলিব। তাৰ লগে লগে কবিৰ বেদনাৰ্ত বিষাদক্লিষ্ট জীৱনৰ ঘনঘোৰ অন্ধকাৰৰো অবলুপ্তি ঘটিব। শব্দাৱলীৰ সাংগীতিক লহৰে পাঠকৰ মনোজগতো পোহৰাই যে তুলিব – তাত সন্দেহৰ অৱকাশ নাই।

## উত্তাল শব্দ-তৰংগৰ সম্মোহনী প্ৰবাহ

'তিলোত্তমা' দেৱকান্ত বৰুৱাৰ অন্য এটি অনিন্দ্যসুন্দৰ কবিতা য'ত তেওঁ তেওঁৰ ভাবৰাশি প্ৰকাশ কৰিছে সহজ, সুন্দৰ সুললিত কথামালাৰে। এই কবিতাটো মনে মনে পঢ়াতকৈ উচ্চাৰণ কৰি বা আবৃত্তি কৰি পঢ়িলে পাঠক নিশ্চয় কবিৰ উত্তাল শব্দ-তৰংগৰ সম্মোহনী প্ৰবাহত উটি-ভাঁহি যাব। তিলোত্তমা পুৰাণ-প্ৰসিদ্ধ স্বপ্ন-সুন্দৰী – সৌন্দৰ্য্যৰ প্ৰতিমা – নিৰুপমা, অনুপমা। এই কবিতাটো পঢ়োঁতে মোক বুদ্ধদেৱ বসুৰ 'ক্ষণিকা' শীৰ্ষক বিখ্যাত কবিতাটোৰ

কেইটামান স্তৱকে জুমুৰি দি ধৰিছিল। এয়া দেৱকান্তৰ অনন্যসুন্দৰ চিত্ৰকল্পৰ সমাৰোহ :

"বননিৰ তলে তলে জোনাকীৰ হিয়া জ্বলে
আকাশত কোটি কোটি তৰাৰ দীপালী..."

এয়া বুদ্ধদেব বসু 'ক্ষণিকা'তঃ

"মানস গগণ ভৰি ফুটিয়াছে শত লক্ষ তাৰা
ৰসেৰ অমৃত ধাৰা।

দেৱকান্তই কয় : –

"হেজাৰ শিল্পীয়ে লেখে তোমাৰ ৰূপৰ কাব্য
ৰেখাৰ ভাষাৰে সখি, সহস্ৰ ভাস্কৰে
শিলত ফুলাই তোলে তোমাৰ সৌন্দৰ্য্য ফুল,
শিলে শিলে শেৱালিৰ লাৱণ্য বাগৰে।'

বুদ্ধদেবৰ প্ৰেয়সী স্বয়ম্ভু – যি নিজকেই সৃষ্টি কৰিছে – অনুপম সৌন্দৰ্য্যৰ আকৰ ৰূপে :

– "তনুৰ ললিত ছন্দে ৰচিয়াছে তিলে তিলে অপৰূপ
যে কবিতাখানি
আমাৰ ধ্যানেৰ মন্ত্ৰে নিয়ত ধ্বনিত হোক মৌন তাৰ
সুৰেৰ ঝংকাৰ।"

দেৱকান্তৰ তিলোত্তমা 'চেতাৰৰ গুঞ্জৰণ – অপূৰ্ব আলাপ।' এই কবিতাটোৰ বহুত বছৰৰ পিচত হেম বৰুৱাৰ এটা কবিতাত মই তাৰ যেন ক্ষীণ অনুৰণন শুনিছিলোঁ এজনী ছোৱালীৰ অনুপম বৰ্ণনা প্ৰসংগত :

"মুখখন তাইৰ
আলি আকবৰ খাঁৰ সৰোদৰ
নিজম মূৰ্চ্ছনা যেন।" (এখন ইস্তাহাৰ – মন-ময়ুৰী)

কবিতাটোৰ দ্বিতীয় উচ্ছ্বাসত দেৱকান্তই তেওঁৰ প্ৰেয়সীক কবিৰ জীৱনক লৈ কৰা ছলনা আৰু মিছা আশ্বাসৰ কথা কৈছে বুকু ভঙা বিননিৰ ব্যঞ্জনাৰে :

– "মিলনৰ স্বপ্ন সানি, ক্ষণে ক্ষণে চিৰদিন অশ্ৰু ম্লান বিৰহক কৰিছা সোণালী ..."

এয়া প্ৰেয়সীৰ ছলনাৰ, বঞ্চনাৰ, প্ৰতাৰণাৰ কৰুণ উপলব্ধি । এয়া যেন বুদ্ধদেব বসুৰ 'ক্ষণিকা'ৰেই নোপোৱাৰ বেদনাৰ কৰুণ অনুভূতিৰ হিয়া কঁপোৱা অনুৰণন : –

"আমাদেৰ ক্ষণিক মিলন
মিথ্যা দিয়ে, মোহ দিয়ে, তাহাৰি কৰেছি চিৰন্তন
অমৰ কৰেছি তাৰে ..."

কবিতাটিৰ শেষৰ শাৰীৰ 'উষা আৰু সন্ধিয়াৰ এন্ধাৰ-পোহৰ সনা" নতুন সৃষ্টিৰ পৰিকল্পনাৰ চিত্ৰকল্প সঁচাকৈয়ে অতি সুন্দৰ, মৌলিক আৰু মনোগ্ৰাহী। এয়া যেন কবি শশীকান্ত গগৈৰ পূৰণি লগৰীৰ সৈতে 'নিৰলাত' কৰা স্মৃতিৰ ৰোমন্থন – "আলো আৰু আন্ধাৰৰ হৰষ-মিলন।"

'ৰহস্য' কবিতাটিত ভাৰতীয় দৰ্শনৰ জন্মান্তৰবাদ, কৰ্মফল, গীতা-উপনিষদৰ বাণীৰ প্ৰতিফলনৰ ইংগিত দেখিবলৈ পাওঁ। অৱশ্যে এই উপলব্ধিত কবিৰ মনৰ শংকা, দ্বিধা আৰু সংকোচো প্ৰতিফলিত হৈছে। কবিতাটো পঢ়িলে মোৰ এনে লাগে যেন দেৱকান্ত বৰুৱাই মোহিতলাল মজুমদাৰৰ দৰেই ক'ব খুজিছে;

– "ভুলেছি আত্মাৰ কথা
মানি শুধু দেহেৰ সীমানা।"

কবি দেৱকান্তই কয় ঃ

– "মৃত্যুৰ সীমাতে এই ক্ষুদ্ৰ জীৱনৰ
কৰিলোঁ বন্দনা।"

## পাহৰা স্বৰ্গৰ সৌৱৰণি ঃ

"হাঁহি আৰু মৰণৰ অপূৰ্ব আভাৰে দীপ্ত" এই পৃথিৱীৰে কবি-প্ৰেয়সীৰ কথা কওঁতে দেৱকান্তি ৰহণত নশ্বৰ মানৱী ৰূপৰ ব্যঞ্জনাই পাঠকৰ হৃদয়-তন্ত্ৰীত অননুভূত প্ৰতিক্ৰিয়া সৃষ্টি নকৰাকৈ নেথাকে ঃ –

– "তেজ মঙহৰ তুমি সামান্য পুতলা এটি, মৃত্যুশীল ফুল মৰতৰ,
মনত জগোৱা তুমি, তথাপি লাহৰি, সোঁৱৰণি
পাহৰা স্বৰ্গৰ।"

সেই একে সুৰতেই উতলা হৈ শশীকান্ত গগৈয়ে 'সপোন-প্ৰিয়া'ত তেওঁৰ প্ৰিয়াৰ কথা কওঁতে কৈছে ঃ

– "কলীয়া দুশাৰী ভুৰু কাষে কাষে দুটি নয়নৰ
প্ৰচাৰিছে বাতৰি স্বৰ্গৰ।" (সপোন প্ৰিয়া)

আৰু এয়া ৰত্নকান্ত বৰকাকতীয়ে 'শেৱালি'ক সুঁৱৰিছে এইদৰে ঃ

– "সেই বিশ্ববিলীনা স্বৰ্গ-ললনা
দিঠকতে আজি মধুৰ স্বপ্ন সখী
তনু ধৰি ধৰা, দিলানেকি মোক
মানুহৰ বেশে, অতনু পৰাণ পখী" (ধৰা পৰা)

যতীন্দ্ৰনাথ সেনগুপ্ত, মোহিতলাল মজুমদাৰৰ বিদ্ৰোহ আছিল দেৱতা আৰু দৈৱৰ বিৰুদ্ধে। দেৱকান্তৰ বিভ্ৰান্তিৰ বিদ্ৰোহত উন্মাদনা নাই। আছে বাস্তৱতাৰ

কৰুণ উন্মেষ য'ত দেৱকান্তই অসহায়ভাৱে পাহৰা স্বৰ্গৰ সোঁৱৰণিৰ কথা নিৰুপায় হৈ ব্যক্ত কৰিছে।

গণেশ গগৈৰ 'স্বপ্ন-ভংগ'ৰ নিকৰুণ পৰিণাম, নিৰ্মম উপলব্ধিৰ কথাও যেন 'ৰহস্য'তে আবৃত হৈ আছে :

— "সকলোটি মাথো নিশাৰ সপোন
মোহিনী মায়াৰ জালেৰে ঘেৰা।"

ৰত্নকান্ত বৰকাকতীৰ 'ছয়াময়া'তো দেৱকান্তি ৰহস্যৰ আৱৰণ দেখিবলৈ পাওঁ :

"সৌন্দৰ্য্যৰ ছয়াময়া, যৌবনৰ ইন্দ্ৰজাল
ইন্দ্ৰধনু কায়া
সৃষ্টিৰ মোহন মন্ত্ৰে, ইন্দ্ৰিয় তৃষ্ণাত তৰে
অনন্তৰ মায়া।"

'স্বপ্ন-ভংগ'ৰ অনন্ত-তৃষ্ণা মই দেৱকান্ত বৰুৱাৰ অনুভূতিৰ লহৰত শুনো :
'বুকুৱে বিচাৰে মোৰ তপত পৰশ প্ৰিয়তমা
বুকুৰ তোমাৰ।"

এয়া 'স্বপ্ন-ভংগ'ত গণেশ-ক্ৰন্দন :
— "প্ৰেমে নিবিচাৰে বিৰহ মিলন
বিচাৰে মাথোন বুকুৰ সুৰ।"

চিৰ নিৰুপমা ৰূপৰ প্ৰতিমা মনোৰমাৰ দেহ-বল্লৰীতেই কবি দেৱকান্তই বিশাল বিশ্বৰ যৌবনৰ বিপুল সম্ভাৰ দেখিছে। কল্পনাৰ হৰিণীনয়নাৰ চকুৰ জুয়ে কবিক পুৰি মৰাৰ আয়োজন কৰিছে। অসহায়, আৰ্তক্লিষ্ট কবিয়ে আত্মসমৰ্পণ বা শৰণৰ বাহিৰে উদ্ধাৰ বা ৰক্ষাৰ কোনো অন্য গতি দেখা নাই। কবিতাটোৰ তৃতীয় স্তৱকত যেতিয়া কবিয়ে কয় :

— "ঢুকিয়ে নোপোৱা দীপ্তি নিবিচাৰোঁ মই আকাশৰ দূৰণি তৰাৰ"
এগছি মাটিৰ চাকি-সেয়ে হ'ব মোৰ, আঁতৰাব নিশাৰ আন্ধাৰ।"

তেতিয়া মোৰ বুদ্ধদেব বসুলৈ মনত পৰে :

— "যাহা পাই নাই, তাহা আকাশেৰ অজানিত গ্ৰহ হ'য়ে থাক
যা পেয়েছি, থাক তাহা নয়নেৰ আলো হ'য়ে মোৰ" (কালস্ৰোত)

এই কবিতাটোৰ ৰচনা-শৈলীতো দেৱকান্ত বৰুৱাই একে উচ্চাৰণ বা ধ্বনৰ শব্দৰ উপস্থাপনা কৰিছে অতি নিপুণতাৰে :

— "বুকুৰ ৰোমাঞ্চ সানি গঢ়িলোঁ ৰোমান্স
সুন্দৰৰ বিচিত্ৰ কল্পনা ..."

## অতি সাধাৰণ ঘৰুৱা কথা

'কলঙ পাৰত মাজনিশা' তেওঁৰেই অন্য এটি স্মৰণীয় সুন্দৰ কবিতা যাৰ আৰম্ভণি তেওঁ কৰিছে আমাৰ গাঁৱৰ ডেকা-গাভৰুৰে কোৱা অতি সাধাৰণ ঘৰুৱা কথাৰে। পদ্মনাথ গোঁহাই বৰুৱাৰ প্ৰখ্যাত 'লাহৰি' উপন্যাসখনৰ পিচত (মোৰ হয়তো ভুল হ'ব পাৰে) দেৱকান্ত বৰুৱায়েই প্ৰেয়সীক নিভাঁজ অসমীয়া শব্দ 'লাহৰি' বুলি সম্বোধন কৰিছে। তেওঁৰেই প্ৰায় সম-সাময়িক প্ৰখ্যাত শশীকান্ত গগৈয়েও অৱশ্যে তেওঁৰ "সুৰৰ পোহাৰ"ৰ 'বিদায়-বিননি' কবিতাত 'লাহৰি' শব্দ প্ৰয়োগ কৰাৰ উপৰিও, আন কিছুমান কবিতাত প্ৰেয়সীক তেওঁৰ 'বিদায় কবিতা', 'মৰণ-জীৱন' আদিত প্ৰেয়সীক তেনেই ঘৰুৱা আলফুলীয়া শব্দ 'সোণাই'ৰ প্ৰয়োগ কৰিছে পাঠকৰ মন পৰশিব পৰাকৈ।

'কলঙ পাৰত মাজনিশা'ৰ ৰচনা-শৈলী ব্ৰাউনিঙ-বুদ্ধদেব বসুৰ নাটকীয় একাত্মিকা ৰীতিৰ :

"অতপৰে আহিলা লাহৰি? বাট চাই আছোঁ তোমালোকে'
অথনিৰে পৰা
লুকাই আহিছাঁ? ভয় নাই নেদেখে কোনেও, জোনবাই ডাৱৰে আবৰা।"

এয়া যেন লক্ষ্মীনাথ বেজবৰুৱাৰ কোনোবা ধনবৰ, যোগেশ দাসৰ কোনোবা বাখৰ কোনোবা ভীম, হোমেন বৰগোহাঁইৰ কোনোবা পাহৰাল ৰসেশ্বৰ, আব্দুল মালিকৰ কোনোবা মমতাজ মিস্ত্রীৰ মৰম-আকলুৱা মাত। ইয়াত প্ৰকাশ পাইছে প্ৰেমিকাৰ অন্তৰৰ সতেজ অনুভূতিৰ দূবৰি-ধুনীয়া কোমলতা। কবিৰ অন্তৰৰ বিষাদ আৰু মলিন আকাশৰ পোহৰ একাকাৰ হৈ কবিতাটোত যি বিষণ্ণ-বেদনা ৰূপায়িত হৈছে – সেই বেদনা-প্ৰবাহত পাঠক আক্ৰান্ত নোহোৱাকৈ নেথাকে।

মনোৰমাৰ কাৰোবাৰ লগত বিয়াৰ দহ দিন আগেয়েই কবিয়ে শেষবাৰৰ কাৰণে কলঙ পাৰত মনোৰমাক নিজৰ ভগা হিয়াৰ কথা কৈছে – যিদৰে কৈছিল শশীকান্ত গগৈয়ে তেওঁৰ লাহৰিক বিয়াৰ দিনা তেওঁৰ বিদায় কবিতাত :

"শুচি যাবা শেষ কৰি আজি মোৰ জীৱনৰ গীতা
সেইদেখি উপহাৰ দিলোঁ এই বিদায় কবিতা
হৃদয়ৰ প্ৰজ্বলিত চিতা ....
ইয়াৰ ছন্দত পাবা ৰঙা তেজ ব্যথিত হিয়াৰ
যাৰ চিৰ জীৱনলৈ' বন্ধ হ'ল ৰঙৰ দুৱাৰ। ....
শুচি যাবা? যোৱাঁ শুচি মোৰ কথা নেলাগে ভাবিব ..."

মনোৰমা দহদিনৰ পিচত কাৰোবাৰ মৰমৰ হৈ যাব-চিৰকাললৈ। ব্যৰ্থ প্ৰেমিক দেৱকান্তৰ, শশীকান্তৰ দৰেই কোনো ক্ষোভ নাই। নাই কোনো খেদ।

বুদ্ধদেব বসুৱে তেওঁৰ প্ৰেয়সীৰ প্ৰত্যাখানক প্ৰত্যাহ্বান জনাই কৈছিল ঃ

– "তোমাৰ ত্ৰুটিৰে আমি আপন সাধনা দিয়া
করেছি শোধন
এই গৰ্ব মোৰ।" (বন্দীৰ বন্দনা – বুদ্ধদেব বসু)

কবি দেৱকান্তয়ো প্ৰায় সেই একে অনুভূতিকে প্ৰকাশ কৰিছে অনন্যসুন্দৰ কথাৰ তুলিকাৰ চিত্ৰকল্পৰ মাধ্যমেৰে ঃ

"মোৰ অহংকাৰ
প্ৰথমে জগালোঁ ময়ে তন্দ্ৰালসা গাভৰুক মনোৰমা
হিয়াৰ তোমাৰ।"
'চকুত তোমাৰ সপোনৰ মায়া।
মুখত তোমাৰ বিমল ছাঁ
নিশাহত যেন কোমল ঘাঁহৰ
সুৰভিৰে পূৰ মৃদুল বা।'

এয়া দেৱকান্তৰ 'মনোৰমা'ৰ প্ৰথম স্তৱক যাৰ গুণগুণনিয়ে মোৰ মনটোক লৈ যায় ৰত্নকান্ত বৰকাকতীৰ 'শেৱালি'ৰ 'অনুসন্ধান' শীৰ্ষক কবিতাটোলৈ ঃ

"তোমাৰেনে নয়নৰ মধুৰ কোণত
কঁপিছে সি অৰ্দ্ধস্ফুট
বাৰ্ত্তা অমৃতৰ
কঁপিছে যিদৰে সউ
আকাশৰ নীলিমাত
অগ্নিশিখা অন্তহীন
চিৰ ৰহস্যৰ?"

## উপমাৰ অনন্যসুন্দৰ সমাবেশ

'মনোৰমা' দেৱকান্তি-উপমাৰ অনন্যসুন্দৰ সমাবেশ। মাত্ৰ পাঁচটা স্তৱকৰ কবিতাটোত ৰঙ-বেৰঙৰ উপমাৰ উদুলি-মুদুলি। এই কবিতাটোৱে পাঠকৰ মনলৈ নিশ্চয় লক্ষ্মীনাথ বেজবৰুৱাৰ 'প্ৰতিমা', হেমচন্দ্ৰ গোস্বামীৰ 'প্ৰিয়তমাৰ চিঠি' আৰু চন্দ্ৰকুমাৰ আগৰৱালাৰ 'প্ৰতিমা'ৰ সোঁৱৰণিৰ ধল আনিব। বুদ্ধদেব বসুৰ দৰেই দেৱকান্ত বৰুৱায়ো তেওঁৰ প্ৰেয়সীৰ দেহী-ৰূপৰ বৰ্ণনাত অসামান্য কৃতিত্ব দেখুৱাইছে। এই সন্দৰ্ভত বেজবৰুৱাৰ 'সুগোল সুঠাম' সুললিত চাৰু' অবয়বৰ প্ৰেয়সী আৰু বুদ্ধদেবৰ 'ওগো বিদ্যুল্লতা', 'অসূৰ্য্যম্পশ্যা', 'সুদূৰিকা'ৰ প্ৰেয়সীৰ বৰ্ণনা উল্লেখনীয়।

'মনোৰমা'ৰ দেহী-ৰূপৰ বৰ্ণনাত যেতিয়া কবিয়ে কয় :

"নিপোটল বুকু, লাটুমণি ওঁঠ
দুয়োপাৰি দাঁত ডালিম গুটি
মৰুময় মোৰ জীৱনত, সখি
তুমি কবিতাৰ একেটি সুঁতি"।

তেতিয়া বেজবৰুৱাৰ 'ওখ বুকু কিয় লৱণু কোমল, মদন পিছুলি পৰা' বৰ্ণনা আৰু কালিদাসৰ 'তন্বী শ্যামা শিখৰিদশনা পক্কবিম্বাধৰোষ্ঠী। মধ্যে ক্ষামা, চকিতনয়না প্ৰেক্ষণনিম্ননাভি'ৰ কথালৈ পাঠকৰ মানসিক ৰোমন্থনৰ মুহূৰ্তবোৰক টানি নিবই।

নাৰীদেহৰ সৌন্দৰ্য্য-সুষমা ৰূপায়ণ; এয়া দেৱকান্ত বৰুৱা :

—"দহোটি আঙুলি চ'পাক'লি যেন
পদুমৰ ঠাৰি দুখনি হাত
চুই দোৰপতি থৰক্-বৰক্
তত নাইকিয়া মাকোৰ গাত।
নিপোটল বুকু লাটুমণি ওঁঠ
দুয়োপাৰি দাঁত ডালিম গুটি ..."

এয়া গণেশ গগৈৰ নাৰীৰ ৰূপজ্যোতিৰ বিকিৰণ :

– "কেঁচাসোণ বৰণীয়া তোমাৰ লৱণু তনু
দহিকটা খনিয়াৰে নোৱাৰা ঢাকিব
বিৰিঙি বিৰিঙি সখী, মনোৰমা ৰূপলেখা
জোনাকী পৰুৱা হৈ জিলিকি আহিব।'
ওৰণি তলত থৈ অধৰৰ ৰহঘৰা
মোহলগা মুকুতাক নোৱাৰা ৰাখিব
নিলাজী সমীৰে সখী, ওৰণি গুচাই লৈ
কমনীয় কমলীৰ কবিতা গাথিব।" (ৰূপজ্যোতি)

এওঁৰ 'পৃথিৱী' কবিতাৰ 'ফুলনি হাঁহি', 'মেখেলাৰ পাতলিত জ্বলেনে অযুত তৰা'; 'পদুমৰ পাহি সৰে বসন্ত লেৰেলি পৰে' – এই খণ্ড বাক্যবোৰ অনিন্দ্যসুন্দৰ। এবাৰ পঢ়িলেই মনত দাগ দি যাব পৰা দেৱকান্তি অনুভূতিৰ মহিমান্বিত স্পন্দনৰ মলয়-পৰশ।

দেৱকান্তই কয় :

– "সঁচা আৰু কল্পনাৰ মিছা বোল সনা এই
আমাৰ জীৱন

অমৰ কৰিবা তাক সানি, কিনো অমৃতৰ
নিষ্ফল ৰহণ?' (পৃথিৱী)

অদূৰত 'ক্ষণিকা'ত বুদ্ধদেব বসুৰ গুণগুণনি ঃ

– "আমাদেৰ ক্ষণিক মিলন
মিথ্যা দিয়ে, মোহ দিয়ে
তাহাৰি কৰেছি চিৰন্তন
অমৰ কৰেছি তাৰে।" (ক্ষণিকা)

দেৱকান্তৰ মনোৰমা ক্ষন্তেক-যৌৱনা। শোভাও ক্ষন্তেকীয়া। বুদ্ধদেব বসুৱেও সেয়ে হয়তো কয় ঃ

– "আবাৰ বাসিবো বাসা
আবাৰ ৰচিবো নব আশা
... যতক্ষণ মৃত্যু-মাঝে শেষ নাহি হ'য়ে যায়
জীবনেৰ সব্ লেন্দেন্।"

কবিতাটোৰ শেষ স্তৱকটোত দেৱকান্ত বৰুৱাৰ জীৱন-দৰ্শনৰ এটা ধাৰা প্ৰতিফলিত হোৱা দেখোঁ

– "নিৰুপমা ! পৃথিৱীৰ শোভা ঢাকি আকাশৰ
বিষাদ নীলিমা
তুমি আৰু মই সজা প্ৰেমৰ পৃথিৱীখনি
মৃত্যু তাৰ সীমা।"

এয়া যেন গণেশ গগৈৰ মৰণৰ ক্ষণ গণি থকা সময়ৰ শেষ-শয্যাৰ হিয়া-ভঙা বিননি যাৰ লগে লগে ওলাই আহিছিল পাপৰি-কবিৰ কলিজাৰ জৱা-ৰঙা তেজৰ টোপালবোৰ ঃ

– 'প্ৰাণৰ প্ৰতিমা মোৰ, কান্দিছা – কান্দিলে বাৰু
পাৰিবানে প্ৰিয় মোক, আনিব ঘূৰাই?
নিয়তিৰ নিয়মক পাৰে কোনে বাধা দিব
জনমৰ লগে লগে, মৃত্যু আহে যায়।" (শেষ-শয্যাত—গণেশ গগৈ)

'পদুমৰ পাহি সৰি বসন্ত লেৰেলি' পৰা বসুন্ধৰাত দেৱকান্তৰ দৰেই শশীকান্ত গগৈয়েও দেখিছিল 'নিৰলাত' 'আলো আৰু আন্ধাৰৰ মিলন-হৰষ'। অনিত্য নশ্বৰ জীৱনৰ উপলব্ধিত অন্তিম ক্ষণত, মৃত্যু-সচেতনতাত গ্ৰীক ট্ৰেজেদিৰ নিয়তি, টমাছ হাৰ্ডি (Thomas Hardy)ৰ উদণ্ড দেৱতাৰ উস্তুওালি কবিৰ চিন্তাধাৰাত প্ৰতিফলিত হৈছে।

## 'দেৱদাসী' অক্ষয় কীৰ্তি

'দেৱদাসী' দেৱকান্ত বৰুৱাৰ অক্ষয় কীৰ্তি – বাণী বন্দনাৰ ৰমণীয়া ৰাগিণীৰ ৰবীন্দ্ৰ-দীপ্তিৰ অপূৰ্ব মূৰ্চ্ছনা। কবি প্ৰতিভাৰ বৈভৱৰ জয়-জয়ন্তী। মৃত্যুশীল মানৱৰ দম্ভ-দীপ্ত প্ৰত্যাহ্বান – উদাসীন, অনাসক্ত, দয়াহীন, প্ৰাণহীন, মমতা-ৰিক্ত বিধাতাৰ অনন্ত শয়ন মগ্ন বৈদেহী সত্তালৈ। বিশ্ব-সাহিত্যৰ নীলিম গগণৰ দেদীপ্যমান ৰোহিণী নক্ষত্ৰ। কথা-ছন্দৰ সম্মোহনী সংগতত সমুদ্ৰৰ জোৱাৰৰ অবিৰত অভিযান :

– "কাক দিবা? দিবা কাক? মনৰ মাধুৰী ৰাশি
শৰীৰৰ শোভা সুকুমাৰ?
দেৱতাক? দেৱতাৰ নুগুচে পিয়াহ, হায় অভাগিনী
প্ৰেমেৰে আমাৰ।"

কিছুমান কবিতা এনে ধৰণৰ যে পাঠকে পঢ়াৰ লগে লগে কবিৰ মৰ্মবাণী উপলব্ধি কৰাৰ লগে লগে, নিজৰ ধমনী প্ৰবাহত তেনে কবিতাৰ অনন্যসুন্দৰ সাংগীতিক লহৰ অনুভৱ কৰিব পাৰে। তাৰ লগে লগে পাঠকৰ মন-চকুত কবিৰ মেঘদূতী কল্পনাৰ অপৰূপ চিত্ৰকল্পই লুকালুকি খেলি পাঠকক অভিভূত কৰি তোলে আৰু কবিতাটো আকৌ পঢ়িবলৈ, আকৌ এবাৰ শুনিবলৈ বাধ্য কৰায়। গণেশ গগৈৰ পাপৰি-ছন্দ আৰু দেৱকান্তৰ দেৱদাসী-ছন্দ এই সন্দৰ্ভত উল্লেখযোগ্য। দেৱদাসীলৈ দেৱকান্তৰ প্ৰশ্ন আৰু দেৱকান্তৰেই উত্তৰৰ ফ্ৰেমত বন্ধোৱা এই মনোমোহা কাব্যিক চিত্ৰখন সংগীত আৰু সতেজ অনুভূতিৰ তৰংগৰ অমৰ আলেখ্য যাৰ কাৰণে দেৱকান্ত বৰুৱাৰ সাহিত্য-বৈকুণ্ঠত দেৱত্ব প্ৰাপ্তি হ'ল অনন্তকালৰ কাৰণে। মই নাজানো, এই কবিতাটো ভাৰতৰ অন্য ভাষা বা বিশ্ব-সাহিত্যৰ অন্য ভাষালৈ ৰূপান্তৰিত হৈছেনে নাই। যদি হোৱা নাই – সেয়া আমাৰেই দুৰ্ভাগ্য। আমাৰ সাহিত্যৰ সাতসৰীৰ বহুমূলীয়া মাণিক মুকুতাবোৰ আমাৰ পেৰাতে সুমাই থৈ, আনকো সেইখিনি চাবলৈ নিদিয়াটো আমাৰেই দোষ। এই সন্দৰ্ভত মোৰ, মোৰ শিক্ষাগুৰু ডিম্বেশ্বৰ নেওগৰ বিখ্যাত কবিতা এটিৰ প্ৰথম স্তৱকটোৱে মোৰ মনত খু-দুৱনি লগাইছে। সেয়া আছিল ডিম্বেশ্বৰ নেওগৰ আবেদন উৰ্বশীৰ প্ৰতি :

– "উঠাহে উৰ্বশী, উঠাহে প্ৰেয়সী উঠা যৌৱনৰ সাদৰী সখা
কামত আতুৰ, প্ৰেমিক সন্ন্যাসী, এদিনা সন্ধিয়া দিলেহি দেখা।"

দেৱদাসীলৈ দেৱকান্ত বৰুৱাৰ প্ৰশ্ন আৰু উত্তৰ; দেৱতা আৰু মানুহৰ অক্ষয় সংগ্ৰাম আৰু নিয়তিৰ জয়ৰ ঘোষণা-পত্ৰৰ পৰিপ্ৰেক্ষিতত ডিম্বেশ্বৰ নেওগৰ সন্ন্যাসী প্ৰেমিকৰ আকুল মিনতিত দুয়োজন কবিৰেই প্ৰেম আৰু মানৱী জীৱনৰ ধাৰণা নিজস্ব পৃথক দৃষ্টিভংগীৰ যদিও অনুভূতিৰ প্ৰকাশত দুয়োটা কবিতাই স্বকীয় অভিব্যক্তিৰে মহিমান্বিত।

কবিতাটোৰ আৰম্ভণিতেই কৰা প্ৰশ্নৰ উত্তৰ কবিয়ে দ্বিতীয় লাইনতে দিছে। অকল শৰীৰ-সৰ্বস্ব, দেহজাত প্ৰবৃত্তিয়ে বিচৰা প্ৰেমেই সম্পূৰ্ণ প্ৰেম নহয়। মনৰ কথাও আছে। দেহ-মন দুয়োটাৰে সম্মিলনতেই প্ৰকৃত প্ৰেমৰ জাগৃতি। বীৰেন বৰকটকীয়ে তেওঁৰ 'অসমীয়া সাহিত্যৰ এভুমুকি'ত কৈছে ঃ

"পাষাণ দেৱতাৰ গুৰিত অৰ্পণ কৰা দেৱদাসীৰ প্ৰেমে দেৱতাৰ হবিয়াস পূৰ্ণ নকৰে।"

## দেৱতাৰ প্ৰতি ক্ষোভ, বিতৃষ্ণা

ত্ৰিছ্-চল্লিছ্ দশকৰ বংগদেশৰ ৰবীন্দ্ৰনাথক প্ৰত্যাহ্বান জনোৱা মোহিতলাল মজুমদাৰৰ নিৰ্ভীক আৰু প্ৰকাশ্য দেহবাদৰ ব্যঞ্জনা –

'ভুলেছি আত্মাৰ কথা মানি শুধু দেহেৰ সীমানা' আৰু গোবিন্দ দাসৰ "আমি তাৰে ভালবাসি অস্থি মাংস সহ" এনে ধাৰাৰ কবিতাৰ টৌয়ে দেৱকান্তক আকৃষ্ট কৰা যেন লাগে। মোহিতলালৰ কবিতাৰ ৰন্ধ্ৰে ৰন্ধ্ৰে থকা সতেজ অনুভূতিৰ অপ্ৰৰূপ সৌন্দৰ্য্য আৰু সমুদ্ৰ-সদৃশ পৰিব্যাপ্তিৰ লগত – এইখিনি থকাৰ উপৰিও দেৱকান্ত বৰুৱাৰ কবিতাৰ আংগিক বিচিত্ৰতাই পাঠকক মন্ত্ৰমুগ্ধ কৰে। জীৱনৰ মূল বিষয়বস্তু – জীৱন, মৃত্যু পাপ, পুণ্য, প্ৰেম, বিৰহ, বঞ্চনা – এইবোৰৰ কাব্যিক সমাহাৰ দেৱকান্তৰ কিছুমান কবিতাত দেৱতাৰ প্ৰতি টমাছ হাৰ্ডিৰ দৰেই দেৱকান্তৰ ক্ষোভ, বিতৃষ্ণা।

মোহিতলাল মজুমদাৰে কয় ঃ

"দেহে তোৰ প্ৰাণ আছে?<br>
তবে কেন ওৰে ভীৰু নিত্য উপবাসী<br>
চিৰমৃত্যু-মোক্ষ অভিলাসী।" (মোহমুদগৰ-বিস্মৰণী)

সেইদৰে যতীন্দ্ৰনাথ সেনগুপ্তই কয় ঃ

– "তুমি শালগ্ৰাম শিলা<br>
শোওয়া বসা যাৰ সকলি সমান<br>
তাৰে নিয়ে ৰাসলীলা।" (মৰীচিকা)

মোহিতলাল-যতীন্দ্ৰনাথৰ দৰেই দেৱকান্তৰ 'দেৱদাসী' উদাসীন দেৱতাৰ, নিকৰুণ দৈৱত্বৰ দাসত্বৰ বিৰুদ্ধে বিদ্ৰোহৰ শঙ্খনাদ ঃ 'উৎপীড়িত বেদনাৰ চিৰন্তন বিদ্ৰোহৰ গগণ উতলা কৰা তূৰ্য্যধ্বনি।'

– 'ভুল, ভুল, হিংসামত্ত দেৱতাৰ ঈৰ্ষাৰ বেদীত আমি, বলি যে মাথোন আদিম যুগৰ সেই, শংকাতুৰ মানুহৰ অন্তৰৰ ভয়ৰ স্পন্দন।'

(দেৱদাসী)

আকৌ – 'সৃষ্টিৰ দিনৰে পৰা নিয়তিৰ সতে হে'ৰা মানুহৰ অক্ষয় সংগ্ৰাম
আমি তাৰে স্মৃতি স্তম্ভ, সোঁৱৰাও মানুহৰ বীৰ্য্য আৰু নিয়তিৰ জয়।'
(দেৱদাসী)

দেৱকান্ত বৰুৱাৰ এই উপলব্ধিত গণেশ গগৈয়ে 'শেষ-শয্যাত' কৰা অন্তিম সময়ৰ করুণ অনুৰণন শুনো :

'প্ৰাণৰ প্ৰতিমা মোৰ কান্দিছা – কান্দিলে বাৰু
পাৰিবানে প্ৰিয়ে মোক আনিব ঘূৰাই
নিয়তিৰ নিয়মত পাৰে কোনে বাধা দিব
জনমৰ লগে লগে মৃত্যু আহে যায়।'

এই কবিতাটোৰ 'আমাৰ কাৰণে কান্দে গাভৰুৰ ওঁঠৰ লালিমা।' বাক্যাংশটোৰ 'লালিমা' শব্দটোৰ প্ৰয়োগ নতুন। অভিধানত নাই পোৱা। এয়া দেৱকান্তৰ সৃষ্টি। এনে ধৰণে নতুন শব্দ সৃষ্টি কৰি প্ৰয়োগ কৰা দেখিবলৈ পাওঁ বুদ্ধদেব বসুৰ বহুতো কবিতাত :

– 'অংগের কলংক মোৰ, মনেৰ ম্লানিমা' (অমিতাৰ প্ৰেম)

– 'সমস্ত জীৱন ভৰি' ৰ'বে শুধু মৃত্যুৰ ম্লানিমা।' (কালস্ৰোত)

ৰবীন্দ্ৰ নাথৰ কবিতাতো এনে নতুন শব্দৰ উদ্ভাৱন আৰু প্ৰয়োগ দেখোঁ :

– 'জগতেৰ অশ্ৰুধাৰে ধৌত তব তনুৰ তনিমা (উৰ্বশী)
ত্ৰিলোকেৰ হৃদিৰক্তে আঁকা তব চৰণ শোণিমা।' –

'অসাৰ্থক' শীৰ্ষক কবিতাত কবিয়ে মৃত্যুশীল জগতত জীৱনৰ সাৰ্থকতাৰ সন্ধান পাই কৈছে :

– 'অসত্য বিশ্বৰ লীলা? কোনে কয় সত্য এই বেদনাৰ গৌৰৱ অক্ষয়;
সত্য এই দিনে দিনে পোহৰৰ অভিযান, সত্য হে'ৰা এন্ধাৰৰ জয়।'

আকৌ – 'আমিও মৰহি যাম? অসাৰ্থক প্ৰেম মোৰ? পাপ মাথোঁ এই চুমাচুমি?

কি কৰিম? হক পাপ ক্ষতি নাই, মই পাম স্বৰ্গ তাতে তুমি ৰ'বা তুমি।' এয়া যেন বুদ্ধদেব বসুৰ 'হে ঈশ্বৰ এ কী অপৰূপ'ৰ অনুভূতিৰাশিৰ দেৱকান্তি ব্যঞ্জনা :

– 'উন্মাদ আনন্দ এ কি, অথবা এ দুৰন্ত যন্ত্ৰণা?
অসীম বাসনা কাঁদে, শৰীৰেৰ সংকীৰ্ণ সীমায়,
এক হ'য়ে মিশে যায়, আত্মা আৰ ৰক্তেৰ পিপাসা,
আনন্দ যন্ত্ৰণা দেয়, দুঃখ কৰে পুলকে বিহ্বল।
বিচ্ছেদে মিলনে ভেদ মুছে গিয়ে, ডোবে অবশেষে
অন্য সব অনুভূতি নামহীন এক অনুভবে।'

সেয়ে কবিয়ে কয় ঃ

'এটা কথা জানো মাথোঁ, জীৱনৰ য'ত দৈন্য, সঁচা-মিছা পংক পাৰ হই
ফুলিছোঁ পদুম দুটি, ওঁঠতে লগাই ওঁঠ, মনোৰমা।
তুমি আৰু মই।" (অসাৰ্থক)

এয়া এতিয়া শুনক বুদ্ধদেৱ-ব্যৰ্থতাৰ কথা ঃ

– 'সম্মুখে ৰহিলো পড়ি' ভাণ্ড-ভৰা অস্বাদিত ফল
ওষ্ঠ-স্পৰ্শ-ৰিক্ত পাত্ৰে স্নিগ্ধ-সুৰা চুম্বন-চঞ্চল।
ক্লান্ত সন্ধ্যা; – মুখোমুখি বসে আহি আমৰা দু-জন
প্ৰতীক্ষায় অৰ্দ্ধ-অচেতন।'
(তৃতীয - 'পৃথিবীৰ পথে')

## পাপৰ জখলাৰেই স্বৰ্গাৰোহণ

দেৱকান্ত বৰুৱাও বুদ্ধদেবৰ দৰেই ক্ষণিকৰ নন্দনত মন্দাকিনীৰ অমৃত প্ৰবাহৰ অন্বেষণত ব্যাকুল। আনন্দৰ পাৰিজাত ফুলা দেখিছে প্ৰেয়সীৰ লয়লাস নাচোনৰ মদালসা ভংগিমাত

– 'বাজুক কিংকিনী –
তাৰ পৰে স্বপ্ন সৌধ ভাঙিয়া পড়ুক অকস্মাৎ'
(ক্ষণিকা)

এয়া দেৱকান্তৰ উপলব্ধি ঃ

'মায়াময় সেই জগতত, দিঠকৰ বহু আঁতৰত
অশ্ৰু য'ত হাঁহিৰ আপোন
তুমি আৰু মই সখি, দেশ-কাল থাকিম পাহৰি
ৰঙা-নীলা সাজিম সপোন।'
(ৰঙা এটি কৰবীৰ ফুল)

দেৱকান্তই পাপলৈ ভয় কৰা নাই। প্ৰেমৰো অসাৰ্থকতা দেখা নাই। দৈহিক মিলনে অনা পৰিতৃপ্তি যদি পাপ হয় – সেয়ে হ'ক। কবিৰ কোনো ক্ষোভ নাই – খেদ নাই তেনেকৈ পাপী-প্ৰেমিক হোৱাৰ। সেই পাপৰ জখলাৰেই কবিৰ স্বৰ্গাৰোহণ ঃ

'আমিও মৰহি যাম? অসাৰ্থক প্ৰেম মোৰ? পাপ মাথোঁ এই চুমাচুমি?
... হক পাপ। ক্ষতি নাই। মই পাম স্বৰ্গ তাতে ...'

এয়া দেৱকান্তৰ স্বৰ্গাৰোহণ। এয়া বুদ্ধদেব বসুৰ মুক্তি-স্নান আৰু নৱজন্ম ঃ

– 'আমাৰ প্ৰিয়াৰ প্ৰেমে নৱজন্ম হ'লো মোৰ, হ'লো মুক্তিস্নান

তাই মনে হয়, আমি পৰম সুন্দৰ কায়
চিৰজ্যোতিষ্মান – মহাপুণ্যবান।'

(মুক্তি-স্নান)

তেওঁৰ অন্যতম বিখ্যাত কবিতা 'ৰঙা এটি কৰবীৰ ফুল'ৰ আৰম্ভণিও সেই আপোন-আপোন, মৰম লগা সুৰত, একেবাৰে ঘৰুৱা কথাৰ ধৰণৰ, যিখিনি বুজিবলৈ বা অনুভৱ কৰিবলৈ যাওঁতে পাঠকক টি. এছ্ এলিয়ট (T.S.Eliot) অথবা ষ্টীফেন স্পেন্দাৰ (Stephen Spender) ৰ কবিতাৰ যুগ-মানস আৰু ব্যক্তি মানসৰ দুৰ্বোধ্য বিৰোধে পাঠকক আমনি নিদিযে। দেৱকান্তৰ কবিতাত যুক্তি আৰু আবেগৰ মিলন ঘটিছে – য'ত যুক্তিৰ অৱতাৰণাই দুৰ্বোধ্যতাৰ প্ৰাচীৰ সৃষ্টি কৰা নাই। এই ক্ষেত্ৰত ময়ো জন কীটছৰ (John Keats) দৰেই কবিতা চিন্তা প্ৰধান অনুভূতিৰ প্ৰকাশতকৈ ইন্দ্ৰিয়ৰ উত্তেজনা অনা অনুভূতিৰ প্ৰকাশহে ভাল পাওঁ। (A life of sensation — rather than of thoughts)। তেওঁৰ অনন্যসুন্দৰ কবিতাৰ মাধ্যমেৰে দেৱকান্ত বৰুৱাই আমাৰ মন আৰু ইন্দ্ৰিয়ৰো উত্তেজনা সৃষ্টি কৰি আমাক অনাবিল আনন্দ দিছে।

এই কবিতাটো পঢ়োঁতে মোৰ প্ৰথিতযশী কবি বিষ্ণু দে'ৰ 'নাম ৰেখেছি কোমল গান্ধাৰ'ৰ 'কাসান্দ্ৰা' শীৰ্ষক কবিতাটিৰ 'পথের ধূলায় পড়ে ও কাৰ হায়সিনথ যৌবন' – পংক্তিটোলৈ বাৰে বাৰে মনত পৰিছিল আৰু মনত পৰিছিল ৰত্নকান্ত বৰকাকতীৰ 'শেৱালি'ৰ 'সৌন্দৰ্য' শীৰ্ষক কবিতাৰ

'সন্ধ্যাৰ খোপাৰ পৰা
খহি পৰা এটি
হেঙুলী ৰশ্মিৰ ফুল'লৈ।

কবি দেৱকান্তই তেওঁৰ মানসী মনোৰমাক তেওঁৰ ওচৰলৈ কাকো একো নোকোৱাকৈ মনে মনে আহিবলৈ কৈছে – সন্ধিয়াৰ ছাঁৰ দৰে, আকাশৰ বগলীৰ উৰণৰ লঘুলাস গতিত। আহিব লাগিব শেৱালিৰ সুৰভি সানি, কপৌকালী জোনাকত তিতি তিতি। দেৱকান্তই যেতিয়া কয় –

'তুমি মোক নক'বা একোকে, একোকে নকও ময়ো
দুয়ো মাথো দুয়োলকে চাই
চকুৰ ভাষাৰে ক'ম, অন্তৰৰ সাঁচি থোৱা কথা
যি কথা কাকো কোৱা নাই।'

যেতিয়া জীৱনানন্দ দাশে তেওঁৰ প্ৰেয়সী বনলতা সেনক উদ্দেশ্যি কোৱা কথাবোৰে মোৰ মনত মোক জুমুৰি মাৰি ধৰে ঃ

– 'সমস্ত দিনের শেষে শিশিরের শব্দের মতন
সন্ধ্যা আসে
থাকে শুধু অন্ধকার – মুখোমুখি বসিবার বনলতা সেন।'

এই মায়াৰে ঘেৰা জগতখনত, পিঠকৰ বহু আঁতৰত থকা কবি দেৱকান্তই যেতিয়া পুৱা পিঠকৰ সমস্ত গ্লানি, দুখ, বেদনা আৰু ভুল দেখা পায় – তেতিয়া তেওঁৰ মনে কয় ঃ

– 'তুমি আৰু মই সখি। দেশকাল থাকিম পাহৰি
ৰঙা-নীলা সাজিম সপোন।'

ৰঙা-নীলা সপোনৰ সোঁৱৰণিৰ চিন স্বৰূপে কবিয়ে প্ৰেয়সীক তেওঁৰ খোপাৰ ৰঙা কৰবী ফুল এপাহ এৰি থৈ যাবলৈ অনুনয় কৰিছে। দেৱকান্তি স্বপ্ন-সমাৰোহৰ অনন্ত লীলাৰ অৱসান দেখিছিল স্বপ্ন-ভংগৰ পিচত গণেশ গগৈয়েও ঃ

– 'সকলোটি মাথো নিশাৰ সপোন
মোহিনী মায়াৰ জালেৰে ঘেৰা
মানুহে তাতেই সাজে মৌ-চাক
বিচাৰি সপোন মাধুৰী ফেৰা
ময়ো সাজিছিলোঁ মৌ-চাক সখি
ময়ো ৰচিছিলোঁ সপোন সুৰ
সেই সপোনৰ বিৰাট মেলাৰ
অনন্ত লীলাৰ পৰিলে ওৰ।'

## 'দেৱকান্তি সূত্ৰ' সৰ্বোত্তম

'বাক্যম ৰসাত্মকং কাব্যম'ৰ পৰা আৰম্ভ কৰি আজি এই শতিকাৰ শেষৰ দশকলৈকে যুগে যুগে বিদগ্ধ পণ্ডিত, সাহিত্যিক কবিয়ে বহুতো ব্যাখ্যা বা সূত্ৰ দি আহিছে কিন্তু কবিতাৰ যোগেদি কবি আৰু কবিতাৰ কথা দেৱকান্ত বৰুৱাই সহজ সৰল কথাৰে যেনেকৈ কৈছে – তেনে ব্যাখ্যা বা সূত্ৰ মই হ'লে – অন্ততঃ মই যিখিনি জানিছোঁ, শুনিছোঁ বা পঢ়িছোঁ – তাৰ ভিতৰত দেৱকান্তি সূত্ৰটোকেই সৰ্বোত্তম বুলি ভাবোঁ। এয়া দেৱকান্ত বৰুৱাই কোৱা কথা ঃ

'মই কবি
আঁকো সেই অচিনাকি সুন্দৰৰ ছয়াময়া ছবি
ভাষাৰ তুলিৰে সৃষ্টি কৰোঁ অমৃতৰ অপূৰ্ব মূৰতি
ছন্দৰ ৰহণ সানি
ধৰাৰ ধূলিৰে।'

(কবিৰ কামনা)

গণেশ গগৈ, শশীকান্ত গগৈ, ৰত্নকান্ত বৰকাকতীৰ দৰে দেৱকান্ত বৰুৱা মুখ্যতঃ প্ৰেমৰ কবি। 'সাগৰ দেখিছা?'ৰ দ্বিতীয় সংস্কৰণৰ আটাইকেইটা কবিতাই প্ৰেমৰ ওপৰত ভেটি কৰি লিখা। 'মোৰ দেশ মানুহৰ দেশ', 'আমি দুৱাৰ মুকলি

কৰোঁ", 'লাচিত ফুকন' এইকেইটা কবিতা দেশ-প্ৰেমমূলক – য'ত সাময়িক চৈতন্যই ভুমুকি মাৰিছে। প্ৰেমৰ কবি যদিও, দেৱকান্তি প্ৰেম ৰবীন্দ্ৰনাথৰ প্ৰেমৰ কবিতাৰ দৰে অতীন্দ্ৰিয়, অমূৰ্ত নহয়। অথবা বুদ্ধদেব বসুৰ প্ৰেমৰ কবিতাৰ দৰে সম্পূৰ্ণ শৰীৰী বা দেহজ নহয়। ৰবীন্দ্ৰনাথে যেতিয়া 'প্ৰেমৰ অভিষেক'ত কয় :

– 'হাত ধৰে মোৰে তুমি
লয়ে গেছ সৌন্দৰ্যৰ সে নন্দনভূমি
অমৃত আলয়ে। সেথা আমি জ্যোতিষ্মান
অক্ষয় যৌবনময় দেৱতা সমান,
সেথা মোৰ লাবণ্যেৰ নাহি পৰিসীমা।'

(চিত্ৰা)

কিন্তু কবি দেৱকান্ত মাটিৰ সন্তান। মাটিৰ বুকুত ফুলা কাঁইটীয়া ফুলৰ সুষমা বিচৰা মাটিৰ মানুহ, যি কোনো শংকা, কোনো লজ্জা, কোনো দ্বিধা নকৰাকৈ ক'ব পাৰে – 'আমাৰ কাৰণে কান্দে গাভৰুৰ ওঁঠৰ লালিমা।' এওঁৰ আটাইকেইটা বিখ্যাত প্ৰেমৰ কবিতাত বুদ্ধদেব বসুৰ কবিতাৰ দৰেই প্ৰেমৰ দেহাতীত ৰূপৰ বন্দনা নেপাওঁ। দেৱকান্তই দেহক অগ্ৰাহ্য নকৰি কয় :

'গাভৰু। তোমাৰ চকু ভৰা জুই, বুকুত বাসনা উথলি মৰে।'/
– 'বুকু জোৰা মোৰ কলুষ কামনা' /
– 'দাপোণত মুখ চাই আপোন ৰূপত মুগ্ধা।' /
– 'হাঁহিৰ বিজুলী এটি, দুটুপি চকুলো ভৰা
এযুৰি নয়ন।' / দেহৰ ভংগীত নাচে ৰূপহী। তোমাৰ অবৰুদ্ধ বিশ্বৰ যৌৱন' /
'তেজ মঙহৰ তুমি সামান্য পুতলা এটি' / 'ওঁঠতে লগাই ওঁঠ, মনোৰমা তুমি আৰু মই' / 'নিপোটল বুকু, লাটুমণি ওঁঠ ... ইত্যাদি।

### দেহজ কামনাৰ তাড়না

উল্লিখিত কবিতাৰ খণ্ড বাক্যবোৰে প্ৰতিপন্ন কৰে দেৱকান্ত বৰুৱাৰ দেহজ কামনাৰ তাড়না, যিখিনি তেওঁৰ পূৰ্বসূৰী বহুতো কবিয়ে অন্যায়ভাৱে, নিবীৰ্য্য পুৰুষৰ দৰে উপেক্ষা কৰি ব্ৰহ্মত্ব প্ৰাপ্তিৰ অলীক সপোন দেখিছিল আৰু এতিয়াও বহুতেই তেনে অতীন্দ্ৰিয় বাসনাৰ মুখা পিন্ধি সত্যৰ সন্মুখীন হোৱাৰ সাহস আৰু সততাৰ অভাৱৰ কাৰণে। হয়তো লক্ষ্মীনাথ বেজবৰুৱাৰ 'প্ৰিয়তমা', হেমচন্দ্ৰ গোস্বামীৰ 'প্ৰিয়তমাৰ চিঠি', চন্দ্ৰকুমাৰ আগৰৱালাৰ 'প্ৰতিমা', ৰত্নকান্ত বৰকাকতীৰ 'শেৱালি' আৰু ডিম্বেশ্বৰ নেওগৰ 'শাপভ্ৰষ্টা' এই সন্দৰ্ভত ব্যতিক্ৰম। কিন্তু দেৱকান্ত বৰুৱাই গণেশ গগৈ, শশীকান্ত গগৈৰ সহযাত্ৰী হৈ, ওপৰোক্ত কবি-সকলতকৈ কেইখোজমান আগুৱাই গৈ, দেহজ আকৰ্ষণেই যে প্ৰেমৰ মূল

চালিকা শক্তি তাকে তেওঁ সন্দেহাতীতভাৱে প্ৰতিপন্ন কৰিছে তেওঁৰ 'সাগৰ দেখিছা'ত বুদ্ধদেব বসুৰ 'বন্দীৰ বন্দনা'ৰ সুৰতেই।

দেৱকান্তৰ তেজেৰেই তেওঁৰ মনোৰমাৰ পূজাৰ বন্তি জ্বলে; তেওঁৰ যৌৱন-জাগৃতিৰ লগে লগে অহা প্ৰেমৰ লাজুক লাজুক চাৱনিৰ আবেগত নতুন জীৱনে কুঁহিপাত মেলে; তেওঁক মুমূৰ্ষু কৰি তোলা অসহ্য বেদনাৰ উৎস তেওঁৰেই প্ৰাণৰ প্ৰতিমা মনোৰমা; তেওঁ বিচাৰে প্ৰিয়তমাৰ বুকু'ৰ তপত পৰশ; যৌৱনে গজালি মেলা গাভৰুক জগালে তেৰেঁই যাৰ 'নিপোটল বুকু, লাটুমণি ওঁঠ, দুয়োপাৰি দাঁত ডালিম গুটি'ৰ বাসনাত কান্দি মৰে বিৰহী কবি দেৱকান্ত। কবিতাবোৰত অৱশ্যে ৰবীন্দ্ৰনাথৰ 'কড়ি ও কোমল'ৰ 'চুম্বন', 'বাহু', 'চৰণ', 'স্মৃতি', 'বন্দী', 'কেন' আদি কিছুমান কবিতাৰ 'চিৰ-পিপাসিত যৌবন'ৰ ব্যাকুলতা আকাংক্ষা, তীব্ৰ আকৰ্ষণ প্ৰতিভাত হোৱা যেন দেখোঁ।

যি সময়ত স্বামী বিবেকানন্দ, ৰবীন্দ্ৰনাথ, মহাত্মা গান্ধীৰ প্ৰভাৱে সমগ্ৰ জাতিৰ মানসিক জগতখনত সাংঘাতিক আলোড়নৰ সৃষ্টি কৰিছিল – সেই সময়ত ৰত্নকান্ত-শশীকান্তৰ দৰেই দেৱকান্তয়ো অনুভৱ কৰিছিল দুৰন্ত যৌৱনৰ প্ৰভঞ্জন প্ৰতাপ। এলডুছ্ হাক্সলী (Aldous Huxley), ডি. এইচ. লৰেন্স (D. H. Lawrence)ৰ কবিতাৰ দেহজ আবেগ আৰু আকৰ্ষণৰ কথা দেৱকান্তই নিশ্চয় অনুভৱ কৰিছিল। ৰাজনৈতিক চিন্তাধাৰা আৰু দম্ভদীপ্ত দেৱকান্তৰ দৈহিক ব্যাকুলতা আৰু তাড়নাৰ মাজত দেৱকান্তৰ আনুভূতিক প্ৰতিফলনত এখন প্ৰাচীৰৰ অৱস্থিতি দেখোঁ – যিখন প্ৰাচীৰ ষাঠিৰ দশকৰ পৰাই ভাগিবলৈ আৰম্ভ কৰিছিল – যি সময়ৰ পৰাই কবি দেৱকান্ত তেওঁৰেই ৰাজনৈতিক সত্তাত হয়তো চিৰদিনৰ কাৰণে বিলীন হৈ গ'ল – কবি দেৱকান্ত হেৰাই গ'ল। এয়া আমাৰ দুৰ্ভাগ্য।

## দেহক ৰাজ-ৰাজেশ্বৰৰ মৰ্য্যাদা

বুদ্ধদেব বসুৰ দৰেই দেৱকান্ত 'দেহবাদী কবি যদিও, দুয়ো যেন কামনাৰ কংস-কাৰাগাৰৰ পৰা মুক্তি বিচাৰে, মুক্তিৰ পিপাসাই দুয়োকে যেন আকুল কৰি তোলে। দুয়োজন কবিয়েই জানে যে কামনাৰ পৰিতৃপ্তিয়েই শেষ উত্তৰ নহয়;

– 'সৃষ্টিৰ দিনৰে পৰা আজিলৈকে সকলোতে সৌন্দৰ্য্যৰ বিকাশ বিশাল
অপ্ৰকাশ সৌন্দৰ্য্যৰ সীমাহীন সমুদ্ৰৰ এটি মাথো সামান্য টোপাল
কাণ পাতি শুনা হেৰা, আমাৰ হিয়াতো কঁপে অনুভূতি সেই মাধুৰীৰ;
দুৰ্বল মানুহ আমি, কিদৰে প্ৰকাশোঁ তাক? পৰিহাস হায় নিয়তিৰ।'
(অপ্ৰকাশ)

পংকত জন্ম হ'লেও কবি পংকজ-সদৃশ। পঞ্চেন্দ্ৰিয় কবিৰ দেহ-ঘৰৰ দুৱাৰ-খিৰিকী। সেয়েহে বোধহয় বুদ্ধদেব বসুৱে 'পৃথিবীৰ পথে'ত কৈছে ঃ

– 'এই দেহ-ধূপ দহি উঠিয়াছে কামনাৰ ধূপ
তাহাৰি সুগন্ধে মোৰ স্নায়ু-তন্ত্ৰী শিহৰিত।
সেই মোৰ কলংক কুংকুম।'

(পাপী-পৃথিবীৰ পথে)

তেওঁৰ দৰেই দেৱকান্তয়ো কয় ঃ

– 'মোৰ লোৱা এই কামনা-কুসুম; দুখৰ বোকাৰ পদুম ফুল'

(প্ৰেমৰ উত্তৰ)

দেৱকান্তৰ পূৰ্বসূৰী কবিসকলেও তেওঁলোকৰ কবিতাত দেহৰ মাধ্যমেৰে দেহাতীত পূৰ্ণানন্দ প্ৰাপ্তিৰ কথা কৈছে। কিন্তু, তেওঁলোকৰ বক্তব্যত দৈহিক কামনা-বাসনাৰ তাড়না যেন অস্বীকৃত। অস্পৃশ্য। কিন্তু, গণেশ গগৈ, শশীকান্ত গগৈ, ৰত্নকান্ত বৰকাকতী আৰু দেৱকান্ত বৰুৱাই কবিতাত দেহক ৰাজ-ৰাজেশ্বৰৰ মৰ্য্যাদা দিয়াত কাৰ্পণ্য কৰা নাই।

– 'এটা কথা জানো মাথোঁ, জীৱনৰ য'ত দৈন্য, সঁচা-মিছা পংক পাৰ হই
ফুলিছোঁ পদুম দুটি, ওঁঠতে লগাই ওঁঠ, মনোৰমা তুমি আৰু মই।
আমিও মৰহি যাম? অসাৰ্থক প্ৰেম মোৰ? পাপ মাথোঁ এই চুমাচুমি
কি কৰিম? হক পাপ, ক্ষতি নাই, মই পাম স্বৰ্গ তাতে তুমি ৰ'বা তুমি।'

(অসাৰ্থক)

এয়াই হ'ল ডি. এইচ. লৰেন্সৰ (D. H. Lawrence) চৰম উপলব্ধি তেওঁৰ বিশ্ববিখ্যাত 'মেনিফেষ্ট'ত (Manifesto) ঃ

– 'অমৰত্ব – স্বৰ্গ ; এই আশ্চৰ্য্যজনক প্ৰকৃত পূৰ্ণানন্দ পোৱা যায় – এই তেজ-মঙহতে। ইয়াতেই।'

সেয়েহে দেৱকান্ত-প্ৰেয়সী – (কবিলৈ ক্ষমা প্ৰাৰ্থনাৰে) – এয়া মোৰ শৰীৰৰে শংকাহীন সম্বৰ্দ্ধনা – 'মনোৰমা'লৈ ঃ

– 'তোমালৈ এয়া মোৰ নিৰ্লজ্জ প্ৰণাম ঃ
এয়া মোৰ উপহাৰ, বাসনাৰ হেমহাৰ
তোমালৈ, সোণতৰা দেহলৈ, প্ৰকম্পিত প্ৰাণলৈ
পুষ্পিতা প্ৰেম আৰু সম্মোহনী সংগমৰ
তন্দ্ৰালসা অৱচেতনাৰ, মণিমালা সপোনৰ
মৰমৰ আলফুল, আলফুল বোলবোৰলৈ।'



ড০ হেম বৰুৱা

ড০ হেম বৰুৱাৰ জন্ম হয় দৰং জিলাৰ নদুৱাৰত ২৭ জুন ১৮৯০ চনত।

গুৱাহাটীৰ কটন কলেজিয়েট স্কুলত ইংৰাজী শিক্ষা আৰম্ভ কৰে যদিও তেজপুৰৰ হাইস্কুলৰ পৰা ১৯১০চনত মেট্ৰিকুলেচন পৰীক্ষা দি প্ৰথম বিভাগত উত্তীৰ্ণ হৈ বৃত্তি পায়। ১৯১২ চনত বৃত্তি সহ আই এ পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯১৮ চনত কলিকতাৰ পৰা এম বি পাছ কৰে। ১৯৪৭ চনৰ শেহভাগত অসম মেডিকেল কলেজৰ প্ৰথম অধ্যক্ষ হিচাপে প্ৰতিস্থিত হয়। তাৰ আগতে তেখেত 'আৰ্মি মেডিকেল ক'ৰ'ত আছিল।

অৱসৰ পোৱাৰ কিছুদিন আগৰেপৰা তেখেতে সাহিত্যচৰ্চাত মনোনিবেশ কৰে। বহুতো প্ৰবন্ধ ৰচনা কৰি তেখেতে স্ব ৰচিত প্ৰবন্ধৰে তিনিখন সংকলন প্ৰকাশ কৰে – চপনীয়া, মোৰ ঘৰখন আৰু নৱগ্ৰহ।

এই প্ৰতিভাৱান ব্যক্তি গৰাকীৰ মৃত্যু হয় ১৯৫৮ চনৰ ২৬ জানুৱাৰীত গুৱাহাটীৰ নিজা বাসভৱনত।

# ব্যক্তিমুখী ৰচনাকাৰ হেম বৰুৱা

'কি যে অকালপক্ক এই ৰচনাবোৰ! কিমান যে ভুল। কি যে বেৰেৰিবাং বলকনি! কি যে ফাকটি-ফুকটি। কি যে পালমৰা মোখনি। তথাপি মই কৰিব পৰ কামৰ ভিতৰত এইবোৰকেই আটাইতকৈ ভালকৈ কৰিব পাৰোঁ।'

ওপৰৰ কথাখিনি কৈছিল ইংৰাজী সাহিত্যৰ খ্যাতনামা ৰচনাকাৰ উইলিয়াম হেজলিটে (WILLIAM HAZLITT) তেওঁ বিখ্যাত ৰম্য ৰচনা 'দি ইণ্ডিয়ান জাগলাৰছ্'ত (The Indian Jugglers)।

আমি ব্যক্তিমুখী বা ৰম্য-ৰচনা বুলিলে যি বুজোঁ, তাৰ সাৰাংশ হ'ল – এইবোৰ এনেধৰণৰ ৰচনা, যিবোৰ সাধাৰণতে চুটি। যিবোৰ লিখাৰ কোনো নিয়ম-কানুন বা নিৰ্দিষ্ট শৈলী নাই আৰু যিবোৰৰ সামৰণিবোৰ সদাযেই অসম্পূৰ্ণ। লকৰ (Locke) 'এছে কনচাৰনিং হিউমেন আন্দাৰষ্টেণ্ডিং'খন (Essay Concerning human understanding) নীতি-নিয়মত লিখা, দীঘলীয়া প্ৰণালীবদ্ধ ৰচনা। আনহাতে পদ্যত লিখা ৰচনাও আছে। যেনে – 'এছে অন ক্ৰিটিছিজম' (Essay on Criticism), 'দি এছে অন মেন' (The Essay on Man) অথবা জে. হুকাম ফ্ৰোৰৰ (J. Hookam FRERE)ৰ 'দিনাৰ এণ্ড চাপাৰ কেপ্ট দেয়াৰ ইউজুৱেল আৱাৰ' (Dinner and supper kept their usual hour) বা চেমুৱেল লভাৰৰ (Samuel Lover) 'দি বেল অব দি বল ৰুম' (The belle of the ball room) আদি।

যেতিয়াই মই আমাৰ পত্ৰিকা-আলোচনীৰ পাতত চাৰ্লচ লেম্ব (Charles Lamb) অথবা এডিছন (Addison)ৰ ৰম্য-ৰচনাৰ দৰে লিখা পাওঁ – যি ধৰণৰ লিখা এতিয়া আমাৰ সাহিত্য জগতৰ পৰা ক্ষিপ্ৰ গতিত অন্তৰ্দ্ধান হোৱাৰ অৱস্থা পাইছেহি – তেতিয়াই মোৰ কেপ্টেইন (ডঃ) হেম বৰুৱাই লিখা ধুনীয়া ধুনীয়া, হাস্যৰসেৰে ভৰা ৰচনাবোৰলৈ মনত পৰে। আৰ্মি মেডিকেল ক'ৰ (Army Medical Corps)ৰ পৰা অৱসৰ লোৱাৰ পিছত ডঃ বৰুৱা ডিব্ৰুগড়ৰ অসম মেডিকেল কলেজৰ প্ৰিন্সিপেল হৈছিলগৈ। মই সদায়েই ভাবোঁ – ডঃ বৰুৱাই মেডিকেল কলেজত ছুৰী-কেচি হাতত লোৱাৰ সলনি যদি কলমটোকেই খামুচি ধৰি থাকিলেহেঁতেন, তেতিয়াহ'লে হয়তো আমি তেখেতৰ পৰা যাযাবৰৰ 'দৃষ্টিপাত' বা চৈয়দ মুজতবা আলীৰ 'দেশে-বিদেশে'ৰ দৰে মনোৰম ৰচনাৰ বহুত কেইখন সংকলন পালোঁহেঁতেন।

ডঃ বৰুৱাৰ প্ৰকাশিত ৰচনা সংকলন তিনিখন – 'চপনীয়া', 'মোৰ ঘৰখন' আৰু 'নৱগ্ৰহ'। ইয়াৰ বাহিৰেও পঞ্চাছৰ দশকত তেখেতে অসমৰ বিভিন্ন আলোচনী আৰু পত্ৰিকা আদিত অলেখ চিন্তামূলক নিবন্ধ আৰু ৰচনা লিখিছিল যিবোৰ অ'ত-ত'ত সিঁচৰতি হৈ পৰি আছে। হেজলিটৰ (Házlitt) দৰেই বৰুৱাৰ ৰচনাবোৰৰ মূল আকৰ্ষণ বৰুৱা নিজেই। কিয়নো তেওঁৰ বেছি ভাগ ৰচনায়েই নিজৰ জীৱনৰে সৰু-সুৰা, খুটি-নাটিৰে ভৰা লাং-লিং কথাৰে ভৰা। আন অৰ্থত ৰচনাবোৰ আত্মজীৱনীমূলক। তাৰ প্ৰকাশত কোনো অহংকাৰ, আত্মম্ভৰিতা, ভেম বা গৰ্ব নোহোৱাকৈ বৰুৱাই আমাক তেখেতৰ নিজৰ কথাবোৰকেই কৈছে – অতি বিনয়ী বন্ধুৰ সহৃদয়তাৰে। পৃথিৱীত সকলো মানুহেই আন মানুহৰ ক্ষেত্ৰত এটা শব্দকেই বেয়া পায় – ঘিণ কৰে – শব্দটো শুনিলেই বিৰক্তি অনুভৱ কৰে। এই সৰ্বজনবিদিত শব্দটো হ'ল 'মই'। মই এইটো কৰিলোঁ – মই নথকা হ'লে সৰ্বনাশ, মোৰ ল'ৰা ইমান ভাল – ইত্যাদি। এইবোৰ বকলা মেলা মানুহ অগণ্য। শুনোতা নগণ্য। বৰুৱাৰ ৰচনাত মই তেওঁক এল. পি. স্কুলৰ ছাত্ৰৰূপত; কলেজত; ডাক্তৰী কামত বিভিন্ন পৰিবেশ আৰু পৰিস্থিতিত, চাৰ্লচ লেম্ব (Charles Lamb) কলেৰিজ (Coleridge) আৰু ভনীয়েক মেৰী (Mary) ক' লেম্বৰেই 'এছেজ অব এলিয়া' (Essays of Elia)ত থকা দৰেই দেখিবলৈ পাওঁ। অইনচাৰি তেওঁৰ ৰচনাত লোকপ্ৰিয় বৰদলৈ, কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা প্ৰমুখ্যে প্ৰথিতযশা ব্যক্তিৰ লগতে তেওঁৰ লগুৱা পুহকৰক – ডঃ বৰুৱাৰ জীভছ্ (Jeeves) ক লগ পাওঁ।

'চপনীয়া' আৰু 'মোৰ ঘৰখন' এই দুটা সংকলন ব্যক্তিমুখী ৰচনাৰ। আনহাতে 'নৱগ্ৰহ'খন নৈৰ্ব্যক্তিক। যিসকলে বৰুৱাৰ 'চিলাআঁতিৰ পাতছলা'খন পঢ়িছে তেওঁলোকে সেই ৰচনাখন চাৰ্লচ লেম্বৰ 'ক্ৰাইষ্ট হস্পিটেল' (Christ Hospital) 'পঁয়ত্ৰিছ বছৰৰ আগৰ ক্ৰাইষ্ট হস্পিটেল' (Christ Hospital — Five and thirty years ago) পৰ্যায়ৰ আমোদ আৰু হাঁহিৰ ৰহঘৰা বুলি নিশ্চয় ভাবিব। বৰুৱাই তেখেতৰ যি শিক্ষকক 'পাতছলাৰ বাবু' বুলিছিল সেইজনো লেম্বৰ শিক্ষকৰ দৰেই যেন লাগে।

'চিলাআঁতিৰ পাতছলা' ৰচনাখন সেই সময়ৰ নিম্ন প্ৰাইমেৰী স্কুলৰ বিবৰণী পাওঁ যি সময়ত পণ্ডিতজনৰ দৰমহা মাহিলি মাত্ৰ ১২ টকা আছিল আৰু সেই নগণ্য দৰমহাখিনি শিক্ষকে কেতিয়াও নিয়মিতভাৱে নেপাইছিল। ৰচনাখনত বৰুৱাই তেওঁ এল. পি. স্কুলত পঢ়োঁতে কলপাতত কেহেঁৰাজৰ ৰসেৰে কৰা চিঞাহীৰে লিখা কথা উল্লেখ কৰিছে। এই কথা পঢ়ি আজিৰ যুগৰ কনভেণ্টত পঢ়া ল'ৰা-ছোৱালীৰ কথা বাদেই দিয়ক, তেনে ল'ৰা-ছোৱালীৰ মাক-বাপেকেও হাঁহিব আৰু বিশ্বাস কৰিবলৈ টান পাব। কিন্তু এনেধৰণৰ কলপাত কেহেঁৰাজ স্কুলতেই ডঃ বৰুৱাৰ দৰে ৰত্নই আদি পাঠ আওঁৰাইছিল। ডঃ হেম বৰুৱাৰ দৰেই তেওঁৰ সমসাময়িক বহুতো লোকে যি পিছলৈ কিবা নহয় কিবা এক ক্ষেত্ৰত

বিখ্যাত হৈছিল – তেওঁলোকেও এনেধৰণৰ এল. পি. স্কুলতেই পঢ়িছিল। চিলাআঁতি পাতছলাৰ কোনো ইউনিফৰ্মৰ কথা সপোনৰ কথা আছিল। ৬–৭ বছৰীয়া ল'ৰাৰ ইউনিফৰ্ম আছিল এখন ডাঙৰ গামোচাৰ ধুতি আৰু পিন্ধনত আছিল এখন খনীয়া চাদৰ – গাটো মেৰাই ডিঙিৰ পিছফাল গাঁঠি মাৰি ল'ব লাগিছিল। ভৰি শুদা। জোতা-চেণ্ডেল-ফানটি এইবোৰ কোনেও কেতিয়াও স্কুললৈ যাওঁতে ব্যৱহাৰ কৰা নিয়ম নাছিল। আমিও তৰাজান বুঢ়াগোহাঁই পুখুৰী পাৰৰ এল. পি. স্কুল আৰু পিছত টাউন এম. ই. আৰু যোৰহাট গৱৰ্ণমেন্ট হাইস্কুলত পঢ়োঁতে প্ৰথমযোৰ চেণ্ডেল পিন্ধিছিলোঁ মেট্ৰিক পৰীক্ষাৰ ১৯৪৪-৪৫ৰ টেষ্ট দিয়াৰ পিছত। ডিঙিৰ পিছফালে খনীয়া চাদৰৰ গাঁথি লৈ, গামোচা-ধুতি পিন্ধি আৰু শুদা ভৰিৰে 'চিলাআঁতি পাতছলা'লৈ যোৱা ল'ৰা জনেই আছিল ডঃ হেম বৰুৱা। তেওঁৰ চিলাআঁতিখন ষ্টিলে (Steele) তেওঁৰ বাল্যকালৰ সোঁৱৰণিৰ সুৰত লিখা ৰচনাৰ দৰে। আমাৰ বীৰেণ বৰকটকী, নৱকান্ত বৰুৱা, হেমচন্দ্ৰ শৰ্মা, ললিত বৰা অথবা চাৰ্লচ লেম্ব (Charles Lamb) বা ষ্টীল (Steele)ৰ দৰে বৰুৱাই অতীতৰ সোঁৱৰণি ৰোমন্থন কৰি নিজেও আনন্দ পায় আৰু আনকো সেই আনন্দৰ ভাগ ল'বলৈ দিয়ে।

'চিলাআঁতিৰ পাতছলা' এখন অনিন্দ্যসুন্দৰ ব্যক্তিমুখী ৰচনা – য'ত আমি ডঃ হেম বৰুৱাৰ ল'ৰালিৰ কথাবোৰ জানিবলৈ পাওঁ – য'ত পাওঁ অতীতৰ সোণ-সনা সোঁৱৰণি – য'ত দেখোঁ জামুগুৰিৰ আশেপাশে থকা ধাননি পথাৰৰ মাজে মাজে থকা বৰুৱাৰ সৰু সৰু আলি; য'ত পাওঁ কেশৰ মহন্তৰ মিকিকজানৰ আৰু নৱকান্তৰ কপিলীপৰীয়া মাটিৰ গোন্ধ যাৰ বৰ্ণনাই পাঠকক মোহিত নকৰাকৈ নেথাকে। বৰুৱাৰ ৰচনাশৈলী প্ৰায় কাৰ্ডিনেল নিউমেন (Cardinal Newman)ৰ দৰে। নিউমেনৰ দৰেই বৰুৱাই তেওঁৰ লেখাংকন–বোৰৰ চৰিত্ৰত ব্যক্তি বিশেষৰ বিশেষ আচাৰ-ব্যৱহাৰ আৰু জীৱন প্ৰতিফলিত কৰে। উদাহৰণস্বৰূপে এই ক্ষেত্ৰত তেওঁৰ 'আমাৰ বাবুৰ কাণ্ড' শীৰ্ষক ৰচনাখনলৈ আঙুলিয়াব পাৰি। হেজলিট (Hazlitt), এডিছন (Addison), বেণুধৰ শৰ্মা বা লক্ষ্মীনাথ বেজবৰুৱাৰ দৰে বৰুৱাৰ শব্দ প্ৰয়োগ লক্ষ্য কৰিবলগীয়া। তেওঁ যি শব্দৰ প্ৰয়োজন য'ত যুক্তি সাপেক্ষ, ঠিক তেনেদৰেহে শব্দৰ ব্যৱহাৰ কৰে। উদাহৰণ স্বৰূপে খনাগুৰিৰ এল. পি. স্কুলখনৰ কথা কওঁতে এঠাইত তেওঁ কৈছিল –

– "ভাত কলাপাত চলে। ভুলাপাত নচলে" ইয়াত বৰুৱাই ভুলাপাতৰ সলনি 'কাগজ' শব্দটো ব্যৱহাৰ কৰা নাই।

তিলক হাজৰিকা বা হেমচন্দ্ৰ শৰ্মাৰ দৰে বৰুৱাৰ বহুতো ৰচনাৰ আৰম্ভণিবোৰ নাটকীয়। তেওঁ 'অসমীয়া ভূত' শীৰ্ষক ৰচনাখন আৰম্ভ কৰিছে –

– "মই আপোনাক গালি পৰা নাই।" আৰু চকচোন ৰচনাখনৰ কিযে এটা নাম! "অসমীয়া ভূত!" এইবাৰ আপুনি ভূতৰ সমাজখনৰ, ভূতৰ পৃথিৱীখনৰ

অনতিক্ৰম্য জাত-কুল আৰু ভাষাৰ দেৱাল বা প্ৰাচীৰৰ মুখামুখি হোৱাৰ পাল।

আপোনাৰ হাঁহিত নাড়ী-ভুৰু ছিঁগিব যেতিয়া আপুনি তেওঁৰ ৰচনাত বিভিন্ন শ্ৰেণীৰ ভূত; শ্ৰেণীভেদে ভূতবোৰৰ সামাজিক আৰু সাম্প্ৰদায়িক জীৱন-ধাৰণৰ পদ্ধতি; ভূতৰ শৰীৰৰ বৰ্ণনা পাব। কিন্তু কেতিয়াবা বৰুৱাই তেওঁৰ নিৰ্দিষ্ট গতিপথৰ পৰা আঁতৰি গৈ মেথিউ আৰনল্ড (Mathew Arnold)ৰ দৰে নৈৰ্ব্যক্তিক ৰূপত অৱতীৰ্ণ হৈ তেওঁৰ অনুৰাগী পাঠকক উপদেশ, নীতি শিক্ষা দি আমনি দিয়ে। যেতিয়াই বৰুৱাই কোনো নৈতিকতাবাদী অথবা সমাজ সংস্কাৰকৰ ৰূপত আৱিৰ্ভাৱ হয় – নিজেই নজনাকৈ – তেওঁ তেতিয়া কৰ্তৃত্বহীনভাৱে আনৰ কৰ্মক্ষেত্ৰত প্ৰৱেশ কৰে।

'ৰাপি' শীৰ্ষক ৰচনাখন বৰুৱাৰ অন্যতম সুন্দৰ উপাদেয় ৰচনা যিখন তেওঁ আৰম্ভ কৰিছে আশ্চৰ্য্যজনক গতত?

– "ডাকছে ডাক, কিচ্‌কো ডাক।"

– "হামাৰা ডাক।"

মই নিশ্চিত, এই সৰু দুশাৰী কথাই অজস্ৰ পাঠকৰ মনটো তেওঁলোকৰ শৈশৱ কৈশোৰলৈ টানি লৈ যাব – আৰু অন্তৰত পাৰ হৈ যোৱা দিনবোৰৰ সোঁৱৰণিয়ে ব্যাকুল কৰি তুলিব।

কেতিয়াবা তেওঁ তেওঁৰ 'নখ দৰ্পণ' শীৰ্ষক ৰচনাখনৰ দৰে কিছুমান ৰচনা আৰম্ভ কৰে আচম্বিত ধৰণে য'ত আমি কোনো গভীৰ কাহিনীৰ পাতনি বা মুখবন্ধৰ সুৰ শুনিবলৈ পাওঁ।

"আমি সন্তৰ্পণে অলপ দূৰৈত উপবিষ্ট। তাৰ পাছত দা-খন মাটিত থৈ তাৰ পৰা কাজল অলপ লৈ মন্ত্ৰ মাতি নৱ জীৱনৰ বুঢ়া আঙুলিত দি সুধিলে –

– 'দেখিছনে?'

উত্তেজিতভাৱে উত্তৰ হ'ল – 'দেখেছি।'

তাৰ পাছত সৰ্বনাশ। ঘাপটো কাৰ মূৰলৈ টৌৱাইছিল বুজা টান। কিন্তু 'তবেৰে চালা' বুলি ওচৰত থকা দা-খন, মূৰৰ ওপৰত ঘূৰাই যেতিয়া ঘাপ মাৰি দিলে, – 'পৰিল খোৱা তেলৰ চাকিটোৰ ওপৰত।'

এই বাক্যটোৰে কিন্তু ডঃ হেম বৰুৱাই তেওঁৰ 'পোকে খোৱা দাঁত', শীৰ্ষক ৰচনাখন আৰম্ভ কৰিছেহে। এই ৰচনাখনত মাৰ্ক টোৱেইন (Mark Twain)ৰ 'এ স্লিপলেছ্ নাইট' (A sleepless night) বা চাৰ্লচ লেম্ব (Charles Lamb)ৰ ৰষ্ট পিগ (Roast Pig) শীৰ্ষক ৰচনাবোৰৰ ভংগীয়া আলাপী সুৰ শুনিবলৈ পাব য'ত অৱশ্যে মাজে মাজে চাৰ জেমছ্ জীনচ (Sir James Jeans) অথবা বাৰ্ট্ৰাণ্ড ৰাছেল (Bertrand Russel)ৰ ৰচনাৰ দাৰ্শনিক শক্তিৰ বাতাবৰণে ভুমুকি মৰা দেখোঁ।

তেওঁৰ 'চিলাঔতি' আৰু 'আমাৰ বাবুৰ কাণ্ড' – এই দুয়োখন ৰচনা প্ৰায় একেধৰণৰ ধেমেলীয়া সুৰত লিখা। মই এতিয়াও আচৰিত হওঁ ডঃ বৰুৱাই অসম মেডিকেল কলেজৰ প্ৰিন্সিপাল কামৰ পৰা অব্যাহতি লোৱাৰ পিছতো কেনেকৈ ছুবছুৰীয়া ল'ৰা এটাৰ দৰে কথা ভাবিব আৰু ক'ব পাৰিছিল। তলৰ বাক্যটোত বৰুৱাই কেনেকৈ সৰু ল'ৰা এটাৰ দৰে ভাবিছে তাক পাঠকে প্ৰত্যক্ষ কৰক :

– 'আমাৰ বাবুৰে বহুত চিঠি পায়। পঢ়া হ'লে ছাতিশলি এডালত খৰিকা দি বেৰত আঁৰি থয়। এখন বেৰ চিঠিৰ শলিৰে ভৰা। ইমান চিঠি।'

(আমাৰ বাবুৰ কাণ্ড)

তেওঁৰ 'নখদৰ্পণ' আৰু 'অসমীয়া ভূত' শীৰ্ষক ৰচনা দুখনত এডিছন (Addision)ৰ ৰচনাৰ চুলুঙানি আৰু সহৃদয়তা দুয়োটা গুণৰ সমাবেশো আচৰিত ধৰণৰ।

আৰ্ল, (Earle), হল (Hall), অভাৰবাৰী (Overbury) বা আমাৰ লক্ষ্মীনাথ বেজবৰুৱা আৰু লক্ষ্মীনাথ ফুকন, বীৰেণ বৰকটকী বা 'কপলিঙ ছিগা যোৰহাট ৰেল'ৰ দুলাল বৰঠাকুৰৰ দৰে, ডঃ বৰুৱাৰ লেখাংকনবোৰ অতি আমোদজনক আৰু সুন্দৰ প্ৰতিকৃতিৰ ৰূপায়ণ। প্ৰত্যেকটো লেখাংকনে প্ৰত্যেকজন নিৰ্দিষ্ট বা আলোচিত ব্যক্তিজনৰ ব্যক্তিত্ব সুন্দৰকৈ ফুটাই তোলে। এয়া ডঃ বৰুৱাৰ অসামান্য দক্ষতা লেখাংকন সৃষ্টিত। এওঁৰ লেখাংকনবোৰ, ৰিচাৰ্ড ষ্টীল (Richard Steele) আৰু এ. জি. গাৰ্ডিনাৰ (A. G. Gardiner)ৰ শৈলীৰ প্ৰভাৱ পৰা যেন লাগে। এনেধৰণৰ প্ৰতিকৃতি আমি লক্ষ্মীনাথ বেজবৰুৱা, ৰাজমোহন নাথ আৰু লক্ষ্মীনাথ ফুকনৰ ৰচনাত দেখিবলৈ পাওঁ। ফুকনৰ 'ওফাইদাং' আৰু নাথৰ 'পকামিঠৈ' এই সন্দৰ্ভত উল্লেখযোগ্য।

ডঃ বৰুৱাৰ 'বাপি', 'লছমন চাহাব' আৰু 'পুহকৰ'ৰ দৰে চৰিত্ৰক পাহৰা টান। ড° ভবেন শইকীয়া বা দুৰ্গেশ্বৰ বৰঠাকুৰৰ হাতত পৰিলে, এই চৰিত্ৰসমূহে টি. ভি. বা ৰেডিঅ' নাটত অভূতপূৰ্ব জনপ্ৰিয়তা যে অৰ্জন কৰিব পাৰিব তাত সন্দেহ নাই। এই চৰিত্ৰসমূহ ৰূপায়ণ কৰোঁতা ডঃ বৰুৱাই ব্যক্তিত্ব আৰু পৰিবেশৰ সংঘাত দেখুৱাইছে – যিখিনি পঢ়োঁতে পাঠকে নিজ মনচকুৰে সকলোখিনি তেওঁৰ আগতে ঘটি থকা দেখে। প্ৰয়াত ৰাজনীতিজ্ঞ আৰু বিখ্যাত কবি হেম বৰুৱাই যথাৰ্থভাৱেৰেই কৈছিল যে ডঃ বৰুৱাৰ এই চৰিত্ৰসমূহ বাস্তৱিক জীৱনৰ পূৰ্ণ তথ্যচিত্ৰ। ৰচনাবোৰ পঢ়োঁতে আমি চৰিত্ৰসমূহৰ লগতে ডঃ বৰুৱাৰ 'ৰানিং কমেণ্টেৰী' (Running Commentary) শুনি থকা যেন লাগে।

তিলক হাজৰিকা, হেমচন্দ্ৰ শৰ্মা, চাৰ্লচ লেম্ব (Charles Lamb), গাৰ্ডিনাৰ (Gardiner) বা লিণ্ড (Lynd)ৰ দৰে ডঃ হেম বৰুৱায়ো তেওঁৰ

পাঠকক শেহান্তৰত ৰাম-ঠগন দিয়ে অথবা পাঠকক তেওঁৰ অন্তৰৰ সম্পূৰ্ণ সন্তুষ্টি হোৱাকৈ বিপাঙত বা বিবুদ্ধিত পেলায় একেবাৰে আচৰিত কৰি। তেওঁ পাঠকৰ সৈতে ধেমালি কৰে; পাঠকক ব্ৰহ্ম-ঠগন দিয়ে; পাঠকক জোকায়। এইখিনি কৰোঁতে তেওঁৰ অহংভাব নেথাকে। তেওঁৰ বিনয়ী ভংগীয়ে পাঠকক বিমোহিত কৰে। অৱশেষত তেওঁৰ কথাৰ জোলোঙাটো পূৰাকৈ খুলি দি পাঠকৰ ওচৰত সবিনয়ে আত্মসমৰ্পণ কৰে।

– "শেষত নিবেদন, 'মেজদা' মোৰ 'মেজদা' নহয়। কাৰণ বয়সত সৰু। তেওঁৰ সৰ্বঢাক নাম মাত্ৰহে ব্যৱহাৰ কৰিছোঁ। নৱজীৱনৰ নামো নৱজীৱন নহয় – কিন্তু, ওচৰ চুবুৰীয়া। বিহু হাজৰিকাই পাছে বেয়া পালেও মোৰ আপত্তি নাই।"

চাৰ্লচ লেম্বৰ 'এছেজ অব এলিয়া' (Essays of Elia) বা ই. এম. ফৰষ্টাৰৰ (E. M. Forster) ৰচনাবোৰ আৰু আমাৰ তিলক হাজৰিকাৰ ৰচনাবোৰ উদ্ধৃতি, উল্লেখ, প্ৰতিধ্বনি আদিৰে ভৰা। পঞ্চাছৰ দশকত হীৰেণ গোঁহায়ে লিখা ৰম্য-ৰচনা কিছুমানো এনে ধৰণৰ ত্ৰুটিৰে ভৰা যদিও গোঁহাইৰ কিছুমান ৰচনা যথেষ্ট উপাদেয় আছিল। ডঃ হেম বৰুৱাৰ ৰচনাত কিন্তু এনে বিসংগতি দেখিবলৈ পোৱা নেযায়।

অসমীয়া জাতীয় চৰিত্ৰৰ বহুতো দুৰ্বলতা অতি নিৰ্মমভাৱে লক্ষ্মীনাথ বেজবৰুৱা আৰু লক্ষ্মীনাথ ফুকনে তেওঁলোকৰ অজস্ৰ লেখাত ব্যংগ আৰু বিদ্ৰূপ কৰিছে। ডঃ বৰুৱাই তেখেতসকলৰ বিশ্বস্ত সহযোগী ৰূপত ধেমেলীয়া কথাৰে, হাস্য ৰসেৰে বিদ্বেষহীন ঠাট্টা-বিদ্ৰূপেৰে অসমীয়া মানুহৰ জাতিগত দুৰ্বলতা আৰু কেৰোণবোৰ দেখুৱাই দিছে কোনো সংকোচ নোহোৱাকৈ। তেওঁৰ গিৰধাৰী শীৰ্ষক ৰচনাখনত আওপকীয়াকৈ তেওঁ নিজকে লৈ হাঁহিছে আৰু আমাকো হহুঁৱাইছে, আমাৰ সমাজৰ আহুকলীয়া জাত-পাতৰ কথা কৈছে। বৰুৱাৰ সংস্কাৰৰ উদ্দেশ্য গৌণহে। মুখ্য নহয়।

– "বামুণৰ শাৰী বেলেগ আৰু কায়স্থৰ শাৰী বেলেগ। অতি নিষ্ঠাবান কেইগৰাকীয়ে তাতো সন্তুষ্ট নহৈ ৰান্ধনীঘৰত অকলশৰীয়াকৈ খাইছিল।"

একো নোকোৱাকৈ ডঃ বৰুৱাই বহুত কথাই কয়। ৰচনাত নিজৰ বিষয়ে একোকেই নকৈ নীৰৱতা অৱলম্বন কৰা ৰীতিৰে অপ্ৰকাশিত কথা প্ৰকাশ প্ৰকাৰান্তৰে কৰা কৃতিত্ব লক্ষণীয়। আমাৰ জনজীৱনৰ সমাজ গাঁথনিৰ মৰ্মে মৰ্মে সোমাই থকা মূৰ্খামিৰ কথা ডঃ হেম বৰুৱাই তেওঁৰ বিৱৰণীৰ যোগেৰে একো প্ৰত্যক্ষভাৱে নকৈ, কাৰ্য্যাৱলী বা ঘটনাৰ মাধ্যমত বুজাবলৈ চেষ্টা কৰে। এয়া ডাঃ বৰুৱাৰ ৰচনাৰ বৈশিষ্ট্য। তেওঁ আপোনাক এইটো কৰা উচিত – এইটো কৰা বেয়া – এইবোৰৰ বিষয়ে একো নকয়। তেওঁ আপোনাৰ সমুখত সমস্যাটো দাঙি ধৰে। যদি সেই সমস্যাটোৱে আপোনাক ভাবিবলৈ বাধ্য কৰায়, তেতিয়াহ'লে তাৰ সমাধান সূত্ৰৰ উদ্ভাৱনৰ দায়িত্ব তেওঁ আপোনাক দিয়ে। তেওঁৰ ৰচনাবোৰ পঢ়ক। আপুনি তেওঁৰ নিষ্কলুষ হাস্য-ব্যংগ ৰসৰ অমৃত আস্বাদন কৰিব পাৰিব।

বেণুধৰ শৰ্মাৰ দৰে ব্যৱহাৰ নকৰা কাৰণে একেবাৰে অপ্ৰচলিত শব্দ-বিলাক চুটি-মাজি তেওঁৰ ৰচনাত ব্যৱহাৰ কৰে যদিও, তেওঁৰ ৰীতিত বেণুধৰ শৰ্মাৰ শব্দ-ব্যৱহাৰৰ নৈষ্ঠিকতা নাই। ডঃ বৰুৱাই কাকো পৰোৱাই নকৰাকৈ, দুঃসাহসেৰে তেওঁৰ ৰচনাত প্ৰচলিত ভাষা – যাক 'চলতি ভাষা' বুলিব পাৰি, তাৰ উপৰিও ভাষাৰ মাজত লাহে লাহে সোমাই অহা ভোজপুৰী ভাষাৰ কথা আৰু কোৱাৰ ভংগীও তেওঁৰ ৰচনাত দেখুৱাইছে। এয়া ডঃ বৰুৱাৰ ভাষাত বিভিন্ন স্থানৰ বিভিন্ন ৰং। এয়া তেখেতৰ ভোজপুৰী প্ৰয়োগ :

"দুগো আনা পইচা বা?" (গিৰধাৰী)। হেমচন্দ্ৰ শৰ্মাৰ ৰচনাৰ সহৃদয়তাৰ সুৰ যিখিনি আমি দেখোঁ বা শুনো – তেনেধৰণৰ কথোপকথনৰ মাধ্যমত প্ৰকাশ হোৱা সুৰো ডঃ বৰুৱাৰ ৰচনাত পৰ্য্যাপ্তৰূপে ব্যৱহাৰ কৰা দেখোঁ।

তিলক হাজৰিকাই কোনো এটা বিষয় পাঠকক বুজাবলৈ গৈ উদাহৰণ বা উপমাৰ অন্তহীন প্ৰচেচনেৰে পাঠকৰ বিতৃষ্ণা সৃষ্টি কৰা বা পাঠকক ব'ৰ (Bore) কৰা কাম বৰুৱাই কেতিয়াও নকৰে। তেওঁৰ উপমাবোৰত কালিদাসী সৌন্দৰ্য্য বা গাম্ভীৰ্য্য নেথাকিব পাৰে। কিন্তু তেওঁৰ কিছুমান উপমাই – যেনে 'ঘূৰ্ণ্ণী'ত উল্লেখ কৰা 'চেন্দউইছ' (Sandwitch)ৰ দৃষ্টান্তই পাঠকক মানসিক তৃপ্তি দিয়ে অপৰ্য্যাপ্তৰূপে। তিলক হাজৰিকা, হীৰেণ গোঁহাইৰ ৰচনাৰ উচ্চ পৰ্য্যায়ৰ বুদ্ধিদীপ্ত ব্যংগ আৰু বিদ্ৰূপৰ সম্যক অনুধাবন কৰিবলৈ হ'লে পাঠকেও সক্ৰিয়ভাৱে মগজুৰ পৰিচালনা কৰিব লাগিব। তেতিয়াহে পাঠকে হাজৰিকা-গোঁহাইৰ বক্তব্যৰ চোক অনুভৱ কৰিব পাৰিব। কিন্তু ডঃ বৰুৱাৰ ক্ষেত্ৰত পাঠক শিক্ষিতেই হক অশিক্ষিতেই হক; ডেকাই হক বা বুঢ়াই হক – ৰচনা পঢ়ি আমোদ পাবলৈ তেওঁলোকে কষ্ট কৰাৰ কোনো প্ৰয়োজন নাই। এই সন্দৰ্ভত তেওঁৰ 'চিলাআঁতি' আৰু 'আমাৰ বাবুৰ কাণ্ড' আমাৰ ভাষাৰ অন্যতম সৰ্বোৎকৃষ্ট ৰচনা।

ডঃ বৰুৱাৰ ৰচনাত পোৱা মনৰ বেবেৰিবাং কথাত সৰ্বপল্লী ৰাধাকৃষ্ণণ, কলেৰিজ, বাৰ্ট্ৰাণ্ড ৰাছেল, ইমানুৱেল কাণ্ট অথবা ডঃ ব্ৰাউনৰ দাৰ্শনিক তথ্যৰ সমাবেশ বিচাৰিবলৈ যোৱা মূৰ্খামিহে।

এই ৰঙিয়াল, আটক-ধুনীয়া থুলন্তৰ মানুহজনে, মানে ডঃ বৰুৱাই তেওঁৰ ৰচনাৰ যোগেদি আপোনাৰ লগত এনেকৈ কথা পাতিব – আপুনি যেন তেওঁৰ অতি অন্তৰংগ বন্ধু। তেওঁৰ কথাত এনে এটা ভংগী পাব তেওঁ যেন জাৰকালি গাঁৱৰ ঘৰৰ জুহালৰ কাষত মুখত এমোকোৰা তামোল-পাণ সুমাই – অকমান অসমীয়া ধঁপাতো লৈ বন্ধু মহলক বা তেওঁৰ অনুৰাগী শ্ৰোতাক অনৰ্গল বক্তৃতা দি যাব পৰা পাৰ্গতালিৰ অধিকাৰী। তেহেলৈ বক্তব্যৰ বিষয় তেওঁৰ 'ৰাপি'য়েই হক, লছমন চাহাবেই হক বা চিলাআঁতি পাতছলাৰ বাবুজনেই হক। জি. কে. চেষ্টাৰটন (G. K.Chesterton) বা ই. ভি. লুকাছ (E. V. Lucas)ৰ দৰেই ডঃ বৰুৱাই পাঠকৰ উৎকণ্ঠা আৰু অনুসন্ধিৎসুতাৰ জাগৃতি আনে যেতিয়া তেওঁ ৰচনাখন নিচেই সাধাৰণ বা লিংলাং কথাৰ যোগেদি আৰম্ভ কৰে। এই অভিমত

প্ৰতিপন্ন কৰিব চেষ্টাৰটনৰ ত্ৰিমেন্দাছ্ ট্ৰাইফল (Tremendous Trifle) শীৰ্ষক ৰচনাবোৰে। কেতিয়াবা ডঃ বৰুৱাই আপোনাক, তিলক হাজৰিকাৰ ব্যংগ-বীৰত্বসূচক সুৰেৰে আমোদ দিব। আপুনি তেওঁৰ 'ঘূৰঘূৰী' ৰচনাখন পঢ়ি চক – তাত আপুনি লক্ষ্য কৰিব কেনেকৈ এটা সময়ত এই 'ঘূৰঘূৰী' থকা জনৰ সামাজিক প্ৰতিপত্তি আৰু সম্মানো অংগাংগীভাৱে জড়িত হৈ আছিল।

বৰুৱাৰ কিছুমান ৰচনা মলিয়াৰ (Molliere) ৰ বা কুমুদ বৰুৱাৰ 'চাৰিৰাম লিমিটেড কম্পেনী' অথবা দুৰ্গেশ্বৰ বৰঠাকুৰৰ 'এপল-টু'ৰ লেখীয়া আনন্দৰ খোৰাক-যোগোৱা প্ৰহসন বা ধেমেলীয়া নাটৰ সমপৰ্য্যায়ৰ। এঠাইত ডঃ বৰুৱাই কৈছে ঃ – "মোৰ তেতিয়াই সংকল্প হ'ল। যদি মোচৰ নিমিত্তে তপস্যা কৰিব লগা হয়, তেনে এনে একোছা মোচৰ নিমিত্তে কৰিম। তেতিয়া মোৰ দাড়ি গজা নাই। (গিৰধাৰী)

ওপৰোক্ত বক্তব্যৰ খোচাটো পোৱা যায় ৰচনাখনৰ সৰ্বশেষ বাক্যটোত য'ত তেওঁ কয় যে সেই সময়ত তেওঁৰ গোঁফ থকা দূৰৈৰ কথা – গোঁফ থুটিয়াবলৈও কেবছৰমান আছিলগৈহে। এই দৃষ্টান্তত এইটো পৰিস্ফুট হ'ব যে বৰুৱাই তেওঁৰ ৰচনাত ধেমালি, প্ৰহসন আৰু চুলুঙালিৰ এনেকৈ উপস্থাপনা কৰে যে তাত স্বতঃস্ফূৰ্ত, বিদ্বেষহীন হাস্যৰসৰ উদ্ৰেক হ'বই। 'বাপি'ৰ 'ফুটবলটো এটা ছালছিগা টেনিচ বল', 'পৰীক্ষাবোৰ জীৱনৰ কাঁইটৰ জুৱা খেল' (গিৰধাৰী) – এইবোৰ সৰু সৰু বাক্যই বৰুৱাৰ ৰচনাৰ অন্য এক বিশেষ আকৰ্ষণ। ডঃ বৰুৱাৰ লগুৱা পুহকৰ – যাৰ হয়তো পি. জি. উদহাউচ (P. G. Wode House)ৰ মাছ খাই মগজ বঢ়া জীভচ (Jeeves)ৰ দৰে মেধা নাই, – সেই অবিস্মৰণীয় চৰিত্ৰটোৰ কাম-কাজ বহুবালি, ধিতিঙালিয়ে পাঠকক আমোদ নিদিয়াকৈ নেথাকে।

আলোচনাৰ আৰম্ভণিতে মই ডঃ বৰুৱাৰ ভাষাৰ বেণুধৰী শৈলী আৰু নিষ্ঠাৰ কথা উনুকিয়াইছিলোঁ। চহা-ভাষা ব্যৱহাৰত বৰুৱাৰ শৈলীয়ে যিখন ঠাইত তেওঁ লিখে বা যিখন ঠাইৰ মানুহৰ বিষয়ে লিখে, সেই ঠাইৰ মানুহৰ কথা-বতৰাৰ ভংগী চাল-চলন ফুটাই তোলে। চলতি ভাষা বৰুৱাৰ ৰচনাত খুব চলে। ডিব্ৰুগড়ত মেডিকেল কলেজত থকা সময়ত লিখা ৰচনা, ডিব্ৰুগড়ী চলতি ভাষাৰ গোন্ধে তেওঁৰ ৰচনা আমোল-মোলাই আছে ঃ

– "আবে পৰোৱা নাই। দৰ নকৰিবি। এক একটা লেঙ মাৰিকেনে পটকাই দিম।"

তেওঁৰ 'বাপি'খন অসমীয়া ভাষাৰ সৰ্বোৎকৃষ্ট ৰচনাৰাজিৰ অন্যতম এই কাৰণেই যে এই ৰচনাখনৰ ভাষা, বৰ্ণনাশৈলী, চৰিত্ৰায়ণ আৰু ভাকুট-কুটাই যোৱা হাস্যৰসৰ সুৰসুৰণিয়ে আৰু নিস্তেজ ব্যংগ প্ৰকাশ ভংগিমাই যেন একে ঠাইতে গোট খাই এটি সৰু-সুৰা সমাৰোহহে পাতিছে। তেওঁৰ ঠাট্টা-বিদ্ৰূপে পাঠকক বা যাক উদ্দেশ্য কৰি লিখা হৈছে – তেওঁকো খোচা বিন্ধা নকৰে বা পিছফালৰ

পৰা চুৰি নবহুৱায়। তেওঁৰ ব্যংগাত্মক উক্তিবোৰ চেনি-সনা বিষৰ কেপচুল নহয়। সেই কেপচুলবোৰে পাঠকক সাধাৰণ কথা বতৰাৰ মাধ্যমেৰে হাঁহি হাঁহি মৰিব লগা হোৱা অৱস্থাত উপনীত কৰায়। এয়া শুনক বৰুৱাৰ গিৰধাৰীয়ে তাৰ গাধটোৰ বিষয়ে গাধৰ দৌৰ প্ৰতিযোগিতা সন্দৰ্ভত কৰা মন্তব্য ঃ

"ক্যা দৌৰেগা? একদম গাধ্ধা।"

হেৰৌ সেইটো গাধাহে। ঘোঁৰাটো নহয়। কিন্তু গিৰধাৰী তাৰ মন্তব্যত মছ্গুল।

যেতিয়া কোনোবা এজনে বাপিক সোধে ঃ

– "আপুনি বাপি?"

এই প্ৰশ্নৰ উত্তৰত গাঁৱৰ গোটগৰু বাপিৰ প্ৰত্যুত্তৰ ঃ

– "নহয়। মি. বি. আলি।" অল্প বিদ্যা যে ভয়ংকৰী হয় – ই তাৰে সুন্দৰ দৃষ্টান্ত। বাপিৰ উত্তৰত 'বিদ্যা দদাতি বিনয়'ৰ ঘৰত শূন্য।

তেওঁৰ 'ডিমাকুছি হাট'ত শীৰ্ষক ৰচনাখনত কিছুমান লেতেৰা কথাৰ উপস্থাপনাই ৰচনাখন কিবা কদাকাৰ কৰি তুলিলে। ডঃ বৰুৱাই এই ৰচনাখন নিলিখা হ'লেই ভাল আছিল। এয়া অৱশ্যে মোৰ কথা।

বিভিন্ন ধৰণৰ ঘটনা একে সময়তে, একে পৰিবেশতে ঘটাৰ কথা ৰূপায়ণ কৰিছে অতি দক্ষতাৰে 'ঘূৰঘূৰী'ত। নৱকান্ত বৰুৱাই তেওঁৰ ৰম্যৰচনাত উল্লেখ কৰা এসময়ৰ 'ষ্টেণ্ডাৰ্ড' আৰু 'লকেল' টাইমৰ বিৰাট সংগ্ৰামখনৰ প্ৰতিধ্বনি যেন ডঃ বৰুৱাৰ ৰচনাখনৰ। অৱশ্যে ৰচনা দুখনৰ ৰচনাৰ সময় সম্বন্ধে মোৰ জ্ঞান সীমিত।

তিলক হাজৰিকাৰ দৰেই ডঃ বৰুৱায়ো অতি দক্ষতাৰে তেওঁৰ ৰচনাত পাক লগাই, দুটা অৰ্থবহন কৰা কথা ব্যৱহাৰ কৰে। চাৰ্লচ লেম্বৰ ৰচনা 'মিছেছ বেটলছ' অপিনিয়ন অন হুইষ্ট' (Mrs Battle's Opinion on Whist) খনত উল্লিখিত "মহান ইংৰাজ আৰু ফৰাচী জাতিৰ জাতীয় বিৰোধিতা"ৰ দৰে, বৰুৱায়ো তেওঁৰ ৰচনাত, তেনেই সাধাৰণ বা তুচ্চ কথা এটাৰ অৱতাৰণা কৰি তাৰ সংযোগ বা যুক্তিযুক্ততা কোনো মহান সূত্ৰৰ লগত সন্নিবিষ্ট কৰি পাঠকক আমোদৰ খোৰাক যোগায়। তেওঁৰ 'নখ দৰ্পণ'ত তেওঁলোকে মাজে সময়ে অকমান জুৱা খেলাৰ কথা কৈছে এনেকৈ ঃ

– "সম্ভ্ৰান্তভাৱে জুৱা খেলাৰ বাদে শনিবাৰে পুৱা অন্য নিচা থকা নাই।"

চাৰ্লচ লেম্ব, কউলী, লৰেন্স ষ্টাৰ্ণ, নৱকান্ত বৰুৱা আৰু হেমচন্দ্ৰ শৰ্মাই নিজৰ দুৰ্বলতা বা অক্ষমতাকেই লক্ষ্য কৰি নিজকে পেংলাই কৰি আনন্দ দিয়াৰ ক্ষমতা ডঃ বৰুৱাৰো আছে।

অৱশ্যে তিলক হাজৰিকাৰ 'মেঘান্ত' শীৰ্ষক ৰচনা অথবা চাৰ্লচ লেম্বৰ

ড্ৰিম-চিলড্ৰেন' (Dream Children) নামৰ ৰচনাৰ কাব্যিক আৰু সাংগীতিক ানুৰণন ডঃ বৰুৱাৰ ৰচনাৰ ক'তো মই বিচাৰি নেপাওঁ। এওঁৰ ভাষা নিতান্তই চনেই সহজ সৰল। তাত কাব্যিক ৰহণৰ প্ৰলেপৰ কোনো ব্যৱস্থাই নাই।

মানুহে একেবাৰে পাহৰি যোৱা, অপ্ৰচলিত শব্দ কিছুমান বৰুৱাই সঘনে াবহাৰ কৰা দেখোঁ – 'কালিয়ন', 'বাটলু', 'মেটেলি' ইত্যাদি।

চাৰ্লচ লেম্বৰ দৰেই ডঃ বৰুৱাই তেওঁৰ ৰচনাৰ চৰিত্ৰসমূহৰ স্থান আৰু ৰিবেশৰ লগত সংগতি ৰাখি প্ৰকাশৰ মাধ্যম ভাষাৰো পৰিবৰ্তন দেখুৱায়। এই ন্দৰ্ভত পাঠকে লেম্বৰ দুখন পৃথিৱী বিখ্যাত ৰচনা 'ড্ৰিম চিলড্ৰেন' (Dream 'hildren) আৰু 'অল ফুলছ্‌ দে' (All fools day) পঢ়িলেই মোৰ কথাৰ ৰ্য উপলব্ধি কৰিব পাৰিব। ডঃ বৰুৱাৰ ৰচনাত কেতিয়াবা বেণুধৰ শৰ্মাৰ দৰে গৱা যেন লাগিব; কেতিয়াবা প্ৰখ্যাত শিক্ষাবিদ আৰু ৰাজনৈতিক নেতা বিপিন ল দাসৰ সম্মোহনী ভংগিমাৰ অসমীয়া ভাষাত দিয়া বক্তৃতা শুনা যেন লাগিব।

ডঃ বৰুৱাৰ ভাষা এটি যেন দুৰ্বাৰ গতিৰ ঝৰণা – যাৰ সৰু সৰু 'ৰোৰ ওলাই আহিছে বিভিন্ন উৎসৰ পৰা। বৰুৱাৰ ভাষাৰ শৈলীত অনুকৰণত- নিৰ্বাচনী দক্ষতাহে প্ৰতিভাত হয়। যেতিয়াই বৰুৱাই অতীতৰ পিনে মু-কৰি 'ৱৰণি সোণ সনা দিনবোৰৰ কথা লিখে – তেতিয়াই তেওঁ বানে বিহ্বল কৰা া-ভৰলীৰ প্ৰচণ্ড গতিৰেই লিখে – যাৰ পৰিণতি স্বৰূপে সৃষ্টি হয় – 'আঁতি, বাপি, পুহকৰ আদি ৰচনা – যাৰ কাৰণে আমাৰ ৰচনা সাহিত্যত া স্মৰণীয় হৈ থাকিব সদায়।



## কালী প্ৰসাদ বৰা

কালীপ্ৰসাদ বৰা। সাম্প্ৰতিক অসমীয়া সাহিত্য জগতত এক অপৰিচিত নাম হলেও তেওঁ আৱাহন আৰু জয়ন্তী যুগৰ কাব্য কৰণিৰ এক ৰোমান্টিক নোষ্টালজিয়া।

১৯১৬ চনৰ নবেম্বৰ মাহত শোণিতপুৰ জিলাৰ জামুগুৰিহাটৰ মাধৱত তেওঁ জন্ম গ্ৰহণ কৰে। সৰুৰেপৰা তেওঁ অত্যন্ত সাহসী আৰু নিৰ্ভীক আছিল বাবে তেওঁক দেউতাকে পৰিয়ালটোৰ সূৰ্য্যকান্তমণি বুলি আদৰিছিল।

'৪২ৰ গণ আন্দোলনৰ সুৰাগুৰি তোলা সকলৰ ভিতৰত অন্যতম কালীপ্ৰসাদ বৰাৰ শিক্ষাজীৱন ধুমুহাৰে পৰিপূৰ্ণ। তেওঁ উচ্চ শিক্ষা গ্ৰহণ কৰে যোৰহাটৰ জে. বি কলেজত য'ত আব্দুল মালিক, পৰাগধৰ চলিহাৰ দৰে প্ৰতিভাশালী সাহিত্যিক সতীৰ্থৰ সৌহাৰ্দ্যত প্ৰস্ফুটিত হৈছিল তেওঁৰ কাব্যপুষ্পৰ প্ৰথম বহাগ।

১৯৫২ চনত ছছিয়েলিষ্ট নেতা জয়প্ৰকাশ নাৰায়ণৰ নেতৃত্বত গঢ়ি উঠা 'ভূমিহীনক ভূমি প্ৰদান' আন্দোলনত তেওঁ সক্ৰিয় অংশ গ্ৰহণ কৰে। সেই সময়ৰ তেজপুৰ সমষ্টিৰ দিপলোঙাত গঢ়ি উঠা এই আন্দোলনত তেওঁ, বিপিনপাল দাস আদি ভালেকেইজন সেৱাদল কৰ্মীৰে জঁপিয়াই পৰাত তেজপুৰৰ জেলৰ চেলত তেওঁলোক প্ৰায় এমাহকাল কটাব লগীয়া হৈছিল।

তেওঁৰ চাকৰি জীৱন আৰম্ভ হয় প্ৰতাপগড় বাগানত সহকাৰী পৰিচালক হিচাপে। ব্যৱহাৰত ক্ষুণ্ণ হৈ বাগিচাৰ চাকৰি ইস্তফা দি বিশ্বনাথ চাৰিআলিৰ উচ্চ মাধ্যমিক বিদ্যালয়ত শিক্ষকতা কৰে। তাৰ পাছত জামুগুৰি উচ্চমাধ্যমিক বিদ্যালয়ত সংস্কৃত শিক্ষক হিচাপে যোগ দিয়ে। এই বিদ্যালয়ত প্ৰায় ১৪ বছৰকাল সুখ্যাতিৰে শিক্ষকতা কৰাৰ পাছত ৰাজ্যিক পৰিবহনৰ কৰ্মচাৰী হৈ ১৯৭০চনত চাকৰি জীৱনৰ পৰা অৱসৰ লয়। কালীপ্ৰসাদ বৰাৰ সমূহ সাহিত্যকৃতিৰ ভিতৰত আছে – 'কবিতা আৰু গীত', কেইটামান 'অপ্ৰকাশিত গল্প' আৰু বিষ্ণুৰাভা জীৱন সম্বলিত বক্তৃতামালা।"

মৃত্যু – ৭ জুলাই – ১৯৯৪।

# কালীপ্ৰসাদ বৰাৰ সোঁৱৰণি পাহৰা দিনৰ

আমাৰ সাহিত্যৰ ৰোমাণ্টিক যুগৰ কবিসকলৰ ভিতৰত প্ৰেম-ভালপোৱাৰ কথা, প্ৰেমিক-প্ৰেমিকাৰ ব্যৰ্থতা, অভিমান, বিৰহৰ যন্ত্ৰণা আৰু সেই যন্ত্ৰণাৰ উপশম বিচাৰি কবিয়ে মনোহৰ অতীত ৰোমন্থনৰ আশ্ৰয় লোৱা, দৈৱ-ভাগ্য-নিয়তিৰ পৰা পোৱা প্ৰতিঘাত, নোপোৱাৰ হাহাকাৰ, বিষণ্ণ-বেদনা এনেধৰণৰ অনুভূতিৰ কাব্যিক ৰূপায়ণত অগ্ৰগণী আছিল যতীন্দ্ৰ নাথ দুৱৰা, ৰত্নকান্ত বৰকাকতি, গণেশ গগৈ, শশী গগৈ, কালীপ্ৰসাদ বৰা, ভৱপ্ৰসাদ ৰাজখোৱা, দুৰ্লাল বৰপূজাৰী, যতিনাৰায়ণ শৰ্মা প্ৰমুখ্যে কবিসকল – যিসকলে এসময়ত আৱাহন-জয়ন্তী-বাঁহীত বহুতো কবিতা লিখি থৈ গৈছিল।

যতীন্দ্ৰ নাথ দুৱৰাই তেওঁৰ এটা অনন্য সুন্দৰ কবিতাত কোৱাৰ দৰে আমিও সেই সিদিনাৰ অতীতক এতিয়াই পাহৰি পেলাইছোঁ। মোৰ দুখ, আজিৰ প্ৰজন্মই এইসকলৰ হয়তো নামেই শুনা নাই। ত্ৰিছৰ দশকতে যৌৱনে বিভ্ৰান্ত কৰা বয়সতে জামুগুৰিহাটৰ কালীপ্ৰসাদ বৰা এনে এজন কবি যি এতিয়া পাহৰণিৰ গৰ্ভত। ১৯১৬ চনতে জন্ম লাভ কৰা এইজন কালীপ্ৰসাদক তেওঁৰ সাহসিকতা আৰু নিৰ্ভীক ব্যক্তিত্বৰ কাৰণে তেওঁৰ দেউতাকে সূৰ্য-কান্ত-মণি বুলিছিল। বিয়াল্লিছৰ গণ-আন্দোলনৰ অন্যতম প্ৰখ্যাত যোদ্ধা, কালীপ্ৰসাদৰ ছাত্ৰ-জীৱন আছিল সংঘাতপূৰ্ণ। কলেজ আছিল যোৰহাটৰ জে. বি. কলেজ। চৈয়দ আব্দুল মালিক, পদ্মধৰ চলিহা, ভৱপ্ৰসাদ ৰাজখোৱাৰ দৰে প্ৰতিভাদীপ্ত সাহিত্যিক সতীৰ্থৰ সহযোগতে প্ৰস্ফুটিত হৈছিল তেওঁৰ কবি-সত্তাৰ প্ৰথম ব'হাগৰ কপৌ, কেতেকী আৰু তগৰ-নাহৰ ফুলবোৰ।

১৯৫২ চনত চছিয়েলিষ্ট নেতা জয়প্ৰকাশ নাৰায়ণৰ নেতৃত্বত গঢ়ি উঠা "ভূমিহীনক ভূমি প্ৰদান" আন্দোলনত তেওঁ সক্ৰিয় অংশগ্ৰহণ কৰিছিল। সেই আন্দোলনত জঁপিয়াই পৰিছিল তেওঁ বিপিনপাল দাসৰ দৰে সেৱাদল কৰ্মীৰ সৈতে যি কাৰণত তেওঁলোক তেজপুৰ জেলৰ নিৰ্জান চেলত কেইমাহমান কটাব লগা হৈছিল। প্ৰতাপগড় চাহ বাগিচাত এচিষ্টেণ্ট মেনেজাৰ হিচাপে চাকৰি জীৱন আৰম্ভ কৰিছিল যদিও গান্ধী-জয়প্ৰকাশৰ আদৰ্শৰে অনুপ্ৰাণিত কালীপ্ৰসাদে বগা-চাহাবৰ ব্যৱহাৰত ক্ষুণ্ণ হৈ বাগিচাৰ চাকৰি এৰি বিশ্বনাথ চাৰিআলিৰ হাইস্কুলত শিক্ষক জীৱনৰ পাতনি মেলে। সেই স্কুলত সংস্কৃতৰ শিক্ষকতা কৰি আৰু পিছত নিজৰ জন্মস্থান জামুগুৰিত ১৪ বছৰ শিক্ষকতা কৰি ৰাজ্যিক পৰিবহণত যোগ দি ১৯৭০ চনত অৱসৰ লয়।

তেওঁৰ সাহিত্য-কৃতিৰ ভিতৰত আছে – 'কবিতা আৰু গীত',

'কেইটামান অপ্ৰকাশিত গল্প' আৰু 'বিষ্ণু ৰাভা জীৱন সম্বলিত বক্তৃতা মালা'।

এতিয়া তেখেতৰেই ২২টি কবিতাৰ সংকলন "বিদায় পৰত সোঁৱৰণি মোৰ হেৰোৱা দিনৰ" প্ৰকাশ কৰিবলৈ লোৱা কাৰণে তেখেতৰ সুযোগ্য পুত্ৰ হিৰণ্য বৰা ধন্যবাদৰ পাত্ৰ। ১৯৯৪ চনত এই সংকলন প্ৰকাশ কৰিব খোজা দেখি মই হিৰণ্য বৰাক সিদিনা কৈছিলোঁ – "এই কামটো আপুনি ত্ৰিছ বছৰৰ আগতে কৰিব লাগিছিল"।

চল্লিছৰ দশকত, মোৰ জীৱনৰ ভোগদৈত বানপানী। মেট্ৰিক পাছ কৰি কলেজত পঢ়িবলৈ যোৱা বয়সত স্বাভাৱিকতে প্ৰেম-ভালপোৱাৰ কথা থকা কবিতা পঢ়ি ভাল পাইছিলোঁ কাৰণেই দেৱকান্ত বৰুৱা, যতীন্দ্ৰনাথ দুৱৰা, গণেশ গগৈ, শশীকান্ত গগৈ, ভৱপ্ৰসাদ ৰাজখোৱা, কালীপ্ৰসাদ বৰা, ৰত্নকান্ত বৰকাকতি, যতিনাৰায়ণ শৰ্মা, দুলাল বৰপূজাৰীৰ কবিতা পালেই আকলুৱা খক লৈ পঢ়িছিলোঁ – যিবিলাক কবিতাৰ দুই-এটা লাইনে মোৰ মন বলযত দাগ এৰি থৈ গৈছিল।

প্ৰায় পঞ্চাছ বছৰ পিছত কালীপ্ৰসাদৰ কবিতাৰ কথা কওঁতে মোৰ মগজুৰ কোনোবা এটা কোণত ৰিণিকি-ৰিণিকি কালীপ্ৰসাদৰ কোনোবা এটা কবিতাৰ কলিয়ে বুৰবুৰণি তোলাত মই কবি-পুত্ৰ হিৰণ্য বৰাক সুধিছিলোঁ মাত্ৰ সিদিনা :

"ভাবিছিলোঁ বিজয়াৰ নাহিব দশমী
বিৰহৰ কৰুণ বিননি, সোণৰ প্ৰতিমা মোৰ
নেযাব আঁতৰি, হেয় কৰি এই হিয়াখনি।"

এই স্তবকটো কালীপ্ৰসাদৰ নহয়নে? হিৰণ্য বৰাই তৎকালে ক'ব নোৱাৰিলে। কেইদিনমানৰ পিছত মোক ফোনত জনালে : "হয়। সেইটো দেউতাৰে লিখা কবিতা 'নাপাতিবা পূজা'ৰ স্তৱক। কবিতাটো জয়ন্তীত প্ৰকাশ হৈছিল।"

স্পেনছাৰ (Spenser), নিকলাচ ব্ৰেটন (Nicholas Breton), ড্ৰামণ্ড (Drumond) আদি বিখ্যাত ইংৰাজ কবিসকলৰ প্ৰেমৰ কবিতাবোৰ বিৰহৰ যন্ত্ৰণা, প্ৰত্যাখানৰ বেদনা, প্ৰেমিকাৰ দৈহিক সৌন্দৰ্য্য আৰু সুন্দৰী নাৰীৰ নিষ্ঠুৰ উদাসীনতা – এনে অনুভূতিৰে ভৰা। তেওঁলোকৰ পিছতেই জন ডন (John Donne)-ৰ 'ৱমেনছ কনস্টেন্সী (Woman's Constancy), 'দি ড্ৰিম' (The Dream), 'দি এপ্ৰিচিয়েচন' (The Appreciation) আদি কবিতাৰ প্ৰেমজনিত অনুভূতিৰ বৰ্ণনা অন্য এক সুঁতিৰ। তাৰ পিছতেই পাওঁ পি বি. শেলী (P.B.Shelley), জন কীটছ (John Keats)-ক যিসকলে কবিতা প্ৰেমীসকলক এলিয়ট (Eliot)-ৰ অভ্যুত্থানৰ পিছতো আজিকোপতি মানসিক তৃপ্তি দি আহিছে। আমাৰ সাহিত্যৰ চন্দ্ৰকুমাৰ আগৰৱালা আৰু লক্ষ্মীনাথ বেজবৰুৱাকে যদি তেওঁলোকৰ কিছুমান কবিতাৰ ক্ষেত্ৰত, ৰোমাণ্টিক সুৰীয়া কবিৰ অগ্ৰদূত বুলি ধৰোঁ তেনেহ'লে তেওঁলোকৰ পিছতেই ৰত্নকান্ত বৰকাকতি,

শশীকান্ত গগৈ, গণেশ গগৈ, দেৱকান্ত বৰুৱা, কালীপ্ৰসাদ বঁৰা, ভৱপ্ৰসাদ ৰাজখোৱা প্ৰমুখ্যে আৱাহন-জয়ন্তী যুগৰ প্ৰখ্যাত কবিসকলৰ নাম লব লাগিব।

সংকলনখনৰ প্ৰথম কবিতা 'বিদায় পৰত' কবিয়ে পৰজনমৰ কথা কৈছে, য'ত গীতাৰ বাণী প্ৰতিধ্বনিত হোৱা দেখোঁ। চন্দ্ৰ কুমাৰ আগৰৱালাৰ দৰেই কালীপ্ৰসাদ সুন্দৰৰ পূজাৰী। আগৰৱালাৰ 'সুন্দৰৰ আৰাধনা জীৱনৰ খেল', জন কীটছ (John Keats)-ৰ 'সৌন্দৰ্য্যই সত্য-সত্যয়েই সৌন্দৰ্য্য' এনেধৰণৰ মনোভাৱকে কবিতাটোত দেখোঁ :

"তেতিয়া মাতিলে জানো, মাত পাবা মোৰ
আৰু জানো মাতিম দুনাই,
ইপুৰীৰ মায়ামোহ সকলোটি এৰি
যাম গৈ নিজ ঘৰলই
সুন্দৰৰ সন্ধানকে লই।'

এয়া যেন উইলিয়াম বৰ্ডচৱৰ্থ (William Wordsworth)-ৰ 'ইমৰ্টেলিটি অ'ড' (Immortality Ode)-ৰ প্ৰতিধ্বনি :

"Our birth is but a sleep and a forgetting.
The soul that rises with us, our life's star,
Hath had elsewhere its setting,
And cometh from aftar,
Not in entire forgetfulness,
But trailing clouds of glory, do we come
From God, who is our home...."

বাৰ্ট্ৰাণ্ড ৰাছেলে (Bertrand Russel) এঠাইত কৈছিল যে ৰোমাণ্টিক প্ৰেমৰ মূল চৰিত্ৰ হ'ল তেওঁলোকৰ প্ৰেমৰ আৰাধ্যা প্ৰতিমাখনি অমূল্য আৰু সেই প্ৰতিমাখনি পোৱাটো অতি কষ্টকৰ। দুঃসাধ্য। কালীপ্ৰসাদৰ প্ৰেয়সীও তেনে অমূল্য ৰতন। শ্যেলীৰ কবিতাৰ সৌন্দৰ্য্যৰ প্ৰতিমাখনিতেই চিৰসুন্দৰৰ বিশ্বৰূপ নিহিত বা প্ৰতিবিম্বিত হোৱা দৰেই কালীপ্ৰসাদেও তেওঁৰ মানসী প্ৰতিমাতেই বিশ্বৰূপ দৰ্শন কৰিছে। কীটছ (Keats)-ৰ প্ৰেম আৰু সৌন্দৰ্য্যৰ আৰাধনাত শ্যেলী (Shelley)-ৰ প্লেটনিক স্বপ্ন, বৰ্ডচৱৰ্থ (Wordsworth)-ৰ দাৰ্শনিক ৰহস্যবাদ বা বায়ৰণ (Byron)-ৰ বিপ্লৱী চেতনা নাই। কিন্তু কালীপ্ৰসাদৰ কবিতাত সৌন্দৰ্য্যৰ উপাসনাৰ উপৰিও দাৰ্শনিক ৰহস্যবাদ আৰু পিছৰ ফালৰ মোহ-ভংগৰ পিছত বিপ্লৱী চেতনাৰ প্ৰতিবাদৰ ধ্বনি শুনিবলৈ পাওঁ।

কালীপ্ৰসাদৰ দৰেই যতীন্দ্ৰ নাথ দুৱৰাই কৈছিল :

"ভিতৰত বাহিৰৰ দুৱাৰ জপাই
জুইকুৰা ধৰোঁ ভালকৈ
জীৱনৰ ইহা-কন্দা, উলাহ-বিলাহ
এই জুয়ে নিব লগতেই।"

দেৱকান্ত বৰুৱাই তেওঁৰ 'সুন্দৰ' শীৰ্ষক কবিতাটোতে কৈছে, য'ত পাওঁ কবি আৰু কবিতা সম্পৰ্কে এটা ব্যাখ্যা বা ধাৰণা ঃ

"মই কবি
আকোঁ সেই অচিনাকি সুন্দৰৰ ছয়া-ময়া ছবি
ভাষাৰ তুলিৰে
সৃষ্টি কৰোঁ অমৃতৰ অপূৰ্ব মূৰতি
ছন্দৰ ৰহণ সানি
ধৰাৰ ধূলিৰে ..."

কালীপ্ৰসাদে কয় ঃ

"কবিতা নহয় মোৰ ফাগুণে জ্বলাই যোৱা
গাভৰুৰ বুকুৰ অগনি
নহয় সুবাস সনা, সমীৰৰ মৃদু বা
জুৰ কৰি যোৱা হিয়াখনি।"

(মোৰ কবিতা)

কালীপ্ৰসাদৰ কবিতা – তেওঁৰ জীৱনৰ আৰাধনা। তেওঁৰ মুক্তি প্ৰাপ্তিৰ সান্ত্বনাৰ প্ৰত্যাশা। অনুভূতিৰ বাস্তৱ লিপিকাতেই কবিৰ মুক্তি, এয়াই কবি কালীপ্ৰসাদৰ নিৰ্মোহ উপলব্ধি।

'পাহৰণি শেষ হ'লে তুমিও আহিবা চাপি
হিয়াত থাপিম ময়ো, তোমাৰ প্ৰতিমা
হৃদয়ৰ সাধনাৰ হব সিদ্ধি লাভ
মোৰ ভাগ্য আকাশত, উদিব পূৰ্ণিমা।"

এয়া যেন গণেশ গগৈৰ বিষণ্ণ-বেদনাৰ মাজত আশামতী বিজুলীৰ চিক্‌মিকনি ঃ

"নকৰিবা প্ৰিয়ে শোক, আছে যদি পৰলোক
বিনাশ নহয় যদি, অবিনাশী প্ৰাণ
আজিৰ চেনেহ স্মৃতি, নেযায় এনেয়ে উটি
তোমাৰ প্ৰেমৰ প্ৰিয়ে, পাবা প্ৰতিদান।"

(বিদায় – গণেশ গগৈ)

'হেৰোৱা স্মৃতি' কবিতাটো কালীপ্ৰসাদে লিখিছে গণেশ গগৈৰ 'স্বপ্নভংগ'-

তৰংগত। গোটেই কবিতাটো মোহনীয়া অতীতৰ সোঁৱৰণি সোণসনা প্ৰেম-ব্যথা-বিৰহ আৰু বেদনাৰ আবেগেৰে ভৰা। এয়া যেন কলংপাৰত মাজনিশা দুৰন্ত প্ৰেমিক দেৱকান্তই লাহৰিক লগ পোৱাৰ উন্মাদনা আৰু উত্তেজনাপূৰ্ণ মুহূৰ্তৰ স্মৰণিকাৰ বিষন্ন-বেদনাৰ মন্দাক্রান্তা প্ৰবাহ। কবিৰ কল্পনাত অমানিশাও পূৰ্ণযৌৱনা পূৰ্ণিমা ৰজনীলৈ ৰূপান্তৰিত হৈছে :

"আঁউসী নিশাৰ নিজান পৰত
যেন দুয়োৰেই পূৰ্ণিমা ৰাতি
আকাশতো দেখোঁ অলেখ তৰাই
ম্লান কৰি দিলে সহস্ৰ বাতি।"

কবি কালীপ্ৰসাদৰ মনটো ঢপলিয়াই যায় ভৱপ্ৰসাদ ৰাজখোৱাৰ 'বালিচৰ'ৰ দৰেই :

"পাহৰণি পথাৰৰ মাজে মাজে যাই বই
মনৰ বননি ভাঙি সময়ৰ নই
পেলাই তপত বালি চেনেহৰ চাপৰিত
বিৰহৰ বৰ-গছ বৰ হ'বলই।"

(বালিচৰ)

এয়া 'স্বপ্নভংগ'ত গণেশ-ক্ৰন্দন :

"হ'ব পাৰা তুমি, তোমাত বলিয়া
কলীয়া মেঘৰ সপোন চাই
ময়ো আছিলোঁ, তোমাক আৰাধি
তোমাৰ ৰূপৰ সুৰভি পাই।"

এয়া কালীপ্ৰসাদৰ বিষাদে বিবশ কৰা অন্তৰৰ আকুল আৰ্তনাদ :

"তুমি নুবুজিবা মোৰ হৃদয়ত
জ্বলিছে কিদৰে চিতাৰ জুই
বুকুৰ আমঠু দেই পুৰি যায়
যদিও নজ্বলে আকাশ চুই।

(হেৰোৱা স্মৃতি)

তেওঁৰ 'সুন্দৰৰ সন্ধান' চিৰসুন্দৰৰ সন্ধান। এয়া সত্য, শিৱ, সুন্দৰৰ সন্ধান। প্ৰকৃতিৰ বিভিন্ন আৰু বিচিত্ৰ ৰূপত তেওঁ পৰমব্ৰহ্মৰ পৰম সত্তাক বিচাৰি পাইছে। তেওঁৰ উপলব্ধি ৱৰ্ডচৱৰ্থ (Wordsworth)-ৰ 'টিনটাৰ্ণ এবি' (Tintern ABBEY)-ৰ দৰেই :

"And I have felt
A presence that disturbs me with the joy

Of elevated thoughts ; a sense sublime
Of something far more deeply interfused,
Whose dwelling is the light of setting suns,
And the round occen, and the living air,
And the blue sky, and in the mind of man :
A motion and a spirit, that impels
All thinking things, all objects of all thought,
And rolls through all things."

তাৰেই প্ৰতিধ্বনি শুনক কালীপ্ৰসাদৰ 'সুন্দৰৰ সন্ধানত' :

"বাহিৰত জানো আছে কিবা ৰূপ তোমাকো চেৰাই যোৱা
., তোমাৰ মহিমাৰে, বিকশিত আমি
উজ্বলিছে নিতে ধৰা,
চিৰ সুন্দৰ ৰূপেৰে তুমি
জগত মুহিছাঁ আজি।"

'চিন্তা চিতা দ্বয়োৰ্মধ্যে' চিন্তা নাম গৰীয়সী' এই প্ৰবাদ বাক্যৰ অনুভূতি ৰাশিকেই ব্যক্ত কৰিছে কালীপ্ৰসাদে তেওঁৰ 'চিন্তা আৰু কল্পনা'ত :

"ক'বতো নোৱাৰোঁ তিল্ তিল্ কৰি
দেহাটি দেখোন পোৰে
চিতাৰ অগনি জ্বলেহি যেতিয়া
ক্ষন্তেকতে কৰে ছাই
জীৱনৰ বিয়লি চিতাৰ অগনি
তিল তিল কৰি খাই।"

এই চিন্তা-দহনৰ পৰা পৰিত্ৰাণ, উদ্ধাৰ বা মুক্তিৰ একমাত্ৰ পথ হ'ল কল্পনা :

"সেয়েহে মধুৰ কল্পনাৰ কুঁৱৰীয়ে
মধুময় কৰে হিয়া
নিষ্ঠুৰ অতিকে চিন্তাৰ অগনিক
জীৱন্তে জ্বলাই দিয়া।"

এওঁৰ "যতীন্দ্ৰ নাথ দুৱৰাৰ প্ৰতি" কবিতাটিয়ে পাঠকৰ মনলৈ গণেশ গগৈৰ 'নাৱৰীয়া' শীৰ্ষক কবিতাটো মনত পেলাবই। গণেশ গগৈৰ দৰে কালীপ্ৰসাদো দুৱৰাৰ দুখত দুখী হৈছিল :

"আহিছিলা নাৱৰীয়া আশাৰ মাণিক দেখি
শুদাহতে শুদামুখে ঘূৰি যোৱা গই

যেতিয়া জীৱন বেলি, দিলে লাহ্ ধীৰে ধীৰে
নিৰাশা ডাৱৰে তাকো গ'ল ঢাকি থই।"

গণেশ গগৈয়ে কবি দুৰ্ৱাক কৈছিল :

"নাৱৰীয়া তোৰ দৰে, ময়ো ভোল গইছিলোঁ
লেখি লেখি আকাশত ৰাতি ফুলা ফুল
লুইতৰ সোঁতে সোঁতে, ময়ো উটি ফুৰিছিলোঁ
চাই চাই সন্ধিয়াৰ সোণোৱালী বোল।"

'নাপাতিবা পূজা প্ৰিয়' কবিতাটো মোহনীয়া অতীতৰ ৰোমন্থনৰ বিষণ্ণ প্ৰবাহ। মনপ্ৰাণ পৰশি যোৱা ছটা স্তৱকৰ তিনি তিনি লাইনৰ আংগিকত লিখা কবিতাটোতে তেওঁ তেওঁৰ প্ৰেয়সীক দেৱকান্ত বৰুৱাৰ দৰে ষষ্ঠীৰ প্ৰতিষ্ঠা কৰি বিজয়াত বিফল সন্ধ্যাত বিসৰ্জন দিব খোজা নাই :

কালীপ্ৰসাদৰ অন্তৰৰ বিননি আছিল অন্য ৰূপৰ :

"ভাবিছিলোঁ বিজয়াৰ
নাহিব দশমী
বিৰহৰ কৰুণ বিননি
সোণৰ প্ৰতিমা মোৰ
নেত্ৰৰ আঁতৰি
হেয় কৰি যাই এই হিয়াখনি।"

এই প্ৰত্যাশাত ভৱপ্ৰসাদ ৰাজখোৱাৰ 'নাৱৰীয়া কবিলৈ অনুৰোধ'ৰ অনুৰণন শুনো আৰু শুনো যতীন্দ্ৰ নাথ দুৱৰাৰ ব্যথাদীৰ্ণ জীৱনৰ ভৈৰৱী ৰাগৰ বিষণ্ণ মূৰ্চ্ছনা আৰু দেখোঁ অদূৰত গণেশ গগৈৰ 'স্বপ্ন-ভংগ'ৰ পাতালী প্ৰকাশ।

দেৱকান্ত বৰুৱা, গণেশ গগৈ, যতিনাৰায়ণ শৰ্মাৰ দৰেই কালীপ্ৰসাদে তেওঁৰ শেহতীয়া কবিতা কিছুমানত মহাত্মা গান্ধীৰ ৰামৰাজ্যৰ পৰিকল্পনা ধূলিসাৎ হোৱাৰ সম্ভাৱনা দেখি তেওঁৰ ক্ষোভ, হতাশা আৰু মোহ-ভংগৰ কথা কৈছে। এই সন্দৰ্ভত তেওঁৰ 'মোৰ খেদ', 'গান্ধী জয়ন্তীৰ সোঁৱৰণত' শীৰ্ষক কবিতাকেইটাত সাময়িক চৈতন্য প্ৰতিভাত হৈছে। স্বাধীনতাৰ পিছত আমাৰ ৰাজনৈতিক জীৱনৰ অবক্ষয় দেখি তেওঁ আক্ষেপ কৰি কৈছে :

"শুনাহে মোহন দাস,
অহিংসাৰ স্মৃতি আৰু নাই
আহা তুমি নৱ জন্ম লই
চাই যোৱা মানুহৰ মুখবোৰলৈ।
দানৱে কৰিছে যত অনাচাৰ
চাই যোৱা সপোনৰ ৰাম-ৰাজ্যখনি

অসুৰৰ দৰে পাই কৰে ছাৰ-খাৰ।"
(গান্ধী জয়ন্তীৰ সোঁৱৰণত)

গান্ধীবাদ এতিয়া অচল টকা। এই কথাকেই তেওঁ উপলব্ধি কৰিছে তেওঁৰ ওপৰোক্ত কবিতাত। 'হেৰোৱা দিনৰ কথা', 'শেষ সমিধান' এই কবিতা দুটি ব্ৰাউনিঙ (Browning) ৰ নাটকীয় একাত্মিকা 'দি লাষ্ট ৰাইড টুগেদাৰ' (The Last Ride together)-ৰ দৰেই কবিৰ অন্তৰৰ নিভৃত কোণৰ ভাৱৰাশিৰ কাব্যিক প্ৰকাশ।

'জাতিৰ দধীচি কমলাকান্ত' কবিতাত কালীপ্ৰসাদৰ দেশপ্ৰেম গণেশ গগৈৰ 'কৰ্মবীৰ', দেৱকান্ত বৰুৱাৰ 'লাচিত ফুকন'ৰ অনুভূতি ৰাশিৰ দৰে প্ৰতিফলিত হৈছে। 'অভিসাৰিকা' কবিতা পতিতা জীৱনৰ কৰুণ আলেখ্য। 'নিৰ্বিচাৰে তেজ দেৱতাই' শীৰ্ষক কবিতাত কবিয়ে আমাৰ সমাজত ধৰ্মান্ধসকলৰ অৰ্থহীন বলিদান প্ৰথাৰ অসাৰতাৰ কথা কৈছে অতি নিৰ্ভীকভাৱে। যি স্থলত মানুহে কাম-ক্ৰোধ-লোভ-মোহ আদি ছয় ৰিপু দমন কৰিব লাগে, সেই ৰিপুক ধ্বংস বা বিনাশ কৰিব লাগে বা ত্যাগ কৰিব লাগে, তাকে নকৰি মূক জন্তু এটাক নি মাতৃপূজাৰ নামত বলি দিয়া প্ৰথা নিন্দনীয়। কবিয়ে কোনো দ্বিধা-সংকোচ নোহোৱাকৈ প্ৰশ্ন কৰিছে– কোন মাতৃয়ে নিজ সন্তানৰ ছিন্ন-মুণ্ড উপহাৰ পাই সন্তুষ্টি লভিব? পশু-পক্ষী আৰু মানুহ সকলো প্ৰকৃতি-মাতৃৰেই সন্তান। সেই প্ৰকৃতিয়েই আদিম জননী। জননীৰ পূজা জানো সন্তানৰ হত্যাৰে কৰা যুক্তিযুক্ত? অৰ্থহীন, যুক্তিহীন বলি বিধানৰ প্ৰতি তিৰ্য্যক আলোকপাত, কবি কালীপ্ৰসাদে কৈছে ঃ

"আকউ আহিছে মাতৃ দুৰ্গতি নাশিনী
কৰা পূজা পাদ্য অৰ্ঘ্য লৈ
সাঁজি দিয়া অন্তৰৰ য'ত আছে পাপ
নিৰ্বিচাৰে তেজ দেৱতাই।"

আমাৰ দেশখনৰ এই সংকটৰ সময়ত, নতুন পুৰুষলৈ এয়া কালীপ্ৰসাদ বৰাৰ আকুল আহ্বান– অন্তিম অনুৰোধ।

তাৰ সিদ্ধান্ত লোৱাৰ দায়িত্ব উত্তৰ পুৰুষৰ।



## হেমচন্দ্ৰ শৰ্মা

| | |
|---|---|
| জন্ম – | যোৰহাট |
| শিক্ষা – | যোৰহাটৰ জগন্নাথ বৰুৱা কলেজৰ পৰা স্নাতক। পিছত কলিকতা আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা অসমীয়া আৰু আধুনিক ভাৰতীয় ভাষাত স্নাতকোত্তৰ (এম-এ) ডিগ্ৰী। |
| সঙ্গীত চৰ্চা – | ১। লক্ষ্ণৌ ভাটখণ্ডে সংগীত মহাবিদ্যালয়ত কণ্ঠ সংগীত শিক্ষা আৰু জগন্নাথ বৰুৱা কলেজৰ সঙ্গীত প্ৰতিযোগিতাত দুবাৰ (১৯৪৫ ৪৬) প্ৰথম স্থান লাভ।<br>২। মোমায়েক ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ 'গীতালি' নামৰ গীতৰ পুথিত স্বৰলিপিৰ প্ৰস্তুতি। |
| কৰ্মজীৱন – | ১। গোলাঘাটৰ দেৱৰাজ কলেজত অধ্যাপনা<br>২। লক্ষ্ণৌৰ "The Pioneer" দৈনিক কাকতত সাংবাদিকতা<br>৩। যোৰহাটৰপৰা "প্ৰগতি" আৰু গুৱাহাটীৰপৰা মহিলা পত্ৰিকীয়া 'উৰ্মলি'ৰ সম্পাদনা।<br>৪। সোণাৰাম হাইস্কুল, অসম বাণী, প্ৰেছ ইনফৰমেশ্যন মুখ্য জনসম্পৰ্কৰক্ষী বিষয়াৰূপে অৱসৰ গ্ৰহণ। |
| সাহিত্য ৰচনা ঃ | |
| নাটক – | কালিদাস (১৯৫১), কাঞ্চনমলা (১৯৫৪), ত্ৰিৰঙ্গ (১৯৬৩), নাটঅৰ্ঘ্য "কাঞ্চনমলা"ৰ বাবে অসম চৰকাৰৰ পুৰস্কাৰপ্ৰাপ্তি |
| গল্প – | নিলিখা ইতিহাস (১৯৬১) আৰু স্মৃতিৰ এলবাম (১৯৬৬)। |
| কবিতা – | ইঙ্গিতা (১৯৫২) |
| ৰম্য ৰচনা – | বাটৰ দুবৰি বন (১৯৫৬), স্বগত (১৯৬২), মদাৰ ফুলৰ মালা (১ ম আৰু ২য় খণ্ড – ১৯৬৮ আৰু ১৯৮৯), দুবৰি বনৰ মুকুতা (১৯৭৭), যুগৰ পাঁচালি (১৯৯০) আৰু ইংৰাজীত Treasured Moments (১৯৮৩)। |

# মদাৰ ফুলৰ মালাকাৰ — হেমচন্দ্ৰ শৰ্মা

হেম শৰ্মাৰ ৰচনা এখনত চকু পৰিলেই মোৰ আগষ্টাইন বিৰেলে কাউপাৰৰ ৰচনা সম্পৰ্কে দিয়া সেই মন্তব্যষাৰলৈ মনত পৰে — "লিখনিবোৰ ধেমেলীয়া, বিদ্রূপাত্মক, মধুৰ, ভাল লগা আৰু শ্লেষাত্মক — মুঠতে পুৰণি জোতা এযোৰৰ দৰেই সহজ।" ইংৰাজী সাহিত্যৰ লেম্ব আৰু এডিচনৰ আৰ্হিত একে-লেথাৰিকৈ লিখি থকা সম্ভৱতঃ সৰ্বাধিক সংখ্যক ব্যক্তিমুখী ৰচনাৰ লেখক হেমচন্দ্ৰ শৰ্মাৰ শ শ ৰচনাৰ ক্ষেত্ৰত মন্তব্যষাৰ প্ৰয়োগ কৰিব পাৰি। পঞ্চাছৰ দশকতে আৰম্ভ কৰি তেওঁ প্ৰায় চল্লিছ বছৰ ধৰি ক্ৰমশঃ শক্তিশালীভাৱে কলম চলাই আছে। মই মোৰ প্ৰাথমিক আৰু হাইস্কুলৰ দিনবোৰ আৰু সৰু তৰাজান জুৰিটোৰ কথা পাহৰিব নোৱাৰোঁ — সেই তৰাজানৰ উত্তৰ পাৰে হেমদাদা আৰু অধ্যাপক কিৰণচন্দ্ৰ শৰ্মাৰ ঘৰ — তেওঁলোক মোতকৈ কেইবছৰমানৰ ডাঙৰ। মই দাদাৰ লিখনিসমূহৰ প্ৰতি আকৃষ্ট হওঁ — সেইবোৰ সহজভাৱে, অনায়াসে আৰু লুক-ঢাক নকৰাকৈ তেওঁৰ মনৰ পৰা নিঃসৃত হোৱা নিজস্ব কথা। তেওঁৰ ৰচনা বা স্বগতোক্তি অথবা তেওঁৰ অসংখ্য সৰু সৰু ঘটনাবোৰ অকল তেওঁৰেই অনুভৱ নহয়, সেইবোৰ মোৰ আপোনাৰো অব্যক্ত অনুভূতি আৰু সেইবোৰ আপুনি ভাল নাপাই নোৱাৰে।

মই নাজানো, আজিকালি আমাৰ ইংৰাজী মাধ্যমৰ কনভেণ্ট নাইবা দুখীয়াৰ অসমীয়া মাধ্যমৰ প্ৰাথমিক বিদ্যালয়ৰ ল'ৰা-ছোৱালীবোৰক "গৰু"ৰ বিষয়ে লিখিবলৈ দিয়েনে নিদিয়ে। কিন্তু আমাৰ দিনত সাহিত্য-চৰ্চাৰ প্ৰাথমিক পৰ্য্যায়ত তৰাজান বুঢ়াগোঁহাই পুখুৰী প্ৰাথমিক বিদ্যালয়ৰ তৃতীয় শ্ৰেণীত আমাৰ আটাইতকৈ অভিশপ্ত প্ৰাণী গৰুৰ বিষয়ে ৰচনা লিখিবলৈ বাধ্য হৈছিলোঁ। আমাৰ লিখাবোৰ কম-বেছি পৰিমাণে একে ধৰণৰ ক্ষুদ্ৰ সাহিত্য প্ৰচেষ্টা আছিল — "গৰু এবিধ চাৰিঠেঙীয়া পোহনীয়া জন্তু।"

মোৰ স্পষ্টকৈ মনত আছে ১৯৩৭ চনৰ সেই দিনটোৰ কথা। সেই দিনা সেই সময়ৰ অসমৰ "প্ৰধানমন্ত্ৰী" আৰু সুসন্তান চাৰ মহম্মদ চাদুল্লাই অসমৰ আজি পৰ্য্যন্ত দেখা দীৰ্ঘতম শিক্ষাধিকাৰ জি. এ. স্মল আৰু অসমীয়া সাহিত্যৰ উজ্জ্বল ৰত্ন অসম উপত্যকাৰ স্কুলবোৰৰ পৰিদৰ্শক শৰৎচন্দ্ৰ গোস্বামী সমন্বিতে মাটিৰ মজিয়াৰ আমাৰ বিদ্যালয়টি পৰিদৰ্শন কৰিছিল। আমি "গৰু"ৰ সৃষ্টিত ব্যস্ত আৰু আমাৰ হেড চাৰ মেলেৰীয়া ৰোগীৰ দৰে কঁপি আছে, তেনেতে হঠাৎ শ্ৰেণীৰ সকলো ছাত্ৰ আৰু লগতে হেড চাৰকো হতভম্ব কৰি চাৰ চাদুল্লাই লিখি থকা বহীখনৰে সৈতে মোক দাঙি সেই পৰ্য্যন্ত দেখা সৰ্বোচ্চ আকাৰৰ স্মলৰ

মুখামুখিকৈ দাণ্ডি ধৰিলে। মোৰ আৰু মনত পৰে – হেড্‌চাৰৰ তেতিয়া মুখমণ্ডলত কেনে প্ৰশান্তিৰ ভাব এটা ফুটি উঠিছিল। "প্ৰধানমন্ত্ৰী"ৰ পৰিদৰ্শন উপলক্ষে আমাৰ স্কুল তিনি দিনৰ বন্ধ দিলে। তেওঁলোক যোৱাৰ পাছত হেড চাৰে বাকী থকা ছজন সহপাঠীৰ বহীবোৰ চাবলৈ ধৰিলে আৰু মোক্ষেশ্বৰ আৰু মোৰ বাহিৰে বাকীবোৰক চিঞৰি চিঞৰি ক'বলৈ ধৰিলে – "গৰুহঁত, এইবোৰ কি লিখিছ!" হেম শৰ্মাই সেই একেখন বিদ্যালয়তে পঢ়িছিল নে নাই নাজানো। খুব সম্ভব – পঢ়িছিল। মই তেনে এটা ধাৰণাত উপনীত হোৱাৰ কাৰণ – মই তেওঁৰ বিখ্যাত ৰচনা "গৰু" পঢ়োঁতে আমাৰ সহপাঠীসকলে সন্মুখীন হোৱা বিপদৰ প্ৰতিবিম্ব দেখা পাওঁ – "এই সোপাকে লিখিছ, গৰু!" হেডচাৰে উচ্চাৰণ কৰা "গৰু" শব্দটোত যি ভাব, যি গতি, যি শক্তি নিহিত আছে, তাৰ প্ৰতিশব্দ "কাও"ত নাই। হেডচাৰৰ "গৰু" উচ্চাৰণত এজন অসমীয়াৰ মনত – তেওঁ পৃথিৱীৰ য'তে লাগে নাথাকক – দুৰ্বাসাৰ ক্ৰোধ প্ৰকাশ পায়।

গৰুৰ গাত ঈৰ্ষা লাগি যোৱাকৈ সিমানবোৰ গুণ থকা সত্ত্বেও আমাক গৰুৰ লগত তুলনা কৰিলে বা গৰু বুলিলে আমি কিয় বেয়া পাওঁ – সেই কথালৈ হেম শৰ্মাই অকপটভাৱে দুখ কৰিছে। অকপট তেওঁৰ ৰচনাবোৰ, তেওঁৰ স্বগতোক্তিবোৰ বা তেওঁৰ সৰু সৰু ঘটনাবোৰ আপোনাৰ এনেয়ে ভাল লাগে, সেইবোৰ কেৱল তেওঁৰ নহয়, মোৰো অনুভব হয় আৰু মই আচৰিত হওঁ – মই প্ৰকাশ কৰিব নোৱাৰা সেইবোৰ তেওঁ ইমান নিখুঁতকৈ কেনেকৈ প্ৰকাশ কৰিব পাৰে।

"সৰু ঘৈণীৰ ল'ৰাটোৱে গিলাচটো ভাঙি পেলালে। মনত এনেহে, যেন মূৰটো চোবাই পেলাম। কিন্তু সেই খং ছাটি মনতে তলা মাৰি থৈছোঁ।" (তলা)

"গঙ্গাৰাম আহিছে লগত গাভৰু জীয়েকক লৈ। আপুনি গঙ্গাৰামৰ লগত চাউলৰ দাম বাঢ়িল, বৰষুণ কেতিয়া দিব – এনে নিৰস কথাত ব্যস্ত যেন দেখুৱায়ো বিতচকুৰ ফাঁকেদি মাজে মাজে উপভোগ কৰিব পাৰে জীয়েকৰ মৰম-লগা মুখনি।" (বিতচকু)

'সাধাৰণতে দু অনাৰ চাহ খালে নাৰী এটি কাষত থকাৰ দিনা আমি খাম দু টকিৰ!" (নাৰী ৰহস্য)

হেম শৰ্মাৰ ৰচনাবোৰত তিলকীয়া শব্দৰ যাদু আৰু সজীৱতা বিচাৰিলে আপুনি হতাশ হ'ব। তেওঁৰ প্ৰায় সকলোবোৰ ৰচনা প্ৰথম পুৰুষত লিখা – সেইবাৰ ছবিৰ দৰে, চিনেমাৰ টুকুৰাৰ দৰে ক্ষিপ্ৰ গতিৰ আৰু ৰচনাবোৰৰ আৰম্ভণি আৰু সামৰণিত একোটা নাটকীয় স্পৰ্শ। হেম শৰ্মাই প্ৰায়বোৰ ৰচনাত ব্ৰেট হাৰ্টৰ কৌশলেৰে আৰু অ'হেনৰীৰ আৰ্হিত আশ্চৰ্য্যৰ টোপোলা একোটা দি যায়। দৰাচলতে স্বাভাৱিক আনন্দ, বিমল হাস্য, মাজে মাজে বিদ্ৰূপৰ ছিটিকনি, চৰিত্ৰবোৰৰ মানসিকতা সম্পৰ্কে বিস্তৃত জ্ঞান ইত্যাদিৰ বিবেচনাৰে হেম শৰ্মা তেওঁৰ ৰচনাবোৰৰ সন্দৰ্ভত অ'হেনৰীৰ এটা অসমীয়া ৰূপ।

অ'হেনৰীৰ বিচিত্ৰ ৰূপৰ কাপেঁট বেচা মানুহ, সকলো ৰোগ আৰোগ্য কৰা মানুহ নাইবা মুকলি বজাৰৰ কিবা নহয় কিবা এটা বিকা মানুহৰ চৰিত্ৰসমূহেৰে ভৰা গল্পৰ বিষয়ে এইচ. ই. বেট্‌চে দিয়া মন্তব্য সমূহীয়াভাৱে হেম শৰ্মাৰ ৰম্য ৰচনাবোৰতো প্ৰযোজ্য। নৱকান্ত আৰু ডাঃ হেম বৰুৱাৰ দৰে হেম শৰ্মাও তেওঁৰ ৰচনাবোৰৰ অসংখ্য চৰিত্ৰবোৰৰ প্ৰকৃত ছবি আমাৰ সন্মুখত দাঙি ধৰাত সিদ্ধহস্ত। কলিকতা আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়াত এম. এ. ডিগ্ৰীধাৰী হেম শৰ্মাৰ জীৱনীও তেওঁৰ ৰচনাবোৰৰ দৰেই আকৰ্ষণীয়। "বাটৰ দূবৰি বন", "মদাৰ ফুলৰ মালা", "যুগৰ পাঁচালি", "দূবৰি বনৰ মুকুতা", "স্বগত" আদি পুথিৰে আমাৰ সাহিত্যত সৰ্বাধিক মনোমোহা চুটি চুটি ৰম্যৰচনাৰ লেখক গৰাকী এসময়ৰ গোলাঘাট কলেজৰ অসমীয়া অধ্যাপক, সোণাৰাম হাইস্কুলৰ শিক্ষক, প্ৰেছ্ ইনফৰমেশ্যন বুৰ'ৰ বিষয়া, গুৱাহাটী তেল শোধনাগাৰৰ মুখ্য জন সম্পৰ্ক ৰক্ষী বিষয়া, অধুনা লুপ্ত "উৰুলি"ৰ সম্পাদক, "কাঞ্চনমলা" নামৰ নাটকৰ বাবে অসম চৰকাৰৰ পুৰস্কাৰ বিজেতা আৰু কবিয়েই নহয়, লগতে লক্ষ্ণৌৰ ভাটখণ্ডে সংগীত মহাবিদ্যালয়ত পঢ়ি অহা এজন সঙ্গীতজ্ঞও।

সংকলন কেইটিত থকা সকলোবোৰ ৰচনা অসমীয়া আৰ্থ-সামাজিক জীৱনৰ ৰাজহাড় স্বৰূপ অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ জীৱন্ত আৰু মনোমোহা ছবিৰে ভৰপূৰ। তেওঁৰ ৰম্য-ৰচনাৰ স্বাদ অনুবাদেৰে জনোৱা কঠিন, সেইদৰে তেওঁৰ কেতবোৰ বৰ্ণনা পাহৰাও কঠিন ঃ

"শাহুৱেকে বোৱাৰীয়েকক শাও দিছে — জহনীত মৰতী, চকুকেটা ফুটিল নেকি? তাৰ উত্তৰত বোৱাৰীয়েকৰ উক্তি — চকু তাঁততে থম নে বাটতে থম? লগতে হুৰ-হুৰ-মাৰ-মাৰ, ল'ৰাৰ পিঠিত বাঘ ঢকা, ছোৱালীৰ পিঠিত থিয় কিল। বিষয়টো কি? ৰান্ধনী ঘৰত গৰুৰ প্ৰৱেশ!"

"মামীয়ে কয় — ভিক্টোৰিয়া মেম'ৰিয়েল কাশীত নাই, দিল্লীত আছে। তেওঁৰ দদায়েক এজনে চাই আহিছে। মই কওঁ — থোৱা, তোমাৰ দদায়েৰে কি জানে! তেওঁ কয় — কি! তুমি দদাইদেউত ধৰিলা!" ইত্যাদি।

লগে লগে চকু ৰঙা-ৰঙি, গাখীৰ উতলি পৰা, যোৱা কেঁচুৱা সাৰ পোৱা প্ৰভৃতি ঘটনা। পুৰা সাদিন নমতা-নমতি। কিন্তু শেষত যিদিনা আহিবলৈ ওলাম, দেখিম — লুকাই লুকাই মামীয়ে চকুপানী টুকিছে।"

(এইখন কি ৰচনা)

"ৰাতিপুৱা পানীৰ কলহটো আদখিনীয়া পালে শাহুৱেকে বোৱাৰীয়েকক কেটেৰায়, হতচিৰীয়ে এটোপা পানী নাইকিয়া কৰি থয়!"

(ফোঁট)

এইবোৰ সচৰাচৰ দেখি থকা আমাৰ জীৱনৰ খণ্ড খণ্ড ছবি। তাত আপুনি একো বিশেষত্ব নাইবা নতুনত্ব নাপাব। কিন্তু অননুকৰণীয় আৰু মনোমোহা

প্ৰকাশভঙ্গীৰে তেনেবোৰ সাধাৰণ আৰু তুচ্ছ তুচ্ছ কথা অতি দক্ষতাৰে আৰু ভাল লাগি যোৱাকৈ উদ্‌ভাসিত কৰি তুলিছে আৰু সেইবোৰ উইলিয়াম হেজলিটৰ "ইণ্ডিয়ান জাগলাৰ্চ" বা ভাৰ্জিনিয়া উলচৰ "লিনিং টাৱাৰ"ৰ কেতিয়াও শেষ নোহোৱা ধৰণৰ নহৈ অবিশ্বাস্যভাৱে চুটি আৰু স্বয়ংসম্পূৰ্ণ সংক্ষিপ্ত বৰ্ণনা। ক'লে সম্ভৱ অত্যুক্তি নহ'ব – অসমীয়া সাহিত্যত হেম শৰ্মাৰ ৰচনাবোৰ সম্ভৱ আটাইতকৈ চমু– সেইবোৰ ফ্ৰেন্সিচ বেকনৰ ৰচনাৰ দৰে – বিষয়বস্তুৰ ফালৰ পৰা নহয়, কাৰণ সেইফালৰ পৰা তেওঁলোক সুমেৰু-কুমেৰুৰ দৰে পৃথক। সুদক্ষ কাৰিকৰৰ দৰে হেম শৰ্মাই তেওঁৰ বৰ্ণনাবোৰ দেৰ পৃষ্ঠা বা দুই পৃষ্ঠাত সম্পূৰ্ণ কৰে। পাঠকৰ মাজত জনপ্ৰিয় হোৱাৰ ইও এটা কাৰণ। কাৰণ বৰ্তমানৰ ব্যস্ততাৰ মাজত চাৰ ফিলিপ চিডনিৰ "এপ'লজি ফৰ পয়েট্ৰি"ৰ দৰে ৰচনা পঢ়িবলৈ আমাৰ সময় আৰু ধৈৰ্য্য নাই। কাউলিৰ প্ৰথম পুৰুষত লিখা আৰ্হিৰে শৰ্মাই হাস্য-ব্যঙ্গৰ ঢাকনীৰে নৈতিক শিক্ষা দিবলৈও ৰচনাবোৰ লিখিছে। এডিচনৰ দৰে তেওঁ যেন পৰাপক্ষত বিশেষ আঘাত নিদিয়াকৈ কোমল শ্লেষ আৰু আনন্দদায়ক বিদ্ৰূপৰ অস্ত্ৰ ব্যৱহাৰ কৰিছে। সংকলন কেইটিৰ আটাইবোৰ ৰচনা অতি জনপ্ৰিয়, কাৰণ সেইবোৰ চুটি, স্বয়ংসম্পূৰ্ণ, সহজ আৰু ইংগিতপূৰ্ণ।

শৰ্মাৰ উপসংহাৰতে যৱনিকা নপৰে। তেওঁ তেওঁৰ পাঠকক দুপতীয়া ৰচনা পঢ়ি থাকিবলৈ এৰি দিয়ে – তেওঁৰ পাঠকে নিজে কল্পনা কৰি তেওঁৰ ৰচনাৰ ওপৰঞ্চিকৈ সংযোজন কৰে। এইটো বিখ্যাত আব্দুল মালিকৰ ৰচনাশৈলী – এই শৈলী তেওঁ তেওঁৰ বহুতো অমৰ গল্পত প্ৰয়োগ কৰিছে।

হেম শৰ্মাই ক্ষুদ্ৰ সংক্ষিপ্ত ৰচনাৰ কণ কণ বড়িবোৰত নিজৰ জীৱনৰ ঘনীভূত অভিজ্ঞতাৰ সৃষ্টিৰে ব্যক্তি বিশেষ বা বহু ব্যক্তিৰ সমগ্ৰ জীৱনটো যেন সম্মুখত দাঙি ধৰাৰ প্ৰয়াস কৰে আৰু তাকে কৰিবলৈ তেওঁৰ বাবে কেইটামান ঘটনা, কেইটামান মুহূৰ্ত আৰু কেইটামান আঁচোৰেই যথেষ্ট – সেইবোৰ সঁচাকৈয়ে সুন্দৰ।

ই. ভি. লুকাচৰ মনোমোহা ৰচনাবোৰ লিখাৰ কৌশলৰ এটা বিশেষত্ব আছে। তেওঁ নিজৰ মতাদৰ্শ সাব্যস্ত কৰিবলৈ দৃষ্টান্তৰ তালিকাৰে পাঠকক আমনি নলগায়। কেতিয়াবা হেম শৰ্মা জ্বৰ উঠি যোৱাকৈ আমনিদায়ক। ই. ভি. লুকাচে তেওঁৰ বিখ্যাত ৰচনা "কমিটী"ৰ ক্ষুদ্ৰ পৰিসৰত চৰিত্ৰবোৰৰ ভিতৰত চুটি চুটি আৰু ৰহস্যপূৰ্ণ সংলাপ যোগ দিছে। হেম শৰ্মাই তেওঁৰ বহুতো ৰচনাত অতি সফলতা আৰু কৌশলেৰে এই পদ্ধতিটো অৱলম্বন কৰিছে। মই তলত কেইটামান দৃষ্টান্ত দিছোঁ –

"চাইকেলখন আনি ল'ৰাহঁতক যদি আপুনি কয় – এইখন চুলে তইঁত ৰসাতললৈ যাবি – তইঁতৰ উন্নতি নহ'ব – হাতত লেকচা পোকে ধৰিব – তথাপি সেইবোৰ ভাবুকি ল'ৰাই ভয় নকৰে।" (তলা)

"এদিন এজনক কীণোৱা দেখি সহানুভূতি জনাই ক'লোঁ – "আপুনি কীণাইছে, স্বাস্থ্যলৈ মন দিব।" তাৰ উত্তৰত তেওঁ কি ক'লে, শুনিব? "আপুনি অভদ্ৰ?"
(কৈচা)

ওঠৰ শতিকাৰ ইংৰাজী ৰচনাৰ লেখকসকলে তেওঁলোকৰ সুন্দৰ ৰম্যৰচনাবোৰৰ যোগেদি সেই সময়ত দেখা দিয়া সামাজিক ভণ্ডামি আৰু নৈতিকতাৰ অভিনয় তীব্ৰ ভাষাৰে সমালোচনা কৰিছিল। তেওঁলোকে দুখন পত্ৰিকা – "স্পেক্‌টেটৰ" আৰু "টেট্‌লাৰ"ত প্ৰকাশিত বিভিন্ন ৰচনাৰ মাজেদি নিৰ্দোষ যেন লগা অভিমতেৰে পাঠকৰ বুকুত আঘাত হানিছিল। প্ৰকৃততে তেওঁলোকে নিজৰ লাভৰ বাবে পাঠক ৰাইজক দিছিল চেনীৰে মিঠা লগাকৈ তিতা কুইনাইনৰ বৰি। তেওঁলোকে সমূলি নীতিজ্ঞান দিয়া নাছিল, নাইবা, উপদেশো দিয়া নাছিল। হেম শৰ্মা এই অৰ্দ্ধ শতাব্দীটোত আমাৰ সাহিত্যৰ সম্ভৱতঃ আটাইতকৈ মহৎ কুইনাইন খুউৱা ৰচনা লেখক। আপুনি তেওঁৰ ৰচনাবোৰ পঢ়ক – সেইবোৰ পুনৰ পুনৰ পঢ়িবলৈ আপোনাৰ ভাল লাগিব। আৰু তিতা বড়িৰ সোৱাদ লাহে লাহে প্ৰত্যক্ষ হ'ব – তেতিয়া পাঠকে নীৰৱ মুহূৰ্তত শৰ্মাৰ নিৰ্বোধ উক্তিবোৰ পাগুলিবলৈ ল'ব।

তেওঁৰ "নাৰী ৰহস্য" আমাৰ সমাজক পঙ্গু কৰি পেলোৱা সামাজিক ভণ্ডামিবোৰৰ বিৰুদ্ধে তীব্ৰ বিষেদ্‌গাৰ। বহুত দিনৰ আগতে "ইদানিং" নামৰ বঙালী পত্ৰিকা এখনত দুলাল দাসৰ তেনে এখন ৰচনা পঢ়িছিলোঁ। সেই সুন্দৰ ৰচনাখনৰ অৰ্থপূৰ্ণ বাণীবোৰে পাঠকৰ অন্তৰত আঘাত নহনাকৈ নোৱাৰে।

"মহৎ এই নাৰ্চবোৰ। সেবাৰ আদৰ্শৰে উদ্বুদ্ধ ফুল সদৃশ তেওঁলোকৰ জীৱনবোৰে আমাৰ ৰুগ্ন অৱস্থিতি মধুময় কৰি তোলে। প্ৰতিদান স্বৰূপে তেওঁলোকৰ জীৱনবোৰ উছৰ্গা কৰে। আমাৰ সভ্যতাৰ কবৰত তেওঁলোক শ্বহীদ।"
(আমাদেৰ চোখে)

কিন্তু হেম শৰ্মাৰ ৰচনাত নাৰ্চ সম্পৰ্কে কৰা ইঙ্গিতপূৰ্ণ অভিমতটো সত্য হ'লেও ইয়াত দুলাল দাসৰ মন্তব্যবাৰৰ সৌন্দৰ্য্য ফুটি উঠা নাই।

তেওঁৰ বহুতো ৰচনাত বিশুদ্ধ আৰু সৰল হাস্যৰস উপচি পৰিছে। ডাঃ হেম বৰুৱাৰ দৰে হেম শৰ্মাৰ হাস্যৰসৰ উৎপত্তি অসমতা প্ৰদৰ্শনত।

"বিজ্ঞাপনখনত ভাল বিড়ি তৈয়াৰ কৰিব পাৰে বুলি কোম্পানীয়ে কাৰিকৰ-জনৰতো ছবি নিদিয়ে, দিয়ে কেতিয়াও বিড়ি স্পৰ্শ নকৰা ফিল্মষ্টাৰ এজনীৰ।"
(নাৰী ৰহস্য)

শৰ্মাই আনে নেদেখা নাইবা মন নকৰা কেতবোৰ কথাৰে আপোনাক হাঁহিবলৈ বাধ্য কৰে – সেইবোৰ তেওঁ হঠাতে আৰু নিৰ্দোষ ভাৱেৰে উত্থাপন কৰে।

"নাৰীয়ে সকলোৰে শেষত শোৱে, সকলোৰে আগতে উঠে।" এনেবোৰ উক্তিত আমি লেখকৰ কোনো আক্রোশ বা সহানুভূতিৰ চিন নাপাওঁ, কিন্তু তাৰপৰা নির্গত হোৱা মানবীয় সহানুভূতিৰ জোৱাৰৰ সন্মুখীন হওঁ।

ওপৰত উদ্ধৃত কৰা দৃষ্টান্তত বিশেষ "নাৰী" শব্দটোৰ ব্যৱহাৰে শর্মাৰ বিশেষ পৰিস্থিতিত বিশেষ শব্দ ব্যৱহাৰ কৰিব পৰা দক্ষতা প্রদর্শন কৰে। সাধাৰণ এটা বাক্যৰে শর্মাই তেওঁৰ পাঠকক ডাঙৰকৈ আৰু অকলে হাঁহি থাকিবলৈ বাধ্য কৰে। তেওঁ লিখিছে –

"নাৰীৰ বিষয়ে কবিতাহে লিখা হৈ আছিছে। ৰচনা ৰবকৈ পাবলৈ নাই।"

(নাৰী ৰহস্য)

কেতিয়াবা এটা বা দুটা আচৰিত ধৰণৰ বাক্যৰ পৰাও শর্মাৰ হাস্যৰস উদ্ভৱ হয়। তেনেসময়ত তেওঁৰ, হাস্যৰস তিলক হাজৰিকাৰ বিদ্রূপৰ শাৰীলৈ উঠে –

"ৰবকৈ চিন্তা কৰিলে বোলে চুলি সৰে, ক'ব নোৱাৰোঁ কিমানদূৰ সঁচা, কিন্তু চুলি সৰিলে যে চিন্তা হয়, সেইটো সঁচা দেই।"

(চুলি)

তেওঁ যেতিয়া দৈনন্দিন জীৱনৰ সাধাৰণ পৰিস্থিতি একোটা বর্ণনা কৰে, তেতিয়া মই অকলে নহঁহাকৈ নোৱাৰোঁ। নাপিতে আপোনাৰ চুলি কটাৰ সময়ত আপুনি যেতিয়া নিজকে এৰি দিয়ে, তেতিয়া আপুনি নিশ্চয় এনে এটা পৰিস্থিতিৰ সন্মুখীন হয় –

"আপুনি থৰ লাগি বহি থাকিব লাগিব। নাপিতে ইচ্ছামতে আপোনাৰ কাণত ধৰিব, মূৰটো ইফাল-সিফাল কৰিব – আৰু যে কত কি!"

(চুলি)

হেম শর্মাৰ বিদ্রূপ তীক্ষ্ণ। তেওঁ কঠোৰভাৱে আঘাত হানিবলৈ দ্বিধাবোধ নকৰে। "মদাৰ ফুলৰ মালা"ত তেওঁ আমাৰ সামাজিক ভণ্ডামিবোৰ কঠোৰভাৱে উদঙাই দেখুৱাইছে। ধেমেলীয়া কথাৰে তেওঁ আমাৰ অন্ধ বিশ্বাসবোৰত বিদ্রূপ হানিছে –

"আপুনি পৰীক্ষা দিবলৈ ওলাল। ওলাওঁতেই যদি সেন্দূৰৰ ফোঁট দিয়া নাৰিকল এটা দেখিলে, আপোনাক আৰু কোনে পায়?"

(ফোঁট)

তেওঁৰ ফোঁট, ফেঁচা আদি ৰচনাবোৰ বিদ্রূপপূর্ণ কথাৰে ভৰা। তেওঁৰ বিদ্রূপ আৰু শ্লেষবোৰ তেওঁৰ নিজৰ, আপোনাৰ আৰু মোৰ দুর্বলতাক উদ্দেশ্য কৰিয়েই।

"সবল হ'বলৈ আমি উপদেশ দিওঁ – কিন্তু সবল মানুহক আমি হাঁহো।"

(তলা)

সামাজিক দোষবোৰৰ গৰিহণা দিওঁতে শৰ্মা নিৰ্দয়। তেওঁ কৰতৰ ধাৰেৰে আপোনাক কাটে :

"পুৰুষৰ কপালত ফোঁট দেখিলে বাট এৰি দিব লাগিব – তেওঁ অস্পৃশ্য অৰ্থাৎ তেওঁক চুলে পুনৰ গা ধুব লাগিব।"

(ফোঁট)

মই কৃপাবৰী হাস্যৰসৰ ঐতিহাসিক প্ৰয়োজনীয়তা নুই কৰিব নোখোজোঁ। কিন্তু বেজবৰুৱাৰ বিশেষ ধৰণৰ কৃপাবৰী ধেমালি, হাস্য আদি নতুনকৈ চোৱাৰ সময় আহিল। নহ'লে চনৰ পাঠকে "ঢেকী কবি"ৰ হাস্যৰস উপভোগ কৰিব নোৱাৰে। পাঠকৰ মানসিক প্ৰক্ৰিয়া সক্ৰিয় কৰিব নোৱাৰা সেই ৰচনাবোৰ বৰ্তমান অচল 'চেক'। (Cheque).

হেম শৰ্মাৰ 'ফেঁচা' ৰচনাখন পঢ়োঁতে মোৰ এইচ. এম. থমলিনচেনৰ ফেঁচা এটাৰ বিষয়ে লিখা ৰচনাখনলৈ মনত পৰে। ফেঁচাৰ বিষয়ে ক'বলৈ গৈ থমলিনচেনে নিজৰ চিনাকি "জবি" নামৰ ফেঁচাটোত এটা ব্যক্তিত্ব আৰোপ কৰিলেও সকলো ফেঁচাৰ বিষয়েই কৈছে। হেম শৰ্মাই তেওঁৰ 'মাৰ্জাৰস্য আত্মকথা' নামৰ বিখ্যাত ৰচনাখনৰ দৰে ফেঁচাটোৰ অন্তৰ্জগতখনৰ কথা কোৱা হ'লে!

হেম শৰ্মাই 'জোতা' ৰচনাখন নিলিখা হ'লেই ভাল আছিল – সেইখন বহুৱালিৰ বাহিৰে একো নহয়। অৱশ্যে সকলো লেখকৰ পক্ষেই প্ৰতিটো বস্তুৰেই প্ৰথম শ্ৰেণী বিশিষ্ট কবি সৃষ্টি কৰা সম্ভৱ নহয়। তেওঁৰ 'চুলি' ৰচনাখন পঢ়োঁতে চৈয়দ মুজতবা আলিয়ে কৰা মন্তব্যষাৰলৈ মনত পৰিছিল। আলিৰ সেই নিৰ্দোষ কথাবোৰ পঢ়ি হাঁহি হাঁহি মই সঁচাকৈয়ে আধামৰা হৈছিলোঁ। আমাৰ সাহিত্যত শৰ্মাৰ 'চুলি'খনেই সম্ভৱ আটাইতকৈ চুটি ৰম্য ৰচনা।

আপুনি তিলক হাজৰিকাৰ ৰচনাবোৰত উদ্ধৃতি আৰু প্ৰসঙ্গৰ শেষ নোহোৱা দীঘলীয়া শোভাযাত্ৰাৰ সন্মুখীন হ'ব। হেম শৰ্মাৰ ৰচনাত সেইবোৰৰ প্ৰৱেশ নিষেধ। নৱকান্ত আৰু তিলক হাজৰিকাৰ ৰচনাত বুদ্ধিদীপ্ত উক্তিৰ প্ৰাধান্য, হেম শৰ্মাৰ ৰচনাত তেনে চমক বিচাৰিলে আপুনি হতাশ হ'ব।

পঞ্চাছ আৰু ষাঠিৰ দশকৰ আধুনিক কবিতাত তিনিওবিধ বন্ধনীয়ে সৃষ্টি কৰা বিপৰ্য্যয়ৰ কথা সকলো কাব্যপ্ৰেমীৰ বৰ্তমান জ্ঞাত। হেম শৰ্মাৰো ভালেমান ৰচনাত এই বৈশিষ্ট্য বিদ্যমান। কেতিয়াবা তেওঁ আমনি লগাকৈ একে বাক্যাংশ বা শব্দ ব্যৱহাৰ কৰা দোষত ভুগিছে। উদাহৰণ স্বৰূপে 'কিজানি' শব্দটো ব্যৱহাৰ কৰিবলৈ তেওঁ ভাল পায় – এই দুৰ্বলতাটো 'তলা', 'বিতচকু', 'এইখন কি ৰচনা' আদিত লক্ষ্য কৰিব পাৰি।

কামাখ্যাৰ ভক্তৰ কপালত 'কেছমেমো'ৰ দৰে দিয়া ৰঙা ফোঁটৰ বৰ্ণনা, "এইখন কি ৰচনা"ত আঠোটা দফাৰ প্ৰথম আখৰটো লগাই "মোমাইদেউ"

সম্বোধনবোৰ গূঢ়াৰ্থ ব্যক্ত কৰাৰ মৌলিক কৌশল প্ৰকৃততে ভাল লগা। ডাঃ জনচনৰ ৰম্য ৰচনাৰ প্ৰায়ে উদ্ধৃতি দিয়া সংজ্ঞা 'মনৰ মুকলি ভাবাবেশ' হেম শৰ্মাৰ ৰচনাত যথাযোগ্য যুক্তিৰ আধাৰৰ অদৃশ্য আভাস মই লক্ষ্য কৰোঁ।

এ. জি. গাৰ্ডনাৰৰ দৰে হেম শৰ্মাৰ বিষয়বোৰ অত্যন্ত সাধাৰণ। গাৰ্ডনাৰে যেনেকৈ এটা ছাতি, দীঘল আৰু চুটি ভৰি, এটা টুপীৰ বিষয়ে লিখিছে, হেম শৰ্মায়ো ছাতি, চাইকেল, তামোল, ফেঁচা নাইবা গৰুৰ বিষয়ে লিখিছে।

সংৰক্ষণশীল পাঠকে হেম শৰ্মাৰ সাধাৰণ আৰু তুচ্ছ বিষয়বোৰৰ নিৰ্বাচনত অনুমোদন নজনাব পাৰে, কিন্তু তেনেবোৰ ক্ষুদ্ৰ আৰু তুচ্ছ বিষয় লৈ অনুভূতি প্ৰকাশ কৰাৰ সাহসৰ প্ৰতি মোৰ আন্তৰিক শলাগ জনাইছোঁ। মই যেতিয়া গাৰ্ডনাৰৰ কোনো ৰচনা হাতত তুলি লওঁ, তেতিয়াই মোৰ তেওঁৰ নিৰ্দোষ ৰস-ৰহস্যৰ সম্মুখীন হোৱাৰ মানসিক প্ৰতিক্ৰিয়া আৰম্ভ হয়। আকৌ গাৰ্ডনাৰৰ দৰে হেম শৰ্মাই তেওঁৰ ৰসালাপৰ মাজতে কেতবোৰ ৰচনাত কাব্যিক প্ৰকাশৰ জিলিঙনি আনি দিয়ে – যিবোৰ হেমচন্দ্ৰ শৰ্মাৰ ধেমেলীয়া পৃথিৱীখনত মৰুদ্যানৰ দৰে। তেওঁৰ ভাষা আৰু প্ৰকাশভঙ্গীত অসমৰ একালৰ বিখ্যাত খুহুতীয়া নাট্যকাৰ কুমুদ বৰুৱাৰ প্ৰভাৱ দেখা যায়। কুমুদ বৰুৱাৰ বিখ্যাত "চাৰিৰাম লিমিটেড কোম্পানী"ৰ দৰে হেম শৰ্মাই আমাক কেইখনমান খুহুতীয়া নাটিকা দিয়া হ'লে!

হেম দাদা, আপোনালৈ মোৰ অভিনন্দন। আপুনি এতিয়া শক্তিশালী আৰু আপুনি আমাৰ ভাষাত ৰম্য ৰচনাৰ আটাইতকৈ শক্তিশালী লেখক হোৱা কামনা কৰিছোঁ।



## কুঞ্জ মেধি

জন্ম – ১৯৪২, টিপাঝাৰ, দৰঙ জিলা

শিক্ষা – এম-এ, পি-এইচ-ডি, গুৱাহাটী বিশ্ববিদ্যালয়।

সাহিত্যকৃতি – কাব্যসংকলন – নিৰ্জনৰ সোণালী আৱৰ্ত (১৯৭৯)

অন্য এক উপত্যকা (১৯৮৫)

সাগৰলৈ চিঠি (১৯৯০)

এন্ধাৰ পোহৰ আৰু জীৱনৰ (১৯৯৩)

অনুবাদ – চাৰিখন গ্ৰন্থ

পাঠ্যপুথি – ৰাজনীতি বিজ্ঞানৰ দহখন।

জাতীয় – আন্তৰ্জাতিক অনুসন্ধানমূলক লেখা ২০ খন

প্ৰবন্ধ – চল্লিছ

ইয়াৰ বাহিৰেও ডঃ মেধিয়ে বহুতো ভাৰতীয় আৰু আন্তৰ্জাতীয় সভাত ৰাজনীতিবিজ্ঞান, নাৰীৰ শিক্ষা আৰু সাহিত্য সম্পৰ্কীয় সভাত অংশ গ্ৰহণ কৰিছে।

# কুঞ্জ মেধিৰ সাগৰলৈ লিখা চিঠিবোৰ

সিদিনা অলপতে কিতাপৰ দোকান এখনত কিবা কিতাপ এখন বিচাৰোঁতে হঠাতে চকুত পৰিল এখন কিতাপ। নামটো 'সাগৰলৈ চিঠি'। কবিতা সংকলন। কবি কুঞ্জ মেধি। চেলফৰ পৰা কিতাপখন আনি থিয়ৈ থিয়ৈ ওপৰে ওপৰে চালোঁ। ভাল লগা কবিতা দেখোন। গুৱাহাটী বিশ্ববিদ্যালয়ৰ ৰাজনীতি বিভাগৰ অধ্যাপিকা কুঞ্জ মেধিৰ লিখা। কিতাপখনৰ নামটো দেখিয়েই আকৰ্ষিত হৈছিলোঁ। মানুহে মাজে মাজে ভগৱানলৈও চিঠি লিখে। হেম বৰুৱাৰ মমতাই গিৰীয়েক মৰাৰ সাত বছৰৰ পিছত চিঠি এখন লিখিছিল। মমতাৰ চিঠি। কিন্তু সাগৰলৈ চিঠি লিখা এই গৰাকী কোন কবি?

কবি কুঞ্জ মেধিৰ প্ৰথম সংকলন 'নিৰ্জনৰ সোণালী আৱৰ্ত্ত' প্ৰথম প্ৰকাশ হয় ১৯৭৯ চনতেই। পোন্ধৰটা কবিতাৰ সাতসৰী । তাৰে প্ৰথমটো কবিতা 'মুহূৰ্তৰ সোণালী আৱৰ্ত'ত কবিয়ে হয়তো নিজৰ জীৱনৰে কেইটামান অপাৰ্থিৱ মুহূৰ্তৰ সোণালী উদ্ভাস দেখিছে যাৰ সম্মুখীন হৈ তেওঁ সুন্দৰ সাংগীতিক লয়ৰ মূৰ্চ্ছনাৰে সমৃদ্ধ শৈলীত কৈছে ঃ

—"স্মিতহাস্য সুমন— জোনাক আজি নালাগে সৰিব
ছায়াপথ, তৰাৰ পুঞ্জই বতাহৰ আঙিনাত
নীলহীৰা নালাগে জ্বলাব
নক্ষত্ৰৰ অবিবৰ্ণ চকুৰ পতাত
ধ্ৰুপদী সুৰৰ আলাপে
থুপি থুপি স্বপ্নাল্পনা নালাগে আঁকিব।"

কবি বাসনাৰ অন্ধকাৰত বন্দী। তেওঁ সেই অন্ধকাৰকেই বিচাৰে। নিবিচাৰে সুন্দৰৰ শিৱ স্পৰ্শ। বংগদেশৰ কবি বুদ্ধদেব বসুৱে ঠিক তেনে এটা সাংঘাতিক প্ৰবৃত্তিৰ তাড়নাৰ মুহূৰ্ততে কৈছিল ঃ

—'প্ৰবৃত্তিৰ অবিচ্ছেদ্য কাৰাগাৰে
চিৰন্তন বন্দী কৰে ৰচেছো আমায়
নিৰ্ম্মম নিৰ্ম্মাতা মম।'

(বন্দীৰ বন্দনা)

কুঞ্জ মেধিয়ে কয় ঃ

"ক্রমাৎ প্রচণ্ড গতিৰে নামি আহে দুৰ্বাৰ বাসনাৰ
উদ্বেল স্বনন। কি ভীষণ আলোড়ন।"
(সোণালী আবৰ্ত্ত)

কবিয়ে যেন মানসিক মিলনৰ পূৰ্ণানন্দ ক্ষণত উপস্থিত হৈছে যেতিয়া তেওঁ সময়কো ৰ'বলৈ নির্মেঘ আকুতি জনাইছে যাতে চৰম আনন্দৰ লহমাৰ সুখ স্থায়ী হয়। স্থায়িত্বৰ কল্পনাৰ যি প্রত্যাশা 'তাকেই তেওঁ প্রতিফলিত কৰিছে তেওঁৰ অমূল্য ক্ষণৰ বালিচৰত ঃ

'অস্ফুট আবেগে স্বনিত কৰা গলিত মুহূৰ্ত্ত কিছু

থোপাথুপি সুমন ৰাম্না প্রান্তিক প্রান্তৰ বিটপত ওলমি আছিল অচিনাকি অয়ন-শীৰ্ষত।"

এনেধৰণৰ সাধাৰণতে ব্যৱহাৰ নকৰা— ওপৰোক্ত উদ্ধৃতিৰ শব্দৰ সমাহাৰেৰে পুষ্ট কবিতা বঙালী কবি সুধীন্দ্রনাথ দত্ত, অজিত বৰুৱা, নৱকান্ত বৰুৱা, নীলমণি ফুকনৰ কবিতাত প্রায়ে দেখোঁ—

– 'মেঘাৰ্ত্ত পাণ্ডুৰ শশী ঃ শংকাকুল শ্ৰাৱণ শৰৰী
নিৰ্নিৰ্গড় বিভীষিকা বিচাৰিছে গগণে গগণে ঃ
ব্যোমেৰ পৰিধিপৰে ভ্ৰমিতেছে, শুনি ক্ষণে ঃ ক্ষণে ঃ
জাগৰ নক্ষত্ৰদল, বৃত্তবদ্ধ কালেৰ' প্ৰহৰী"।
('কুক্কুট' – 'ক্রন্দসী' সুধীন্দ্রনাথ দত্ত)

এয়া নৱকান্ত বৰুৱা ঃ

"সূৰ্য্য অন্ধ। তথাপি সত্য সূৰ্য্যমুখীৰ স্বীকৃতি
জীৱন গীতাৰ পাণ্ডুলিপি তাৰে লেখা।
বিদায়ী নিশাৰ স্বপ্ন কুঁৱলী ছিন্ন কৰ –
নিশিগন্ধাৰ বিকল স্নায়ুৰ বিকৃতি।"

এয়া অজিত বৰুৱা ঃ

"সাগৰ সংগম যেন বিশ্বব্যাপী প্রসাৰিত স্বস্তিৰ নিশ্বাস
সাগৰ অম্বৰ য'ত অম্বৰ সাগৰ। ভীম ভেৰী মন্দ্ৰ
সপ্তকত। যাত্ৰা য'ত বিৰতি স্তব্ধ।"
(উত্তৰাৰ্দ্ধ)

এয়া বিষ্ণু দে ঃ

"অন্তহীন অন্ত্যোষ্টিৰ অন্তে অবশেষে হৃদয়েৰ প্ৰত্যন্তপ্ৰদেশে দূৰ ৰামধুনি আশ্রয়ে পালায় ... "এ বড় বিচিত্র দেশ"

কুঞ্জ মেধিয়ে তেওঁৰ কবিতাটিৰ সামৰণিত এনে শব্দৰ সমাহাৰ ঘটাই কৈছে ঃ

– "আমি যেন স্ব-দুখৰ

ব্ৰততী বেষ্টিত মোহনাত, ম্লান, স্থিৰ, ভগ্ন তৰী সেউজীয়া উপকূলৰ স্বপ্নত উৰেল।"

তেওঁৰ 'অনিৰুদ্ধ শূন্যতাৰ সতীৰ্থ' শীৰ্ষক কবিতাটোৰ শৈলীৰ শব্দ-সংযোজনা ঠিক এনে ধৰণৰেই ঃ

– "স্তব্ধ হয়,
স্তিমিত নিশাৰ পদ-ঝংকাৰ,
কল্লোলিত নূপুৰৰ ৰুণুজুণু স্বপ্ন
হেৰাই যায় বিদিশাৰ নীল স্বপ্ন
নীহাৰিকা অজ্ঞেয় তিমিৰ
বা আলোকৰ ক্ষীণ বৰ্ণচ্ছটা।"

এই কবিতাটোৰ ইংগিতময়তাত কুঞ্জ মেধিৰ মৌলিক ভংগী প্ৰতিভাত হৈছে ঃ

"কোঠালিৰ আৰণ্যক উশাহত
জোনাকীৰ-জুই জ্বলে।

ইয়াৰ 'আৰণ্যক উশাহ'ৰ লগত উপস্থাপনা কৰা "জোনাকীৰ জুই"ৰ সান্নিধ্যই প্ৰাণে প্ৰাণক বিচৰা শাশ্বত প্ৰবৃত্তিৰ কথাকেই সূচাইছে। সময়ৰ অগ্ৰগতিত বাসনাৰ তীব্ৰতাও হ্ৰাস পায়। কুন্তীৰ কামনা নিস্তেজ হৈ পৰে। সেই উপলব্ধিৰ কথাকেই তেওঁ 'এতিয়া সকলো স্থিৰ' শীৰ্ষক কবিতাত কৈছে। কবিতাটিৰ অন্তৰ্নিহিত ভাৱ সেই চিৰন্তন আকাঙ্ক্ষাৰ সহস্ৰ যন্ত্ৰণা।

'সংগোপনে' কবিতাতো সেই একে সংবাদ – সেই পূৰ্ণানন্দ শিখৰৰ বিগত স্মৃতিৰ ৰোমন্থন। কবিৰ মনত সেই পাৰ হৈ যোৱা আনন্দৰ শীৰবিন্দুৰ সোঁৱৰণিবোৰ শেষ হৈ যোৱা নাই। কিবা এটা দোষী দোষী ভাবেৰে অচেতন মনত কবিয়ে মহা মিলনৰ ক্ষণবিলাক সুঁৱৰিছে – যেন অন্তৰৰ ক্ষুধা, পৰিতৃপ্তি -- এইবোৰ মানুহৰ প্ৰকৃতিৰ নিন্দনীয় প্ৰকাশ। এই কবিতাটোত মই অজিৎ বৰুৱাৰ আকাশৰ পাৰ ভাঙি অহা জোনাকৰ ঢলবোৰ দেখোঁ।

– "এতিয়া উপচি উঠে নিৰ্জন নিশাত
নিৰিবিলি জোনাকৰ ঢউ,
শিশিৰ-সিক্ত সপোনৰ বিভাৱৰী কাজলেৰে
সালংকৃতা ডুবি থকা নীলাভ অম্বৰ
আৰু তাৰ ব্যাপ্ত অৱকাশ।"

আৰু দেখোঁ অজিৎ বৰুৱাৰেই নিশাৰ কাজল জ্বলি উঠা কুঞ্জ মেধিৰ 'বিভাবৰী কাজল'ত। কবিতাটোৰ শেষৰ তিনিটা লাইনত কবিয়ে নিঃসংকোচে অবদমিত প্ৰাণৰ তৃষ্ণাৰ মুক্ত প্ৰকাশৰ কথা কৈছে

– "দুই এক লহমাৰ সন্দীপ সান্নিধ্যত
ভাঙি যায় নতশিৰ প্ৰাসাদৰ লৌহ-কপাট
একঘেঁয়ী বন্দীত্বৰ আক্ৰোশ-বন্ধন।"

ভলাদিমিৰ মায়াকভস্কি (VLADIMIR MAYAKOVOSKY)ৰ 'আটলাণ্টিক অ'চন' (ATLANTIC OCEAN), 'কণ্টেজিয়াচ কাৰ্গ' (Contagious Cargo)ত সাগৰৰ কথা শুনো। ৰবীন্দ্ৰনাথেও তেওঁৰ 'সোণাৰ-তৰী'ত 'সমুদ্ৰেৰ প্ৰতি' আৰু 'মানসী'ত 'সিন্ধু-তৰংগ'ত সাগৰৰ বিভিন্ন ৰূপ বা মূৰ্তিৰ কথা কৈছে। দেৱকান্ত বৰুৱাই আকৌ সাগৰৰ কথা মাত্ৰ শুনাৰ কথাহে কৈছে :

... ময়ো দেখা নাই,
শুনিছোঁ তথাপি
নীলিম সলিল ৰাশি, বাধাহীন উৰ্মিমালা আছে দূৰ দিগন্ত বিয়পি।"

বীৰেণ বৰকটকীয়ে 'অৰণ্য'ত সমুদ্ৰক 'আদিম' বুলি কৈছে।

ৰবীন্দ্ৰনাথে 'সমুদ্ৰৰ প্ৰতি'ত সমুদ্ৰক আদি জননী বুলি কৈছে। বসুন্ধৰা সমুদ্ৰ কন্যা। আমাৰ পৃথিৱীখন সাগৰ দুহিতা। তেৱেঁই আকৌ 'সিন্ধু তৰংগ'ত পুৰীত তীৰ্থযাত্ৰী যোৱা তৰণীৰ নিমজ্জন সূত্ৰৰি সমুদ্ৰৰ ভৈৰৱ মূৰ্তিৰ কল্পনা কৰিছে :

– "আকাশ সমুদ্ৰ সাথে প্ৰচণ্ড মিলন মাঝে
নিখিলেৰ আঁখিপাতে আৱৰি তিমিৰ।
বিদ্যুৎ চমকে এসি, হা হা কৰে ফেনৰাশি,
তীক্ষ্ণ-শ্বেত ৰুদ্ৰ হাসি জড়-প্ৰকৃতিৰ।
চক্ষুহীন কৰ্ণহীন দেহহীন স্নেহহীন
মত্ত দৈত্যগণ, মৰিতে ছুটেছে কোথা, ছিঁড়েছে বন্ধন"

মায়াকভস্কিয়ে আকৌ আটলাণ্টিক মহাসাগৰত এক মানৱীয় সত্তা – এক মানৱীয় ব্যক্তিত্ব আৰোপ কৰিছে। তেওঁৰ মহাসাগৰখন কোনো বে-পৰোৱা সৈনিকৰ দৰে। নাইবা কোনো কাৰখানাৰ কৰ্মী – দৃষ্টি তাৰ শাণ দিয়া পাথৰত; নাইবা কোনো জমিদাৰৰ দৰে একেবাৰে মাতাল; খঙত যেন দুৰ্বাসা; নিচা খাই থকা অৱস্থাত ভয় লগা – কিন্তু নিচা গ'লেই আকৌ আপোন ভোলা – ক্ষমাশীল প্ৰকৃতিৰ।

কুঞ্জ মেধিৰ 'সাগৰলৈ চিঠি', সমুদ্ৰ-শ্বহীদ, উপহাৰ –সাগৰ সন্ধ্যাৰ, সমুদ্ৰ হোৱাৰ মন, দুহাত সেকিবলে', বিষণ্ণ সংবাদ, উপকূল হওঁ, উপকূল, স্বৰ্ণাভ বালি, স্বপ্ন দেখোঁ মই, নীলৰঙী সমুদ্ৰৰ নিশা – এই আটাইকেউটি কবিতাতে

ফুটি উঠিছে কবিৰ সমুদ্ৰৰ প্ৰতি থকা দুৰন্ত দুৰ্বাৰ আকৰ্ষণ। সমুদ্ৰ যেন কুঞ্জৰ মানস-প্ৰেমিক। মই নাজানো – কুঞ্জ মেধিয়ে দেৱকান্ত বৰুৱাৰ দৰে সাগৰ দেখিছে নে নাই। কিন্তু 'সাগৰলৈ চিঠি'ৰ ওপৰত উল্লেখ কৰা কবিতাবোৰৰ পৰা এইটো প্ৰতীয়মান হয় যে, সাগৰৰ প্ৰতি জাগৰিত হোৱা তেওঁৰ প্ৰেম, তেওঁৰ ভালপোৱা প্ৰথম দৃষ্টিৰ – প্ৰথম সাক্ষাতৰ প্ৰেম। সংকলনটোৰ অধিকাংশ কবিতাত তাৰেই স্বাক্ষৰ বহন কৰিছে নীল, নীলকণ্ঠ, স্বপ্ননীল, নীল নীল ময়ূৰী, ময়ূৰপংখী, নীলিম বলাকা আদি শব্দৰ ব্যৱহাৰৰ প্ৰাচুৰ্যই।

সাগৰৰ প্ৰেমত পৰি কুঞ্জ মেধিয়ে কয় :

– "এতিয়া হৃদয় মোৰ ভৰি আছে
সমুদ্ৰ গভীৰ নীল
উৰ্মিৰ লহৰ
প্ৰান্তৰৰ আকাশত, সুহৃদ উত্তাপ।"

তপত-তপত লগা সাগৰৰ উশাহ-নিশাহে কবিক আবৰি ধৰিছে। এই উত্তাপ মিলনৰ পূৰ্ব ক্ষণৰ। তাৰেই আদিম সুঘ্ৰাণত অংকুৰিত হয় শৰীৰী বাসনা। কবিতাটোঁত কুঞ্জ মেধিয়ে সাগৰক গভীৰতাৰ আদিম পুৰুষ বুলি অভিহিত কৰিছে। কবিৰ ভালপোৱাৰ সম্পূৰ্ণ সমৰ্পণ সাগৰ-সত্তাত। ফলশ্ৰুতিত কবিয়ে মানসিক আৰু শাৰীৰিক শান্তি লাভ কৰিছে :

– "শান্ত হ'ল দগ্ধীভূত মানস-মিথিলা
নীল ছন্দঘন নিবিড় জলধিত
ডুবি গ'ল ক্লান্তিৰ জড়তা।"

–যি যেন মিলনৰ পিছৰ প্ৰেমিক-প্ৰেমিকাৰ মানসিক আৰু শাৰীৰিক অৱস্থাৰ কাব্যিক ৰূপায়ণ। সাগৰ কবিৰ কাৰণে নিৰাময়ৰ হাত-বুলনি। সেয়ে কবিয়ে কয় :

"সমুদ্ৰ বন্ধু;
তুমি দিলা অক্ষয় বৈভৱ
তোমাৰ নিঃসীম নীলত ডুবি গ'ল অশান্ত হৃদয়,
বুকুভৰা তপ্ত নিশ্বাসত
আঁতৰিল ঘনিষ্ঠ মেঘৰ সিক্ত অন্ধকাৰ।"

যান্ত্ৰিক যুগৰ চক্ৰব্যূহৰ পৰা ওলাই কবিয়ে নিজকে সাগৰৰ বুকুত বিলীন কৰাব খোজে। কবিৰ অন্তৰত গীতাৰ বাণীয়ে আলোড়ন তোলে – দুখত বিচলিত নোহোৱা, সুখতো কোনো স্পৃহা নোহোৱা, স্থিতপ্ৰজ্ঞৰ বাসনা।

ৰবিবাৰ ৰাতি নৱকান্তৰ মনত পৰে অৰুন্ধতীলৈ :

- "ৰাবিন্নৰ ৰাতি তোমাৰ কবিক মনত পৰেনে অৰুন্ধতী?
সেমেকা পোহৰে পাহৰাই নিয়া
সেই এটা মাথো জাগৰ ৰাতি
মনত পৰেনে অৰুন্ধতী?"

আৰু বুদ্ধদেব বসুৰ কংকাবতীলৈ মনত পৰে :

– "মাঝৰাতে আজ বাতাস জেগেছে, শুনতে পাও?
কংকাবতী?
এলো এলো-মেলো ব্যাকুল বাউল, উতল বাও,
কংকাবতী" (সেৰিনাড-কংকাবতী)

ঠিক তেনেকৈয়ে বাহিৰত ৰৰষুণে ধুই থকা নিশাৰ পৃথিবীখনত তেনে এটা স্মৰণীয় মুহূৰ্ত্তত কুঞ্জ মেধিৰো প্ৰেমিক সাগৰলৈ মনত পৰে :

'সাগৰঃ বৰ্ষণমুখৰ এই গভীৰ নিশা
মনৰ মাজত তৰংগায়িত হেজাৰ কামনা
মন যায়
খুউব মন যায়
এটিবাৰ উপকূল হওঁ।"

(উপকূল হওঁ)

ভগৱান যি সত্য, শিৱ, সুন্দৰ – তেওঁৰ প্ৰতি কুঞ্জ মেধিৰ ভক্তি, অনুৰাগ আৰু বিশ্বাস অপৰিসীম। তেওঁৰ মনোভাৱ প্ৰতিফলিত হৈছে 'ঈশ্বৰলৈ', 'ঈশ-অংগন' আদি কবিতাত জীৱন আৰু জীৱনৰ যন্ত্ৰণাত দগ্ধ মানৱে ঈশ্বৰৰ অন্বেষণতে থাকে প্ৰতিক্ষণেই দিগন্তৰ অনন্তসংবাহৃত। তেওঁ কয় :

"মোৰ জীৱন দেউলৰ
অশ্ৰুৱে মচি থোৱা
ঈশ-অংগনত
প্ৰতিদিন অঞ্জলি যাচোঁ
প্ৰাণৰ পূজাৰ।"

(ঈশ-অংগন)

নিজৰ অৱচেতন মনৰ ক্ষুধা সম্পৰ্কে কুঞ্জ মেধি সম্পূৰ্ণ সচেতন। বঙালী কবি সুধীন্দ্ৰনাথ দত্তৰ দৰেই

"আমাৰ মনেৰ আদি আঁধাৰে
বাস কৰে প্ৰেত কাতাৰে কাতাৰে
প্ৰাক্ পুৰাণিক বিকট পশুৰ
দায়ভাগ মোৰ শোণিতে নাচে।"

'প্ৰহৰত প্ৰহৰ'ত সেই কাৰণেই কুঞ্জই কোৱা শুনো –

"কামনাৰ উদ্বেলিত নিশাৰ মোহনাত
জ্বলি উঠে বাসনাৰ জুই
অস্তিত্বৰ ৰন্ধ্ৰে ৰন্ধ্ৰে উল্কাৰ প্লাৱন
অবিন্যস্ত চিন্তাৰ কুণ্ডলী,
স্মৃতি ভস্ম, প্ৰহৃত ভ্ৰমৰ।"

হৃদয়ৰ সহস্ৰ আকাংঙ্ক্ষ্যা অগ্ৰাহ্য নকৰিও, কুঞ্জ মেধি ভালেৰি বা সুধীন্দ্ৰনাথ দত্তৰ দৰে নাস্তিকবাদী নহয় – ঈশ্বৰৰ অবিশ্বাসী নহয়। ভগৱান কুঞ্জৰ কাৰণে সুধীন্দ্ৰনাথ দত্তৰ 'ইহুদীৰ হিংস্ৰ ভগবান' বা 'যাযাবৰ আৰ্য্যৈৰ বিধাতা' বা 'লুপ্তবংশ কুলীনেৰ কল্পিত ঈশান' নহয়। ভগৱানত অবিশ্বাসী সুধীন দত্তই যেতিয়া ভগৱানৰ অসম্পূৰ্ণতা সম্পৰ্কে প্ৰশ্ন কৰে :

"হায়, ভগবনে
হায়, হায় ব্যৰ্থ ভগবান
তোমাৰ অমিত ক্ষমা, সে কি শুধু অসুৰেৰ তৰে?
কিন্তু যাৰা প্ৰহৰে প্ৰহৰে
উৎসৰ্গিছে অকাতৰে অতিমূল্য প্ৰাণ
সুপ্ৰতিষ্ঠিত কৰিবাৰে মৰলোকে সিংহাসন তব, তাৰা অবজ্ঞাৰ পাত্ৰ?"

(প্ৰশ্ন-ক্ৰন্দশী)

তেতিয়া আকৌ আমাৰ কুঞ্জ মেধিয়ে ভগৱানৰ প্ৰতি থকা – যি ভগৱান থাকে দেৱালয়ৰ প্ৰাচীন বেদীত, অনন্ত উদাসীন হৈ – তেওঁৰ বিশ্বাসৰ কথা কয় :

"তথাপি বিশ্বাস আছে
আকাশমুখী প্ৰাৰ্থনাও আছে
আত্মাৰ ক্ৰন্দন তুমি শুনিবা এদিন
দুহাতেৰে তুলিবাহি তাপিত মানৱক।
শাশ্বত তোমাৰ স্থিতিৰ আশ্বাসত
দিন আগবাঢ়ে
সহি যাওঁ যন্ত্ৰণাৰ অপাৰ সমুদ্ৰ।"

(ঈশ্বৰলৈ)

'সত্যম সুন্দৰম'ত মেধিৰ উপলব্ধি এয়েই যে ভগৱানেই সকলো সুখ-দুখৰ কাৰণ। তেওঁতেই ব্ৰহ্মাণ্ডৰ সকলো আছে। তেওঁৰ নিৰ্দেশতেই সৃষ্টি, স্থিতি আৰু প্ৰলয়ৰ সূচনা হয়। এয়া যেন ৱৰ্ডছৱৰ্থৰ গভীৰ চেতনাৰ অনুভূতি যি চেতনা অন্তৰ্গামী সূৰ্য্যৰ শেষ ৰশ্মিৰেখাত, মহাসাগৰত, বায়ুমণ্ডলত, নীল আকাশত আৰু মানুহৰ মনোজগতত শাশ্বতভাৱে নিহিত। কবিয়ে গুৰেটো জীৱন অশান্ত সংঘাতৰ

মাজেৰে কটাই, জীৱনৰ বিয়লি বেলাত উপলব্ধিত উপনীত হয় আৰু কয় ঃ

– "এতিয়া এই জীৱন সায়াহ্নত
উপলব্ধি হয় একোবাৰ;
হে সুখ দুখৰ কাৰণ।
সকলোৱে তুমিয়েই আকৰ
তোমাৰ ইংগিতত চলে
ব্ৰহ্মাণ্ডৰ জীৱ চৰাচৰ।
তুমিয়েই শাশ্বত চিৰ সত্য
অনাদি অনন্ত
শিৱ আৰু পৰম সুন্দৰ।"

কুঞ্জ মেধিৰ ধৰ্মবোধ প্ৰথাগত আৰু সংস্কাৰগত। সুধীন্দ্ৰনাথ দত্ত বা অমিয় চক্ৰৱৰ্তীৰ দৰে এওঁ ভগৱানক মাত্ৰ কল্পনাতেই থোৱা নাই। আনহাতে অমিয় চক্ৰৱৰ্তীৰ দৰে ভগৱানক ব্যংগ কৰাৰ অহমিকা আৰু ধৃষ্টতা দেখুউৱা নাই। "দূৰবাণী"ৰ 'মানুষেৰ ঈশ্বৰ' শীৰ্ষক কবিতাত এয়া চক্ৰৱৰ্তীৰ ঈশ্বৰৰ প্ৰতি তাচ্ছিল্য ঃ

"ঈশ্বৰ, মুখে দিয়ে দামী চিগাৰেট
বসে বসে দেখছেন স্বৰ্গে।
নতুন জুতো পৰা পা দুটো ৰেলিঙে
উঠিয়ে, আৰাম কৰে, ভালো খেয়ে দেয়ে,
মাটিৰ পৃথিৱীটাকে কৌতুকে কৰুণায়
ঈশ্বৰ দেখছেন স্বৰ্গ থেকে।"

কিন্তু কুঞ্জ মেধিয়ে ঈশ্বৰৰ সৈতে মুখামুখি হওঁতে কৈছে ঃ

"অপেক্ষা আৰু অহৰহ প্ৰাৰ্থনাৰ উত্তৰত
হেন্দোলনি বিশাল জোৱাৰৰ
অন্তৰবো অন্তৰ প্ৰদেশত"

সেইজন ঈশ্বৰ – যি প্ৰতি নিশা জোনৰ সৈতে, মৰ-আঁউসীতো, প্ৰতি দিনৰ ধৱলী প্ৰভাতত, মধ্যাহ্নত আৰু সন্ধ্যা সময়ত, উঠি আহে ঃ

"প্ৰাৰ্থনাৰে মুখৰিত আকাশী পথেৰে
নিৰ্বিকাৰ, অসহায়, নিৰুদ্বেগভাৱে।"

(প্ৰতি নিশা)

'অন্বেষণ' কবিতাত কবিয়ে সাময়িক জ্বালা-যন্ত্ৰণাই অতিষ্ঠ কৰা আজিৰ মানুহৰ জীৱনৰ কথা কৈছে। এই বস্তুবাদী সমাজ ব্যৱস্থাত, ঐতিহ্যবাদী আধ্যাত্মিকতাৰ স্থান আৰু অৱস্থিতি যান্ত্ৰিক সভ্যতাই শেষ কৰি দিয়াত কবি

মৰ্মাহত হৈছে। সেয়েহে পোহৰ আৰু শান্তিৰ সন্ধানত, কবি আগবাঢ়ি গৈছে ঃ

"অন্তৰতম অন্তৰ প্ৰদেশত
বিচাৰি যাওঁ প্ৰায়ে
সৰ্গীয় আনন্দ প্ৰবাহঃ
বিচাৰি যাওঁ জ্যোতিৰ স্ফুৰণ
কিজানি পোহৰ হয় অমানিশা আবৃত
সুসুপ্ত পৃথিৱী;
কিজানি নিজৰি বয়
শান্তিৰ মন্দাকিনী।"

এই কবিতাটোৰ "উটি আহে আকাশৰ পাৰ ভঙা দুখৰ মহাভাৰ" চিত্ৰকল্পই অজিত বৰুৱাৰ বিখ্যাত স্তবক 'আকাশৰ পাৰ ভাঙি আহে জোনাকৰ ঢল' লৈ পাঠকক টানি লৈ যায়।

বিক্ষুব্ধ পৃথিৱীৰ জনজীৱনৰ সাময়িক চৈতন্য প্ৰতিভাত হোৱা দেখোঁ তেওঁৰ কবিতা 'জীৱন জীৱন বুলি', 'আৰু কুৰুক্ষেত্ৰ নহয় কিয়', 'অংকুৰ' আদি কবিতাত। -

বিষ্ণু ৰাভা, জ্যোতিপ্ৰসাদ, কেশৱ মহন্ত, বীৰেণ বৰকটকী আৰু পি. বি. শ্যেলীৰ দৰেই কুঞ্জ মেধিয়ে এখন নতুন পৃথিৱীৰ সপোন দেখিছে ঃ

"এখন পৃথিৱী লাগে মুক্ত বতাহৰ
এখন আকাশ লাগে মুক্ত আকাশৰ
এখন সমাজ লাগে মুক্ত জীৱনৰ
যোজন যোজন ব্যাপ্ত আলোক প্ৰপাতৰ
দলিয়াই দিব পাৰি য'ত
আগ্ৰাসী শৃংখল।"

এয়া কেশৱ মহন্ত ঃ

"পণ মোৰ ৰণহীন পৃথিৱী গঢ়াৰ
পণ মোৰ ভাগীৰথী গংগা অনাৰ
পণ মোৰ দ্ৰোণ বেহ চূৰ্ণ কৰাৰ
পণ মোৰ উত্তৰাৰ চকুলো মচাৰ,
বাজে আই পাঞ্চজন্য
সাজু সুদৰ্শন।"

এয়া বীৰেণ বৰকটকী ঃ

"জীৱনৰ পাতনিত সৃষ্টিৰ দিনবে পৰা
ফাগুণৰ প্ৰতিশ্ৰুতি হাজাৰ স্বাক্ষৰে

পৃথিৱীৰ উৰ্বৰাৰে আকাশৰ অনন্তৰে
মৃত্যুৰ দুৱাৰ ঠেলি এই ধৰণীতে
যুগে যুগে আনি দিব হেপাহৰ নতুন জীৱন।"
(ইমান মৰম আছে)

এয়া জ্যোতিপ্ৰসাদ ঃ

"মহা মহত্বৰ বিৰোধী আসুৰী
সকলো শত্ৰু কৰিব লাগিব জয়
এই পৃথিৱীৰ আনিবলাগিব মহত্বৰ মহাজয়
কৰিব লাগিব গোটেই জগত
অমৃত আনন্দময়"
(ন-যোৱান-ই-হিন্দ)

কুঞ্জ মেধিৰ 'শৃঙ্খল মুক্তি'ৰ শব্দাৱলীৰ লয়লাস প্ৰকাশত কবিৰ মুক্তিৰ প্ৰতি থকা – আকাংক্ষা প্ৰতিফলিত হৈছে য'ত আমি দেখোঁ জ্যোতিপ্ৰসাদ, বীৰেণ বৰকটকী, কেশৱ মহন্তৰ দুৰন্ত দুৰ্বাৰ অনুভূতিৰ মোহন স্পন্দন।

কুঞ্জ মেধিৰ কাব্যিক প্ৰতিভা বিকাশ কৰা তেওঁৰ শিল্প প্ৰকৰণত কিছুমান বৈশিষ্ট্য পাঠকৰ চকুত নপৰাকৈ নেথাকে।

প্ৰথমেই উল্লেখনীয় তেওঁৰ মনোমোহা মানস চিত্ৰবোৰ। এইবোৰ তেওঁৰ কবিতাৰ মণিমালাৰ একো একো টুকুৰা ধুনীয়া বাখৰ যেন। এইবোৰৰ প্ৰয়োগত মেধিৰ শৈল্পিক দক্ষতা ফুটি উঠিছে। 'দগ্ধীভূত মানস-মিথিলা', 'ভগা-ছিগা স্বপ্নৰ ইতিহাস', 'বিষণ্ণতাই উকি আঁকা/সৰাপাত, 'কুঁৱলী আৰু শীতৰ'/'অস্পষ্ট পথেৰে', 'সমাহিত সূৰুযৰ বক্তিম অঞ্জলি', 'সূৰ্য্যমুখী সোণগুৰি' 'বক্তিম আবেলি', 'উটি আছে আকাশৰ পাৰ ভঙা দুখৰ মহাভাৰ', 'মেঘ ভঙা জোনাকৰ সুৰ', 'ক'ৰবাৰ বাঁহ-বননিত ঢলি পৰে আহিন জোনাক', 'জোন-ভঙা বাঁহীৰ মূৰ্চ্ছনা', 'এন্ধাৰে কুটি খোৱা পোহৰৰ পখী','কাঁচি জোন ওলমি ৰোৱা গধূলি আকাশ', 'এখন্তেক গৰখীয়া ছাঁ', 'তৰা জোন গলি গলি নুমাই যোৱা আকাশী উদ্যান', 'আইতা আইতা লগা স্নেহঘন শীতল পৰশ', 'ফাকু সনা মেঘৰ নদীত' – এই দৃষ্টান্তবোৰে মোৰ কথা প্ৰতিপন্ন কৰিব।

অন্য এক বৈশিষ্ট্য হ'ল নতুন শব্দৰ গঠন, ব্যাকৰণ বহিৰ্ভূত শব্দৰ প্ৰয়োগ। এই ক্ষেত্ৰত কুঞ্জ মেধি জেৰাল্ড মেনলি হপকিন্স (Gerald Manly Hopkins) আৰু বংগদেশৰ অমিয় চক্ৰৱৰ্তীৰ দৰে। এই সন্দৰ্ভত মেধিৰ 'উদ্মিত কম্পন', 'ভগ্নিত দিন', 'তমস্বিনী দেহ', 'অন্তৰিত বাংময়তা', চকুত পৰা দৃষ্টান্ত।

অনুপ্ৰাস ব্যঞ্জনাতো কুঞ্জ মেধিৰ কৃতিত্ব প্ৰতিভাত হৈছে ঃ 'সমাহিত সূৰুযৰ', 'শেতা সোণ', 'মুগ্ধ-মৌন-মগ্নতাৰে', 'অন্বেষণৰ অন্তহীন অভিযান', 'সঙ্ক

সৰু সোণালী স্বপ্ন', 'বিন্দু বিন্দু বিষণ্ণতা', 'বেদনাৰ বৃন্দাবন', 'বতাহৰ ৰবৰছা বন' আদি।

বিশেষণৰ নতুন আৰু মৌলিক প্ৰয়োগে এওঁৰ কবিতাৰ সৌন্দৰ্য্য বঢ়াইছে : অৰ্জুন-বিষাদ, শবৰী প্ৰত্যাশা ইত্যাদি।

অনুভূতিৰ জাগৃতি আৰু উচ্ছ্বাসৰ মুহূৰ্ত্তৰ পৰিবেশ সৃষ্টিতো কুঞ্জ মেধিৰ নিপুণতা লক্ষণীয়। সাগৰৰ ওপৰত লিখা কবিতা-খনিৰ পৰিবেশত উৰ্মিৰ লহৰ, জলদ বিষাদৰ আদিম সুঘ্ৰাণ, তালপাতৰ সীৰলুত জ্বলা ঢউৰ ফলক আৰু তাৰ ৰিৰবিৰণিত সৃষ্টি হোৱা দেৱকান্ত বৰুৱাই চকুৰে নেদেখা কল্পনাৰ নীলিম সলিল ৰাশিৰ পৰিবেশ এটা পাওঁ।

এওঁৰেই 'জোনাক প্ৰান্তত' কবিতাটোৰ জোনাকী সৌন্দৰ্য্যৰ মনোৰম পৰিবেশ অতি সুন্দৰ।

"এফালে চাতক কণ্ঠ
আনফালে হীৰাজ্বলা জোনাক প্ৰান্তৰ
সুসুপ্ত আবেগ জাগে;
উজাগৰী পখীয়ে স্তব্ধতা ভঙা অতন্দ্ৰ প্ৰহৰত
থমকি থমকি ৰয় তৃষ্ণাৰ বতাহ
নিভৃত ইচ্ছাৰ সমদল।

ঠিক তেনে জীৱন্ত পৰিবেশ সৃষ্টি হৈছে 'সোৱঁৰণিৰ অলিয়ে গলিয়ে দিফুত'

"শীতৰ হিমানী ৰাতিৰ
আবৰণ ফালি
নামিছিল তৰা-গলা স্বপ্ননীল নদী
ভাঁহিছিল কুঁৱলীৰ সিপাৰৰ পৰা
নিশাচৰ পতংগৰ আৰাও অনৰ্গল
অলৌকিক সংগীত।"

সেইদৰে দিল্লী-মহানগীৰৰ পৰিবেশো জীৱন্ত আৰু অসহ্য সুন্দৰ :

"ইমান ফুলিব পাৰে পূবালীৰ ফুল;
ইমান গাঢ় হব পাৰে বিদিশাৰ নীল;
ইমান মিঠা হ'ব পাৰে
ভৈৰব-মূৰ্চ্ছনা;
প্ৰভাতৰ তোৰণৰ নীৰৱ মাধুৰ্য্যই
পূৰ্ণ কৰে গোপনে
অগাধ শূন্যতা।"

এখন ঠাইৰ পৰিবেশ আৰু সেই ঠাইখনৰ প্ৰতি থকা কবিৰ মোহ বা আকৰ্ষণ বহুতো কবিতাত পাওঁ বহুতো লেখকৰে। সত্তৰৰ দশকৰ কবি, মোহন কৃষ্ণ মিশ্ৰৰ 'নিষিদ্ধ জালুকবাৰী' শীৰ্ষক কবিতাটোৰ ৰূপায়ণে পাঠকক অভিভূত নকৰাকৈ নেথাকে :

"হঠাৎ নীৰৱ হ'ল
বে-পৰোৱা এই অহা-যোৱা
এইটো পুখুৰী পাৰত, মই মাথো
অতিথিহে হ'ম·
নিষিদ্ধ হৈ যাব মোৰ কেণ্টিন সময়
আহত সৈনিকৰ দৰে, কৃষ্ণচূড়াৰ ফুল
পৰি ৰব ধূসৰ পথত ..."

এয়া কুঞ্জ মেধিৰ জালুকবাৰীৰ বৰষুণৰ কথা :

"কৃষ্ণচূড়াৰ ডালে ডালে
ৰক্ত ৰঙীণ অগণন ফুলৰ থুপিত
প্ৰেমপূৰ্ণ হৃদয় প্ৰতিবিম্ব;
বৰষাৰ চোঁৱৰে আহি সহস্ৰ ধাৰাৰে
জ্বলাই তোলেহি
চিৰ যৌৱনৰ জীয়া জুই

কুঞ্জ মেধিৰ বহুতো কবিতাই মোৰ মন জোকাৰি গৈছে। তেনেদৰে নীলিমা দত্তৰো। শ্ৰীযুতা দত্তই মেধিৰ 'অন্য এক উপত্যকা' শীৰ্ষক সংকলন'ত কোৱা কথাখিনি মোৰো মনৰ কথা :

"কবিৰ দৰে সকলো স্পৰ্শকাতৰ মানুহে বিচাৰে – একণ আকাশ, যিখন আকাশৰ 'গাঢ় নীলিম বিদিশা'ত ডুবাই ৰাখিব পাৰি 'যন্ত্ৰণাৰে বিধ্বস্ত অতল বেদনা।'



## জীৱকান্ত গগৈ

| | |
|---|---|
| জন্ম – | ২৩ এপ্রিল ১৯৪১ |
| শিক্ষা – | এম. এ. এল. এল. বি, সাংবাদিকতাৰ ডিপ্ল'মাধাৰী, গুৱাহাটী হাইকৰ্টৰ এডভোকেট। বৰ্তমান অৰ্থ-মন্ত্ৰী অসম চৰকাৰ। |
| বিদেশ ভ্ৰমণ – | ১৯৮২ চনত প্ৰয়াত প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীৰ দলৰ এজন সদস্য হিচাপে পৃথিৱী ভ্ৰমণ। ১৯৯২ চনত বাহামাত কমনৱেলথ পাৰ্লিয়ামেণ্টেৰী এছ'চিয়েছনত যোগদান। ১৯৮০ চনত চিকাগোত ৰটাৰী ইণ্টাৰ নেছনেলত যোগদান। |
| সাংবাদিকাত – | 'আসাম এক্সপ্ৰেছ' সংবাদপত্ৰৰ প্ৰতিষ্ঠাপক সম্পাদক (১৯৮৫-৯১), 'সাদিনীয়া নাগৰিক'ৰ মুখ্য-সম্পাদক (১৯৮৫-৯১), সম্পাদক উইকলী এক্সপ্ৰেছ (১৯৬৯-৭১), সম্পাদক কেৰিয়াৰছ এণ্ড কম্পিটিছন (১৯৬৪-৬৯); মুখ্য সহকাৰী সম্পাদক 'নতুন অসমীয়া' (১৯৬৪-৬৯) |
| সাহিত্যকৃতি – | উপন্যাস 'বিভীষিকাৰ আঁৰে আঁৰে' |
| | ভ্ৰমণ কাহিনী – (১) নিজনীলেণ্ডত এভুমুকি |
| | (১) প্ৰধানমন্ত্ৰীৰ সৈতে পৃথিৱী ভ্ৰমণ |
| | কবিতা – (১) 'কবিতা-কলি' – 'কাব্য সংকলন' |
| | (২) 'এটি তৰা মাথোঁ' – কাব্য সংকলন |

# সুন্দৰৰ পূজাৰী জীৱকান্ত গগৈ

ক্লাছ এইটত পঢ়ি থাকোঁতেই গোলাঘাট সাহিত্য সভাৰ পৰা অসম সাহিত্য সভাৰ ধুবুৰী অধিবেশনলৈ এজন প্ৰতিনিধি হিচাপে যোৱা কবি জীৱকান্ত গগৈয়ে প্ৰাথমিক স্কুলৰ বৃত্তি পৰীক্ষা দিয়াৰ সময়তেই তেওঁৰ প্ৰথম কবিতাটো লিখিছিল :

'ফণীন্দ্ৰ নাথ কোঁৱৰ তুমি বৰপথাৰৰ, ভালনে বাৰু উপেন-যোগেন আৰু লব-নবীনৰ?'

কবিতা হিচাপে একো নহ'লেও এই দুশাৰী কথায়েই জীৱ গগৈৰ কাব্যিক অনুভূতিৰ প্ৰথম অংকুৰ বুলি প্ৰতীয়মান হয় যেতিয়া আমি তেওঁৰ অষ্টম-নৱম-দশম শ্ৰেণীত লিখা 'নীল আকাশৰ প্ৰেম', 'তেজ জ্বলিছিল চাকি', 'দেখিছানে তুমি জুই' আদি কবিতাবোৰ দেখোঁ। এয়া তেওঁৰ কৈশোৰ আৰু যৌৱনৰ সন্ধিক্ষণৰ কুমলীয়া আৱেগৰ স্বাভাৱিক প্ৰবাহ – যি প্ৰবাহ তেওঁৰ কলেজীয়া জীৱনলৈকে নিৰৱচ্ছিন্নভাৱে গতি কৰি থকা দেখোঁ। কবিতাবোৰ কবিৰ যৌৱনে গঁজালি মেলা সময়ত কবিৰ অন্তৰত জাগি উঠা ভালপোৱা, বিৰহৰ জ্বালা, আশা-নিৰাশা, উদ্বেগ, উৎকণ্ঠা আৰু শংকা-সংশয়ৰ প্ৰতিফলন।

তেওঁৰ সদ্যপ্ৰকাশিত 'এটি তৰা মাথোঁ' কবিৰ জীৱনৰ এক বিগত অধ্যায় বুলিব পাৰি। সংকলনটিৰ ৩৯টা কবিতাৰ অধিকাংশই মানৱ জীৱনৰ আদিম অনুভূতি বা প্ৰবৃত্তি নৰ-নাৰীৰ প্ৰেম বা যৌন তাড়নাৰ ওপৰত ভেটি কৰিয়েই লিখা। 'নীল আকাশৰ তৰা' জীৱ গগৈৰ যৌৱনৰ প্ৰথম প্ৰতিমা। সেয়ে তেওঁ কয়

'মই ভালপাওঁ সোণ
মাথোঁ এটি তৰা
যাৰ মৰম ৰেখা
মোৰ দেহা ভৰা
মৰমত চকুপানী সৰে
আৱেগতে দুৰু দুৰু কৰে।'

কবিতাটোৰ 'অলকাৰ দেৱবালা'ই গণেশ গগৈৰ 'ৰূপ-জ্যোতি'ৰ কবিতা এটালৈ পাঠকৰ মন টানি নিয়ে। 'আজি জন্ম-মৰণৰ সন্ধিয়া বেলিকা আহি অলকাৰ দেৱবালা ভাঙিলাহি ভুল ...'

অলকাৰ দেৱবালাই গণেশ গগৈৰ ভুল ভাঙিছিল। জীৱ গগৈৰ দেৱবালাৰ ক্ষেত্ৰত ভুল ভঙাৰ বা কোনো বুজাৰ ভুলৰ প্ৰশ্নই উঠা নাই। জীৱ গগৈৰ যৌৱনৰ প্ৰাৰম্ভৰ আকুল আহ্বানত তেওঁৰ প্ৰেয়সী নিজেই আহে ঃ

'নিজ হাতে গথাঁ মই মালা
পিন্ধিবলৈ আহে দেৱবালা।'

তেওঁৰ 'তেজ জ্বলিছিল চাকি' আৰু 'দেখিছানে তুমি জুই' শীৰ্ষক কবিতা দুটাত তেওঁৰ প্ৰেয়সীৰ প্ৰতি থকা মোহ, দুৰ্নিবাৰ আকৰ্ষণ আৰু আকাংক্ষাৰ কথা মুক্ত কণ্ঠে প্ৰকাশ কৰিছে। দুয়োটা কবিতাতেই কবিয়ে আধ্যাত্মিক প্ৰেমৰ বন্দনাৰ মুখা নিপিন্ধি – গণেশ গগৈ, দেৱকান্ত বৰুৱা বা বংগদেশৰ কবি বুদ্ধদেৱ বসুৰ দৰে প্ৰেয়সীৰ শৰীৰী সান্নিধ্যৰ কথা সুঁৱৰিছে আৰু অকপটে স্বীকাৰ কৰিছে যৌন তাড়নাই বিহ্বল কৰা তেওঁৰ মনৰ কথাবোৰ। বিৰহত জ্বলি-পুৰি মৰা কবিৰ অন্তৰত প্ৰশান্তি-পূৰ্ণতাৰ শান্তি বাৰি ছটিয়াব পাৰিব মাত্ৰ তেওঁৰ প্ৰেমিকাইহে ঃ

'মোৰ দেহৰ অনন্ত অগ্নি
কোনে নুমাব প্ৰলয় বহ্নি?'

জীৱ গগৈৰ আৰু এটা সুন্দৰ প্ৰেমৰ কবিতা 'আমাৰ কাৰণে কান্দে'। এই কবিতাটোত দেৱকান্ত বৰুৱাৰ 'দেৱদাসী'ৰ অনুভূতি আৰু ছন্দৰ হিল্লোলৰ প্ৰভাৱ দেখোঁ। কবিতাটোৰ মূল সুৰ দেৱকান্ত বৰুৱাৰ 'আমাৰ কাৰণে কান্দে গাভৰু ওঁঠৰ লালিমা।'

'জীৱন মৰমে ৰচা' কবিতাটোত কবিৰ জীৱনৰ দৰ্শনখন যেন পৰিস্ফুট হৈছে। তেওঁৰ মতে মানৱ জীৱনৰ প্ৰকৃত সত্য বা উপলব্ধি মাত্ৰ প্ৰেমেইহে। প্ৰেমৰ অবিহনে মানুহ মানুহ হৈ নেথাকে ঃ

'প্ৰেমৰ মানৱ
অভাবে দানৱ
জীৱন্তে মৃত হায়।'

'নৱাগতা' কবিতাটোত বৰণৰ মালা পিন্ধাবলৈ অহা দেৱবালাই আকৌ গণেশ গগৈৰ কথাকে মনত পেলায়। সেইদৰে 'সোণ' তুমি আহিবা নিতউ' কবিতাত কবিৰ প্ৰেয়সীৰ প্ৰতি যি আকুল প্ৰতীক্ষা – সেয়া যেন গণেশ গগৈৰ 'স্বপ্নভংগ'ৰ অনুৰণন ঃ

'প্ৰেমে নিবিচাৰে বিৰহ মিলন
বিচাৰে মাথোন বুকুৰ সুৰ
প্ৰেমৰ কাষত জগতখনেই যাউতিযুগীয়া
অলকাপুৰ।'

পাৰ্বতী প্ৰসাদ বৰুৱাৰ দৰেই জীৱকান্ত গগৈ সুন্দৰৰ পূজাৰী।

'সুন্দৰৰ কবি মই
প্ৰেমেই কবিতা
ৰূপৰ পূজাৰী মই
প্ৰেমৰ দেৱতা'

এই স্তৱকটোৱে কবিৰ মনোজগতৰ কথাখিনি স্পষ্টকৈ আমাৰ আগত দাঙি ধৰিছে। কবিতাটিত জন কীটছৰ 'A thing of Beauty is a joy for-ever' আৰু 'অ'ড অন এ গ্ৰেচিয়ান আৰ্ণ' –

'Beauty is Truth, Truth is
Beauty -
that is all
Ye know on earth and all ye
need to know.

ভাবাৰ্থ প্ৰতিধ্বনিত হৈছে।

তেওঁৰ 'পৰেনে মনত বাৰু' শীৰ্ষক কবিতাটো অতীতৰ স্মৃতি ৰোমন্থনৰ মৰ্মস্পৰ্শী প্ৰকাশ।

জীৱ গগৈৰ বহুতো কবিতাত গণেশ গগৈৰ উপৰি পাৰ্বতি প্ৰসাদ বৰুৱা আৰু যতীন্দ্ৰনাথ দুৱৰাই ভুমুকি মৰা দেখোঁ। জীৱকান্ত গগৈ জীৱনৰ কবি, প্ৰেমৰ কবি আৰু সুন্দৰৰ পূজাৰী। 'এটি তৰা মাথোঁ'ৱে তাৰেই সাক্ষ্য বহন কৰিছে।

অকল প্ৰেমৰ বন্দনাতেই কবিয়ে নিজক আবদ্ধ নেৰাখি, পঞ্চাছ-ষাঠিৰ দশকত অসমীয়া কবিতাই মোৰ সলোৱা সময়ত কিছুমান কবিতা লিখিছিল – য'ত আমি সাময়িক জীৱনৰ প্ৰতিচ্ছবি দেখোঁ। এই সন্দৰ্ভত 'মোক মৃত্যু লাগে' 'যন্ত্ৰ আৰু মন্ত্ৰ', 'মোৰ স্বাধীনতা ক'ত' শীৰ্ষক কবিতাকেইটি উল্লেখযোগ্য। 'অকলশৰীয়া' শীৰ্ষক কবিতাটোৱে পাঠকৰ মন যতীন দুৱৰাৰ কাষলৈ টানি লৈ যাব। 'ভঙা-গঢ়া' কবিতাটি তেওঁ মোহনীয়া 'পাপৰি' ছন্দত লিখা।

প্ৰেমৰ কবি জীৱকান্তৰ কবিতা সহজ-সৰল। অনুভূতিৰ এই ৰূপায়ণৰ মৰ্ম বুজিবলৈ আজিৰ কিছুমান তথাকথিত আধুনিক কবিতাৰ মেৰপাকত সোমাই মগজুৰ কছৰৎ কৰাৰ কোনো প্ৰয়োজন নাই। সেয়ে পাপৰি-স্বপ্নভংগৰ কবিতাবোৰৰ দৰেই জীৱকান্তৰ কবিতাই পাঠকক সহজেই আকৰ্ষণ কৰিব তাত সন্দেহ নাই।

'এটি মাথোঁ তৰা' পঢ়ি উঠাৰ পিছত মোৰ বুদ্ধদেৱ বসুৰ 'মৃত্যুৰ পৰেঃ জন্মেৰ আগে' শীৰ্ষক কবিতাৰ –

'যা-কিছু লিখেছি,
সব, সবই ভালবাসাৰ কবিতা'

স্তৱকলৈ মনত পৰিছিল। যথাৰ্থতেই জীৱকান্তই যিখিনি লিখিছিল – সেই সকলোখিনি ভালপোৱাৰেই কবিতা।



## নিত্যা দত্ত

| | |
|---|---|
| জন্ম – | ১৯৩৫ চনত, জয়পুৰ, নাহৰকটীয়াত। |
| শিক্ষা – | নাহৰকটীয়া হাইস্কুল; কটন কলেজৰ স্নাতক। |
| চাকৰি – | নাহৰকটীয়া হাইস্কুলৰ শিক্ষক। আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ ঘোষক অৰু নাটশিল্পী। অসম আৰক্ষী বিভাগত যোগদান। মৃত্যুৰ সময়ত অগ্নি নিৰ্বাপক বাহিনীৰ উজনি অসমৰ আঞ্চলিক বিষয়া। |
| সাহিত্যকৰ্ম – | ছন্দৰ ধ্বনি, পান্থশালা, এমুঠি পুৰাৰ নিয়ৰ, Thy rhythm of broken dreams, অনুভূতিবোৰেই শব্দ, সপোনে জিৰালে শুই, পাৰ্ক চাৰ্কাছৰ সন্ধিয়া, ভিন্নমুখ ভিন্নগীত (প্ৰবন্ধৰ সংকলন), নিত্যা দত্তৰ নিৰ্বাচিত কবিতা।<br>অসমৰ বিভিন্ন কাকত আলোচনীত প্ৰকাশিত গীত, কবিতা গল্প আদি। |
| অভিনয় – | চিকমিক বিজুলী, ললিতা, প্ৰতিধ্বনি, নটিঘটি, বিভ্ৰাট, আদালত, দূৰসীমনা, অনুৰাগ (কথাছবি) জীৱনৰ বাটত (টি. ভি. ধাৰাবাহিক)। ৰবীন্দ্ৰভৱন, ভাস্কৰ নাট্যমন্দিৰ প্ৰমুখ্যে অসমৰ বিভিন্ন মঞ্চত শতাধিক নাট্যাভিনয়। |

# সূৰ্য্যৰ অতনু আমেজ বিচাৰি নিত্যা দত্ত

"অৱশেষত সেই যাত্ৰাৰ যতি পৰিল
বিদ্যুতত আহি ৰ'ল চৰম আঘাত ...
ভাঁহি উঠে মৃত্যু-কাতৰ
এখন মুখৰ যন্ত্ৰণা
নাজাগিব কোনো দিন
বেদনাত ক্লান্ত সেই মুখ।"

ঠিক এনেদৰেই কান্দিছিল নিত্যা দত্তই তেওঁৰ বিখ্যাত সংকলন 'এমুঠি পুৱাৰ নিয়ৰ'ৰ 'নিহত জনৰ কবিতা'ত ১৯৬৮ চনতেই – যিজন নিত্যা দত্তই আমাক সকলোকে নিৰ্বাক, নিস্পন্দ আৰু স্তম্ভিত কৰি হঠাতেই ১৯৯১ চনৰ ২৭ অক্টোবৰৰ গধূলি গুচি গ'লগৈ।

মই সপোনতো ভবা নাছিলোঁ ৩১ বছৰৰ আগতে নিত্যা দত্তই সেই বিখ্যাত কবিতাটো লিখিছিল – তেওঁৰেই নিজৰ সমাধিস্থলৰ শিলালিপি স্বৰূপে – য'ত প্ৰতিস্ফুট হৈছে এজন নিহত সৈনিকৰ প্ৰতি তেওঁৰ আকুল বিননি – যি বিননিত প্ৰতিধ্বনিত হৈছে টমাচ হাৰ্ডি (Thomas Hardy)ৰ কৰুণা কোমল ক্লান্ত সুৰ। মোৰ সংঘাতপূৰ্ণ চাকৰি জীৱনত লগ পোৱা অজস্ৰ পুলিচ অফিচাৰৰ মাজৰে এজন আছিল নিত্যা দত্ত। পুলিচ অফিচাৰ হিচাপে নিত্যাৰ দক্ষতা আৰু কৃতিত্ব সদায়েই মোৰ অহংকাৰ বা গৌৰৱ থলী আছিল। সততা আৰু কৰ্ম বা কৰ্তব্যৰ প্ৰতি থকা অকুতোভয় নিষ্ঠা আৰু সাহসিকতাত সদায়েই জাকত জিলিকা নিত্যাই বহু বছৰ মোৰ লগতেই কাম কৰিছিল। এই বিৰল আৰু অসামান্য প্ৰতিভাৰ প্ৰতীক নিত্যা দত্তই ১৯৬৮ চনতেই তেওঁৰ 'এমুঠি পুৱাৰ নিয়ৰ' সংকলনখন শ্ৰদ্ধাৰে মোকেই অৰ্পণ কৰিছিল।

ওপৰত উল্লেখ কৰা নিত্যা দত্তৰ কবিতাফাকিৰ মৰ্ম মই তেতিয়াহে সম্যকভাৱে উপলব্ধি কৰিব পাৰিলোঁ – যেতিয়া বজ্ৰাহত হোৱাৰ দৰে মই ৰাজগড় ৰ'ডৰ এটা হোটেলত পত্নী ৰুণু, দুই পুত্ৰ পাৰ্থিব-চিৰঞ্জীৱ, নব-পৰিণীতা জীয়েক মৌচুমী আৰু জোঁৱায়েকক লৈ – জী-জোঁৱাইৰ প্ৰথম বিবাহ-বাৰ্ষিকী উপলক্ষে নিশাৰ আহাৰ খাবলৈ যাওঁতে, তেওঁ সন্ত্ৰাসবাদীৰ গুলীত নিহত হয়।

বিধাতাই নিত্যাৰ জীৱনক লৈ খেলা খেলখনৰ এনেকৈয়ে সমাপ্তি ঘটিল।

নিত্যা দত্তৰ কবিতাবোৰৰ প্ৰতি মই আকৰ্ষিত হৈছিলোঁ তেওঁৰ বিষাদ আৰু বেদনাৰ অনুভূতিৰ আলোড়নবোৰৰ কাৰণে যি ধৰণৰ অসহায়, অকল্পনীয় নিৰালম্ব, বিষাদগ্ৰস্ত মানসিকতাৰে ভৰি আছে গণেশ গগৈ আৰু যতি নাৰায়ণ

শৰ্মাৰ কবিতাবোৰ। অৱশ্যে নিত্যাৰ বিষণ্ণ বেদনাৰ ধাৰা, গগৈ আৰু শৰ্মাৰ পৰা অলপ সুকীয়া সত্তাৰ।

ইন্দ্ৰিয়-উত্তেজক (Sensuous) চিত্ৰকল্প; স্পন্দন আৰু লয়-সমৃদ্ধ কবিতাবোৰৰ কাৰণে নিত্যা দত্তক ৰামধেনু যুগৰ হৰি বৰকাকতিৰ লেখীয়া কবি বুলি থাওৰাব পাৰিলেও এইটো সুস্পষ্ট যে নিত্যা দত্তই তেওঁৰ এটা হাতেৰে গণেশ গগৈক আৰু আনটো হাতেৰে যেন অমূল্য বৰুৱাক ধৰি কবিতা মঞ্চত প্ৰবেশ কৰিছে। যেতিয়াই নিত্যা দত্তই তেওঁৰ পুলিচৰ খাকী পোছাক আঁতৰাই, তেওঁৰ মনোমোহা ব্যক্তিত্বৰ পৰশ পোৱা কবিতাবোৰ আমাক দিয়ে – তেতিয়াই মই কথাৰে বুজাব নোৱাৰা এক অনন্য তৰংগৰ মানসিক আলোড়ন অনুভৱ কৰোঁ। তেওঁৰ মৌলিক, অভিনৱ আৰু সুন্দৰ চিত্ৰকল্প, উপমা আৰু উৎপ্ৰেক্ষাবোৰে মোক জুমুৰি দি ধৰে :

"এই ভগ্ন চহৰৰ সুৰংগত দেখা
সন্ধ্যাৰ এখনি বিস্তৰ আকাশ
আদিম বেদনাৰ ক্লান্তিৰ আৱৰ্ত্ত
তোমাৰ এখনি মুখ : চিনাকি
আৰু আত্মাৰ স্ফীত
অপ্ৰকাশ স্মৃতিৰ টুকুৰা।" (অদৃশ্য)

তেওঁৰ কিছুমান কবিতা জন কীটছ্ (John Keats)ৰ দৰেই ইন্দ্ৰিয়ক উত্তেজিত কৰি তুলিব পৰা চিত্ৰকল্পৰ প্ৰাচুৰ্য্য আৰু উইলিয়াম ব্লেক (William Blake)ৰ আধ্যাত্মিক চেতনাৰ অপূৰ্ব সমন্বয় ঘটিছে। তেওঁৰ 'এখন হৃদয় – এটি বসন্ত' শীৰ্ষক কবিতাটিত মই যেন উইলিয়াম ব্লেকৰ প্ৰতীক আৰু পৌৰাণিক অতি-কথাৰ (myth)ৰ মুখামুখি হওঁ :

– "গৰুৰ খোজত বন্দী হৈ ৰ'ল
আকাশৰ পবিত্ৰ চকুলো
সেউতীৰ দুগালত জেটুলিপকাৰ ৰং।"

ইয়াতেই বোধহয় নিত্যা দত্তই প্ৰতিধ্বনিত কৰিছে উইলিয়াম ব্লেকৰ মনৰ কথাখিনি যি বিশ্বাস কৰে যে সৰ্বশেষ সত্য আমাৰ আগত প্ৰতিভাত হোৱা সম্ভৱ মাত্ৰ দৈবিক দৃষ্টি বা কল্পনাৰ মাধ্যমত। প্ৰত্যেক পদাৰ্থতেই ব্লেকে দৈবিক জ্যোতিস্ফুলিঙ্গ দেখে। ব্লেকৰ প্ৰতীক আৰু পৌৰাণিক অতিকথা (myth) ৰ আলোচনা প্ৰসংগত কেথলিন ৰেইনে (Kathleen Raine) উল্লেখ কৰিছিল যে ব্লেকে বালিচাঁহি এটাতো ব্ৰহ্মাণ্ডখন দেখে আৰু অসীম অনন্তক নিজৰ হাতৰ মুঠিতেই ৰাখে। মই ভাবোঁ নিত্যা দত্তৰ জীৱনৰ দৰ্শনো সেয়েই – যি কথা পৰিস্ফুট হয় ওপৰত উল্লেখ কৰা কবিতাটোত – যাৰ ৰচনাৰ পৰিবেশেই ৰহস্যাত্মক।

নিত্যা দত্তৰ বেছি ভাগ কবিতাতেই তেওঁৰ বিষণ্ণ বেদনাই হৃদয়ৰ কৰুণা প্লাবিত অনুভূতিৰ প্ৰকাশ দেখোঁ – য'ত আজিৰ বেছি ভাগ 'আধুনিক' কবিৰ উচ্চ অহমিকাবোধ নাই। অমূল্য বৰুৱা, বীৰেণ ভট্টাচাৰ্য্য বা যতি নাৰায়ণ শৰ্মাৰ দৰেই নিত্যা দত্ত এই দোষৰ প্ৰভাৱৰ পৰা মুক্ত। আশীৰ দশকৰ সুমিত্ৰা গোস্বামী, মীৰাঠাকুৰ, ৰাজীৱ ভট্টাচাৰ্য্য আদি বহুতো উদীয়মান কবিয়েই নিত্যা দত্তৰ পদাংক অনুসৰণ কৰা যেন লাগে।

তেওঁৰ "স্বপ্ন ভঙাৰ ছন্দ" শীৰ্ষক কবিতাটো ঠিক এনেধৰণৰ অনুভূতিৰেই কাব্যিক ৰূপায়ণ – যি কাম তেওঁ সম্পন্ন কৰিছে মৌলিক চিত্ৰকল্প আৰু ইন্দ্ৰিয় উত্তেজক প্ৰতীকৰ সহায়ত"

"অৱশেষত নিৰ্জন বন্দী নিশাৰ
উচুপনিবোৰ তালপাতৰ ছাঁত
বন্দী হৈ ৰৈছিল।
চকুলোবোৰ ক'ৰবাৰ
দূবৰিৰ পাতত হাঁহি হাঁহি
ফাঁচী লৈছিল।
পলাশৰ ঠালবোৰৰ পৰা
নিৰ্জনতাখিনি সৰকি আহি
বসন্তৰ বতাহজাকিৰ অপেক্ষা কৰিছিল।"

ওপৰত উল্লেখিত স্তৱকৰ চিত্ৰকল্পবিলাক মোৰ ডব্লিউ. বি. ইটছ্ (W. B. Yeats)ৰ "স্বচ্ছ লেমৰ আধ্যাত্মিক শিখা" যেন লাগে।

এওঁৰ 'অনুৰ্বৰা' শীৰ্ষক কবিতাটো সম্ভৱতঃ এওঁৰ আটাইতকৈ দীঘল কবিতা। এই কবিতাটোৰ ক্ষুদ্ৰ পৰিসৰত সমগ্ৰ মানৱ সভ্যতাৰ ক্ৰমবিকাশক চেপি চেপি সুমাইছে। বিবৰ্দ্ধনৰ প্ৰত্যেকটো স্তৰ যথা, প্ৰস্তৰ, কৃষি, উদ্যোগ; যুদ্ধৰ বিভীষিকাৰ আতংক, পৃথিৱী, দুৰ্ভিক্ষ আদিৰ উল্লেখত যেন মই টি. এছ্. এলিয়ট (T.S. Eliot)ৰ 'ৱেষ্টলেণ্ড'(Wasteland)ৰ প্ৰতিধ্বনি শুনো য'ত :

"পানী নাই, আছে মাত্ৰ পাথৰ আৰু পাথৰ। পানী নাই।"

অৱশ্যে এলিয়টৰ দৰে নিত্যা দত্তই বুদ্ধ, আগষ্টাইন বা উপনিষদৰ উদ্ধৃতি দি বা প্ৰতিধ্বনিৰে কবিতাটো ভৰাই পেলোৱা নাই। এলিয়টৰ দৰেই আকৌ দত্তই ভগৱান কৃষ্ণৰ গীতাৰ উক্তি প্ৰতিফলিত কৰা নাই :

– "খেতিৰ ফচলৰ কথা নেভাবিবা
বীজ সিঁচাৰ কথা ভাবা।
(দি ৰক)

প্ৰতিধ্বনি শুনক গীতাৰ ঃ

"কৰ্মণি এব অধিকাৰস্তে মা ফলেসু কদাচন।"

নিত্যাৰ দৃশ্যপটত দেখোঁ এখন জুইত পুৰি একেবাৰে ছাৰখাৰ হৈ যোৱা পৃথিৱী যাৰ কাৰণে বসুমতী হৈ পৰে অনুৰ্বৰা ঃ

– "সেই উৰ্বৰা ভূমি
পুৰি পুৰি শেষ হৈ যাব
পৰি ৰ'ব মাথোঁ এখন
শস্যহীনা অনুৰ্বৰ পৃথিৱী।"

'অনুৰ্বৰা'ৰ উনৈছটা স্তৱকেই মৌলিক, ইন্দ্ৰিয়-উত্তেজক চিত্ৰকল্প আৰু কবিৰ অনুভূতিৰ বাস্তৱত কাব্যিক ৰূপায়ণ কৰা প্ৰতীকেৰে সমৃদ্ধ। এই চিত্ৰকল্প আৰু প্ৰতীকে আপোনাক টানি লৈ যাব, নিত্যা দত্তই তেওঁৰ মোহন ব্যক্তিত্বেৰে টানি নিয়া দৰে। আপুনি যদি জীৱিত কালত নিত্যা দত্তক এবাৰো দেখিলেহেঁতেন তেতিয়া আপুনিও সেই প্ৰথম সাক্ষাততে তেওঁক তেওঁৰ কবিতাবোৰৰ দৰে ভাল পাবলৈ বাধ্য হ'লহেঁতেন ঃ

– "বন্দী সেই আত্মাৰ
গোপন বিননিত জিলিকি উঠিল
শছ লতিকা কইঁৰাৰে ঘেৰা
এখন উৰ্বৰ ভূমি;
সোণ গজা মাটিৰ কামনা
জীয়াই থকাৰ সংগ্ৰামী মনোভাব
মেলখাছ কীনছৰ পৰা
বহু নিলগ, নিবিড়ভাৱে
ভাল পাইছিল সিহঁতে
কেঁচা মাটিৰ গোন্ধ।"

মেঘৰ গাজনি আৰু গ্ৰীষ্মৰ আকাশৰ নানাৰঙী ৰূপত নিত্যাই শুনে সংহাৰ আৰু সৃষ্টিৰ সংগীত। মই মাত্ৰ তেওঁৰ কবিতাত তেওঁৰ ধমনীৰ স্পন্দন অনুভৱ কৰোঁ। তেওঁৰ কাব্যিক অনুভূতিবিলাক মই অনুভৱ কৰোঁ কিন্তু লিখি বা মুখেৰে কৈ মোৰ মিশ্ৰিত প্ৰতিক্ৰিয়াবিলাক প্ৰকাশ কৰিবলৈ বৰ টান পাওঁ, যেতিয়া নিত্যাই লিখে ঃ

– "কি সুন্দৰ সেই সূৰ্যৰ
অতনু আমেজ ..."

আকৌ – "আকাশৰ টোপনি আহিছিল

আকাশ ক্লান্ত হৈছিল।"

আকৌ – 'আৰু সূৰ্য্যটোৰে মুঠি মুঠি কৰি
দলিয়াই দিয়ে হালধিৰ ৰং আৰু
আহুতিৰ মেটমৰা ভাৰ।"

আকৌ – "ৰতাহত ওপঙি আহিল
অগণন মৃত সৈন্যৰ কোলাহল।"

এই চিত্ৰকল্পবোৰ, এই প্ৰতীকবোৰ আপুনি মাত্ৰ আপোনাৰ তেজৰ সঞ্চালনতহে অনুভৱ কৰিব পাৰিব কবি ৱৰ্ডছৱৰ্থৰ (Wordsworth) দৰেই :

"And I have felt a presence that disturbs me with the joy of
elevated thoughts,
A sense sublime
Of something far more deeply interfused,
Whose dwelling is the light of setting suns
And the round ocean and the living air,
And the blue sky, and in the mind of man ..."

কবিতাটোৰ ষষ্ঠ স্তৱকত নিত্যাই কয় :

– "আৰু সেই আকাশতে
ধ্বংস আৰু সৃষ্টিৰ সুৰ
চলি গৈছিল প্ৰচণ্ড সূৰ্য্যৰ
সেই বিশাল ৰথ।"

এয়া যেন বুদ্ধদেৱ বসুৰ "দময়ন্তী"ৰ 'পূৰ্ববাগ'ৰ প্ৰতিধ্বনি :

– "ঝৰাও ঝৰাও জীৰ্ণ জবাৰ হলদে পাতা, ছড়াও ছড়াও সূৰ্যেৰ লাল বীজ।'

জ্বালাও জ্বালাও, ভাঙা হৃদয়েৰ শুকনো ডালে সূৰ্যেৰ লাল উজ্জ্বল মঞ্জৰী।"

'অদৃশ্য' শীৰ্ষক কবিতাটোত সন্ধ্যাৰ বিস্তীৰ্ণ আকাশখন দেখিছে ভগা চহৰৰ সুৰংগৰ পৰা আৰু তাতে তেওঁ অধ্যাৰোপিত (Super-impose) কৰিছে তেওঁৰ প্ৰেয়সীৰ চিনাকি মুখ। উপমাটোৰ মৰ্ম স্তৱকটো দুই এবাৰ পঢ়াৰ পিছতহে উপলব্ধি কৰিব পাৰি।

'আত্মজ' শীৰ্ষক কবিতাটো গণেশ গগৈ আৰু অন্যাদিকে হেম বৰুৱা, অমূল্য বৰুৱাৰ ৰচনা শৈলীৰ যেন অভিনৱ সমন্বয়। মৃত্যুক বাঘিনীৰ লগত বিজোৰা উপমা আৰু আকাশৰ দেৱালীৰ ফানুচৰ কথাত মই কবিৰ ৰোমাণ্টিক

সুৰৰ প্ৰতি কৰা প্ৰথম বিদ্ৰোহৰ সূচনা প্ৰতিফলিত হোৱা দেখোঁ। নিত্যাই কয় ঃ

– "আকাশত সেইবোৰ কিহৰ ফানুচ
আমাৰ সৰু পৃথিৱীত ইমান বৃহৎ
দেৱালীৰ প্ৰয়োজন নাই।"

কিন্তু পিছ মুহূৰ্ত্ততে কবিক আকৌ গণেশ গগৈৰ 'পাপৰি'ৰ মোহত আবদ্ধ হোৱা দেখোঁ যেতিয়া তেওঁ কয় ঃ

– "মোক মাথোঁ তোমাক লাগে
হৃদয়ৰ নিভৃত কোণত তুমি
মাথোঁ বহি থাকা। আৰু মই
পাহৰিম অনন্ত ৰাতিৰ ব্যথা।"

গণেশ গগৈয়ে কয় ঃ

"নিজানত বহি তাতে অন্তৰ বেদীত মোৰ
নিৰাকাৰ কিবা এটি এনেয়ে পূজিম;
তুলসী অশুচি হ'লে অশুচি দূবৰি বন
চিৰব্যৰ্থ জীৱনৰ, ৰঙা জবা দিম।"

(পাপৰি)

মাত্ৰ দুটা স্তৱকৰ 'বহাগ' শীৰ্ষক কবিতাৰ

"নিয়ৰৰ এটুপি চকুলোৰ দৰে
নিশা এটি সৰি পৰে।"
আৰু – "পূৰ্ণিমাৰ আকাশ খহি পৰে
পৃথিৱীৰ শুকান বননিলে"

– চিত্ৰকল্প দুটা মৌলিক আৰু অসহ্য সুন্দৰ। "পূৰ্ণিমাৰ আকাশ" খহাৰ সন্দৰ্ভত অজিৎ বৰুৱাৰ "আকাশৰ পাৰ ভাঙি আহে জোনাকৰ ঢল" চিত্ৰকল্প স্মৰ্তব্য।

'প্ৰত্যাবৰ্ত্তন'ৰ পাঁচটা স্তৱকত যিবোৰ চিত্ৰকল্প দেখোঁ – তাৰ দাগ পাঠকৰ মনত ৰৈ যায়। কবিতাটোৰ অন্তৰ্নিহিত ভাব যৌন বাসনা বা যৌন আকুলতা। নিত্যা দত্তৰ মতে যৌন-সম্ভোগে তৃপ্তি নানে। আনে বিষাদৰ ঢল ঃ

"নিশাৰ দুবাহুত ভৰ দি আহিছিল
মাথোঁ বিষাদ।
চিপ্ চিপ্ বৰষুণ নামিছিল।"

এই কবিতাটোৰ খোলা খিৰিকীৰ হেলান দি ৰৈ থকা ছোৱালীজনীৰ চিত্ৰকল্পই নৱকান্ত বৰুৱাৰ 'সৰ্বে প্ৰাণং এজতি'ৰ অলকানন্দলৈ মনত পেলায় ঃ

– "কিমান ৰাতিনো? হয়তো দুপৰ নিশা : অলকানন্দা বাহুত ভেজা দি তুমি শুই আছাঁ।"

আৰু মনত পৰে বুদ্ধদেব বসুৰ কংকাবতীলৈ –
– "ফাঁকা আকাশেৰ বন্ধ্রে বন্ধ্রে ঝ'ৰে পৰে সুৰ –
'কংকা। কংকা। কংকাবতী।'
সাপেৰ মতন জড়ানো মেঘেৰ বুকে জেকে উঠে
সাপেৰ মতন
দ্রুত বিদ্যুৎ ... (কংকাবতী)

'জ্ঞানৰ জাহাজ' কবিতাটোত তথাকথিত বোধিদ্রুমসকলৰ প্ৰতি বিদ্রুপ, ঘৃণা আৰু অবজ্ঞা প্ৰতিফলিত হৈছে যিসকলক নিত্যা দত্তই "জ্ঞানৰ জাহাজ হৈ ক'ৰবাত হয়তো হয়তো চিমনিৰ ধোৱাঁ" উৰুওৱা দেখিছে। এই সেই কবিতাটোত আকৌ মৌলবাদী, ধৰ্মান্ধসকলৰ প্ৰতি তেওঁৰ বিতৃষ্ণা, বিদ্বেষ আৰু বিৰক্তি ফুটি উঠিছে।

– "মোক ঠেলি লৈ গ'ল
এজাক মানুহৰ ভিৰৰ মাজলৈ
য'ত ধৰ্মৰ যুক্তি
জেপৰ নট বুকত লিখা থাকে।"

'আহিনৰ আবেলি' এটা অন্যতম সুন্দৰ কবিতা। নিত্যা দত্তই "আহিন মানে" বৰ্তমানৰ বিভীষিকাৰ পাছত নতুন সূৰ্য্যৰ আলোকৰ সন্ধান পাই কয় :

"অশ্রুৰ নদীত সাঁতুৰি নাদুৰি
এইয়া অকণ তৃপ্তি
তোমাৰ ওঁঠৰ আমেজ
একণ নিভৃত হৃদয়।
চকুৰ মণিত
ওলমি আছে নতুন সূৰ্য্যৰ আলোক।"

"দোজোপা তালগছ আৰু মই"শীৰ্ষক কবিতাত কবিৰ বিষাদগ্ৰস্ত মন আৰু মৃত্যুৰ প্ৰতি থকা কবিৰ যি ভাব তাক প্ৰতিফলিত হোৱা দেখোঁ। এই কবিতাটোৰ "এমোকোৰা উশৃংখল হাঁহিৰ চিক্মণী"ৰ বৈপৰীত্য প্ৰকাশ, শেষৰ স্তবকৰ

"সানি দিলে হৃদয়,
মাথোঁ বিষাদ
সাৰ পাই দেখোঁ শুভ্ৰ বিছনা,
ৰাতি নাই। আছে মাথোঁ বিষাদৰ ছবি।"
চিত্ৰকল্প অনন্য সুন্দৰ।

দত্তৰ কিছুমান অনন্য সুন্দৰ উপমা আৰু চিত্ৰকল্প সঁচাকৈয়ে কবিৰ কল্পনাৰ মোহন ৰহণ পাই জিলিকি থাকে। নিয়ৰবিলাক নিত্যা দত্তৰ কাৰণে জোনৰ পৰা ছিটিকি পৰা কণ কণ ডালিমৰ গুটি; এক মৌলিক কল্পনা আৰু আবেগৰ জোৱাৰত নিত্যা দত্তৰ বসন্তই যেন এক মানবীয় সত্তাহে পাইছে ঃ

"ফাগুণে আকৌ সিঁচি দিলে
মুঠিয়ে মুঠিয়ে ৰং
কৃষ্ণচূড়াৰ শুকান ডালত।"

'একুৰা জুই' শীৰ্ষক কবিতাত প্ৰতিভাত হৈছে বিস্ময়ৰ অগ্নি-বন্দনা, ঘৃণা-বিদ্বেষৰ উত্তাল বিক্ষোভ আৰু প্ৰবৃত্তিৰ কাৰাগাৰত বন্দী দেহৰ মুক্তিৰ আকাংক্ষা — দেহলৈ। 'আহিনৰ আবেলি'ত মই দেখোঁ কেশৱ মহন্তৰ কুঁৱলিৰ চেলেঙ, য'ত আকৌ মুহূৰ্তৰ কাৰণে হলেও জিলমিলায় জীবনানন্দ দাসৰ 'ৰূপসী বাংলা' ঃ

"সেইখানে লক্ষীপেঁচা ধানেৰ গন্ধেৰ মতো অস্ফুট তৰুণ ..."

আৰু এয়া চকচোন দিবংগত কবি নিত্যা দত্তৰ আকুল তৃষ্ণালৈ ঃ

"ইমান তীব্ৰ এই কেঁচা ধানৰ গন্ধ
আত্মাৰ নিমগ্নতা আৰু ভীতিৰ আঁৰত
গৌৰি ধানৰ ৰসে দিছে
নতুন দিনৰ আশ্বাস।"

এই বিষাদে বিবৰ্ণ কৰা কৰুণ অনুভূতিয়ে কাতৰ কৰি তোলা নিত্যা দত্তৰ কবি সত্তাই এক নতুন পৃথিবীৰ কল্পনা কৰিছে — এখন নতুন ধৰিত্ৰীৰ স্বপ্ন দেখিছে — এটা আশাবাদী পিপাসা লৈ যাৰ কাৰণে নিত্যা দত্তৰ জীৱনৰ ৰঙা জবা অঞ্জলিবোৰ আমাৰ কাৰণে অনাগত ভৱিষ্যতৰ প্ৰেৰণাৰ উৎস হৈ ৰ'ব ঃ

— "অশ্ৰুৰ নদীত সাঁতুৰি-নাদুৰি
এইয়া অকণ তৃপ্তি,
তোমাৰ্ব ওঁঠৰ আমেজ
একণ নিভৃত হৃদয়।
চকুৰ মণিত
ওলমি আছে নতুন সূৰ্য্যৰ আলোক।



## আব্দুল কুদ্দুছ

প্ৰকৃতিপ্ৰেমী আব্দুল কুদ্দুছ প্ৰাকৃতিক জগতৰ এজন মননশীল নিৰীক্ষক। জীৱনৰ লগত সম্বন্ধ থকা প্ৰাকৃতিক বিষয় আৰু ঘটনাবোৰ ফঁহিয়াই চাই তেওঁ গভীৰ তত্ত্ব উপলব্ধি কৰে। প্ৰকৃতি আৰু জীৱনৰ পাৰস্পৰিক নিৰ্ভৰশীলতাৰ বিভিন্ন দিশ তেওঁৰ চিন্তাৰ বিষয়।

নগাওঁ জিলাৰ মৈৰাবাৰী মৌজাৰ লোচনাবড়ী নামৰ এখন গাঁৱত তেওঁৰ জন্ম হয় ১৯৫০ চনৰ ১ চেপ্তেম্বৰ তাৰিখে। ১৯৭২ চনত নগাঁৱৰ আনন্দৰাম ঢেকিয়াল ফুকন মহাবিদ্যালয়ৰ পৰা সন্মান সহ বি. এ. পাছ কৰি তেওঁ স্থানীয় ডচন উচ্চতৰ মাধ্যমিক আৰু বহুমুখী বিদ্যালয়ত শিক্ষকতা আৰম্ভ কৰে ১৯৭৩ চনৰ পৰা। কিছুকাল শিক্ষকতাৰ চাকৰি কৰি তেওঁ এ. চি. এছ পৰীক্ষাত উত্তীৰ্ণ হয়। প্ৰথমে তেওঁ ধেমাজীত কাৰ্য্যবাহী দণ্ডাধীশ ৰূপে যোগদান কৰি কিছুদিন চাকৰি কৰি পিছত তেওঁ অসমৰ আৰক্ষী বিভাগত উপ-আৰক্ষী অধীক্ষক হিচাপে যোগদান কৰে ১৯৮৯ চনত।

তেওঁ এজন কঠোৰ পৰিশ্ৰমী ব্যক্তি। ছাত্ৰ অৱস্থাৰ পৰাই বিমূৰ্ত বিষয়বস্তুৰ ওপৰত তেওঁ লিখালিখি কৰি আহিছে। "দৃষ্টিপাত" – তেওঁৰ ১ম প্ৰকাশিত চিন্তামূলক ৰচনাৰ কিতাপ। বেকনৰ দৰে তেওঁ এই কিতাপত সূক্ষ্ম চিন্তাৰ পৰিচয় দিছে।

# চিন্তাশীল ৰচনাকাৰ আব্দুল কুদ্দুছ

মোৰ সুদীৰ্ঘ চাকৰি কালত মই পোৱা মোৰ প্ৰতি অনুৰক্ত কৰ্মচাৰী-সকলৰ অন্যতম আব্দুল কুদ্দুছে তেওঁৰ প্ৰকাশিত প্ৰথম ৰচনা সংকলন 'দৃষ্টিপাত'খন মোক শ্ৰদ্ধাৰ চিন স্বৰূপে উপহাৰ দিয়াত মই নথৈ আনন্দিত হৈছিলোঁ। তেওঁৰ কিতাপখনৰ বেটুপাতৰ ৰূপ দেখিয়েই মই তেওঁৰ চিন্তাশীল মানসিকতাৰ পৰিচয় পাইছিলোঁ।

প্ৰচ্ছদপটখনিয়েই ৰচনাকাৰৰ গভীৰ চিন্তা আৰু উপলব্ধিৰ চমৎকাৰিতা দেখুৱাইছে।

'দৃষ্টিপাত'ৰ চিন্তামূলক ৰচনাৰাজি পঢ়ি মই নিজেই চিন্তাৰ প্ৰশান্ত মহাসাগৰত নিমজ্জিত হোৱা যেন লাগিছিল। কিতাপখনত 'সময়', 'সাধনা', 'সৌন্দৰ্য্য', 'নিয়মৰ ৰাজত্ব', 'আচৰণৰ অন্তৰালত' 'মানৱ-প্ৰকৃতি', 'মন আৰু শৰীৰ', 'ঈশ্বৰভক্তিৰ প্ৰেৰণা' আদিত গভীৰ চিন্তামূলক গুৰুত্বপূৰ্ণ বিষয়ৰ বৌদ্ধিক বিশ্লেষণ কৰি দেখুৱাইছে লেখকে অতি নিপুণতাৰে। এনে ধৰণৰ বিমূৰ্ত (Abstract) বিষয় অৱলম্বন কৰি লিখা সংকলন যোৱা কেই দশকৰ ভিতৰত অসমীয়া ভাষাত ওলোৱা কিতাপৰ সংখ্যা নগণ্য। প্ৰায় নাই বুলিবই পাৰি। কুদ্দুছৰ ৰচনাৰাজি পঢ়োতে মোৰ মন সেই মোৰ ল'ৰালি কাললৈ ঢাপলি মেলিলে। স্কুলীয়া দিনত পঢ়া সত্যনাথ বৰাৰ 'সাৰথি', লম্বোদৰ বৰাৰ 'জ্ঞানোদয়', 'ল'ৰাবোধ', চুলেমান খাঁৰ চিন্তামূলক আধ্যাত্মিক ৰহণৰ কবিতা, বলদেৱ মহন্তৰ সুগভীৰ জ্ঞান-দায়িনী কবিতাবোৰলৈ মই যেন আকৌ এবাৰ গুচি গৈছিলো। তাৰ পিছতেই ডঃ সূৰ্য্যকুমাৰ ভূঞা আৰু ডঃ বাণীকান্ত কাকতিদেৱৰ জ্ঞানগৰ্ভ আৰু গভীৰ চিন্তা উদ্ৰেককাৰী নিবন্ধবোৰৰ কিছুমান পঢ়াৰ সৌভাগ্য ঘটিছিল। অৱশ্যে আমাৰ প্ৰতিবেশী বংগদেশত লম্বোদৰ বৰাৰ সমসাময়িক দুজন প্ৰথিতযশী ৰচনাকাৰ ৰাজ নাৰায়ণ বসু আৰু ভূদেৱ মুখোপাধ্যায়ৰ লিখাৰ ধাৰাক আগুৱাই দিয়া বঙ্কিমচন্দ্ৰক পাওঁ তেওঁৰ 'বিবিধ প্ৰবন্ধ'ত; অক্ষয় চৰকাৰক পাওঁ তেওঁৰ 'ৰূপক ও ৰহস্য'ত; ৰাজকুমাৰ মুখোপাধ্যায়ক পাওঁ তেওঁৰ 'নানা প্ৰবন্ধ'ত। এওঁলোকৰ সমকক্ষ আৰু সম-পৰ্য্যায়ৰ লেখকসকলৰ ভিতৰত হৰপ্ৰসাদ শাস্ত্ৰী, ৰমেন্দ্ৰ সুন্দৰ ত্ৰিপাঠী, কালীপ্ৰসন্ন ঘোষৰ নৈৰ্ব্যক্তিক নিবন্ধসমূহ উল্লেখনীয়।

আব্দুল কুদ্দুছৰ ৰচনাৰাজিৰ প্ৰায় আটাইকেইখন ৰচনাই গভীৰ তত্ত্বধৰ্মী আৰু অব্যক্তিমুখী (Impersonal)। চাৰ্লচ লেম্ব (Charles Lamb), এডিছন (Addison) অথবা আমাৰ ডঃ হেম বৰুৱা, হেম চন্দ্ৰ শৰ্মা, তিলক হাজৰিকাৰ ৰচনাৰাজিৰ সম্পূৰ্ণ বিপৰীতধৰ্মী হ'ল কুদ্দুছৰ ৰচনা যি কাৰণত মই তেওঁক

বেকন (Bacon)ৰ অনুগামী লেখক বুলি ভাবোঁ। 'দৃষ্টিপাত'ৰ ৰচনাসমূহ পঢ়িলেই মোৰ এই উক্তিৰ সম্যক অনুধাবন কৰিব পৰা যাব।

বেকনৰ শৈলীতেই লিখিছে যদিও কুদ্দুছৰ প্ৰকাশভংগীত তেওঁক কবিসুলভ মনটো পৰিস্ফুট হৈ উঠা দেখোঁ। সেই কাৰণেই তেওঁৰ লিখা কথাবোৰ পঢ়ি ভাল লাগে। শেষ নোহোৱালৈকে পঢ়াৰ কাৰণে উৎকণ্ঠা অক্ষুণ্ণ হৈ থাকে। বিমূৰ্ত, অব্যক্তিমুখী বিষয়বোৰৰ চিন্তাশীল বিশ্লেষণে পাঠকক তন্ময় কৰি তোলে। ভাবিবলৈ বাধ্য কৰায়। আব্দুল কুদ্দুছে নিৰ্দ্ধাৰিত বিমূৰ্ত বিষয় এটা আলোচনা কৰি যুক্তি সহকাৰে শেষত যেনে ধৰণে এক সমাধানত উপনীত হয় – তেনে প্ৰকাশত মই চেন্সেলৰ বেকন (Chancellor Bacon)ৰ 'নিউ আটলাণ্টিছ' (New Atlantis) পঢ়াৰ পিছত যি আনন্দ পাইছিলোঁ – তেনে আমেজকেইচোন পাওঁ।

আব্দুল কুদ্দুছ মুখ্যতঃ কাব্যিক অনুভূতি প্ৰৱণ ব্যক্তি আৰু সুগভীৰ চিন্তা-প্ৰৱণতাৰ অধিকাৰী। উদাহৰণ স্বৰূপে, 'সময়' সম্পৰ্কে তেওঁ যি ধৰণে চিন্তা কৰিছে, জীৱনৰ প্ৰতি পলে পলে আমি সময়ৰ লগত জড়িত যদিও – মই হ'লে তেওঁৰ দৰে কেতিয়াও ভাবি পোৱা নাই। ভবাও নাই। তেওঁ সঠিকভাৱেই এই সিদ্ধান্তত উপনীত হৈছে যে 'সময়' এটা বুজিব নোৱাৰা সাঁথৰ। সময় সম্পৰ্কে আমাৰ বদ্ধমূল ধ্যান-ধাৰণাসমূহ মৰীচিকাৰ দৰে। মায়াৰ দৰে। সময় সম্পৰ্কে আমি মাত্ৰ ধাৰণাহে কৰিব পাৰোঁ কিন্তু ইয়াৰ উৎস, আদিম অৱস্থিতি বা সৃষ্টিৰ কথা বুলিব নোৱাৰোঁ। সময়ৰ আদি-অন্ত আমাৰ ধ্যান-ধাৰণাৰ অতীত। সৃষ্টি, স্থিতি আৰু লয় – এই সকলো কৰ্মই সময়ৰ লগে লগে নিষ্পত্তি হয়। নাস্তিক-সকলে সূক্ষ্ম-দৰ্শনৰ অভাৱত ঈশ্বৰৰ অৱস্থিতি বিশ্বাস নকৰিলেও ঈশ্বৰৰ দৰে অদৃশ্য সময়ৰ অস্তিত্বক অস্বীকাৰ কৰিব নোৱাৰে। কুদ্দুছে এই কথাৰ যোগেদি গীতাত প্ৰতিধ্বনিত হোৱা কৰ্মযোগৰ মহাসত্যৰ কথাই কৈছে বুলি ধাৰণা হয়। তেওঁৰ 'সময়' শীৰ্ষক ৰচনাখন সূক্ষ্ম দাৰ্শনিক চিন্তাৰে সন্নিবিষ্ট বিশ্লেষণৰ কাব্যিক প্ৰকাশ।

'দৃষ্টিপাত'ৰ উল্লেখনীয় দ্বিতীয়খন ৰচনা হ'ল 'সাধনা'। এইখনো গধুৰ ভাবৰ ৰচনা। জীৱনত সাৰ্থকতা প্ৰাপ্তি বা আলোক সন্ধানৰ কাৰণে যে কঠোৰ পৰিশ্ৰম আৰু চেষ্টাৰ প্ৰয়োজন -- তাৰ ব্যাখ্যা আৰু বিশ্লেষণ সম্বলিত এই ৰচনাখনে পাঠকক বেকনৰ (Bacon) 'অন্ ষ্টাডিজ' (On STUDIES) অথবা লম্বোদৰ বৰাৰ 'পৰিশ্ৰম' শীৰ্ষক ৰচনাৰাজিৰ সমতুল্য, গধুৰ ভাবৰ তাৎপৰ্যপূৰ্ণ বিশ্লেষণবোৰলৈ টানি লৈ যাব। এই ৰচনাখনত কুদ্দুছে যি সত্যৰ সন্ধান দিয়াৰ চেষ্টা কৰিছে, সেই সত্য গীতাত প্ৰতিধ্বনিত হোৱা সত্যৰ দৰে চিৰন্তন। আত্মাৰ শক্তি বা বল আৰু মানসিক উদ্যম বা প্ৰস্তুতিৰ যে অবৰ্ণনীয় প্ৰভাৱ আছে আৰু যি কোনো কঠিন কাম সম্পন্ন কৰাত যে এই শক্তিয়ে যে অভাৱনীয়ভাৱে সহায় কৰে – তাক তেওঁ প্ৰকাশ কৰিছে 'সাধনা' শীৰ্ষক ৰচনাখনিত। কুদ্দুছে ঠিকেই কৈছে যে কাগজৰ ফুলৰ সুগন্ধ নোলোৱাৰ দৰে অকৰ্মণ্য জীৱনতো কৃতকাৰ্য্যতাৰ

সুগন্ধি বিচৰা অৰ্থহীন কথা। কেকনৰ সুৰতেই তেওঁ কৈছে – যে "পৰিশ্ৰমেই জীৱনৰ কৃতকাৰ্য্যতাৰ বাবে অমোঘ অস্ত্ৰ"। আমাৰ বৰ্তমানৰ প্ৰজন্মই যদি এই মহামূল্যবান কথাষাৰৰ মৰ্ম উপলব্ধি কৰিব পাৰে, তেওঁলোকে জীৱনত কৃতকাৰ্য্যতাৰ সোপানত আৰোহণ কৰি যাব পাৰিব – তাত সন্দেহ নাই। এওঁৰ লিখনিত পৌৰাণিক যুগৰ বহুতো দৃষ্টান্তৰ উল্লেখ পাওঁ। তেওঁৰ লিখনিত থকা প্ৰাচীন ৰোমান, গ্ৰীক, তুৰস্ক, চীন আৰু ইহুদী সভ্যতাৰ দৃষ্টান্তবোৰ মনোগ্ৰাহী। মহাভাৰতৰ যুগৰ একলব্য আৰু মহাচীনৰ মেইল এনফাঙ (Meil Enfang)ৰ জীৱনৰ আদৰ্শই – মানৱ জীৱনত শক্তিৰ সঞ্চাৰ কৰে। আজিৰ অসমৰ দুৰ্যোগ বা দুৰ্গতিৰ মূলতে যে আমাৰ কৰ্ম-বিমুখিতা তাক তেওঁ যুক্তি সহকাৰে দেখুৱাইছে 'নতুন পুৰুষে যুক্তিৰ আধাৰত নতুন সমাজ গঢ়ক'ৰ লিখক নিৰ্ভীক নিবন্ধকাৰ কনকসেন ডেকাৰ দৰে। ৰমা ৰলা (Romain Ronald)ৰ চিন্তাধাৰাত উদ্বুদ্ধ হৈ মানুহে সদায় কৰ্মব্ৰতী হ'ব লাগে – অৰ্জিত কৃতিত্বতেই সন্তুষ্টি লভি হাত সাৱটি বহি থাকিব নেলাগে – কুন্দুছে ৰমা ৰলাৰ কথাখিনি তেওঁৰ লিখনিত সুন্দৰকৈ ফুটাই তুলিবলৈ সৎ প্ৰচেষ্টা কৰিছে।

'সৌন্দৰ্য্য', 'নিয়মৰ ৰাজত্ব' আদি ৰচনাৰ যোগেদি কুন্দুছে বহুতো সত্যৰ সন্ধান দিছে। ঋকবেদ, অথৰ্ববেদ, কোৰাণ আদি মহা গ্ৰন্থৰ সত্য প্ৰকাশৰ যোগেদি লিখকে জীৱনৰ দিগন্তত আলোক সন্ধানৰ প্ৰয়াস কৰিছে।

তেওঁৰ 'আত্ম-আৱিষ্কাৰ', ৰচনাকাৰ কুন্দুছৰো আত্ম-আৱিষ্কাৰ। এই নিবন্ধটিত তেওঁ জীৱনানন্দ দাশ আৰু ৰবীন্দ্ৰনাথৰ দৰে কবিৰ জীৱন-দৰ্শন, নিজৰ মতবাদৰ লগত সংযোজিত কৰি চিন্তাৰ গভীৰতালৈ সোমোৱাৰ প্ৰচেষ্টা চলাইছে। মই সত্যনাথ বৰাৰ বিখ্যাত ৰচনা 'চিন্তা'ৰ ভাৱনাৰাশিৰ প্ৰতিধ্বনি কুন্দুছৰ লিখনিত শুনিবলৈ পাওঁ।

'প্ৰভেদ বিচাৰ' শীৰ্ষক নিবন্ধত কুন্দুছে বহুতো দৃষ্টান্তৰ উল্লেখ কৰি প্ৰমাণ কৰিছে যে বিভিন্নতাৰ মাজতো একতাৰ সূত্ৰ আছে – ঐক্যৰ সুৰ আছে। লিখনিৰ কাব্যিক প্ৰকাশৰ মাধ্যমেৰে তেওঁ অতি সুন্দৰকৈ তেওঁৰ যুক্তিৰ দ্বাৰা বিভিন্নতাত একতাৰ অৱস্থিতিৰ কথা ঘোষণা কৰিছে। ধৰ্মৰ নামত, জাতি-ভেদৰ নামত ঘৃণা-বিদ্বেষৰ সঞ্চাৰ কৰি এদলে আন এটি দলক বা সম্প্ৰদায়ক লাঞ্ছনা কৰা বা অত্যাচাৰ কৰাৰ দৰে হৃদয় বিদাৰক কৰ্ম-পন্থা পৰিহাৰ কৰিবলৈ তেওঁ আহ্বান জনাইছে। কুন্দুছে সোঁৱৰাই দিছে যে মৃত্যুৱেই জীৱনৰ শেষ পৰিণতি, যি সকলোৰে কাৰণে আহিবই। মৃত্যুৱেই সকলোকে অন্তিম ক্ষণত সমান কৰি দিব -- এই কথা পাহৰা নিশ্চয় মূৰ্খামিহে পৰিচায়ক।

এই ৰচনাখন পঢ়োঁতে মোৰ চাৰ টমাছ ব্ৰাউন (Sir Thomas Browne)ৰ ৰিলিজিয় মেদিচি (Religio Medici), আৰ্ণ বাৰিয়েল (Urn Burial) আদি ৰচনাবোৰলৈ মনত পৰিছিল।

'মন আৰু শৰীৰ' শীৰ্ষক ৰচনাখনত কুন্দুছে ফ্ৰয়েড (Freud)ৰ চিন্তাধাৰাত প্ৰভাৱান্বিত হৈ চেতন, অৱচেতন, অচেতন – এই তিনি খলপীয়া মানুহৰ মনটোৰ কথা কৈ হিন্দু মতবাদৰ 'মায়া'ৰ জগতত প্ৰৱেশ কৰিছে। তেওঁৰ বক্তব্য প্ৰকাশ কৰিবলৈ যাওঁতে, তেওঁ মনক ৰজাৰ লগত আৰু দেহক ৰাজ্যৰ লগত তুলনা কৰিছে। মনৰ অদম্য শক্তিৰ দৃষ্টান্ত নানা উদাহৰণেৰে বুজাই তেওঁ পণ্ডিত নেহৰুৰ উক্তিৰে তেওঁৰ বক্তব্যৰ মোখনি মাৰি কৈছে যে মানৱ দেহত লুকাই থকা মন অসীম শক্তিৰ অধিকাৰী।

কুন্দুছৰ লেখাত নিৰাশাবাদৰ অৱস্থিতি নাই। 'চেষ্টাৰ অসাধ্য একোৱেই নাই' – এই কথাকে তেওঁ প্ৰতিপন্ন কৰিবলৈ বিচাৰিছে। তেওঁৰ 'ঈশস্তুতিৰ প্ৰেৰণা' আৰু 'অভিপ্ৰায়' শীৰ্ষক ৰচনা দুখনিও ভাব মধুৰ চিন্তাৰ সাৱলীল কাব্যিক প্ৰকাশ।

জীৱনৰ ঘাত-প্ৰতিঘাতৰ মাজত নিজৰ কৰ্তব্যজ্ঞান আৰু একাগ্ৰতাপূৰ্ণ নিষ্ঠাৰে আগবাঢ়ি অহা এই ডেকা লিখকৰ ভৱিষ্যত সম্ভাৱনাপূৰ্ণ, তাত মোৰ সন্দেহ নাই।



সুমিত্ৰা গোস্বামী

| | |
|---|---|
| জন্ম – | ১৯৫২ চামতা – নলবাৰী |
| সাহিত্য-কৃতি | |
| কাব্য-সংকলন – | 'সংগ্ৰামী অসমী', 'ঈপ্সিত সময়', 'অন্যদিন' 'সেউজীয়া কাঁইটৰ সুহুৰি' । |
| শিশু গ্ৰন্থ – | 'অকণিৰ গুৰু শংকৰ', 'সপোনৰ দেশত কবুল', 'ফুলে ফুলে মৌ', 'সপোন-কুঁৱৰীৰ যাদু, 'কথা কোৱা ভাটো', 'নেজ কটা শিয়াল', 'মানস কন্যাৰ সাধু', 'ৰাজকুমাৰ আৰু সুকন্যা', 'অসমৰ বনৰীয়া জীৱ-জন্তু আৰু চৰাই-চিৰিকটি'। |
| নাটক – | 'অজান বাঁহীৰ সুৰ', 'বৃত্ত', 'অন্ধকাৰৰ পৰা', 'পাৰ কৰা সিন্ধুমতী পাতালে লুকাওঁ', 'উপহাৰ', 'এনেকৈ নেখেলোঁ'। |
| নৃত্য-নাটিকা – | 'অদৃশ্য বন্ধন', 'শৰৎ-শাৰদী' 'ভাস্কৰবৰ্মা আৰু বিৰাণদৈ', 'সেউজীয়া গছৰ সুহুৰি'। |

# সুমিত্ৰা — বেদনাৰ কথা

অসমৰ জনজীৱনৰ বহু-কলংকিত আশীৰ দশকতেই সুমিত্ৰা গোস্বামীয়ে ন কইনাৰ ভয় আৰু শংকাকূল মন এটা লৈ কবিতা লিখিবলৈ আৰম্ভ কৰি মাত্ৰ দহ বছৰৰ ভিতৰতে দুটি কবিতা সংকলন আৰু অসমৰ প্ৰায়বোৰ দৈনিক-সাপ্তাহিক-তিনিদিনীয়া-পষেকীয়া-মাহেকীয়া কাগজৰ বুকুত বহুত কবিতা লিখি বহুতো কবিতা-প্ৰেমিকক তেওঁৰ অনুভূতি ৰাশিৰ প্ৰকাশৰ সজীৱ আৰু মৌলিক ভঙ্গিমাৰে আকৰ্ষণ কৰিবলৈ সমৰ্থ হোৱা দেখিবলৈ পাইছোঁ। এওঁৰ কবিতা কিছুমান মই পঢ়ি ভাল পাইছিলোঁ কবিৰ প্ৰকাশ ৰীতি,নতুন আংগিকৰ উপস্থাপনা, ধুনীয়া ধুনীয়া কল্পচিত্ৰ, উপমা, প্ৰতীক, উৎপ্ৰেক্ষাৰ নতুন নতুন সাজ-পাৰ দেখি।

সুমিত্ৰা গোস্বামীৰ কিছুমান কবিতাৰ আৰম্ভণিবোৰ চুটি গল্পৰ আৰম্ভণি কিছুমানৰ দৰেই আচম্বিত, অপ্ৰত্যাশিত আৰু প্ৰথম স্তবকতেই : কবিৰ প্ৰকাশভঙ্গিমাত সহৃদয়তা আৰু আন্তৰিকতাৰ স্পন্দন। 'চিঠি' নামৰ কবিতাটো সুমিত্ৰাই আৰম্ভ কৰিছে এনেকৈ :

— খুব সম্ভৱ
এনেকৈ কোনেও কাকো
নিলিখে চিঠি ।

এই আকৰ্ষণীয় আৰম্ভণিৰে সুমিত্ৰাই 'চিঠি'খনৰ শব্দাৱলীৰ কথা কৈছে এনেকৈ সুন্দৰ সাৱলীল সহজ সৰল ভাষাত : —

'পাহাৰৰ দৰে অচল, সাগৰৰ দৰে অটল,

শইচৰ দৰে উৰ্বৰ, মাটিৰ দৰে গধুৰ তাৰ শব্দ।'

এটা জীৱন্ত অনন্য চিত্ৰকল্পৰে প্ৰকাশ কৰিছে শব্দৰ সম্মোহনী শক্তিৰ কথা ।

— 'কোনে কেতিয়া ক'ত
ব'দৰ জখলাৰে বগাই
পাৰি আনে
শব্দই ৰঙা কৰা ফল।
কলমত নিগৰি পৰে হৃদয়ৰ
সমস্ত হিৰন্ময় আকুলতা।'

এনেধৰণৰ আচম্বিত, অপ্ৰত্যাশিত আৰম্ভণি বহুত বেছিকৈ পাওঁ এতিয়াৰ কেইবাজনো প্ৰথিতযশা ইংৰাজ কবিৰ কবিতাত অপৰ্য্যাপ্তৰূপেঃ ফিলিপ লাৰকিনছ (নেকষ্ট প্লিজ – Next Please) টড (Toad), দেইজ্ (Days), জেমছ্ ডিকীৰ (James Dickey) 'দি হে'ভন অব এনিমেলচ (The Heaven of Animals), লুই চিম্পচনৰ (Louis Simpson) আই ড্ৰিমড দেট ইন্ এ চিটি দাৰ্ক এজ পেৰিছ্ (I Dreamed that in a City Dark as Paris) আৰু আমাৰ দেৱকান্তৰ 'সাগৰ দেখিছা', নৱকান্তৰ 'বাৰিষাৰ ৰাতি তোমাৰ কবিক মনত পৰেনে অৰুন্ধতী?' নাইবা বীৰেশ্বৰ বৰুৱাৰ 'নিৰ্জন নাবিক'ৰ 'মিতভাষণ', 'দেৱদূত' আদিৰ দৰে কবিতাত ।

সুমিত্ৰাৰ বেছিভাগ কবিতাই তেওঁৰ ব্যক্তিগত জীৱনৰ আশা-আকাংক্ষা হা-হুতাশ, নিৰাশা, নিঃসংগতা, সংশয়, শংকা আদি বিভিন্ন অনুভূতিৰ প্ৰকাশ। এই প্ৰকাশৰ মাধ্যম নতুন উপমা, প্ৰতীক আৰু অনন্য চিত্ৰকলা :

– 'নীলা চাদৰৰ আঁচল ফালি
আকাশখন শুকুলা হৈ পৰিছিল।'
(ছবিত কবিতা)

এই কবিতাটো সঁচাকৈয়ে যেন শোভা ব্ৰহ্ম, প্ৰসেনজিৎ দুৱৰা বা নীলপৱন বৰুৱাৰ একো একোখন একক চিত্ৰ প্ৰদৰ্শনী য'ত শব্দৰ ৰং আৰু তুলিকাৰে সুমিত্ৰাই চৈধ্যখন সুন্দৰ ছবি আঁকিছে।

– 'ইন্ধন বিলুপ্ত এটি অঘৰী পুৱা', 'নৈখনৰ পিঠিত একলহ দুখ/মানুহবোৰ শিপায় অৰণ্য, নগৰ, পাহাৰ/পাহাৰ প্ৰান্তৰ ভেদি', 'কেঁচুমতাৰ শৈল্পিক আবেদনত/উৰ্বৰ ভূমিৰ আলাপ', 'নদীৰ মোহনাত চৰাইবোৰ সূৰ্য্যমুখী হয়/ঠোঁটত ওলমে একোটা ৰ'দৰ দোলক' – এই চিত্ৰকল্পবোৰৰ আবেদনে মন আৰু মগজুক আলোড়িত নকৰাকৈ নেথাকে। অকণমানো সংকোচ নোহোৱাকৈ সুমিত্ৰাই নিজৰ অন্তৰৰ গভীৰতম কোণৰ কথাবোৰ কৈছে অতি মৰমলগাকৈ তেওঁৰ 'কবিতাৰ স্কেচ' 'বুকুৰ গভীৰত সুৱাগমণি দিন', 'সিহঁত কোনো দিন উভতি নাহে', 'চাতক', 'দুখ মোৰ হাঁহিৰ দিনৰ' কবিতা কেইটাত। এয়া 'কবিতাৰ স্কেচ'ত চৈয়দ আব্দুল মালিকৰ 'কবিতাৰ জন্ম'ৰ সুমিত্ৰা-বেদনা :

'মুকলি পথাৰখনত
পতাকাখন উৰুৱাই দিলোঁ
নামি আহিল ৰঙা-নীলা কবিতা ।
... নিশাটোৱে ফু দিওঁতেই
বুকুৰ গভীৰত জ্বলি উঠিল
দোকমোকালিৰ অখণ্ড কবিতা ।'

'কবিতা-অৰণ্য'ৰ বুকুত সুমিত্ৰাই কবিতা গজা দেখিছে মানুহক সেউজীয়া সাজ পিন্ধাই। এই মানুহ বিশ্বপ্ৰকৃতিৰ অঙ্গ – তাত কোনো বিভাজন সুমিত্ৰাই দেখাও নাই – অনাও নাই। আকৌ সুন্দৰ সুন্দৰ ছবি আঁকিছে 'ছবিত কবিতা'ত। মূৰৰ চুলি চিঙি সুমিত্ৰাৰ 'ইতিহাসে মেলি ধৰে প্ৰোজ্জ্বল দিনৰ বুকুত এটা ক'লা কবিতাৰ পাত' । এয়া চৈয়দ আব্দুল মালিকৰ 'কবিতাৰ জন্ম' ঃ

– 'ৰ'দত তাৰ কিৰীটিৰ বগা তুষাৰবোৰ গলি গলি বাগৰি আহে। নিজৰি নিজৰি বাগৰি অহা তুষাৰমালাৰ শিলত থেকেচা খোৱা বগা ছিটিকনি ৰ'দত জিলিগুনি পৰি তিৰবিৰাই উঠে।'

সুমিত্ৰাই নিজৰ জীৱনত হয়তো বহুতো পালে। হয়তো মনে বিচৰা বহুতো কিবাকিবি নেপালে। সেয়েহে সুমিত্ৰাৰ কবিতাৰ মাজে মাজে উচুপনি শুনো সুমিত্ৰাৰ ঃ

– নেজানো
কেনেকৈ গৰাখহনীয়াত
খহি মোৰ দুখৰ ৰাতি
বুকুৰ গভীৰত
থুপি থুপি থৈ
সুৱাগমণি দিন।

আকুল আবেগ সনা ভাষাৰে সুমিত্ৰাই তেওঁৰ প্ৰিয়জনক আহ্বান কৰিছে মিলনৰ পূৰ্ণানন্দ প্ৰত্যাশা কৰি ঃ

– 'দিন ৰাতি একাকাৰ কৰি বজাই আছোঁ বাঁহী
কেতেকী ফুলক বুলি হে মোৰ সতীৰ্থ এয়েই শুভ লগন
হৃদয়ৰ দুৱাৰ উন্মুক্ত কৰি
কৰোঁ আহা আলিংগন
সূৰ্য্যোদয়ৰ ক্ষণ সমাগত' ।

সুমিত্ৰাৰ এই উপলব্ধিত মই বঙ্গদেশৰ বিখ্যাত কবি সুধীন্দ্ৰনাথ দত্তৰ প্ৰতিধ্বনি শুনো ঃ

'সৃষ্টিৰ ৰহস্যমাত্ৰ আলিংগন পুনৰালিংগন'। এয়া যেন মোহনকৃষ্ণ মিশ্ৰই 'জিজ্ঞাসা'ত কোৱা কথাখিনি সুমিত্ৰাই তেওঁৰ ভাষাত কৈছে ঃ

– 'হেজাৰ জনৰ দৰে ময়ো ক'ব পাৰোঁ মোৰ কোনো ক্লান্তি নাই, মায়া নাই, মোহ নাই

আছে মাথো নাড়ী স্পন্দন
গভীৰ ৰাতিত বাৰু কিয় তেনেহলে
ফুল আৰু পখিলাৰ মায়াত আচ্ছন্ন হৈ
হৃদয়ে বিচাৰে মাথো নিবিড় বন্ধন?'

সুমিত্ৰাৰ ৰচনা-শৈলী, ধুনীয়া চিত্ৰকলাৰ আৰু বোধগম্য প্ৰতীকৰ প্ৰয়োগত মোহনকৃষ্ণ মিশ্ৰৰ নিপুণতাৰ সমাবেশ দেখোঁ। সুমিত্ৰাৰ 'চিঠি' কবিতাটো আকৌ এবাৰ উলিয়াই পঢ়কচোন। তাত আপুনি মোহনকৃষ্ণ মিশ্ৰৰ 'নিষিদ্ধ জালুকবাৰী'ৰ প্ৰতিধ্বনি শুনিব।

'আপোনাক – আপোনাক
ক'ৰবাত দেখা যেন লাগে!'

'কাৰ মতে মুখামুখি'ত, সুমিত্ৰাই ক্ষোভ আৰু বেদনাৰে কৈছে –

– 'ব্যস্ত সাংবাদিক
তুমি এতিয়া
মোৰ ওচৰলৈ অহাৰ সময় নাই।
নাহিলা নাই।
ময়েই তোমাৰ বাবে থৈ গলোঁ
সাগৰ মন্থন কৰি অনা
এধাৰি শামুকৰ মালা
বুকু ফালি চালে পাবা
তিৰবিৰাই থকা
এমুঠি মাণিক মুকুতা।'
(কাৰ সতে মুখামুখি)

সাময়িক জীৱনৰ দীনতাৰ, হীনতাৰ, নীচতাৰ, অত্যাচাৰ, অবিচাৰ, হিংসা, দ্বেষ আৰু নিপীড়িত জনতাৰ বীভৎস আৰু ভয়াৰ্ত জীৱনৰ কাব্যিক প্ৰতিফলন ঘটিছে সুমিত্ৰাৰ মৰ্মস্পৰ্শী প্ৰকাশ মাধ্যমত বহুতো কবিতাত। 'ঈপ্সিত সময়', 'এমুঠি ভোকৰ কবিতা', 'অন্বেষণ', 'জুয়ে পোৰা সোণ', 'নিশাটো শুই পৰা হ'লে', 'অব্যক্ত', 'প্ৰতিবেশী', 'কবিতা', 'মানুহ মানুহৰ কাষলৈ' – এই কবিতাবোৰ আধুনিক জীৱনৰ যন্ত্ৰণাৰ কৰুণ লিপিকা।

–'কোন নিষাধৰ/লক্ষ্যভেদী' শৰ/উৰি ফুৰে/আকাশে বতাহে।' বীভৎস পৃথিৱীৰ ধ্বংসস্তূপত বহি সুমিত্ৰাই আশা এৰি দিয়া নাই :

– 'প্ৰেমৰ মানুহবোৰে/শান্তিৰ চৰাইটোক/আদৰিবলৈ এখন তোৰণ সাজিছে/সিহঁতৰ কণ্ঠত/আলোড়িত চেতনাৰ অৰ্ণবত/দোলায়িত হেঙুল দিনৰ গীত।'

দিনেশ গোস্বামীৰ হতাশাবোৰ আহি কেতিয়াবা সুমিত্ৰাক বেৰি কুৰি ধৰেহি। তথাপি সুমিত্ৰাই ভাদৰ ডবাপিটা বৰষুণৰ পাছত, এজাক ঘূৰ্ণীৰ আৱৰ্তৰ মাজত সোমালেও আৰু বৰ আশা কৰি কয় –

'কোনোবাই দিবনে

একাজলি ফৰিং ফুটা জোনাক
এগচি তুলসী তলৰ বন্তি
এমুঠি সুগন্ধি বতাহ?'

সুমিত্ৰাৰ এই কল্পচিত্ৰ ইংগিতময়তাৰে আচ্ছন্ন। এইবাৰ ক'লে হয়তো ভুল কৰা হ'ব। ওপৰৰ ছবিখন ভালকৈ চাওকচোন। আপুনি দেখিব এখনি ধৰ্মপ্ৰাণ সমাজপ্ৰাণ ঠাইৰ এটি জোনাকে আৱৰা পঁজাৰ চোতালৰ এচুকত একনী সুলক্ষণা পতি-পুত্ৰ – প্ৰাণা বোৱাৰীয়ে – সুমিত্ৰাই, ঘৰৰ তুলসীতলত সভক্তিৰে চাকি এগচি জ্বলাই যেন সেৱা কৰিছে অনন্তক, চাৰিওফালে আমোলমোলাই আছে বাৰীখনৰ কাষৰ শেৱালিৰ সৌৰভ। প্ৰাৰ্থনাত আকুল বিননিঃ 'সৰ্বে ভৱন্তু সুখিনঃ

সৰ্বে সন্তু নিৰাময়াঃ'

সেই একেই উৎকণ্ঠা আগ্ৰহ আৰু প্ৰত্যাশাৰ অনুপ্ৰেৰণাকে লৈ সুমিত্ৰাই তেওঁৰ সংগ্ৰামৰ অবিৰত অন্বেষণৰ পথ এৰি দিয়া নাই; মুমূৰ্ষু হোৱা নাই; ক্লান্ত হোৱা নাই; আশা আৰু প্ৰাপ্তিৰ প্ৰত্যয় ত্যাগ কৰা নাই :

– 'কিমান দিন যে
বিচাৰি ফুৰিছোঁ তোমাক
মোৰ জন্মান্তৰৰ পৌৰুষ
ৰ'দ, বৰষুণ বতাহ ধুমুহা অতিক্ৰমি
মই আগুৱাই আহিছোঁ
অমল প্ৰত্যয়ৰ আলোকেৰে
আলোকিত মোৰ বিশাল বুকুত
তুলি দিয়া হাত।
আৰু তাকে পাইছে'
উপলব্ধি'ত :
'তোমাৰ সমগ্ৰ দুখৰ বোজা
বুকুত সাৱটি
মই বসন্তৰ গীত গাম
তৰা-বছা আকাশত
মেলি দিম সোণোৱালী পাল তৰা নাও
মই জানো নৈখনৰ সিপাৰত
উমলি আছে
এজাক ৰূপালী চৰাই'।

সুমিত্ৰাৰ বেছি ভাগ কবিতাতেই মই এক অনামী, অন্তৰ জ্বলি জ্বলি পুৰি মৰা বেদনাৰ অনুৰণন শুনো – যেন এই একনী বাহিৰত লোকক দেখুৱাই হাঁহি

থকা আৰু মনে মনে কান্দি থকা অঞ্জলি বৰুৱা, পিছে পিছে দৌৰি ফুৰিছে এটা উৰি যোৱা প্ৰজাপতিক খেদি খেদি।

'কবিতাৰ স্কেচ', 'বুকুৰ গভীৰত সুৱাগমণি দিন', 'কবিতা', 'সিহঁত কোনো দিন উভতি নাহে', 'চাতক', 'দুখ মোৰ হাঁহিৰ দিনৰ' – এই কবিতাকেইটা পঢ়িলে মোৰ কবিগুৰু ৰবীন্দ্ৰনাথৰ মৃত্যুহীন কথাখিনিলৈ মনত পৰে :

'আমাৰে পাছে সহজে বোঝ
তাইতো এত লীলাৰ ছল
বাহিৰে যাৰ হাঁসিৰ ছটা
ভিতৰে তাৰ চোখেৰ জল।'

আৰু নিজৰ চকুৰে-মুখে হাঁহিৰ ফাকু সানি লৈ সুমিত্ৰাই আমাক কৈছে ঃ

– 'দুখ মোৰ অসংখ্য তৰা খচিত আকাশ দুখৰ মাজতেই
সকলো সম্পৰ্কৰ অন্তৰাল
নিহিত হৈ থকা প্ৰেমৰ অৱকাশ
দুখ মোৰ হাঁহিৰ দিনৰ
এক প্ৰোজ্জ্বল ইতিহাস।'

শ্যেলীৰ (P.B. Shelly) দৰেই সুমিত্ৰায়ো অনুভৱ কৰে আমাৰ জীৱনৰ মিঠা-মিঠা গানবোৰেই আটাইতকৈ দুখ লগা কাহিনীৰ বেদনাত মৰহি যোৱা তাহানিৰ কথা।

ফ্ৰয়ডীয় চিন্তাধাৰাৰ সংগতিত অৱদমন, অপ্ৰকাশ, দুৰদমন আৰু অতৃপ্তিৰ বোজা কঢ়িয়াই সুমিত্ৰাই কেইটামান ধুনীয়া কবিতা লিখিছে। 'কবিতাৰ স্কেচ'ত, এক অপূৰ্ব চিত্ৰকল্পৰ মাধ্যমেৰে প্ৰকাশ কৰিছে এক অনন্য ভাষাৰ সংযোজনেৰে অৱদমনৰ তীব্ৰ তাড়না :–

– 'নিশাটোৰে ফু দিওঁতেই
বুকুৰ গভীৰত জ্বলি উঠিল
দোকমোকালিৰ অখণ্ড শলিতা।'
আকৌ 'প্ৰশস্তি'ত কৈছে –
– 'ধমনীত প্ৰৱাহিত
তপত শোণিতৰ ধাৰ
অদূৰত ভঙা দেৱালৰ আঁৰত বৈ আছে
মোৰ উত্তৰ পুৰুষ।'

সুনীল দুখনি হাতত –

'একুৰু পানী
ৰহধলা পথাৰত

নাচে দেওধনী
কোনে বজাই যায় বাৰু
আঁউসীৰ আন্ধাৰত সোণোৱালী বাঁহী?'

ইয়াতো বৈ আছে সুমিত্ৰা উত্তৰ পুৰুষ দেবদাৰুৰ ছাঁত । সেয়েহে আবেগ ব্যাকুল কণ্ঠেৰে সুমিত্ৰাই কৈছে –

'মেলি দিয়া তোমাৰ
সুনীল দুখনি হাত
বৈ যায় যদি যাওক
ইয়াতেই এখন প্ৰেমৰ বোৱতী নৈ।'

সুমিত্ৰাৰ বুকুখন বৰকৈ বিষাইছে। যন্ত্ৰণাত কাতৰ কৰিয়ে ছটফটাইছে। মোহনকৃষ্ণ মিশ্ৰৰ আনক বুজাব নোৱাৰা মন মৰা কথাবোৰৰ প্ৰতিধ্বনিবোৰ কাঢ়ি আনি সুমিত্ৰাই তেওঁৰ অন্তৰৰ যন্ত্ৰণাৰ কথা প্ৰকাশ কৰিছে অনন্য সুন্দৰ চিত্ৰকল্পৰে :

– 'মোৰ বুকুৰ বিষটো
বিক্ষিপ্ত মুহূৰ্তৰ
ঢেউকা ভাঙি ওলাই আহে
মোৰ চিঞৰটো।'

এয়া মোহনকৃষ্ণ মিশ্ৰৰ 'তেজতেই অমৃতৰ গোন্ধ'ৰ কল্পনাৰ মলয়-প্ৰবাহ। হিৰণ্যগৰ্ভৰ অমিত-প্ৰভাই আলোকিত কৰা অকাল বসন্তৰ অপূৰ্ব বাহাৰৰ অনন্য প্ৰতিবিম্ব সুমিত্ৰাৰ বুকুৰ মাজৰ :

– 'চিৰালফটা পথাৰখনত
পোত খাই থাকে
মোৰ পলসুৱা হৃদয়টো
তেতিয়াই আকাশ ফাটি ওলাই আহে
সোণালী শইচ ফুলাৰ খবৰটো।'
(মোৰ বুকুৰ ভিতৰত)

আৰু ইয়াতেই মই দেখিবলৈ পাওঁ মোহনকৃষ্ণৰ 'কল্কি'ৰ দুৰ্দশাৰ গৰালত উম্ লোৱা সোণালী ভৱিষ্যতক। সুমিত্ৰাৰ 'অস্পৃশ্য'ত প্ৰেম, যৌন-ক্ষুধাৰ তাড়না, বিয়াৰ পাছপৰ্ট নোলোৱাকৈ কৰা পৰকীয়া প্ৰেমৰ পৰিণতি, অবৈধ সন্তানৰ জন্ম আৰু জন্মৰ পিছক্ষণতেই আৰম্ভ হোৱা নৱজাতকৰ 'ডাষ্টবিন'ত নিক্ষেপ – এই অনুভূতিবিলাকৰ নিৰ্ভীক প্ৰতিফলন দেখিবলৈ পাওঁ :

– 'ডাষ্টবিনৰ কেঁচুৱাটো/প্ৰেমৰ মানুহৰ/দেওলগা বসন্তৰ/এটি জ্বলন্ত ভাস্কৰ/সিও মানুহৰেই মানুহ।'

অসহ্য আবেগ আৰু ব্যাকুল বিননিৰ মন পৰশা ভাষাৰে গণেশ গগৈৰ দৰে সুমিত্ৰাই যেন ক'ব খুজিছে ঃ

– 'যৌৱনৰ পূৰ্ণ অৰ্ঘ্য দিব খোজোঁ তোমাকেই লবানে সাদৰে সখি, আদি পূজা মোৰ?'

(পাপৰি)

– 'আঁচলৰ গাঁথি খুলি
মই তোমাক আহ্বান কৰিছো
প্ৰবাসী বন্ধু
মোক এবুকু পলস দিয়া,
তোমাক এখন সাগৰ দিম।'

প্ৰকাশৰ কি সুন্দৰ অভিব্যঞ্জনা! অথচ এই কথা কেইশাৰীতেই ফুটি উঠিছে যৌৱনে গৰকা, মনখোৱা গাভৰুৰ তেজৰ আহ্বান – তেজলৈ; দেহৰ আহ্বান দেহলৈ; মনৰ আহ্বান মনলৈ; আত্মাৰ আহ্বান আত্মালৈ আৰু পৰিশেষত পৰমাত্মালৈ। এয়া যেন আন্ধাৰে আৱৰা জীৱনৰ মঞ্চত মোহনকৃষ্ণ মিশ্ৰৰ ছয়া-ময়া ৰূপৰ জিলিকনি ঃ

– 'আছে মাথো নাড়ীৰ স্পন্দন
গভীৰ ৰাতিত বাৰু কিয় তেনেহলে
হৃদয়ে বিচাৰে মাথো নিবিড় বন্ধন?'

(জিজ্ঞাসা)

এয়া গণেশ গগৈয়ে ৰিঙিয়াই মাতিছে বহু দূৰ অতীতৰ পৰা –

– 'নকৰিবা ভয় সখি, প্ৰেমময় জগতত
পৰাণে নুবুজে যদি পৰাণৰ মোল
অলিয়া-বলিয়া হৈ কলীয়া ভোমোৰা আহি
কাঁইটীয়া গোলাপৰ নিবিচাৰে ফুল' –

(পাপৰি)

নৰ-নাৰীৰ যৌন-আকৰ্ষণৰ কথা সুমিত্ৰাই তেনেই সহজ, সৰল, সাধাৰণ মানুহেও বুজি পোৱাকৈ, আমি সদায়েই কথা-বতৰাত ব্যৱহাৰ কৰি থকা সৰু সৰু, তথাকথিত 'অকাব্যিক' শব্দৰ সংহতিৰে প্ৰকাশ কৰি দেখুৱাইছে অতি দক্ষতাৰে ঃ

– 'তোমাৰ বাবেই মোৰ/কলিজাৰ এফাল দেখা নাই/সেউজীয়া পথাৰত দুকুল ওপচা বান/নেজানো/কেনেকৈ গৰাখহনীয়াত/খহে মোৰ দুখৰ ৰাতি/বুকুৰ গভীৰত খুপি খুপি বৈ/সুৱাগমণি দিন।'

সুমিত্ৰাৰ 'কবিতা' শীৰ্ষক কবিতাটোত অনুভূতিৰ দুৰ্দম জোৱাৰ-ভাটা। প্ৰতীকধৰ্মী এই কবিতাটোৰে সুমিত্ৰাই যেন কবিতা কি, কবিতাৰ সংজ্ঞা কি – তাকেই যেন ক্ষুদ্ৰ পৰিসৰতে ক'ব খুজিছে। 'সিহঁত কোনো দিনে উভতি নাহে' শীৰ্ষক কবিতাটোত আধুনিক যুগৰ অমানবীয় যান্ত্ৰিক পৰিবেশ আৰু কালৰ সোঁতত ভাঁহি যোৱা অতীতৰ ঠাইত বৰ্তমানৰ স্বৰূপ উদ্‌ঘাটন কৰি দেখুৱাইছে ধুনীয়া ধুনীয়া প্ৰতীকৰ মাধ্যমেৰে :

– 'উপজিয়েই জ্ঞান/বিহলঙনি নমৰে/ভৰদুপৰীয়াখন/তহঁত শুই নপৰিবিচোন।'

'আলকাতৰা হোৱা কলিজা', 'বালিচন্দাই সজাই যোৱা এৰাসুঁতিৰ ঘটনাবোৰ'ৰ কথাই মোৰ বুকুখন বিষোৱাই যায়। 'চাতক'ৰ 'এটি নিসিজা দুখৰ ৰাতি' অভিনৱ উপমাৰ নিদৰ্শন।

– 'মমতা মোৰ মাতৃভাষা/শ্ৰম মোৰ মেজাংকৰী আশা' এই লাইন দুটাৰ প্ৰথমটোত সাইবাবাৰ জীৱন-দৰ্শনৰ এষাৰ কথা প্ৰতিফলিত হোৱা দেখিছোঁ। দ্বিতীয় লাইনটো যেন অসমৰ যুৱ-মানসৰ প্ৰতি কৰা অনন্য বিশেষণেৰে বিভূষিত 'মেজাংকৰী' আশাৰ মূৰ্তিমান ব্যঞ্জনা।

গণেশ গগৈ, দেৱকান্ত বৰুৱা, যতিনাৰায়ণ শৰ্মা, নৱকান্ত বৰুৱা, মহেন্দ্ৰ বৰা, হৰি বৰকাকতি মুখ্যতঃ প্ৰেমৰ কবি। কিন্তু তেওঁলোকৰ বেছিভাগৰে লিখনিত বিজুলীৰ চিক্‌মিকনিৰ দৰে মাজে মাজে দেশপ্ৰেমৰ জাগৃতিয়ে তেওঁলোককো ব্যাকুল কৰা দেখিছোঁ। সুমিত্ৰায়ো তেওঁৰ সাময়িক চৈতন্যৰ অৱবাহিকাত কেইবাটাও দেশপ্ৰেমমূলক কবিতাৰ সৃষ্টি কৰিছে। তেওঁৰ 'মোৰ দেশ – মোৰ সত্তা' শীৰ্ষক কবিতাটোৰ মনোৰম চিত্ৰকল্পৰ সমাহাৰে পাঠকক মোহ লগাবই ঃ

– হে মৃন্ময়ী/মুকলি পথাৰখনত/ৰিহাৰ আঁচল খুলি বৈ আছোঁ/যোৱাবেলি এইখন পথাৰতেই/আমি দেওধনী নাচিছিলোঁ/বুকুত বুকু থৈ ওঁঠত ওঁঠ মিলাই/ আমি কথা পাতিছিলোঁ।' 'আমাৰ বাহুত সূৰ্য্যটো/উবুৰি খাই পৰিছিল।' 'পেণ্ডুলামত ওলমি থকা মূৰ্ত সময়' – এই প্ৰতীকৰ কাচৰ মাজেৰে মই নৱকান্ত বৰুৱাক দেখিছোঁ ঃ (সময়ৰ কাটা ৰাতিৰ ঘড়ীত স্থিৰ – হে অৰণ্য, হে মহানগৰ)।

সুমিত্ৰাৰ জন্মভূমিখন সুন্দৰৰ ৰংগভূমি। তিল তিল সৌন্দৰ্য্যৰে গঢ়া অপ্সৰা সৌন্দৰ্য্যৰ আকৰ তিলোত্তমা। এয়া –

'এডাল ভৌগোলিক ৰেখাৰে/তোমাক সীমিত কৰিব খোজা নাই/ময়ো কোনো ঘটনা/কোনো অধ্যায়তেই আবদ্ধ হৈ/থাকিব বিচৰা নাই/লুইতৰ প্ৰবাহিত সুঁতিৰ দৰে/মই উটি যাব খোজোঁ/প্ৰতিখন হৃদয়ৰ মাজেৰে/এমুঠি শইচ হৈ/মই গজি উঠিব খোজোঁ/এবুকু প্ৰলসৰ উমেৰে।'

এই কবিতাটোত যতিনাৰায়ণ শৰ্মাৰ 'সোণৰ অসম', 'আমাৰ অসম', 'ভৱিষ্যৎ অসম', 'অসম কাৰ?' শীৰ্ষক কবিতালানিৰ মন-পৰশা অন্তৰ্নিহিত বাণী শুনো নতুন নতুন চিত্ৰ-কল্পৰ মাধ্যমত।

সুজলা, সুফলা, শস্য-শ্যামলা, মলয়-শীতলা মনোৰমা প্ৰকৃতিৰ বৰ্ণনা কৰিছে সুমিত্ৰাই 'বাসন্তীৰ কোলাত এমুঠি ৰঙ', 'দাপোণত কাৰ মুখ?' আদি কেইটামান কবিতাৰে য'ত বীৰেণ বৰকটকীৰ অস্পষ্ট প্ৰভাৱ পৰিছে লেখিকাৰ অজ্ঞাতসাৰেই। প্ৰকৃতি বন্দনাত বীৰেণ বৰকটকী, কেশৱ মহন্ত আৰু ভৱপ্ৰসাদ ৰাজখোৱাৰ দৰেই সুমিত্ৰাই অসামান্য কৃতিত্ব দেখুৱাবলৈ সমৰ্থ হৈছে।

এইখন বসন্তৰ ছবি :

— 'অৰণ্যৰ ফুলে পাতে/আকাশে বতাহে/আৰু মানুহৰ হৃদয়ে/তগৰৰ শুধবগা পাখিলাহি পাপৰি।'

এনে ধৰণৰ কবিতাৰ শব্দ-চয়নে পাঠকক মুগ্ধ নকৰাকৈ নেথাকে। 'দাপোণত কাৰ মুখ'ত মইচোন সুমিত্ৰাৰেই সমবয়সী, সতীৰ্থ কবি মীৰা ঠাকুৰৰ মুখখন দেখিছোঁ, প্ৰকাশৰ অসহ্য তাড়নাত যেতিয়া সুমিত্ৰাই কয় :

— 'প্ৰয়োজনত তেওঁ বতৰৰ গীত গায়/মোৰ সতে কথা পাতে/আকাশৰ তলত/জোনাকৰ বুকু ফালি/কিলবিলাই ফুৰে/মোৰ মানসৰ স্বপ্নৰ আমেজ।'

এয়াচোন সুমিত্ৰাৰ কণ্ঠত মীৰা ঠাকুৰৰ কথা মালাৰ সুৰ :

— 'শিলনিৰ তলৰ নৈ খনে/মূৰ দাঙি ক'লে/মই আকৌ আহিছোঁ/তোমাৰ সতে কথা পাতিবলৈ।'

লেখাৰ দাপোণ আৰু বাস্তৱতো কইনা-কইনা লগা এই নতুন কবি সুমিত্ৰাৰ প্ৰতিভাৰ বিকাশৰ সম্ভাৱনা প্ৰচুৰ। কিয়নো এওঁৰ নতুন প্ৰতীক, উপমা, উৎপ্ৰেক্ষা, চিত্ৰকল্পবোৰে পাঠকক অকণমানো আমনি নিদিয়ে। বৰঞ্চ এক বুজা-নুবুজাৰ অস্বস্তিকৰ পৰিবেশ এটালৈ টানি লৈ গৈ অলপ পিছতেই পাঠকক স্বস্তিৰ সন্ধান দিয়ে। এই কথাত মই কবি দিনেশ গোস্বামীৰ সৈতে সহমত পোষণ কৰোঁ। আশীৰ দশকৰ অসমীয়া ভাষাৰ কবিসকলৰ যিবিলাক লক্ষণ, সেই আটাইবোৰ সুমিত্ৰাৰ কবিতাত আছে। সুমিত্ৰাৰ কৃতিত্ব আৰু পাৰদৰ্শিতা ইয়াতেই যে তেওঁ দুৰ্বোধ্যতাৰ পৰা নিত্যা দত্তৰ দৰে সম্পূৰ্ণ মুক্ত। দুৰ্বোধ্যতাৰ ডাঠ কম্বল গাত নেমেৰিয়াই লৈয়ো যে সাময়িক চৈতন্যৰ সাৱলীল প্ৰকাশ সম্ভৱ — সুমিত্ৰা আৰু মোহনকৃষ্ণ মিশ্ৰই সেই বাট নৈবেৰ অনাগত দিনবোৰৰ কবিসকলক দেখুৱাই দিছে। আজি মোহনকৃষ্ণ নাই। সুমিত্ৰাইত আছে। 'ক'লা অজগৰ ৰাতি মদপী বাপেকৰ কামিজৰ বুটাম খুলি মাকৰ বুকুৰ উৰ্বৰতা লিৰিকি চোৱা', 'বাহত উবুৰি খাই পৰা সূৰ্য্য', এবুকু পলকৰ বিনিময়ত এখন সাগৰ দিয়াৰ প্ৰতিশ্ৰুতি। বিক্ষিপ্ত মুহূৰ্তৰ ডেউকা ভাঙি অহা সুমিত্ৰাৰ চিঞৰ, শোকৰ কালিন্দী এন্ধাৰ, পেটত

কুণ্ডলী পকাই থকা এমুঠি ভোক, লিপিবদ্ধ তামৰ মুদ্ৰাৰ উন্মোচিত গাণিতিক মন্ত্ৰ, দুখৰ দীঘল চোলা, অবিন্যস্ত চুলিত ওলমা ৰাতিৰ নক্ষত্ৰৰ ফুল, ৰ'দৰ জখলাৰে বগাই শব্দৰ ৰঙা ফল পৰা – এনেধৰণৰ অজস্ৰ চিত্ৰকল্পৰে ঠাহ্ খাই আছে সুমিত্ৰাৰ কবিতাবোৰ। মোৰ টি. ই. হুম (T. E. Hulme)ৰ কল্পচিত্ৰ সম্পৰ্কে ক'ৰবাত কোৱা কথা এবাৰ মনত পৰিছে – Images in verse are not mere decorations, but the very essence of an intuitive language.'

এওঁৰ কবিতাবোৰৰ বিশেষ্যক বিশেষণ কৰি কৰা আংগিক আকৰ্ষণীয়। বোৱাৰীপুৰা, কালিন্দী এন্ধাৰ, মেজাংকৰী আশা, দেওধনী মজিয়া, অঘৰী পুৱা ইত্যাদি বহুত।

শব্দ-চয়ন আৰু প্ৰয়োগৰ দক্ষতা, কল্পনাৰ প্ৰাচুৰ্য্য অনুভূতিৰ জোৱাৰ, ইঙ্গিতময়তাৰ পৰিপূৰ্ণতাৰে সম্পূৰ্ণ সুমিত্ৰাই যদি অকণ অকণ লয় আৰু তালৰ সংগতি ৰাখি, আমাক দুৰণিৰ পৰা জুনুকাৰ অস্পষ্ট – এই শুনিছোঁ, এই নাই শুনা – এনে এটা পৰিবেশ দিলেহেঁতেন, আনৰ কথা ক'ব নোৱাৰোঁ, মোৰ হলে কাণ-কেইখন ৰঙতে ৰঙা পৰি থাকিলেহেঁতেন। মই মাত্ৰ আশা কৰোঁ চি. এ. হেকেটে (C. A. Hackett) ৰিমবড (Rimbaud) সম্পৰ্কে কোৱা কথাখিনি সুমিত্ৰাই হৃদয়ংগম কৰিব পাৰিব আৰু তেওঁৰ জন্মৰ ক্ষণ গণি থকা কবিতাবোৰত হেকেটে কোৱা দৰেই, সমস্ত অভিজ্ঞতাৰ মাজেৰে জীৱন-জিজ্ঞাসাৰ বাট বুলি, বিশুদ্ধ নিৰ্য্যাসখিনি সুমিত্ৰা-কণ্ঠত ধাৰণ কৰিবলৈ সমস্ত বিষখিনি তেৰেই খাই লৈ নতুন দিগন্তৰ দিশ বিচাৰি আগবাঢ়ি যাব লাগিব হৰেন্দ্ৰনাথ দত্তৰ দৰে স্বপ্ন, ছন্দ আৰু ছবিক পথৰ লগৰী কৰি লৈ। সুমিত্ৰাৰ কবিতাবোৰৰ দেহৰ মাজত সোমাই থাকিব অমূল্য বৰুৱাৰ বিপ্লৱীৰ জুই জুই ফিৰিঙতি।

– 'প্ৰতিটো গীতৰ মূৰ্চ্ছনাত  
সিহঁত প্ৰাণ পাই উঠে  
প্ৰতিটো ঋতুৰ দোক্‌মোকালিত  
বন্ধ্যাগীতৰ ৰাউচিবোৰে  
এটি জ্বলন্ত সূৰ্য্যৰ প্ৰপাতত  
অবগাহন কৰে  
সিহঁতৰ মুষ্টিবদ্ধ বাহুত  
নাচি উঠে একোখন ৰঙা পতাকা'।



## শূল শৰ্ম্মা

| | |
|---|---|
| জন্ম – | ৪ আগষ্ট ১৯২৮ |
| শিক্ষা – | নাজিৰা হাইস্কুল, কটন কলেজ, গুৱাহাটী। |
| সাহিত্যকৃতি – | লোকপ্ৰিয় গোপীনাথ বৰদলৈ ঃ ব্যক্তিত্ব আৰু নেতৃত্ব, কৃষ্ণকান্ত সন্দিকৈ (সম্পাদিত), বৰবায়নৰ খোল, মহেন্দ্ৰ বৰা, লোকসেৱক হলধৰ ভূঞা, 'হিতেশ্বৰ শইকীয়া', হিতেশ্বৰ শইকীয়াৰ ৰাজনীতি (সম্পাদিত), বগাবাঘৰ বৰবাবু, ৰাইজ, সাঁচিপাতে ভাষা দিব Miles to go (সম্পাদিত) জেটুলিপকা (হাস্যৰসৰ ৰহঘৰা) ইত্যাদি। |
| সাংবাদিকতা – আৰু ৰাজনৈতিক চিন্তাধাৰা | শৰ্ম্মা সমাজবাদী চিন্তাধাৰাৰ অনুৰাগী। ছাত্ৰ জীৱনৰে পৰা তেওঁ ছাত্ৰ সম্মিলন, ছাত্ৰ কংগ্ৰেছ, য়ং চচিয়েলিষ্ট লীগ, ছছিয়েলিষ্ট পাটী, প্ৰজা ছছিয়েলিষ্ট পাৰ্টি'ৰ একনিষ্ঠ কৰ্মী হিচাপে শৰ্মাৰ অতীতত এটা ৰাজনৈতিক জীৱনো আছিল। 'মানুহ' আৰু 'প্ৰতিশ্ৰুতি' – অধুনা লুপ্ত দুখন আলোচনীৰ সম্পাদক আৰু প্ৰকাশকো আছিল। |

# জীৱনী-লেখক শূল শৰ্ম্মা

সৌ সিদিনাখন, বয়সত মোতকৈ তিনি মাহৰ 'চিনিয়ৰিটি' অৰ্থাৎ জ্যেষ্ঠতা দাবী কৰি মোৰ ওপৰত দপ্‌দপাই থকা শূল শৰ্মা ককাইদেৱে তেওঁৰ অলপ আগতে প্ৰকাশ হোৱা 'গোপীনাথ বৰদলৈ নেতৃত্ব আৰু ব্যক্তিত্ব' শীৰ্ষক ছপা-বন্ধাত চিক্‌মিকাই থকা কিতাপখনৰ কপি এটা মোক উপহাৰ দিছিল। কিতাপখন ওপৰে-ওপৰে তেওঁৰ আগতে উজান বজাৰৰ বাৰোৱাৰী পূজাঘৰৰ কাষতে লুটিয়াই মেলি চাই খুব ভাল লাগিছিল। মনতে ভাবিছিলো হক তেওঁ, লোকপ্ৰিয়ৰ জন্ম-শত-বাৰ্ষিকীত তেখেতৰ সোঁৱৰণিত তেনে এখন আটকধুনীয়া, তথ্য-সম্বলিত কিতাপ প্ৰকাশ হ'ল।

সাধাৰণতে সাহিত্য-সম্পৰ্কীয় যেই-সেই কিতাপ, মই পঢ়ি থাকোঁ। কিন্তু, জীৱনীবোৰ পঢ়িবলৈ মই বৰ ভাল নেপাওঁ। কিয়নো মই মেট্ৰিক পৰীক্ষা দিয়া সময়ত আমাৰ পাঠ্যপুথি পদ্মনাথ গোহাঁই বৰুৱাৰ 'জীৱনী-সংগ্ৰহ'খন মোৰ লগতে মোৰ সহপাঠী ডঃ নেকিবুজ্জামান, ডঃ দেবজিৎ চহিলা, ডঃ শঙ্খ বৰুৱা, ইৰছাদ হাজৰিকাহঁতৰ কাৰণেও আছিল এটা বিভীষিকা। সংগ্ৰহখনৰ জীৱনীবোৰৰ আলোচিত মনীষীসকলৰ গতানুগতিক ৰূপত দিয়া জন্ম-মৃত্যুৰ চন, তাৰিখ আৰু পিতৃ-মাতৃৰ পৰিচিতি দিয়াত আমি সদায়েই মাৰাত্মক ভুল কৰিছিলোঁ। লম্বোদৰ বৰাৰ জন্মৰ তাৰিখটো নি আথে-বেথে আনন্দৰাম বৰুৱাৰ ওপজা-দিন বুলি ফৰ্মুটি মাৰিছিলোঁ। আনহাতে মাণিক চন্দ্ৰ বৰুৱাৰ পিতৃ-মাতৃৰ নামকেইটা সজাই-পৰাই ডঃ আৰঙ্গশ্যা বা জগন্নাথ বৰুৱাৰ মাক-দেউতাকৰ নাম বুলি চলাই দিছিলোঁ। আমাৰ এনেধৰণৰ অক্ষমনীয় ভুল-ভ্ৰান্তিৰ কাৰণে আমি প্ৰায়েই আমাৰ শিক্ষা-গুৰু পৰম হিতৈষী ডিম্বেশ্বৰ নেওগৰ – যিজনৰ কৰুণাত মই অসমীয়া ভাষা-সাহিত্য সম্পৰ্কে অলপ-অচৰপ কথা জানিব পাৰিছিলোঁ – বক্ৰোক্তি শ্লেষোক্তি আৰু বিদ্ৰূপাত্মক ককৰ্থনাৰ সম্মুখীন হ'ব লগা হৈছিল। এনেধৰণৰ এটা মানসিক প্ৰস্তুতি লৈয়েই মই শূল শৰ্মাৰ কিতাপখন পঢ়িবলৈ লৈছিলোঁ। আশা কৰিছিলোঁ, সেই কোন কাহানিয়েই ক'ৰবাত পঢ়া 'আমি সুভাষ বলছি' (শৈলেশ দে) অথবা জন্ গিবছন স্কটৰ-জীৱনী আৰু বাৰ্ণছৰ জীৱনী বা বেণুধৰ শৰ্মাৰ মণিৰাম দেৱান, বঙাল-বৈৰী লাচিত বৰফুকন, দেশভক্ত তৰুণৰাম ফুকন, কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈৰ জীৱনীৰ দৰেই হয়তো হ'ব। বেণুধৰ শৰ্মাৰ 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' শীৰ্ষকখন অজস্ৰ সৰু-বৰ, খ্যাত-অখ্যাত মানুহৰ জীৱনালেখ্যৰ সমষ্টি যিবিলাক পৰিচিতিৰ মাধ্যমেৰে, অতি নিপুণতাৰে বেণু বৰদেউতাই সেই সময়ৰ অসমৰ আৰ্থ-সামাজিক আৰু ৰাজনৈতিক জীৱন ধাৰাৰ প্ৰতিচ্ছবি দেখুৱাইছে।

একোজন মনীষীৰ জীৱনী, এটা সময়ৰ প্ৰতিবিম্ব। ইংৰাজী সাহিত্যত অষ্টাদশ শতিকাৰ ডঃ জনছনৰ জীৱনীলেখক বচৱেলৰ লিখনিত সেই সময়টো জনছনৰ ব্যক্তিত্বৰ প্ৰভাৱেৰে আলোকিত। জেমছ গেয়ার্ডনাৰৰ সপ্তম হেনৰী, উলছী, এলিজাবেথ আৰু ক্ৰমৱেলৰ আলেখ্যত আমি সেই সময়ৰ আৰ্থ-সামাজিক আৰু ৰাজনৈতিক জীৱনৰ চিত্ৰাৱলী দেখিবলৈ পাওঁ। সেইদৰেই ছাৰ জৰ্জ অট ট্ৰেভেলিয়ানে মেকলে'ক জীৱন্ত কৰি দেখুৱাইছে – আৰু তাত প্ৰতিভাত হৈছে এটা সময়ৰ অৱস্থিতি। শৈলেশ দে'ৰ সুভাষ চন্দ্ৰৰ জীৱনী, নগেন্দ্ৰনাথ চট্টোপাধ্যায়ৰ ৰাজা ৰামমোহন ৰায়, যোগীন্দ্ৰনাথ বসুৰ মাইকেল মধুসূদন, নিৰোদ চৌধুৰীৰ ৰাধা গোবিন্দ বৰুৱা, শ্ৰীনন্দ গোস্বামীৰ কৰ্মযোগী নন্দেশ্বৰ চক্ৰৱৰ্তী আদি লিখনীত তেওঁলোকে লিখা মনীষীসকলৰ ব্যক্তিত্বৰ জ্যোতিৰেখাত একো একোটা নিৰ্দিষ্ট সময়ৰ আৰ্থ-সামাজিক আৰু ৰাজনৈতিক স্থিতি নিখুঁতভাৱে দেখিবলৈ পাওঁ। ঠিক তেনেদৰেই শূল শৰ্মাই লোকপ্ৰিয় বৰদলৈৰ ব্যক্তিত্ব আৰু নেতৃত্বৰ ওপৰত আলোকপাত কৰি ১৯ এপ্ৰিল ১৯১৯ৰ পৰা ৫ আগষ্ট ১৯৫০ৰ সময়ছোৱাৰ সামাজিক,. অৰ্থনৈতিক আৰু ৰাজনৈতিক জীৱনধাৰা অতি কম পৰিসৰতে প্ৰকাশ কৰি দেখুউৱাত অসামান্য কৃতিত্ব লাভ কৰিছে বুলি ক'লে অত্যুক্তি কৰা নিশ্চয় নহ'ব।

শৰ্মাৰ ৰচনা-শৈলীত মই বেণুধৰ শৰ্মাৰ প্ৰভাৱ পৰা যেন দেখোঁ। সহজ সৰল ঘৰুৱা কথা-বতৰাৰ যোগেদিয়েই শৰ্মাই তেওঁৰ লেখাঙ্কণবোৰ বা জীৱনীবোৰ আমাৰ আগত দাঙি ধৰিছে। বেণুধৰ শৰ্মাৰ দৰেই শূল শৰ্মা মানুহজন সৰুফুটীয়া, নিৰহঙ্কাৰী, অমায়িক, ভলভলীয়া। মানে, সঁচা অৰ্থতেই আশুতোষ, ভোলানাথ। এওঁক মই প্ৰায় ত্ৰিছবছৰমান আগতেই বেণুধৰ শৰ্মাৰ ঘৰতেই প্ৰথম লগ পাইছিলোঁ। মহাদেৱৰ দৰেই তেওঁৰ তৃপ্তি আৰু সন্তুষ্টি সহজলভ্য। মানুহৰ উপকাৰ কৰাৰ বাহিৰে মানুহক যে শত্ৰুতা কৰিব পাৰি, এনে উপলব্ধি শৰ্মাৰ জীৱন-দৰ্শনত সঁচাকৈয়ে নাই। কাৰো প্ৰতি কোনো বিদ্বেষ বা শত্ৰুতা নথকা এইজন শৰ্মাই কৃষ্ণকান্ত সন্দিকৈ, হলধৰ ভূঞা, খগেন্দ্ৰ নাথ শৰ্মা, হলধৰ শইকীয়া, পৱনাথ শৰ্মাকে আদি কৰি বহুতো খ্যাত-অখ্যাত ব্যক্তিৰ জীৱনী লিখাৰ বাহিৰেও মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াৰ জীৱন আৰু ৰাজনৈতিক চিন্তা-ধাৰাৰ বিশ্লেষণ কৰি অলেখ পুস্তিকা লিখিছে আৰু এতিয়াও লিখি আছে। অধুনালুপ্ত 'মানুহ' আলোচনীখন এওঁৰ সম্পাদনাতেই ওলাই অসমৰ সংবাদ জগতত এটা সময়ত কম সময়ৰ কাৰণে হ'লেও আলোড়নৰ সৃষ্টি কৰিছিল – তেওঁৰ মতাদৰ্শৰ যোগেদি।

লোকপ্ৰিয় বৰদলৈৰ জন্ম শতবাৰ্ষিকী উপলক্ষে এইবছৰ মাৰ্চ মাহত শৰ্মাই তেখেতৰ সৰ্বোৎকৃষ্ট জীৱনী আলেখ্যৰ মাধ্যমেৰে নতুন প্ৰজন্মক বৰদলৈৰ বহুমুখী প্ৰতিভা আৰু নেতৃত্ব আৰু ব্যক্তিত্বৰ সৈতে চিনাকি কৰি দিয়া কাৰণে তেখেত শলাগৰ পাত্ৰ। তেখেতৰ এই প্ৰচেষ্টা ফলৱতী কৰাৰ কাৰণে অসম. প্ৰদেশ কংগ্ৰেছ (আই)ৰ ভূতপূৰ্ব সভাপতি আৰু বৰ্তমান অসমৰ মুখ্যমন্ত্ৰী হিতেশ্বৰ

শইকীয়াৰ বদান্যতাৰ কথা শ্ৰদ্ধাৰে লাগিব। পশ্চিমবংগ কংগ্ৰেছে তেতিয়াৰ মুখ্যমন্ত্ৰী ডঃ বিধান চন্দ্ৰ ৰায়দেৱৰ জীৱনীখন অৱশ্যে বহুত আগতেই প্ৰকাশ কৰিছিল। আমাৰ ৰাজ্যত এইটো বহুত আগতেই কৰিবলগীয়া কাম আছিল। কিন্তু কেতিয়াও নোহোৱাতকৈ, কেতিয়াও নকৰাতকৈ, বেলিকৈ হোৱা বা কৰাটো নিশ্চয় প্ৰশংসনীয়। বৰদলৈৰ জন্মশতবাৰ্ষিকীত গিৰিজা দাসৰ সম্পাদনাত ওলোৱা সংকলনটিত যেনেকৈ লোকপ্ৰিয়ৰ সংস্পৰ্শত অহা ধৰণীধৰ বসুমতাৰী ৰবীন্দ্ৰনাথ নবীশ, সৰ্বেশ্বৰ বৰদলৈ, সোণাৰাম থাওচেন প্ৰমুখ্যে বিশিষ্ট ব্যক্তিসকলে তেওঁলোকৰ বক্তব্য দাঙি ধৰিছে, শূল শৰ্মাৰ জীৱনীখনতো শৰ্মাই বেণুধৰী ঠাচত বহুত কথাৰ মাধ্যমেৰে বৰদলৈৰ গহীন, গম্ভীৰ চাৰ্চিল সদৃশ ব্যক্তিত্ব আৰু নেতৃত্বৰ সজীৱ প্ৰকাশ দেখুৱাইছে। কিতাপখন পঢ়িলেহে পাঠকে বৰদলৈয়ে যে অসমখনক কেনেকৈ দেশৰ আটাইতকৈ সংকটপূৰ্ণ মুহূৰ্তত ৰক্ষা কৰি গ'ল তাক হৃদয়ঙ্গম কৰিব পাৰিব।

এই জীৱনীখনত সন্নিবিষ্ট কিছুমান ঐতিহাসিক তথ্য যেনে ২৬/৪/৪১ আৰু ১৪/৩/২ তাৰিখত বৰদলৈদেৱে মহাত্মা গান্ধীলৈ লিখা চিঠি, গান্ধীজীলৈ দিয়া টেলিগ্ৰাম, মহাত্মা গান্ধীয়ে বৰদলৈদেৱলৈ দিয়া চিঠিবোৰ আৰু সমগ্ৰ ভাৰতকে স্তম্ভিত কৰি বৰদলৈদেৱে অকাট্য যুক্তি সহকাৰে কেবিনেট মিছনৰ ওচৰত যি আৰ্জি দাখিল কৰিছিল – এইখিনিৰ অসমীয়া ৰূপান্তৰ দিয়া হ'লে সৰ্বসাধাৰণ ৰাইজে বহুতো নজনা কথা ভালকৈ জানিব পাৰিলেহেঁতেন।

শৰ্মাৰ এই কাম যথেষ্ট কষ্টকৰ নিশ্চয় হৈছিল – কিয়নো তথ্য সংগ্ৰহ কৰা কাম অতি সহজ নহয়। এই কাৰ্য্যত শৰ্মাই বেণুধৰ শৰ্মাই নিৰৱচ্ছিন্নভাৱে টোকোৰা বাঁহৰ কুটা গোটোৱাদি তথ্য সংগ্ৰহ কৰি লোকপ্ৰিয়ৰ জীৱনালেখ্য আমাক দিয়া কাৰণে ধন্যবাদৰ পাত্ৰ।

আলেখ্যখনিৰ পাতনিখন তথ্যসমৃদ্ধ, য'ত আমি অসমৰ ৰাজনৈতিক, সামাজিক জীৱনৰ সৈতে মুখামুখি হ'ব পাৰোঁ। মুঠতে মুখ্যমন্ত্ৰী তথা তেতিয়াৰ প্ৰদেশ কংগ্ৰেছ সভাপতি স্বৰূপে হিতেশ্বৰ শইকীয়াদেৱে লিখা মুখবন্ধখনিতেই আলেখ্যখনিৰ সাৰাংশ প্ৰতিফলিত হৈছে যাৰ কাৰণে শইকীয়াদেৱো শলাগৰ পাত্ৰ। মহাত্মা গান্ধীৰ প্ৰকৃত ভক্ত আৰু যথাৰ্থত গান্ধীবাদী লোকপ্ৰিয় বৰদলৈদেৱে শৰ্মাৰ আলেখ্যত তেজ-মঙহৰ শৰীৰেৰে আখৰৰ সাজ পিন্ধি আমাৰ আগত থিয় হৈ কথা কৈ কাম কৰি থকা যেন লাগে। সেয়া সম্ভৱ হৈছে শূল শৰ্মাৰ অক্লান্ত পৰিশ্ৰম আৰু একাগ্ৰতাৰ কাৰণে।

কেৱলমাত্ৰ কথা আৰু তথ্য কিছুমানক সম্বল কৰি শূল শৰ্মাই লোকপ্ৰিয় বৰদলৈক অসমৰ ৰাইজক বিশেষকৈ নতুন প্ৰজন্মক চিনাকি কৰোৱাই দিয়াৰ কাৰণে লেখকৰ প্ৰতি মোৰ সশ্ৰদ্ধ প্ৰণাম। মই আশা ৰাখিছো শৰ্মাদেৱে এইখন কিতাপৰ দৰেই, তথ্য সমৃদ্ধ আৰু আকৰ্ষণীয় কৰি আমাক বেণুধৰ শৰ্মাৰ দৰেই আমাৰ অসমৰে খ্যাত-অখ্যাত, বহুতো ক্ষণ-জন্মা পুৰুষক আমাক বেজবৰুৱাৰ বীণবৰাগীৰ দৰেই নকৈ চাই ল'বলৈ সুযোগ নিশ্চয় দিব।



## দীনেশ গোস্বামী

জন্ম – ১৯৩৫ চন, বৰপেটা।

শিক্ষা – ছিলঙ, গুৱাহাটী আৰু কলিকতা। ছাত্ৰাৱস্থাত ছাত্ৰ-কংগ্ৰেছৰ কৰ্মী, সুদক্ষ খেলুৱৈ। পিছত ৰাজনীতিত কংগ্ৰেছত যোগ দান। বিদেশী বহিষ্কাৰ আন্দোলনৰ সময়ত অগপত যোগ দান। কম বয়সতে এম পি.। পিছত কেন্দ্ৰীয় চৰকাৰৰ আইন আৰু ন্যায় মন্ত্ৰী।

মৃত্যু – এক মটৰ দুৰ্ঘটনাত।

# 'মই তোমাৰ কথা ৰাখিব নোৱাৰিলোঁ মা!'

— দীনেশ গোস্বামী

দীনেশ গোস্বামীক প্ৰথম অৱস্থাত মই এজন প্ৰথিতযশী উকীল আৰু ৰাজনীতিৰ অভিজ্ঞ ব্যক্তি হিচাপেহে জানিছিলোঁ। ব্যক্তিগত সান্নিধ্য মাত্ৰ কেইবাৰমানহে হৈছিল। শেষ দেখা আৰু দুআষাৰ কথা পতাৰ সৌভাগ্য ঘটিছিল তেখেতৰ দল অসমৰ শাসনত থাকোঁতে এগৰাকী দুৰ্দণ্ডপ্ৰতাপী মন্ত্ৰীৰ অফিচত যাক আজিকালি আধুনিক ছাবত চেম্বাৰ বুলি কোৱা হয়। গোস্বামীদেৱৰ লগত মোৰ হেম বৰুৱাৰ দৰে অন্তৰংগতা নাছিল যদিও, তেখেতৰ প্ৰতি মই আকৰ্ষিত হৈছিলোঁ — তেখেতৰ নম্ৰতা, পাণ্ডিত্য আৰু মোহনীয়া ব্যক্তিত্বৰ কাৰণে। চকুযুৰিত তেখেতৰ কিযে এক সম্মোহনী শক্তি আছিল — যি কাৰণত তেখেতক বেয়া পোৱা মানুহ, মই ক'তো পোৱাই নাছিলোঁ। একো নোকোৱাকৈ তেখেতে চকুৰ চাৱনিৰেই বহুত কথাই কৈছিল। জয়ভদ্ৰ হাগজেৰৰ নম্ৰতা, জয় প্ৰকাশ লহিয়া আদি প্ৰসিদ্ধ নেতাৰ ৰাজনৈতিক বিচক্ষণতা, আইন সম্পৰ্কত দাৰিদ্ৰ-পীড়িত ভুক্তভোগীৰ প্ৰতি থকা তেখেতৰ বদান্যতা আৰু মমতা আৰু সৰ্বশেষত প্ৰয়াত হেম বৰুৱাৰ দৰেই আমাৰ দেশৰ পাৰ্লিয়ামেণ্টত দিয়া তেখেতৰ ওজস্বী ভাষণ — এইবোৰ শুনি মই আনন্দিত আৰু গৰ্বিত হৈছিলোঁ। বিধাতাই মোৰ ভৱিষ্যৎবাণী সফল হবলৈ নিদিলে। মোৰ দৰে বহুতেই আশা কৰিছিল — তেওঁ দিল্লীত হেম বৰুৱাৰ সমকক্ষ বক্তা হ'ব। সময়ত হয়তো তেওঁ এজন এডমান্দ বাৰ্ক (Edmund Burke) বা চিচাৰ (Cicero) হ'ব আমাৰ দেশৰ।

অকস্মাতে মটৰ দুৰ্ঘটনাত হোৱা তেওঁৰ করুণ জীৱনৰ পৰিসমাপ্তিয়ে আমাৰ পৰিয়ালৰ সকলোকে স্তম্ভিত আৰু মুমূৰ্ষু কৰি তুলিছিল। আমাৰ ব্যক্তিগত দুখ এয়েই যে মোৰ আৰু মোৰ পৰিবাৰৰ শাৰীৰিক অসুস্থতাৰ কাৰণে তেখেতৰ শেষকৃত্যাদিত আমি উপস্থিত হব পৰা নাছিলোঁ — যাৰ কাৰণে দিবংগত সিংহ পুৰুষজনৰ পৰা আমি সদায়েই ক্ষমা প্ৰাৰ্থী হৈ থাকিম।

পাৰ্লেমেণ্টত দিয়া তেখেতৰ ভাষণ কিছুমান আৰু পত্ৰিকা আদিত প্ৰকাশ হোৱা তেখেতৰ জ্ঞানগৰ্ভ নিবন্ধবোৰৰ বাহিৰে মই তেখেতৰ সাহিত্যিক-সত্তা সম্পৰ্কে প্ৰায় অজ্ঞই আছিলোঁ।

কিন্তু ১৯৯১ চনৰ এপ্ৰিল মাহত বিহু-সংখ্যা 'অসম-বাণী'ত তেওঁ লিখা "তোমাৰ কথা ৰাখিব নোৱাৰিলোঁ মা" শীৰ্ষক চুটি-গল্পটো পঢ়ি মই অবাক,

বিস্মিত আৰু অভিভূত হ'লোঁ। এইজন আইনজ্ঞ, এইজন ৰাজনীতিবিদেনো কি সাহিত্য কৰিছে – এনেধৰণৰ বীতৰাগ মনোভাৱ এটা লৈ মই নিতান্ত অনিচ্ছাৰে গল্পটো পঢ়িবলৈ ললোঁ। এবাৰ কথা বা এটা লিখনিয়ে যে মানুহৰ ধাৰণাৰ আচম্বিতে পৰিবৰ্তন কৰিব পাৰে – তেওঁৰ গল্পটো পঢ়াৰ পিছত মোৰ মানসিক অৱস্থা তেনেই হ'ল। গল্পটোৰ বিৱৰণীৰ উপস্থাপনা আৰু মৰ্মন্তুদ কাহিনীটোৰ ক্ষুদ্ৰ পৰিসৰে মোৰ মনোজগতত এক অভাৱনীয় ঘূৰ্ণি-বতাহৰ সৃষ্টি কৰিলে। এইছ. ই. বেটছে (H. E. Bates) তেওঁৰ বিশ্ববিখ্যাত গ্ৰন্থ 'এ ক্ৰিটিকেল চাৰ্ভে অব মদাৰ্ন চৰ্ট ষ্টৰী (A critical Survey of modern short story)ত উল্লেখ কৰা নিৰ্মম বাস্তৱতাৰ গদাৰ আঘাতত (Bludgeon blow of stark reality) মই ধৰাশায়ী হলোঁ। গল্পটোৰ পৰিবেশ আৰু পৰিবেশনা অনন্য সুন্দৰ। তেওঁ সৰ্বশেষ গল্পটো আমাক দি থৈ গ'ল – যিটো অনিন্দ্যসুন্দৰ অমৰ গল্পৰ অসামান্য কথন-শৈলী, বিৱৰণীত বৰ্তমান সময়ৰ জঘন্য, ঘৃণিত আৰু নিন্দিত ৰাজনৈতিক সংস্কাৰ শিল্পী সুলভ প্ৰতিফলনে কৰুণা-কোমল-ক্লান্ত মুমূৰ্ষু পিতৃত্বৰ নিৰ্মম বাস্তৱতাৰ সন্মুখত উপনীত হোৱা দুখ লগা পৰিণতিয়ে যি কোনো পাঠকৰে হৃদয়-তন্ত্ৰীত অভূতপূৰ্ব অনুৰণনৰ সৃষ্টি নকৰাকৈ নেথাকে। এয়া মোৰ কল্পনাৰো অগোচৰ আছিল, মই ভাবিবই পৰা নাছিলোঁ যে ৰাজনীতিৰ মেৰপাকত সোমোৱা দীনেশ গোস্বামীৰ সাহিত্যিক সত্তাত নিহিত হৈ আছিল প্ৰথিতযশী গল্পকাৰ চেকভ (Chekov), অ. হেনৰী (O. Henry), কেথেৰিন মেনছফিল্ড (Katherine Mansfield) ৰঞ্জন, যাযাবৰ, মুজতুবা আলি, প্ৰেমচান্দ, ৰাজা ৰত্নম, চৈয়দ আব্দুল মালিক, মহিম বৰা, অতুলানন্দ গোস্বামী, দিনেশ শৰ্মাৰ শৈল্পিক দক্ষতা।

দীনেশ গোস্বামীৰ দৰে অসম্ভৱ ৰাজনৈতিক ব্যস্ততাত থকা মানুহ এজনে কেনেকৈ কোন সময়ত 'তোমাৰ কথা ৰাখিব নোৱাৰিলোঁ মা'ৰ দৰে অবিস্মৰণীয় গল্প লিখি যাযাবৰ – আব্দুল মালিকৰ ৰাজ্যত অনধিকাৰ প্ৰৱেশ কৰি আমাক অভিভূত কৰিব পাৰিলে, অন্ততঃ মোৰ ক্ষেত্ৰত ভাবি থাকোতেই মোৰ মূৰ-ঘূৰণিয়েই হৈছিলগৈ। দীনেশ গোস্বামীৰ গল্পকাৰ ৰূপত মোৰ মূৰ্খামিৰ প্ৰথম ধাৰণাটো ধূলিস্যাৎ কৰি দিলে গল্পটোৰ প্ৰথম বাক্যটোৱেই – "প্লেনখনত উঠিয়েই নৈ নৰেশে সুখদেউ ৰায়ক দেখি অলপ আচৰিত হ'ল।"

সুখদেউ ৰায়ৰ দৰে দুৰ্দ্ধৰ্ষ আৰু সৰ্বশক্তিমান মুখ্যমন্ত্ৰী এজনে – এখন বৃহৎ ৰাজ্যৰ মুখ্যমন্ত্ৰীজনেচোন ভি. ভি. আই. পি-ৰ কাৰণে সংৰক্ষিত প্লেনৰ খিৰিকিৰ দাঁতিৰ চীটটোত বহি আছে! আৰু আচৰিত কথা এই যে মুখ্যমন্ত্ৰীৰ পিন্ধনত ক্ৰীজ নথকা দুদিনীয়া লেতেৰা ধুতি-পাঞ্জাবী! মানুহৰ অবাক হোৱাৰ পাল। মুখ্যমন্ত্ৰীজনে মানুহৰ দৃষ্টিৰ পৰা সাৰি থাকিবলৈ তল-মূ কৰি বহি আছে। নৰেশ আৰু বেছি স্তম্ভিত হ'ল যেতিয়া মুখ্যমন্ত্ৰী সুখদেউ সিঙৰ নৰেশৰ সন্মানসূচক অভিবাদন 'নমস্তে'ৰ প্ৰত্যুত্তৰ আছিল নিষ্প্ৰাণ আৰু নিস্তেজ! সেইজন সাংবাদিক নৰেশৰ প্ৰতি এনে ব্যৱহাৰ যি সুখদেউ ৰায় মুখ্যমন্ত্ৰী হোৱাত যথেষ্ট

অৰিহণা যোগাইছিল – যিজনে সুখদেউৰ স্রষ্টা আৰু পিতৃ-তুল্য ভূতপূর্ব মুখ্যমন্ত্রী পতিত পাবন পাণ্ডেৰ অপসাৰণত সুখদেউ ৰায়ক বহুতো প্রকাৰে সহায় কৰিছিল – সেইজন সাংবাদিক নৰেশ, যি সুখদেউ ৰায়ৰ পৰা অজস্র উপহাৰ, অগণন স্কচ্ হুইস্কীৰ বটল, বহুতো দামী-দামী চুটৰ কাপোৰ আদি পাইছিল – সেইজন নৰেশৰ অভিবাদনৰ এনে নিস্তেজ প্রত্যুত্তৰ! সাংবাদিক বহুতকে এনেদৰে সন্তুষ্ট কৰি ৰাখে বা পোহপালো দিয়ে। তথাপি নৰেশৰ ক্ষেত্রত যে এনে হ'ব – সেয়া কল্পনাৰ অতীত আছিল। নৰেশৰ মূৰত যেন বিনামেঘে বজ্রপাত।

সৌ সিদিনালৈকে ভাৰতৰে লো, তীখা আৰু আইন দপ্তৰৰ কেবিনেট মন্ত্রী স্বৰূপে কৃতিত্বৰে কার্য্য নির্বাহ কৰি থকা দীনেশ গোস্বামীয়ে কিন্তু তেওঁৰ লিখনিত তেওঁৰ সতীর্থ-সহযোগী-সহকর্মী পলিটিচিয়ানসকলে শাসনত অধিষ্ঠিত হৈ থাকিবলৈ সচৰাচৰ অবলম্বন কৰি থকা নিকৃষ্ট আৰু নিন্দনীয় পন্থা আৰু প্রথাৰ বাহ্যিক শোভন আৱৰণখন অতি নির্মমভাৱে আঁতৰাই দি তেওঁলোকৰ মুখাবোৰ খুলি দিয়াত কণমানো সংকোচ বা দ্বিধা প্রকাশ নকৰিলে। আপুনি ভাবি চাওক – এইজন লেখক, এইজন গল্পকাৰ গতানুগতিক ধাৰাৰ কুইল-ড্রাইভাৰ (Quill Driver) নহয়। এওঁ আছিল স্বাধীন ভাৰতৰ আইন-তীখা-লোহা দপ্তৰৰ অত্যন্ত প্রভাৱশালী মন্ত্রী যিজনে হয়তো মন্ত্রীত্বৰ কালছোৱাত পিঞ্জৰাবদ্ধ সিংহৰ দৰে – অসহায় নপুংসকী ক্রোধত সময় অতিবাহিত কৰিছিল – যিজনে হয়তো জানিছিল শাসনৰ মুৰব্বীসকলৰেই ৰং-বেৰঙৰ মাফিয়া-চক্রৰ সৈতে লেন-দেন – অতি মধুৰ সম্পর্ক।

ধর্মকর্মত সদায়েই নিজকে ব্যস্ত কৰি ৰখা সুখদেউ ৰায়ৰ ধর্মপত্নীয়ে ৰায়ক এৰি প্রায় বেলেগে থাকিবলৈ লোৱা, তেওঁৰেই বোৱাৰীৰ শহুৰেকৰ জঘন্য কার্য্যাৱলীৰ প্রতি সম্পূর্ণ অসহযোগিতা, শহুৰেক শাসনত থাকিবলৈ মাফিয়া-চক্রৰ লগৰ নিন্দনীয় কার্য্যাৱলীৰ প্রতি তীব্র বিতৃষ্ণা আৰু ঘৃণা – এইখন সংসাৰৰ চিত্র অকল সুখদেউ ৰায়ৰ ঘৰৰেই নহয়। আমাৰ বর্তমানৰ শাসন ব্যৱস্থাৰ দায়িত্বত থকা শ শ, হাজাৰ হাজাৰ ক্ষমতালোভী, অর্থপিপাসু মন্ত্রী, এম-এল-এ, এম-পি আদিৰ সোণৰ সংসাৰবোৰৰ আঁৰৰ মর্মন্তুদ কাহিনী। সুখদেউ ৰায়ৰ পুতেকৰ দেউতাকৰ আশীর্বাদত ড্রাগ-মাফিয়া চক্রৰ লগত সংযোগ, পিছত পুতেক গৈ ড্রাগ-এডিক্ট হোৱা, নিচাৰ তাড়নাত পুতেকে ঘৈণীয়েকক মাৰপিট কৰা, বাস্তৱৰ নিকৰুণ সত্যৰ পৰা আঁতৰি থাকিবলৈ সুখদেউ ৰায়ে বোৱাৰীয়েকৰ স্বাস্থ্যজনিত অজুহাতত মাকৰ ঘৰলৈ পঠিওৱা; কোনোবা এটা ড্রাগ-বিক্রী কেন্দ্রৰ পৰা মুখ্যমন্ত্রী পুত্র সুৰেশৰ অপসাৰণ আৰু কোনো এক সংঘর্ষত সুৰেশৰ সাংঘাতিক আঘাত-প্রাপ্তি; জখম গুৰুতৰ হোৱা কাৰণে গুপুতে গুপুতে মুখ্যমন্ত্রী সুখদেউ ৰায়ৰ দ্বাৰা পুতেকৰ দিল্লীৰ কোনোবা হস্পিটেলত চিকিৎসা, অপাৰেচন আৰু অৱশেষত এখন হাতৰ ব্যৱচ্ছেদ – এই নাটকীয় ঘটনাৰ বিৱৰণী গোস্বামীৰ লিখনিত অতি নিখুঁত আৰু বাস্তৱসম্মতৰূপে প্রকাশ পাইছে – যি

কথাই গল্পকাৰ হিচাপে গোস্বামীৰ অসামান্য কৃতিত্ব আৰু নৈপুণ্যৰ অৱস্থিতি প্ৰমাণ কৰে।

দীনেশ গোস্বামীয়ে তেওঁৰ অবাক-বিস্ময়ত অভিভূত হোৱা পাঠকসকলক অত্যন্ত সুন্দৰ কলা-কুশলতাৰ মাধ্যমেৰে লৈ যায় ঘটনাৰ শীৰ্ষ বিন্দুলৈ চেকভ (Chekov) নাইবা মোপাছা (Maupassant), অতুলানন্দ গোস্বামী বা আব্দুল মালিক, মহিম বৰাৰ দৰে। আৰ্নেষ্ট হেমিঙৱে (Earnest Hemmingway)ৰ দৰেই কম কথাতেই বহুতো কথা ক'ব পৰাৰ দক্ষতা দেখুৱাইছে দীনেশ গোস্বামীয়ে এই অনন্যসুন্দৰ গল্পটোত। এই শতিকাৰ তৃতীয় দশকৰ সশস্ত্ৰ গোপন প্ৰতিৰোধ সংগ্ৰামত থকা সময়ত জাঁ-পল-ছাত্ৰে (Jean Paul Satre) অথবা এলবাৰ্ট কেমুৱে (Albert Camus) তেওঁলোকৰ লিখনিত, যি ক্ষোভ আৰু হতাশা প্ৰকাশ কৰিছিল – দীনেশ গোস্বামীৰ গল্পটোতো তেনে অনুভূতিৰেই ৰূপায়ণ দেখা পাওঁ।

সুখদেউ ৰায়ে নৰেশক কয় "অপাৰেচনৰ পিছত সুৰেশ আজি মোৰ লগতেই এই প্লেনতেই ঘৰলৈ আহিছে। কিন্তু খং আৰু অভিমানৰ অভিঘাতৰ কাৰণে সি মোৰ দাঁতিৰ চীটত বহা নাই। অথচ মোকো সি তাৰ ওচৰত বহিবলৈ নিদিয়ে। মোৰ যে কিমান মন গৈছে তাৰ ওচৰত গৈ বহি এই বুঢ়া মানুহটোক ক্ষমা কৰাৰ কথা ক'বলৈ। কিন্তু তুমি জানা নৰেশ – সি মোক কেতিয়াও ক্ষমা নকৰে।"

তেতিয়া নৰেশে সান্ত্বনাৰ সুৰত সুখদেউ ৰায়ক কয় : "নাই। নাই। আপুনি চিন্তা নকৰিব। হাত এখন কাটিব লগা হোৱাটো বৰ ডাঙৰ কথা নহয়। মই গৈ তাৰ লগত কথা হওঁ। সি শুনিব। বুজিব।"

যি মুহূৰ্ত্তে নৰেশ তেওঁৰ চীটৰ পৰা উঠিছিল ঠিক তেনে সময়তে সুখদেউ ৰায়ে নৰেশৰ বাঁউসীত ধৰি বাধা দিয়াৰ লগে লগেই দীনেশ গোস্বামীয়ে তেওঁৰ পাঠকক ঘটনাৰ শীৰ্ষবিন্দুলৈ লৈ যায় :

– "কোনো লাভ নাই নৰেশ। আজি তুমি তাক কোনো কথাকেই বুজাব নোৱাৰা। সি প্লেনখনৰ পিছৰ চীটত বহি অহা নাই। সি বেগেজ থোৱা কুঠৰীত শুই আছে। এটা কফিনত।"

হে ভগৱান। দীনেশ গোস্বামীয়ে এয়া ভৌতিক চমৎকাৰ প্ৰদৰ্শন কৰিছে। কি অসম্ভাব্য শীৰ্ষবিন্দু কাহিনীৰ পৰিসমাপ্তিৰ! এই আশ্চৰ্য্যজনক, অভাৱনীয়, দুখজনক, অতি কৰুণ আৰু হৃদয়-বিদাৰক পৰিণতি, প্ৰতিবিম্বিত হৈছে আজিৰ সমাজৰ উচ্চশিখৰত থকা মদগৰ্বী লোকসকলৰ জীৱনৰ অন্তৰালৰ বাস্তৱৰ নিৰ্মম লিপিকা। আৰু আমি দেখিবলৈ পাওঁ শোকত ভাগি পৰা প্ৰবল প্ৰতাপী মুখ্যমন্ত্ৰী সুখদেউ ৰায়ক :

— "নৰেশ। মইনো বাৰু মোৰ কণমানি নাতিনীজনীক কেনেকৈ সান্ত্বনা দিম — যাক মই কথা দি আহিছিলোঁ যে মই তাইৰ দেউতাকক লগত লৈ আহিম। এয়াৰ-পৰ্টত মই তাইৰ মুখামুখি কেনেকৈ হ'ম? মই কেনেকৈ কওঁ — 'মই তোমাৰ কথা ৰাখিব নোৱাৰিলোঁ মা!'

তাৰ পাছতেই দীনেশ গোস্বামীয়ে গল্পকাৰৰ অপূৰ্ব দক্ষতাৰে কাহিনীৰ যৱনিকালৈ পাঠকৰ উৎকণ্ঠাক লৈ যায় সন্তৰ্পণে, লাহে লাহে, কৰুণাৰ ক্লান্তিৰ পৰশেৰে :

"আৰু তাৰ পিছত প্লেনখন তললৈ নামি আহিছিল — লাহে লাহে — তলৰ মাটিৰ পৰশ বিচাৰি ..."



বিজয় শংকৰ শৰ্মা

১৯৪৪, জামুগুৰিগাঁও, নগাঁও ।

জামুগুৰি, ডিব্ৰুগড়, ছিলঙ। চেণ্ট এডমান্সৰ স্নাতক আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ এম. এ.।

সাহিত্যকৃতি – উপন্যাস 'কুঁহুলী', 'মৌচুমী প্ৰান্ত'। গল্প-সংকলন – মনুষ্য-পুৰাণ।

# দেৱী দৰ্শনত বিজয় শংকৰ শৰ্মা

লক্ষ্মীনাথ বেজবৰুৱাৰ 'কৃপাবৰ বৰবৰুৱা'ৰ পৰা মহীচন্দ্ৰ বৰাৰ 'বিশ্বাসং নৈব কৰ্তব্যম' আৰু লক্ষ্মী ফুকনৰ 'ওফাইডাং', আৰু 'বিহু সম্মিলনৰ' পিছৰ কালত অসমীয়া গল্প-সাহিত্যত হাস্য ব্যঙ্গ, বিদ্ৰূপ, তিৰ্য্যক আৰু বক্ৰোক্তিৰ সমাবেশেৰে কিছুমান গল্প লিখিছিল চৈয়দ আব্দুল মালিকে। সময়ৰ প্ৰবাহে মালিকক হাস্য-ব্যঙ্গ-বক্ৰোক্তিৰে ভৰা গল্প লিখাত পৰাভব কৰিব পৰা নাই। 'দায়ী মালিক নহয় - সময়' শীৰ্ষক যি লিখনিৰে এসময়ত অসমীয়া সাহিত্য প্ৰেমীসকলক স্তম্ভিত কৰিছিল – সেই মালিকেই সময়ক সাৰথি কৰি সৌ সিদিনা মাত্ৰ লিখিলে হাস্য-ব্যঙ্গ-বিদ্ৰূপাত্মক অৱয়বৰ অনন্য, অতুলনীয় গল্প 'চেঞ্জ অব লাইফ ষ্টাইল'। বেজবৰুৱা, মহী বৰা, লক্ষ্মীনাথ ফুকন আৰু মালিকৰ পিছতেই এনে ধৰণৰ অজস্ৰ চুটি গল্প লিখি আমাক যোৱা দুই দশক, আনন্দ দি আহিছে প্ৰচাৰ-বিমুখী আৰু হাস্য-ব্যঙ্গ বিদ্ৰূপাত্মক গল্পকাৰ স্বৰূপে বিৰল প্ৰতিভাৰ অধিকাৰী বিজয় শংকৰ শৰ্মাই।

বিজয় শংকৰ শৰ্মাৰ প্ৰতিটো গল্পই বিভিন্ন পৰিস্থিতিত সৃষ্টি কৰা হাস্য, ব্যঙ্গ ব্যক্ৰোক্তি নিন্দা, ঘৃণা, অৱজ্ঞা আৰু নিষ্ঠুৰ উপহাসৰ অপূৰ্ব সমন্বয়। শৰ্মাৰ ভাষাত যদি কেতিয়াবা কৃপাবৰী উন্মেষ পাওঁ, যদি কেতিয়াবা লক্ষ্মীনাথ ফুকনে সম্পাদকৰ কোঠাৰ পৰা হঠাতে ওলাই আহি 'ওফাইডাং' মৰাৰ নিচিনাকৈ শৰ্মাই সাংবাদিকৰ পোছাক পিন্ধি কথা কৈছে, যদি কেতিয়াবা চৈয়দ মুজতুবা আলি নাইবা 'যাযাবৰ'ৰ দৰে বক্তৃতাৰ পাতনি মেলিছে, যদি কেতিযাবা 'অথ ক্ষুদ্ৰ ভাৰত কথা'ৰ নৱকান্ত বৰুৱাৰ দৰে হঠাতে বৰ গহীন হৈ গহীন গহীন কথা ক'বলৈ আৰম্ভ কৰিছে, যদি কেতিয়াবা অ' হেনৰী মেমৰিয়েল প্ৰাইজ বিজেতা উইলবাৰ দেনিয়েল ষ্টীলৰ দৰে মিছেছ ডায়েনাৰ পূৰ্ব আফ্ৰিকা ভ্ৰমণৰ সংগী হৈ "সৰগ দেখা মানুহ" (The man who saw through heaven)ৰ বিৱৰণীৰ দৰে হাস্যৰসৰ জগতৰ পৰিবেশ আনি তেওঁৰ গল্পত সুমুৱাইছে, যদি কেতিয়াবা চেকভ আৰু গগলৰ দৰে মানুহৰ দৈনন্দিন জীৱনৰ বিসংগতিবোৰ দেখুৱাই নিজেও হাঁহিছে আৰু আনকো হঁহুৱাইছে – তথাপিও বিজয় শঙ্কৰৰ ভাৱ আৰু কল্পনাৰ প্ৰকাশৰ মাধ্যমৰ নিজস্ব প্ৰকাশৰ মৌলিক আৰু স্বকীয় বৈশিষ্ট্য আছে।

বিজয় শংকৰৰ ভাষাৰ গতি, বিবৰ্দ্ধন আৰু প্ৰকাশৰ ভংগিমা অনন্য। অনন্য এই কাৰণেই যে এওঁৰ ভাষা অনুকৰণ কৰিবলৈ যোৱা বৃথা অপচেষ্টা নকৰাই ভাল। কিয়নো এওঁৰ ভাষা অনুকৰণ কৰিব নোৱাৰি। একেটা সাধাৰণ

কথাকেই এওঁ কেতিয়াবা কোনেও সাধাৰণতে তেনে পৰিস্থিতিত বা তেনে ক্ষেত্ৰত ব্যৱহাৰ নকৰা দুৰ্দান্ত শব্দ কিছুমান আনি, সাধাৰণ কথোপকথনৰ শব্দবিলাকৰ লগ লগাই অভিনৱ ভঙ্গীৰে কথা ক'বলৈ আৰম্ভ কৰে। "খাণ্ডৱ দাহৰ ইতিকথা" – যিটো শৰ্মাৰ প্ৰথম গল্প সেইটো আৰম্ভ কৰিছে :

–'সপ্তমবাৰতো মেট্ৰিকৰ দেওনা পাৰ হ'ব নোৱাৰি সত্যমন শইকীয়া ওৰফে সৰুমনে মনতে মহা খেদ আৰু সন্তাপ লৈ আৰু নিজকে বাৰংবাৰ ধিক্কাৰ প্ৰদান কৰি, পৰীক্ষক আৰু পৰীক্ষা পৰিচালনা সমিতিৰ সবাকে নানা কথা আৰু অকথ্য ভাষাৰে গালি-গালাজ প্ৰদান কৰি, আৰু সেইসকলৰ উৰ্দ্ধ আৰু অধঃগামী 'পূৰ্বপুৰুষ' সকলোৰে মুণ্ড-পাত কৰি দাৰুণ ক্ৰোধ আৰু পুৰুষত্বৰ এই দুৰ্ঘোৰ অপমানৰ জ্বালাত জৰ্জৰিত হৈ তক্তাপোচ এখনৰ ওপৰত গাৰু এটাত মূৰ থৈ চকু মুদি পৰি আছিল।"

ওপৰ উদ্ধৃতিটোৰ 'দুৰ্ঘোৰ অপমানৰ জ্বালাত – তক্তাপোচ এখনৰ ওপৰত –' এই বাক্যাংশটোৰ অপক্ৰম বা উৎক্ৰমণে পাঠকক হাঁহিবলৈ বাধ্য কৰাবই। এই গল্পটোৰে দ্বিতীয় বাক্যত 'আকাশবাণী' গুৱাহাটীৰ প্ৰতি কৰা যি বক্ৰোক্তি, সেই বক্ৰোক্তি যেন বিজয় শংকৰ শৰ্মাই সমূহ শ্ৰোতা ৰাইজৰ হৈ কৰিছে : "আকাশবাণী গুৱাহাটীৰ কোনোবা শিল্পীৰ অন্তিম আৰ্তনাদ।" তাৰ ঠিক পিচতেই গল্পৰ মুখ্য নায়ক অৰ্থাৎ 'ফিৰিঙতি'ৰ অৰ্থাৎ মাখিৰ আৱিৰ্ভাব। বিজয় শংকৰৰ মাখিটো দেখি মোৰ কেথেৰিণ মেনচফিল্ডৰ মাখিটোলৈ মনত পৰিছিল। অৱশ্যে তেওঁৰ মাখি আৰু বিজয় শংকৰৰ মাখিৰ মাজত সময়, পৰিস্থিতি আৰু সংঘাতৰ আকাশ-পাতাল প্ৰভেদ। এই গল্পটোৰ আৰম্ভণিৰ পৰা শেষলৈকে সংস্কৃতীয়া অসমীয়া শব্দৰ লগত বিজয় শংকৰে এক 'দেম্-কেয়াৰ্' ভাবেৰে সাধাৰণ কথা-বতৰাৰ দৈনন্দিন জীৱনত ব্যৱহাৰ কৰা শব্দাৱলীৰ অদ্ভুত সংহতি আৰু সংযোজনাৰে তেওঁৰ হাস্য-ব্যঙ্গ-বক্ৰোক্তিৰ ৰসখিনি আটাইকে আস্বাদন কৰিবলৈ সুবিধা দিছে। এটা সৰু মাখিক লৈয়েই বিজয় শংকৰে এক অনন্য খাণ্ডৱদাহৰ পৰিণতি অতি নিপুণতাৰে দেখুৱাইছে। বিজয়শংকৰৰ মাখিটো যেন মাখি নহয়। এই মাখিটোৱে যেন মানুহৰ দৰে, আপোনাৰ মোৰ দৰেই যেন ভবা-চিন্তা কৰিব পাৰে। সি যেন মাখি নাছিল। সি যেন কোন দূৰ অতীতৰ ৰামায়ণী যুগতে কোনোবা ক্ৰোধান্বিত দুৰ্বাসা যমদগ্নি পৰ্য্যায়ৰ কোনোবা মুনিৰ শাপত জন্ম লৈ, শাপমুক্তিৰ অৱসান বিচাৰি পুনৰ কোনো দেৱতা বা মানৱৰ ৰূপত পুনৰ্জন্মৰ প্ৰত্যাশাত কোনোবা ৰাম, কোনোবা কৃষ্ণ, কোনোবা অগস্ত্যমুনিৰ হস্ত স্পৰ্শৰ অবিৰত অন্বেষণত ঘূৰি ফুৰা এটা অশান্ত অঘৰীহে। বিজয় শংকৰৰ

অঘৰী মাখিটোৱে যেতিয়া "লয়লাস ভংগী"ৰে উবি আহি নিদ্ৰামগ্ন সত্যমন শইকীয়াক আচম্বিতে দেখেহি তেতিয়া লৰ্ড বেকনৰ কথা কোৱাৰ ধৰণ অনুকৰণ কৰি বিজয় শংকৰে এক শাশ্বত সত্যৰ আৱিষ্কাৰৰ গৌৰৱত উৎফুল্ল হৈ ভৱিষ্যতৰ পুৰুষক উদ্দেশ্যি কয় :

"উৎসুকতা মাখিৰ সহজাত প্ৰবৃত্তি।" তাৰ পাচত "মাখিটোৱে একাগ্ৰ দৃষ্টিৰে সকমনক পৰ্য্যবেক্ষণ কৰিবলৈ ধৰিলে। দুখোজ আগবাঢ়ি গ'ল। আকৌ ৰ'ল। এবাৰ চাৰিওফালে চালে। আকৌ এখোজ আগবাঢ়িল। সি প্ৰথমে ঠাৱৰ কৰিব নোৱাৰিলে তক্তাপোচৰ ওপৰত পৰি থকা ভীমাকায় গোটৰ সেইটো কি প্ৰাণী।" যেন প্ৰথমজন লিলিপুট আহি গালিভাৰক দেখিছেহি। এই গল্পটোৰ চাৰিটা অংশত বিজয় শংকৰে পাঠকৰ উৎকণ্ঠা, উৎসুকতাক ইমান সুদক্ষ কৌশলী পাৰদৰ্শিতাৰে নি শীৰ্ষবিন্দু পোৱাইছেগৈ যে গল্পটোৰ প্ৰতিটো লাইন, প্ৰতিটো পাৰ্শ্ব-চৰিত্ৰ, প্ৰতিটো আনুসঙ্গিক ঘটনাৰ যি সাবলীল প্ৰবাহ – সেই প্ৰবাহৰ প্ৰচণ্ড আৱৰ্তত সোমাই কোনো পাঠকেই বিজয় শংকৰে সাংঘাতিক ধৰণে হুহঁৱাই হুহঁৱাই কৰা অত্যাচাৰৰ পৰা সাৰিব নোৱাৰে। আপুনি কিমান হাঁহিব অকলে অকলে? আলোচনাটো লিখোঁতে হাঁহিয়ে মোক বহুতবাৰ বাধা দিছে।

'খাণ্ডৱদাহ'ৰ ৰচনা ৰীতিত এয়া নৱকান্ত বৰুৱা আহি যেন তেওঁৰ 'ক্ষুদ্ৰ ভাৰত কথা'ৰ বকলা মেলিছেহি :

'সৈৰিন্ধ্ৰীক আহ্বান কৰি এক পাত্ৰ উক্ত আৰকৰ বাবে আদেশ দিবলৈ উত্তৰা দণ্ডায়মান হ'ল। সূপকাৰ বল্লভ ৰন্ধন কাৰ্য্যত পটু হলেও চৈনিক আৰকত দুগ্ধ আৰু শৰ্কৰাৰ ব্যৱহাৰ বৰ বেছি কৰে।' (নৱকান্ত) বাক্য ৰচনাত এয়া ছৈয়দ মুজতুবা আলিয়ে আপোনাক লৈ গৈছে তেওঁৰ 'দেশে-বিদেশে'লৈঃ 'নাতিদীৰ্ঘ দিবস তথা শৰ্বৰীৰ প্ৰথম যামই স্বতশ্চল শকটাৰোহীকে শিশিৰ বিদ্ধ কৰিতে সক্ষম। কৃশানু সংশ্ৰব হইতে ৰক্ষা কৰিয়া তোমাৰ পৰিচাৰক বিচক্ষণেৰ কৰ্ম কৰিয়াছে। অপি চ লক্ষ্য কৰ নাই। স্বদেশে আতপতাপে দগ্ধ হইয়া স্বগৃহে প্ৰত্যাৱৰ্তন মাত্ৰই সুশীলা জননী তদণ্ডে শীতল জল পান কৰিতে নিষেধ কৰেন, অৱগাহন কক্ষ উন্মোচন কৰেন না?"

(ছৈয়দ মুজতুবা আলি)

বিজয় শংকৰৰ গল্প কিছুমান আচলতে চাৰ্লচ লেম্বৰ 'এছেজ-অব্-ইলিয়া' জাতীয়। এওঁৰ কিছুমান গল্প গল্পও আৰু ব্যক্তিমুখী ৰচনাও। 'খাণ্ডৱ-দাহ' আজিৰ গুৱাহাটীৰ আৰু পৰোক্ষভাৱে সমগ্ৰ অসমৰে জন-জীৱনৰ বাস্তৱ পৰিচিতি। এই গল্পত ১৯৬০ চনতেই অবাঞ্ছিতভাৱে সৃষ্টি হৈ, যোৱা দুটা দশকত যি উগ্ৰ অসমীয়া জাতীয়তাবাদে দেশখনৰ সামাজিক জীৱনত যি অস্থিৰতা, অবিশ্বাস আৰু সন্দেহৰ বাতাবৰণ আনি দি দেশখনৰ জন-গাঁথনিত ওপৰত যি সংঘৰ্ষৰ সমাৱেশ ঘটালে সেই সৰ্বনাশী অসমীয়া উগ্ৰ জাতীয়তাবাদৰ প্ৰতি কৰা তিৰ্য্যক অৱজ্ঞাসূচক ব্যঙ্গাত্মক আৰু নিষ্ঠুৰভাৱে কৰা উপহাসৰ বাস্তৱ লিপিকা। বিজয় শংকৰৰ শাণিত বক্ৰোক্তিৰ দৰে উক্তি মই তিলক হাজৰিকাৰ ৰচনাবোৰত অপৰ্য্যাপ্ত ৰূপত পাওঁ। তিলক হাজৰিকাৰ ৰচনাবোৰ আৰু বিজয় শংকৰৰ গল্প আৰু ৰচনাজাতীয় বিৱৰণীবোৰ অ: হেনৰীৰ ঠিক কিছুমান গল্পৰ দৰে আমোদজনক লিখনি বিজয়

শংকৰৰ বেছিভাগ গল্পয়েই তিলক হাজৰিকাৰ 'ফাইট অব্ চেল্‌ফ দিটাৰ্মিনেছন', 'অন্যমুক্তি', 'চিকিৎসা' আদি ৰচনাৰ দৰে আমোদজনক লিখনি।

'কুলক্ষণীয়া' গল্পটোত আমাৰ অন্ধ বিশ্বাসেৰে ভৰি থকা সমাজখনৰ ছবিখন নিখুঁতকৈ দেখুৱাইছে বৃদ্ধ কুল শইকীয়াৰ চৰিত্ৰৰ মাধ্যমেৰে। অৱশ্যে অন্ধবিশ্বাস নাইকিয়া দেশ ক'ত আছে? এনে ধৰণৰ অন্ধ বিশ্বাসৰ সৃষ্টি হয় পৰম্পৰাগত কিছুমান অৰ্থহীন লৌকিক আচাৰ আৰু ধ্যান-ধাৰণাৰ ভিত্তিত। ক'লা মেকুৰী ৰাস্তাৰ আগেদি পাৰ হৈ গলে খন্তেক বৈ পুনৰ যাত্ৰা কৰা, নাপিতক দেখিলে ঘৰলৈ ঘূৰি আহি কিছু সময়ৰ পিছত পুনৰ যাত্ৰা কৰা, চাৰিটা শালিকা চৰাই দেখিলেই যাত্ৰা শুভ, যাত্ৰাৰ আগতে এটা হাঁচি মাৰিলে যাত্ৰা অশুভ। এনে ধৰণৰ সামূহিক অন্ধ বিশ্বাসৰেই বলি হ'ল বৃদ্ধ কুলধৰ শইকীয়া – যাৰ মুখত মৃত্যুৰ সময়তো পানী এটোপা দিবলৈ কোনো নাছিল। ৰুছ গল্পকাৰ ফিয়ডৰ চলগবৰ 'হাইড এণ্ড, চিক' নামৰ গল্প এটা এনে ধৰণৰ অন্ধ বিশ্বাসেই দুৰ্ঘটনা ঘটাইছিল। বিজয় শংকৰে এই গল্পটোত অন্ধ বিশ্বাসৰ প্ৰতি ব্যঙ্গাত্মক বক্ৰোক্তি কৰি আমাৰ সমাজৰ অৰ্থহীন কুৰীতিবিলাকৰ নিন্দা কৰিছে তেওঁৰ লিখনিৰ হাস্য-ৰসেৰে পাঠকৰ মন মুহি লৈ।

'নাঁস্তিক' আৰু 'দেৱীদৰ্শন' এই দুটা গল্পত বিজয় শংকৰে আমাৰ সমাজৰ কিছুমান অৰ্থহীন, যুক্তিহীন এলান্ধুকলীয়া ৰীতি-নীতিৰ আৰু ধৰ্মীয় কুসংস্কাৰৰ বিৰুদ্ধে বিষেদগাৰ কৰিছে। তেওঁ তেওঁৰ স্বাভাৱিক বক্ৰোক্তি, অৱজ্ঞা, উপহাস, ব্যঙ্গ আৰু বিদ্ৰূপাত্মক হাস্যৰসেৰে তেওঁৰ পাঠকক হঁহুৱাই হঁহুৱাই প্ৰাণে মৰাৰ যি সাহিত্যিক পৰিকল্পনা কৰিছিল তাত তেওঁ অভাৱনীয় সফলতা লাভ কৰিছে। নাস্তিকৰ নায়ক পদ্মনাভৰ যুক্তিৰ সম্মুখত আপুনি যিমানেই কি আস্তিক হক, উফৰি যাবই। শ্ৰাদ্ধ সম্পৰ্কে বিজয়শংকৰে এয়া কি কৈছে চক।

– "আত্মা যদি অমৰ হয়েই, তেনেহ'লে কোনো আত্মাই শ্ৰাদ্ধ খাবলৈ নাহে। যিহেতু আত্মাবোৰে ভৱিষ্যতৰ বিষয়ে জানে, সেয়ে শুকান চাউল, কল, ভেজাল ঘিউ-মৌৰ পিণ্ড এটা গলাধঃকৰণ কৰি কি বিপৰ্য্যয় ঘটিব পাৰে অনুমান কৰিয়েই শ্ৰাদ্ধভূমিৰ পৰা সাত ঢাপৰ আঁৰত থাকিব।"

ইয়াৰ পিচতেই গল্পটোৰ বিবৰ্দ্ধনত সপোনত পদ্মনাভৰ প্ৰতি গোঁসানীৰ নিৰ্দেশ – দেৱালয়ত ছাগলী বলি দিব লাগে। পদ্মনাভ নাচোৰবান্দা–কিয়নো পদ্মনাভ 'এখন ঈশ্বৰহীন, পূজাহীন, শ্ৰাদ্ধহীন পৃথিৱীত স্বচ্ছন্দ মনেৰে বিচৰণ' কৰাৰ সপোন বাস্তৱত ৰূপায়ণ কৰাৰ লেনিন ট্ৰটস্কী পৰ্য্যায়ৰ এজন প্ৰধান উদ্যোক্তা। গোঁসানীৰ দ্বিতীয় আৰু তৃতীয় সপোনৰ হুংকাৰেও যেতিয়া কাম নিদিলে তেতিয়া আৰম্ভ হ'ল পদ্মনাভ – গোঁসানীৰ বৈৰীনাশী যুদ্ধৰ আৰম্ভ। প্ৰথম পৰ্য্যায়তেই হ'ল গোঁসানীয়ে মনসাদেৱীৰ পৰা লৈ পঠোৱা কালনাগৰ অকালমৃত্যু পদ্মনাভৰ লাঠিৰ আঘাতত। দ্বিতীয় পৰ্য্যায়ত স্বয়ং মহাদেৱৰ বাহন কিচকিচিয়া ক'লা জাৰ্চি বাঁড়ৰ দ্বাৰা পদ্মনাভৰ ওপৰত অতৰ্কিত আক্ৰমণৰ প্ৰচেষ্টা আৰু

দুৰ্দ্ধৰ্ষ যমদূতৰূপী দৈত্যাকায় ট্ৰাকৰ খুন্দাত দেৱী প্ৰেৰিত মহাদেৱ বাহন জাৰ্চি ষাঁড়ৰ ইহলীলা সম্বৰণ। তৃতীয় পৰ্য্যায়ত গোঁসানীৰ দ্বাৰা 'জাৰ্ম-ৱাৰফেয়াৰ'ৰ ঘোষণা। পানী লগা, নিউমনিয়া, ইনফ্লুয়েঞ্জা, আমাশয় জাতীয় বীজাণু অস্ত্ৰৰ দ্বাৰা পদ্মনাভক ধৰাশায়ী কৰিব নোৱাৰি গোঁসানীৰ দ্বাৰা পদ্মনাভ নিধনাৰ্থে শেষ অব্যৰ্থ অস্ত্ৰ কেন্সাৰৰ প্ৰয়োগ। মৃত্যুৰ আগতে কৰা পদ্মনাভৰ কৰুণ উক্তিৰ সত্যতাৰ কথা উপলব্ধি কৰোতে, পাঠকে গল্পটোৰ অন্তৰ্নিহিত বাণীৰ মৰ্ম নুবুজাকৈ নেথাকে : – 'বলি দিলে যদি মোৰ বেমাৰটো ভাল হয়েই পৃথিৱীত যি হাৰে কেন্সাৰ হ'ব ধৰিছে – অচিৰেই পৃথিৱী নিছাগলী হ'ব।"

বেকনিয়ান ঠাঁচেৰেই বিজয় শংকৰে আৰম্ভ কৰিছে তেওঁৰ অন্যতম শ্ৰেষ্ঠ গল্প 'দেৱীদৰ্শন'. সহৃদয়তা আৰু আন্তৰিকতাপূৰ্ণ উক্তি এটাৰে :

– সম্পূৰ্ণ সত্য কথা ক'লে বোলে মিছা কথা কোৱাৰ দৰে লাগে।' – 'সম্পূৰ্ণ খাটি বস্তুৱে বদহজম কৰাৰ সম্ভাৱনা।' এই গল্পটোত বিজয় শংকৰে বিৱৰণী প্ৰসংগত দিয়া কিছুমান উপমা আপোনাৰ ভাল লাগিবই :

– 'অসত্য কথাও পুৰণি দুআনিৰ দৰে অচল', 'মন্দিৰৰ চাৰিওকাষে দেৱী দৰ্শনাৰ্থীবোৰ এটোপাল মৌৰ চাৰিওফালে ঘেৰি থকা পৰুৱাবোৰৰ দৰে মন্দিৰ ঘেৰি গিজ্‌গিজাই আছে'. মূৰৰ ওপৰত সাক্ষাৎ মহাকালৰ দৰে বেলিৰ বদমেজাজী ৰঙা চকু', মন্দিৰৰ কাষত থকা জোতাবোৰৰ দ'মবোৰ যেন তৈমুৰৰ হাতত নিধন হোৱা দিল্লীবাসীবোৰৰ কংকালৰ দ'ম, 'ভক্তবোৰক নিজ নিজ পাণ্ডাই গৰখীয়াই গৰু খেদোৱাদি লৈ গ'ল।' –

মোৰ দৰেই, বিজয় শংকৰৰ সহস্ৰ পাঠকৰ দলে জীৱনত কত শতবাৰ কামাখ্যালৈ গৈছে তাৰ লেখ কামাখ্যাৰ তীৰ্থযাত্ৰীৰ দৰেই সীমাহীন। জেঠমহীয়া গৰমক আং কাণ কৰি আপুনি, মই দেৱীদৰ্শন কৰিছোঁ ঘণ্টাৰ পাচত ঘণ্টাকৈ কিউত থিয় দি, দেৱী ভক্তিত আপ্লুত আৰু গদগদ হৈ আমাৰ শতসহস্ৰ মনোকামনাৰ পৰিপূৰ্ণতা বিচাৰি, ফুলৰ মালা, মিঠাইৰ টোপোলা, ঘিউ-চাকি, হাঁহ ছাগলী, কোমোৰা, পাৰ বলি দি বা উছৰ্গা কৰি আত্মসন্তুষ্টি লাভ কৰিছোঁ।

কিন্তু, এতিয়া বিজয় শংকৰৰ; 'দেৱী-দৰ্শন' বিৱৰণী পঢ়ি দেখিছোঁ, এওঁ কোৱা কথাবোৰ, এওঁ দেখা দৃশ্যবোৰ, এওঁ বৰ্ণনা কৰা অভিজ্ঞতাবোৰ, এওঁৰ মনত জাগি উঠা ভাববোৰ চোন একেবাৰে সত্য। কিন্তু বিজয় শংকৰৰ সজাগ, সূক্ষ্ম ক্ষুৰধাৰ দৃষ্টি, দৰ্শনৰ অনন্য অভিজ্ঞতা আৰু দৰ্শনৰ সময়ত সৃষ্টি হোৱা অজস্ৰ অসংলগ্ন ভাবাবেগতো মোৰ নাছিল। হয়তো মোৰ দৰে আপোনাৰো। দেৱী দৰ্শন কৰিবলৈ গৈ চৰকাৰৰ পৰিয়াল পৰিকল্পনা, দেশৰ ক'লা বজাৰী, অবিৰত-ভাৱে বছৰৰ পিচত বছৰকৈ হয়তো নৰকাসুৰ বা মহাৰাজ নৰনাৰায়ণৰ যুগৰে পৰা দেৱী দৰ্শনাৰ্থীসকলক পুৰীৰ জগন্নাথৰ পাণ্ডাসকলৰ দৰে কামাখ্যাতো পাণ্ডাসকলে অতিষ্ঠ কৰা, মন্দিৰপ্ৰাঙ্গণ আৰু গৰ্ভগৃহত পকেট-মাৰৰ পয়োভৰ, পুলিচৰ অকৰ্মণ্যতা, মন্দিৰত জোতা চুৰিৰ ঘটনা – আৰু সেই জোতা চুৰি

হোৱাৰ কথা শুনিয়েই একেবাৰে বিতত হৈ দেৱীৰ প্ৰতি 'দেখুৱাবলৈ অহা ভক্তি-প্ৰেমৰ আচম্বিত পৰিসমাপ্তি আৰু হেৰোৱা বা চুৰ কৰি নিয়া জোতাৰ উদ্ধাৰৰ কাৰণে দেৱী দৰ্শনাৰ্থীৰ দৰ্শন পৰ্ব পৰিত্যাগ কৰি লৰা-ধপৰা কৰি জোতা থোৱা ঠাইলৈ যোৱা – এই সৰু সৰু বিক্ষিপ্ত অনুভূতিবোৰৰ নিভীক ৰূপায়ণেৰে আমাৰ সমাজখনক বিজয় শংকৰে বিদ্ৰূপ, বক্ৰোক্তি, অৱজ্ঞা আৰু উপহাস কৰিছে অতি নিখুঁতভাৱে। বিজয় শংকৰৰ দেৱী-দৰ্শন পঢ়োতে মোৰ আজি ৪০ বছৰৰ আগতেই পঢ়া 'যাযাবৰ'ৰ দিল্লী দৰ্শনৰ কিছুমান উপলব্ধি আৰু মন্তব্যই মোৰ মনোজগতত ভুমুকি মাৰিছিল মোৰ অজ্ঞাতসাৰেই। যাযাবৰে 'দৃষ্টিপাত'ত কথাৰ ছলেৰেই যেনেকৈ হাস্য, ব্যঙ্গ আৰু বিদ্ৰূপেৰে দিল্লীৰ তেতিয়াৰ সেই সময়ৰ মিশ্ৰিত জনসমাজক থকা-সৰকা কৰিছিল, বিজয় শংকৰে তেওঁৰ 'দেৱী দৰ্শন, 'নাস্তিক', 'নেজাল অৱতাৰ', সান্নিপাতিক বিকাৰ', 'ভোট বিভ্ৰাট', 'বিষণ্ণ ব্ৰেকফাষ্ট', 'মৰা-কাউৰী', 'শুভাকাংক্ষী'কে আদি কৰি প্ৰায়বিলাক গল্পৰ যোগেদি হাঁহি হাঁহিয়েই শেল হানিছে।

দেৱীৰ দৰ্শনাৰ্থীবোৰ দেৱীৰ প্ৰতি নিস্বাৰ্থ ভক্তি আৰু প্ৰেমৰ তাড়নাত 'কিউত থিয় হোৱাগৈ নাই – যি সকল গৈছে, বিজয় শংকৰে তেওঁলোকক চিনাক্ত কৰি কৈছে :

'সেই কেইটা ফাঁচী বজাৰৰ ব্যৱসায়ী তেলত মবিল, বেকিং পাউডাৰত ঘোঁৰা গোবৰ, চেনিত বালি, আৰু হালধিত ইটাৰ গুড়ি মিহলাই দালান তুলিছে এতিয়া পৰকালৰ পথ সুগম কৰিবলৈ দেৱীদৰ্শন – আৰু আহিছে অৱসৰ প্ৰাপ্ত বিষয়া, ভোটত পৰাজিত হোৱা ভূতপূৰ্ব মন্ত্ৰী, মন্ত্ৰীপদ নোপোৱা এম. এল. এ. পৰীক্ষা দি পাছ নকৰা ছাত্ৰ আৰু পাছ কৰি কাম নোপোৱা বেকাৰ। সকলোৱেই গোচৰ দিবলৈ আহে দেৱীক। দেৱীয়ে কাক সন্তুষ্ট কৰিব? সেই কাৰণেই বিজয় শংকৰৰ অদ্ভুত উপলব্ধি "গণতন্ত্ৰৰ যুগত ভগৱান হোৱাও এটা সমস্যা।"

পদ্মনাথ মহন্তৰ স্বগতোক্তিত মহন্তনীৰ খং উঠাত মহন্তই যি বিৰক্তি প্ৰকাশ কৰিছে সেই বিৰক্তি আপোনাৰো – মোৰো।

– 'ভৰ দুপৰত কেনোবাই মাইক কেইটামান লগাই দিছে – এইবোৰ গাননে? যেন এপাল ভোবোলা ছাগলীক কিছুমান ধেকুৰাই খেদি নিছে আৰু আটাইবোৰ গৈ ৰাস্তাৰ ওপৰেদি গাড়ী ভৰ্তি কেৰাচিনৰ খালি টিন অহা ঘোঁৰাগাড়ী এখনৰ লগ লাগিছেগৈ – মাইকৰ দেদাউৰিত কাৰো মাত নুশুনা অৱস্থা। পূজাৰীয়েও মন্ত্ৰ ভুল কৰে – এখন কাণ হিন্দী গানত।

পুৰীৰ মন্দিৰৰ প্ৰাঙ্গণৰ ভিক্ষাৰীবোৰ যে এসময়ত তীৰ্থ কৰিবলৈ আহি পাণ্ডাৰ হাতত নিস্ব হোৱাৰ হতভাগা দল, সেই নিকৰুণ সত্যৰ উপলব্ধি কৰিবলৈ পাঠকক সহায় কৰিছে বিজয় শংকৰৰ পদ্মনাভ মহন্তই। গল্পটোৰ সমাপ্তিৰ শীৰ্ষবিন্দুৰ বৰ্ণনাত পাঠক উৎফুল্লিত হৈ পৰে যেতিয়াই চোৰে জোতা চুৰ কৰি লৈ যোৱা আচম্বিত উৰা বাতৰিৰ তাড়নাত দেৱী ভক্তৰ সমগ্ৰ সমদলটোৱে দেৱী

দৰ্শনৰ তিনিঘণ্টীয়া আকুল প্ৰত্যাশা অকস্মাৎ বিদ্যুৎ গতিৰে অৱসান ঘটাই দৰ্শনৰ আকাংক্ষাক য'তে আছিল ত'তেই সমাধিস্থ কৰি জোতা উদ্ধাৰ কৰিবলৈ মাৰাথন বেছৰ গতিত জোতাৰ পাহাৰলৈ গুচি যায় আৰু শ্ৰীমতী সত্যৱতী মহন্তনীয়ে তেওঁৰ সাতটি এমা-ডিমা ল'ৰা-ছোৱালীৰ দেৱী দৰ্শনাৰ্থে নতুনকৈ কিনি অনা জোতাবোৰৰ অন্তৰ্দ্ধানৰ লগতে তেওঁৰ অত্যাধুনিক লেডিজ হেণ্ডেল এপাত, পাম শু এপাতৰ লগত যোৰা লাগি পৰি থকা দেখে।

দেশী-বিদেশী অনেক প্ৰথিতযশী লেখকৰ অনুপম সৃষ্টিত অনেক চৰিত্ৰৰ সৈতে মোৰ দেখা-দেখি হৈছে। কোনোবা সংসাৰ ত্যাগী বৈৰাগী, কেনোবা দুৰ্দ্ধৰ্ষ ৰাজনৈতিক নেতা, কোনোবা দুৰন্ত প্ৰেমিক, কোনোবা দুৰ্দান্ত লম্পট, কোনোবা হতাশাগ্ৰস্ত দৰিদ্ৰ ভিক্ষুক আৰু কত যে চৰিত্ৰ। চৰিত্ৰসমূহে মোৰ মনত বিভিন্ন ধৰণৰ প্ৰতিক্ৰিয়া সৃষ্টি কৰে। লক্ষীধৰ শৰ্মাৰ 'ব্যৰ্থতাৰ দান'ৰ সীতাৰ দুৰ্দশা দেখি, কন্দৰ্পৰ ওপৰত খং উঠে, সীতাক শেষ মুহূৰ্তত অস্বীকাৰ কৰা কাৰণে অনিলৰ ওপৰত খং উঠে। লক্ষীধৰ শৰ্মাৰ ওপৰত খং উঠে – তেওঁ কিয় নিদাৰুণ আৰু দয়া মমতাহীন হৈ সাবিত্ৰী সীতাক সৃষ্টি কৰিছিল। মালভোগ পইণ্টমেনৰ সকৰুণ অৱস্থা দেখি চৈয়দ আব্দুল মালিকক গালি পাৰিবৰ মন যায়। উমা শৰ্মাই তেওঁৰ কোনে জানে কিহৰ ছাইত সৃষ্টি কৰা চপলাৰ মনোবেদনাত সমব্যথী হৈ উমা শৰ্মাকো টান কথা শুনাই দিবৰ খুব মন যায় চপলাক ইমান কষ্ট দিয়া দেখি।

জুদ আৰু টেছৰ জীৱন ধ্বংস কৰাৰ কাৰণে টমাচ হাৰ্দিৰ ওপৰত মোৰ যি ক্ষোভ আৰু খং মোৰ মৰা দিনলৈকে মনত থাকিব।

কাকলিক পদ্ম বৰকটকীয়ে তাইৰ দেহা বিক্ৰী কৰিবলৈ দিয়া কাৰণে, জানু আৰু নিমিষাক আত্মহত্যা কৰি মৰিবলৈ পঠোৱা কাৰণে পদ্ম বৰকটকীক বাটে- ঘাটে পালে উত্তম-মধ্যম শোধাবৰ মন মোৰ এতিয়াও আছে। কিন্তু বিজয় শংকৰ শৰ্মাই তেওঁৰ 'মাজনিশাৰ মেল' গল্পত সাংঘাতিক কাণ্ড কৰি বহি আছে – যিটো কাণ্ড মই এতিয়ালৈকে অন্ততঃ দেশী বিদেশী যিসকল লেখকৰ কিতাপ পঢ়িছো, তেওঁলোকে এনে কাণ্ড কতো কৰা দেখা নাই। 'মাজনিশাৰ মেল'ৰ নায়ক স্বয়ং সাহিত্যিক গোবৰ্দ্ধন শইকীয়া। এই গল্পটো পঢ়োঁতে মোৰ যি উৎকণ্ঠাৰ সৃষ্টি, সেই উৎকণ্ঠা গোবৰ্দ্ধন শইকীয়াতকৈ কোনো গুণে কম নাছিল। মোৰ, আপোনাৰ আৰু সাহিত্যিক গোবৰ্দ্ধন শইকীয়াৰ উৎকণ্ঠাই চৰম শীৰ্ষ পায়গৈ, যেতিয়া বিজয় শংকৰে আমাক গোবৰ্দ্ধন শইকীয়াৰ ড্ৰইংৰুমত বহি বিচিত্ৰ সাজ পোছাকৰ, বিচিত্ৰ অৱয়বৰ বিভিন্ন বয়সৰ বহুত মানুহক কেইগৰাকীমান চিত্ৰ তাৰকা জাতীয় নাৰীৰ সৈতে মেল মাৰি, তৰ্কা-তৰ্কি কৰি থকা দৃশ্যটো দেখুৱায়। এওঁলোক ক'ৰবাৰ পৰা আহি, গোবৰ্দ্ধন শইকীয়া মাজ ৰাতি শুই থকা অৱস্থাত, দুৱাৰ খুলি, শইকীয়াৰ ড্ৰইং ৰুমত বহি মেল মাৰি থকা, শইকীয়াৰ কোনো চিনাকি বা আত্মীয় নহয়। এওঁলোক আটাইবোৰেই ব্ৰহ্মা গোবৰ্দ্ধন শইকীয়াই সৃষ্টি কৰা চৰিত্ৰৰ কায়িক প্ৰকাশ, ব্ৰহ্মাৰ ড্ৰইং ৰুমত। এওঁলোক ওলাই আহিছে

শইকীয়াৰ বিৰুদ্ধে, তেওঁলোকৰ অভিযোগ উত্থাপন কৰিবলৈ ইমান দিনে মনত পুহি ৰখা খং, ঘৃণা, বিতৃষ্ণাৰে ভৰা মন একোটা লৈ স্ৰষ্টা শইকীয়াৰ ওপৰত প্ৰতিশোধ লবলৈ।

এই সভাখনৰ উদ্দেশ্যৰ কথা কওঁতে এজনে এনেকৈ কয় ঃ

– 'সমবেত ৰাইজ, আজি সুবিধা বুজি আমি সকলোৱে কায়া গ্ৰহণ কৰি, কিতাপ আলোচনীৰ পাতৰ পৰা নামি আহিছোঁ। এটা বিশেষ উদ্দেশ্যৰে আৰু সেই উদ্দেশ্য হ'ল – আমাক সৃষ্টি কৰাৰ অধিকাৰ শইকীয়াৰ আছে নে নাই তাক পৰীক্ষা কৰিবলৈ।'

ব্ৰহ্মা গোবৰ্দ্ধন শইকীয়াই সৃষ্টি কৰা স্বামী শ্ৰীকৃষ্ণকান্ত মহাৰাজে তেওঁৰ অভিযোগ উৎথাপন কৰি কয় যে শইকীয়াই সদায় মদ খাই টং হৈ তেওঁৰ বিছনাত আৰামত শুই থাকে আৰু তেওঁক অৰ্থাৎ কৃষ্ণকান্ত স্বামীক সেই বিধৰ পৰা নিষ্ঠুৰভাৱে বঞ্চিত কৰি, তেওঁক তেওঁৰ ইচ্ছাৰ বিৰুদ্ধে গেৰুৱা বসন পিন্ধোৱাই স্বামীৰূপে সৃষ্টি কৰিছে। কৃষ্ণকান্ত স্বামীয়ে আৰু কয় যে সন্ন্যাস ধৰ্মৰ প্ৰতি তেওঁৰ কোনো আকৰ্ষণ নাই – আছে পঞ্চ – 'ম'কাৰৰ প্ৰতিহে। পিচৰ গৰাকী বক্তা আছিল নীহাৰিকা দেৱী। নীহাৰিকাৰ অভিযোগ আছিল কিয় ভগৱান গোবৰ্দ্ধন শইকীয়াই তেওঁক ওৰে জীৱন জীয়াতু ভোগোৱাই শেষত নিৰ্মমভাৱে হত্যা কৰোৱালে? নীহাৰিকাই ভাষণ প্ৰসংগত তীব্ৰ ক্ষোভ আৰু উত্তেজনাৰে কয যে যি জন শইকীয়াই আঙ্গুত নিমখ কম হোৱা কাৰণে তেওঁৰ নিজ পত্নীক ঢেঁকী-থোৰাৰে মৰিয়াব পাৰে সেই সৃষ্টিকৰ্তা শইকীয়াৰ 'নাৰী-দৰদী ৰোমাণ্টিক হৃদয় ক'লৈ গৈছিল' তেওঁক হত্যা কৰা সময়ত? জুলিয়েট ৰূপী অপৰূপা শইকীয়ানীৰ পৃষ্ঠদেশত ঢেঁকীথোৰাৰে আঘাত নকৰি, তৰোৱালেৰে আঘাত কৰা হলেও এটা কথা আছিল। কিন্তু, শইকীয়াই কৰিছে এক সম্পূৰ্ণ ৰোমান্স বৰ্জিত কাৰ্য্য ঢেঁকীথোৰাৰ আঘাত। অসহ্য। অসহ্য।

কেটেঙ মেটেঙ চেহেৰাৰ, বসনত ধুতি পঞ্জাবী আৰু ভৰিত ফটা ছেণ্ডেল পিন্ধা এজন যুবকৰ আক্ষেপ – কিয় শইকীয়াই তেওঁক মাৰ্ক্সবাদী কৰি সৃষ্টি কৰিছিল – কিয় ইমান বেয়া চেহেৰা দি তেওঁক সৃষ্টি কৰিছিল – যি কাৰণত তেওঁৰ ভৰ যৌৱনতো কোনো যুৱতীয়ে তেওঁৰ প্ৰতি ভুলতো কটাক্ষপাত নকৰে। তেওঁৰ মনোবেদনাৰ কথা শইকীয়াই কেতিয়াবা ভাবি চাইছেনে? এনেকৈ বিভিন্ন বক্তাৰ ভাষণ আৰু আলোচনাৰ পিচত নায়িকা নীহাৰিকা দেৱীৰ প্ৰস্তাৱ সৰ্বসন্মতি ক্ৰমে গ্ৰহণ কৰি শইকীয়াক তেওঁৰ অমৃতস্য পুত্ৰ-পুত্ৰীসকলে তুলি লৈ ব্ৰহ্মপুত্ৰত বিসৰ্জন দিয়াৰ লগে লগেই গল্পৰ সমাপ্তি আৰু শীৰ্ষবিন্দুত শইকীয়াই সাৰ পাই দেখে যে তেওঁ তেওঁৰ ঘৰৰ দাঁতিৰ নৰ্দমাটোত পৰি আছে।

'সম্ভাব্য শ্বহীদ' 'সান্নিপাতিক বিকাৰ', 'তিনিটা ভুল', 'ভোট বিভ্ৰাট', 'শুভাকাংক্ষী', 'মৰা কাউৰী' এই আটাইকেউটা গল্পৰ মাধ্যমেৰে বিজয়শংকৰে বিগত দুটা দশকৰ আমাৰ সামাজিক ৰাজনৈতিক জীৱনৰ অস্থিৰতা আৰু সংঘাতৰ একো

একোটা দিশৰ ওপৰত তেওঁৰ ক্ষোভ, বিদ্বেষ, বিদ্রূপ, ঘৃণা, অৱজ্ঞা, আৰু বিতৃষ্ণাৰ নানা ৰঙী আলোকপাত কৰি পাঠকৰ মনোজগতত সাংঘাতিক ধৰণৰ আলোড়ণ সৃষ্টি কৰিছে হাস্য, ব্যঙ্গ, শ্লেষ, বক্রোক্তিৰ মাধ্যমৰ চলন্ত বিৱৰণীৰে।

– "আত্মাৰাম শৰ্মা এক মহা বিপদৰ সন্মুখীন হৈছে।" এই সহৃদয়তা আৰু অন্তৰংগতাৰ সুৰেৰে বিজয় শংকৰে আৰম্ভ কৰিছে 'দেশপ্রেমিক' আত্মাৰাম শৰ্মাৰ আত্মাৰ কৰুণ ক্রন্দনৰ কাহিনী। এয়া শুনক ঃ

– 'ৰাজ্যৰ ছত্রধাৰী দলৰ শিৱদ'লৰ দৰে গজগজীয়া মন্ত্রী আত্মাৰাম শৰ্মাই তেওঁৰ দৰ্শন প্রার্থীসকলৰ মুখবোৰ 'হাই-পাৱাৰ'ৰ চছমাৰ মাজেদি নিৰীক্ষণ কৰে। প্রতিজন ব্যক্তিকেই নিৰীক্ষণ কৰে। প্রতিজন ব্যক্তিয়েই শৰ্মাৰ কাৰণে একোটা অনুসন্ধানযোগ্য নমুনা, যেন – প্রাচীন ভাস্কর্য্যৰ পাঠোদ্ধাৰৰ চেষ্টাত ব্যস্ত পণ্ডিতৰ দৰে তেওঁ মানুহৰ দাঁতৰ ফাঁক, নাকৰ বিন্ধা, চকুৰ পিৰিকতিৰ পৰা কিবা ৰহস্য উদ্‌ঘাটন কৰিব – তেওঁক দেখা কৰিবলৈ অহা প্রতিজনেই হয়তো তেওঁক পৃথিৱীৰ চৰম ফাঁকিটো দিয়ে – নহয় পৰম সত্যটো কয়।'

আত্মাৰাম শৰ্মাৰ এই মনোবেদনাৰ মূলতে ভোট যুদ্ধত তেওঁ পঞ্চাছ হাজাৰৰ ঠাইত মাত্র দুটা ভোট পোৱাৰ হিয়াভঙা কৰুণ কাহিনী। তেওঁৰ পৰা নির্বাচনী বৈতৰণী পাৰ কৰোৱাৰ দৃঢ় সংকল্প লৈ তেওঁৰ অগণন হিতৈষীৰ অক্লান্ত পৰিশ্ৰমৰ বিনিময়ত শৰ্মাই পালে মাত্র দুটা ভোট। এটা শৰ্মাৰ নিজৰ। আনটো কাৰ? এই পৰম সত্য উদ্‌ঘাটিত হয় যেতিয়া তেওঁৰ ড্রাইভাৰে তেওঁ অনিশ্চয়তা আৰু সন্দেহৰ মহাসাগৰত ডুবোঁ-ডুবোঁ অৱস্থাত আছিল আৰু তেওঁক কৈছিল ঃ

– 'দেউতা, আপোনাৰ হৈ ভোটটো দিওঁতে মোৰ বুকু ধান বনাদি বানিছিল'

– 'চালা, তয়ো ভোট দিছিলিনে মোৰ কাৰণে?'

– 'হয়, দেউতা দিছিলোঁ।'

এই বুলি ড্রাইভাৰে তাক কেনেকৈ ভোট-কেন্দ্ৰৰ বিষয়াজনে হাত বাউল দি মাতি কৈছিল ঃ

– 'তোৰ ভোটটো পেলাহি। তোৰ নাম কি?'

– 'মোন নাম ভোগৰাম কলিতা।'

– 'নহয়। তোৰ নাম একেশ্বৰ বৰুৱা বুজিছ। ভোট দেহি।'

এই গল্পটোত আমাৰ তথাকথিত গণতান্ত্রিক নির্বাচনৰ প্রকৃত ৰূপটো অতি নির্দয়ভাৱে বিজয় শংকৰে আমাৰ চকুৰ আগত দাঙি ধৰিছে।

'নেজাল অৱতাৰ' গল্পটোৰ আৰম্ভণি অতি আচৰিত আৰু চুম্বক ঃ

"সত্যৰ সন্ধান পালে দৰ্জীয়ে।" দৰ্জীৰ সত্যৰ সন্ধান? ই আকৌ কেনেধৰণৰ? সত্যৰ অনুসন্ধান? মহাত্মা গান্ধীৰ, মহৰ্ষি বিশ্বামিত্ৰৰ? নে মহৰ্ষি

অগনজ্যৰ? দৰ্জীয়ে তপস্যাত বহাৰ কথা বৈদিক, ৰামায়ণ মহাভাৰতীয় যুগৰ পৰা ১৯৯১ চনলৈকে পৃথিৱীৰ কোনো ঠাইত কোনেও কেতিয়াও শুনা নাই। কিন্তু, ভয় নাখাব। আপোনাক এই সত্য অন্বেষণৰ কাহিনী শুনাইছে বিজয় শংকৰে :

— 'মন্ত্ৰীৰ পাৰ্চনেল এচিচ্‌টেণ্টে (পি-এই) মন্ত্ৰীৰ নিজা গাড়ীৰে দৰ্জীৰ ঘৰলৈ দৰ্জীক গাড়ীত তুলি লৈ বাওনা হ'ল। দৰ্জীৰ ঘৈণীয়েকে সোত-সোতাই কান্দিলে। ল'ৰা-ছোৱালী কেইটাই বাউচি জুৰিলে। দৰ্জীৰ চকু আতংকত বিস্ফুৰিত হ'ল — চিপাহী-চন্তৰীৰে ভৰা প্ৰকাণ্ড দেৱাল, বাৰ্বদ বায়াৰেৰে ঘেৰা দুৰ্গৰ পৰা নিমন্ত্ৰণ ভালৰ লক্ষণ নহয় — মন্ত্ৰীৰ প্ৰাসাদৰ এটা কোঠাত দৰ্জীক সুমুৱাই দুৱাৰ বন্ধ কৰি দিয়া হ'ল আৰু এটা সময়ত বেঙেমুতা গৰুৰ দৰে কঁপি থকা দৰ্জীৰ সন্মুখত আবিৰ্ভাব হ'ল মন্ত্ৰীৰ।'

তাৰ পিচত মন্ত্ৰীৰ আদেশমতে মন্ত্ৰীৰ পেণ্টৰ জোখ লোৱাৰ সময়ত দৰ্জীয়ে আতংকত প্ৰশ্ন কৰে — "ছাৰ। পাচফালে গোটাকৈ এইডাল কি?"

— মন্ত্ৰীৰ উত্তৰ, "নেজ।"

গল্পটোৰ পিচৰ বিবৰ্দ্ধনত বিজয়শংকৰে পাঠকৰ উৎকণ্ঠাক তেওঁৰ অনন্য ভাষাৰ চাতুৰ্যৰে লৈ গৈ শীৰ্ষত উপনীত কৰাইছে, যেতিয়া মন্ত্ৰীয়ে সগৰ্বে ঘোষণা কৰে হাজাৰ হাজাৰ মাৰোৱাৰী হাজাৰ হাজাৰ উত্তৰপ্ৰদেশীয় আৰু হাজাৰ হাজাৰ বিহাৰী ৰামভক্তৰ সন্মুখত।

— 'মই কলিযুগৰ হনুমান। জয় সীতাৰাম' আৰু তাৰ পিচত কাষতে থকা এথোক কল চপাই লৈ বখলিয়াই বখলিয়াই গলাধঃকৰণ কৰে।

বিজয়শংকৰে 'সান্নিপাতিক বিকাৰ' গল্পটো আৰম্ভ কৰিছে অতি অন্তৰঙ্গতাৰ সুৰত :

— 'বুজিছে বৰুৱা, দেশে আপোনাক বিচাৰিছে। এই সময়ত আপুনি দেশৰ জনতাক হতাশ নকৰিব।' এইখিনি কথা বৰুৱাক কৈছে কেইজনমান ভূতপূৰ্ব এম. এল. এ আৰু মন্ত্ৰীয়ে বৰুৱাক দললৈ নিবলৈ। টোপ নতুন দলৰ মুখ্যমন্ত্ৰিত্ব। সাম্প্ৰতিক কালৰ দল বাগৰাৰ আয়াৰাম-গয়াৰামৰ ৰাজনীতি, গল্পৰ প্ৰজাপাৰ্টী, লোক সেৱা পাটী, 'জন-গণ-মন পাৰ্টী'ত আপুনি আমাৰ দেশৰ ৰাজনৈতিক জগতৰ ভণ্ড তপস্বীসকলৰ মুখকেইখন দেখাত আপোনাৰ একো অসুবিধা নহ'ব। ইয়াত বিজয় শংকৰে 'বিদ্ৰূপ-ঘৃণা-বিৰক্তি-অৱজ্ঞা-উপহাস-নিন্দা'ৰ অপূৰ্ব 'কক্‌টেল' বনাই দল বাগৰা ভণ্ড নেতাসকলৰ মুখাবোৰ অতি নিষ্ঠুৰ আৰু নিৰ্দয়ভাৱে খুলি দিছে আৰু গল্পটো শীৰ্ষ বিন্দুলৈ নি এনেদৰে সমাপ্তি ঘটাইছে।

— 'বৰ্তমান দুটা জনৰৱ বৰ মুখৰ। প্ৰথমটো হ'ল — 'লোক সেৱা' আৰু 'প্ৰজাপাৰ্টী'ৰ বহু এম. এল. এই নিজ নিজ দল ত্যাগ কৰি 'জন-গণ-মন' দলত যোগ দিয়াৰ সিদ্ধান্ত লৈছে।

— দ্বিতীয়টো হ'ল — প্ৰজাপাৰ্টীত মুখ্যমন্ত্ৰীৰ পদ পালে বৰুৱাই 'লোক

সেৱা' চৰকাৰৰ বিৰুদ্ধে অনাস্থা প্ৰস্তাৱ আনি চৰকাৰ ভাঙি নিজেই মন্ত্ৰীসভা গঠন কৰিব' বা 'লোক-সেৱা' দলত উপযুক্ত মন্ত্ৰীপদ পালে, অনাস্থা প্ৰস্তাৱো নানে, 'জন-গণ-মন' দলো গঠন নকৰে।' (সান্নিপাতিক বিকাৰ)। 'দিগম্বৰ পৰ্ব' গল্পটোত বিজয় শংকৰে সচৰাচৰে আমাৰ দেশৰ নেতা কিছুমানৰ কলিকতা-দিল্লী-বম্বে'ৰ দৰে ঠাইত হোৱা অভিজ্ঞতাৰ এটি সুন্দৰ বিৱৰণী দাঙি ধৰিছে। এই গল্পটোত কোনো এটা বছৰৰ 'নিউ-য়েৰ্চ-দে' পালন কৰিবলৈ যাওঁতে জননেতা দিগম্বৰ চলিহাৰ কীৰ্তি বখানিছে – অতি নিখুঁতভাৱে য'ত অতিৰঞ্জনৰ লেশ মানো প্ৰলেপ নাই। এনেধৰণৰ গল্পৰ দ্বাৰা বিজয় শংকৰে ৰাজনীতিৰ ব্যৱসায় কৰা ভণ্ড নেতাসকলক ৰেপি ৰেপি কাটি, তাত নিমখ ছটিয়াইছে আৰু চোক বঢ়াবলৈ অকমাণ নেমু জোলো পেলাই নেতাসকলক নচুৱাই, নাণ্ঠ কৰাই হায়ৌ-বিয়ৌ কৰোৱাই ৰং চাইছে আৰু সেই ৰঙ আৰু আনন্দৰ ভাগ তেওঁৰ সহস্ৰ পাঠককো দিছে। হৱেছ বালপলে যেনেকৈ এসময়ত তেওঁলোকৰ দেশত জনাধন চুইফটক গালি পাৰিছিল; দিগম্বৰ চলিহা, আত্মাৰাম শৰ্মা আৰু বকৰাৰ দৰে তথাকথিত ৰাইজৰ সেৱকসকলে বিজয় শংকৰক গুৱাল-গালি দি ক'লেহেঁতেন :

– 'বিজয় শংকৰ শৰ্মা এটা জংঘলী জানোৱাৰ। সি সমগ্ৰ মানৱ জাতিকে চিন্তাৰ টোপ দি ভাবিবলৈ বাধ্য কৰাইছে – তাৰ গোৱাৰামি, গৰ্ব আৰু উচ্চাকাংক্ষা পূৰণ নোহোৱাৰ কাৰণে সি জহান্নামে য'ক।'

বিজয় শংকৰৰ গল্পৰ দৰে নিৰ্ভীক বিৱৰণী দাঙি দৰা সত্যাশ্ৰয়ী সাংবাদিক বহুকেইজনক এতিয়াও আমি গুৱাহাটীৰ বাটে ঘাটে লগ পাই থাকোঁ। উপৰোক্ত গল্পটোৰ দ্বিতীয় পেৰাগ্ৰাফত আজিৰ কলিকতাৰ নাইট-ক্লাবৰ পৰিবেশৰ সুন্দৰ সৃষ্টি কৰি দেখুৱাইছে। দিগম্বৰ কলিতা জাতীয়, অ-মন্ত্ৰী জাতীয় সত্তাধাৰী পাটী দালালৰ কুৎচ আৰু কদাকাৰ মুখখন সকলোৱে ভালকৈ দেখিব পৰাকৈ আৰু চিনি ল'ব পৰাকৈ পাঠকৰ আগত দেখুৱাব পৰাটো গল্পকাৰৰ কাৰণে কম কৃতিত্বৰ কথা নহয়। এনেধৰণৰ দালালৰ বিদ্যা-বুদ্ধি, শিক্ষা-দীক্ষাৰ ওপৰত বাৰৰ 'ফকাটিং এপাৰেটাচ'ৰ পোহৰ অতি নিৰ্ভীকভাৱে পেলোৱাইছে বিজয় শংকৰে এনেকৈ :

"কাবেৰীটো কেতিয়া ওলাবহে সদা?"

– "ছাৰ।"

– "কাবেৰী, কাবেৰীহে। আজি ৰাতিৰ যে নাচৰ –"

– "অ' ছাৰে 'কেবাৰে'ৰ কথা কৈছে।"

'মৰা কাউৰী' গল্পটো বিজয় শংকৰৰ এটা স্মৰণীয় সৃষ্টি। এই গল্পটো 'খাণ্ডৱ-দাহ'ৰ দৰে উৎকণ্ঠাৰ জাগৃতি, ক্ষিপ্ৰ অগ্ৰগতি আৰু শীৰ্ষ বিন্দুত অভাৱনীয় সমাপ্তিৰে আমাৰ সাহিত্যৰ হাস্য-ৰসাত্মক গল্পৰ এক অপূৰ্ব নিদৰ্শন। এটা মৰা কাউৰীৰ পৰা গৈ একেবাৰে 'শ্বহীদ প্ৰাণধন ফুকন স্মৃতি সংৰক্ষণী সমিতি গঠন'ৰ শীৰ্ষ বিন্দুলৈকে এক অপ্ৰত্যাশিত, অভাৱনীয় পৰিস্থিতিৰ সৃষ্টি

কৰি বিজয় শংকৰে আমাক হঁহুৱাই ভাগৰাই দিছে। লগতে তেওঁৰ ব্যঙ্গ-বিদ্রূপ-বক্রোক্তিৰ ক্ষুৰধাৰ শব্দৰ অস্ত্ৰেৰে বৰ্তমান সমাজখনকে অতি নিৰ্মম আৰু নিষ্ঠুৰ ভাবে বখলা বখল কৰি, টুকুৰা টুকুৰ কৰি কাটি – বৰ্তমানৰ পৰিস্থিতিৰ পৰিণতি সম্পৰ্কে জনতাক সতৰ্ক বাণী শুনাইছে। গল্পটোৰ নামকৰণত লক্ষীনাথ ফুকনৰ 'ওফাইদাং' জাতীয় প্ৰভাব দেখিছোঁ ঃ বিষ্ণুকিংকৰ হাতীবৰুৱা, ধৰণীধৰ ভাণ্ডাৰ কায়স্থ, ধন্যপ্ৰাণ কাকতি' ইত্যাদি। মৰা কাউৰীৰ ওপৰত 'ভলুকাৰ' দখলীস্বত্ব সাব্যস্তকৰণ, নতুন চামৰ 'ডেকা কুকুৰটোৱে 'ভলুকা'ক কেপিটেলিষ্ট বুলি গালি পৰা, এম্বেছেদৰ গাড়ীৰ দুৰ্ঘটনা, তাৰ পিছত উগ্ৰ অসমীয়া জাতীয়তাবাদৰ আকস্মিক জাগৰণ, প্ৰাণধন ফুকনৰ নেতৃত্বত পাণবজাৰ থানালৈ প্ৰাণধনৰ ছেণ্ডেল নিক্ষেপ, "গাঁতৰ পৰা ওলোৱা পহুৱাৰ দৰে এজাক ৰঙাটুপী থানাৰ পৰা ওলাই জনতাৰ ফালে আগবঢ়া" ৰঙাটুপীৰ পলায়ন, শিলগুটি, ইটা দলিৰ বৰ্ষণ, আৰু সৰ্ব শেষত "গুৱাহাটী"ত পুলিচ আৰু জনতাৰ সংঘৰ্ষত এজনৰ মৃত্যু, ৬০ জন আহত" – এইখন চিত্ৰ আজিৰ অসম কিয়, সমগ্ৰ ভাৰতৰে প্ৰত্যেকখন নগৰৰ পৰিস্থিতি, পৰিবেশ আৰু সংঘাতপূৰ্ণ বৈচিত্ৰ্যৰ সৈতে সুন্দৰকৈ খাপখোৱা চিত্ৰ। ক'ত এটা মৰা কাউৰী আৰু ক'ত হঠাতে সৃষ্টি হোৱা অসমৰ উদীয়মান' সমাজকৰ্মী' প্ৰাণধনৰ বিয়োগত শোকাভিভূত সমগ্ৰ অসম।

বিজয় শংকৰে তেওঁৰ তিৰ্য্যক ব্যঙ্গ, বিদ্রূপাত্মক আক্ৰমণেৰে অসমৰ ৰাজধানী ছিলঙত থাকোতে, তেতিয়া তাত থকা ওখ খাপৰ অসমীয়া চাকৰিয়ালসকলৰ চাহাব হোৱাৰ দুৰ্বাসনা, তেওঁলোকৰ অসমীয়া ভাষা আৰু অসমীয়া গাঁৱলীয়া ৰীতি-নীতিৰ প্ৰতি থকা অৱজ্ঞাসূচক মানসিকতাক অতি নিৰ্মম-ভাৱে আঘাত কৰিছে – তেওঁৰ আন এটা স্মৰণীয় গল্প 'বিষণ্ণ ব্ৰেকফাষ্ট'ৰ যোগেদি। 'কোনেও নুবুজে' এজন সাহিত্যসেবীৰ অক্লান্ত সাহিত্য সাধনৰ কথা কৈছে। 'প্লেগ' গল্পটোৰ আৰম্ভণিটোৰেই বিজয় শংকৰে পাঠকক হেম শৰ্মা, বীৰেণ বৰকটকীৰ দৰে আপোন কৰি লৈছে।

– "সেই দিনা ফাঁচী বজাৰৰ মাজেদি বিস্ত্ৰাত উঠি ভ্ৰমণ কৰিছিলোঁ।" আৰম্ভণিতেই পাঠকৰ হাঁহি উঠে। হেৰৌ, গুৱাহাটীৰ ফাঁচীবজাৰত কোন গজমূৰ্খই বিস্ত্ৰাত ভ্ৰমণ কৰে?

'প্লেগ' গল্পটোৰ বচনভঙ্গী মুজতুবা আলিয়ে 'দেশে-বিদেশে'ত কথা কোৱাৰ ধৰণৰ। ফাঁচীবজাৰৰ বৰ্ণনাৰ ৰীতিয়ে 'যাযাবৰ'ৰ দিল্লীৰ কিছুমান অঞ্চল, কলিকতাৰ কিছুমান অঞ্চলৰ কথা ফ্লাছবেক হৈ আহি মোৰ মনচকুৰ আগত পেলাই দিয়েহি। গল্পটোত থকা কিছুমান মন্তব্যই আপোনাক আমোদ দিবই।

"গুৱাহাটী জাবৰৰ অন্নপূৰ্ণাৰ গৌৰীশংকৰ"।

"ৰ'দৰ তাপত আলকতৰা গলি গাড়ীৰ চকাৰ দাগ বহি ঘঁৰিয়ালৰ ছালৰ দৰে সীৰলু বান্ধি খহতা হোৱা পথ।" অশোক-লীলেন জাতীয় ট্ৰাকবোৰ বৈ থক

অৱস্থাত "যেন কুৰুক্ষেত্ৰৰ যুদ্ধত মৰা একোটাইত ঘটোৎকচৰ মৃত-দেহ।" গুৱাহাটীৰ প্লেগভীতিৰ ছবিৰ বৰ্ণনা কৰোঁতে বিজয় শংকৰে মৰা নিগনি চাবলৈ অহা উৎসুক জনতাৰ কোনোবা এজনৰ 'ডেম'ক্ৰেটিক ৰাইট'ৰ ধ্বনি দি কৰাৰ আস্ফালনে আমাৰ মানুহৰ ৰাজনৈতিক চিন্তাৰ দৈন্য প্ৰকট কৰি দেখুৱাইছে। আমাৰ চৰকাৰৰ মেডিকেল কলেজ সম্পৰ্কে বিজয় শংকৰে যি উক্তি কৰিছে সেয়া আমাৰ সকলোৰে মনৰ কথা :

"গুৱাহাটীৰ মেডিকেললৈ নিলে হৈছে আৰু — সিপাৰলৈ যোৱা 'ভিছা', 'পাছপোৰ্ট' অনতিপলমেই যোগাৰ কৰা হয়।"

এই গল্পটোৰ যি দুখন মিটিঙত বিজয় শংকৰে সাংবাদিকৰ ভূমিকা পালন কৰিবলৈ গৈছিল — সেই বিবৰণীত এজন নিৰ্ভীক সাংবাদিকৰ জীৱনৰ প্ৰতিচ্ছবি অতি নিখুঁতভাৱে ফুটি উঠিছে। বিজয় শংকৰে আমাক ৰাজনীতিজ্ঞসকলৰ ভণ্ডামিৰ মুখ নিষ্ঠুৰভাৱে খুলি দিছে। প্ৰধান বক্তাৰ বক্তব্যৰ মূল উদ্দেশ্য জনতা দৰদীৰ ভাষণৰ শেহতহে ওলাইছে : — "এই প্লেগ ৰাইজ কিয় হবলৈ পাইছে জানেনে? — ইয়াৰ বাবে দায়ী কোন? — গুৱাহাটী মিউনিচিপেলটি আৰু আপোনালোকৰ দ্বাৰা নিৰ্বাচিত এম. এল. এ. কেইজন — ৰাইজসকল, মই আজি এই সভাত সৰ্বসমক্ষে ভগৱানৰ নামত শপত গ্ৰহণ কৰি কৈছোঁ — এইবাৰ মোক নিৰ্বাচিত কৰি জিকিবলৈ দিয়ক (নিৰ্বাচনলৈ ১ মাহ বাকী) মই গুৱাহাটীক এৰাতিৰ ভিতৰতে ৰূপ কথাৰ নগৰীলৈ ৰূপান্তৰিত কৰিম —"

জজ পথাৰৰ ২য়খন সভাত বিজয় শংকৰে বাম পন্থীসকলৰ মুখা খুলি দিছে অতি নিৰ্দয়ভাৱে। গল্পটোৰ শেষত অতি নিৰ্মমভাৱে চৰকাৰৰ আন্তৰিকতা বিহীন চিৰাচৰিত প্ৰথাৰ ৰাইজক প্ৰৱঞ্চনা কৰি অহা বুদ্ধিখিনিৰ স্বৰূপ উদঙাই দিছে। চৰকাৰৰ 'প্লেগ অনুসন্ধান সমিতি' 'মুষিক পিয়ল আৰু নিধন পৰিকল্পনা বিষয়া'ৰ নিযুক্তি, 'নৰ্দমা পৰিষ্কাৰ আৰু আৱৰ্জনা পৰিষ্কাৰ বিষয়া'ৰ নিযুক্তিৰ কথা কৈ।

বিজয় শংকৰে ১৯৭৩ চনতে লিখা এই গল্পটোৰ উপলব্ধি আৰু অন্তৰ্নিহিত বাণীৰ আৱশ্যকতা এতিয়া ১৯৯৪ চনত নতুনকৈ মূল্যায়ন কৰাৰ সময় শেষ হৈ যোৱা নাই।

আসন্ন নিৰ্বাচনৰ পৰিপ্ৰেক্ষিতত বিজয় শংকৰৰ গল্পবোৰত থকা আমাৰ সমাজৰ দোষ-ত্ৰুটিবোৰ আকৌ নতুন চকুৰে চোৱাৰ সময় হ'ল। বিজয় শংকৰ ৰূপী সাংবাদিকক গুৱালগালি দিবলৈ আমাৰ জননেতাসকলৰ মাজত হাজাৰ হাজাৰজন হৰেছ্ ৱালপল ওলাবই। তাত সন্দেহ নাই। কিন্তু আমাৰ জনজীৱনৰ বিজয় শংকৰৰূপী জনাথন চুইফটবোৰ মৰি শেষ হৈ যোৱা নাই।



ডঃ পদ্মপাণি

| | |
|---|---|
| জন্ম – | ১৩ ফেব্ৰুৱাৰী, ১৯৪৮ চন, যোৰহাট (কৰঙা)। |
| স্কুলীয়া শিক্ষা – | যোৰহাট চৰকাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয় (১৯৬৬)। |
| কলেজ – | কটন কলেজ (১৯৬৯)। |
| বিশ্ববিদ্যালয় – | গুৱাহাটী বিশ্ববিদ্যালয় (পদাৰ্থ বিজ্ঞানত, ১৯৭৩)। |
| ডক্টৰেট – | যাদৱপুৰ বিশ্ববিদ্যালয়ৰ পৰা ১৯৭৯ চনত (ফৰেনচিক বিজ্ঞানত)। |
| গৱেষণাৰ বিষয় – | Wound Ballistics of Improvised firearms. |
| চাকৰি – | অসম ফৰেনচিক বিজ্ঞানাগাৰত জ্যেষ্ঠ বৈজ্ঞানিক বিষয়া হিচাপে যোগদান কৰি এতিয়া সহকাৰী সঞ্চালক। |
| প্ৰকাশ পোৱা কিতাপ – | ফিংগাৰপ্ৰিন্ট (১৯৮১), ফৰেনচিক মেডিচিনৰ কাহিনী (১৯৮৪), ঔষধ, চিকিৎসক আৰু গিনিপিগৰূপী আমি (১৯৮৭), ফৰেনচিক বিজ্ঞান আৰু কেইটামান নৃশংস হত্যাকাণ্ড (১৯৯০), ধূমপান আৰু সুৰাপান (১৯৯১), চেগুণ পুলি ৰুব কোনে (১৯৯১), হাৰ্টিক (১৯৯২)। |

# উপন্যাসত বিজ্ঞানৰ বতৰা দি ড° পদ্মপাণি

কিছুদিনৰ আগতে পদ্মপাণিয়ে মোক তেওঁৰ সৰু সৰু ল'ৰা-ছোৱালীৰ কাৰণে লিখা বিজ্ঞানভিত্তিক উপন্যাস 'হাৰ্টিক'ৰ কপি এটা দিছিলহি। ইতিমধ্যে তেওঁ 'ফৰেনচিক' বিজ্ঞানৰ বিভিন্ন বিষয়ৰ কিতাপৰ উপৰিও 'ঔষধ, চিকিৎসক আৰু গিনিপিগৰূপী আমি', 'ধূমপান আৰু সুৰাপান' 'চেগুন পুলি ৰুব কোনে' আদি মূল্যবান আৰু চিন্তা উদ্রেককাৰী পুথি ৰচনা কৰিছে, কাৰো পৰা কোনো ধৰণৰ প্ৰশংসা বা স্বীকৃতি আশা নকৰাকৈয়ে। অৱশ্যে যিখন দেশত ৰাজনৈতিক স্বাৰ্থতহে স্বীকৃতি প্ৰদান কৰা হয় সেইখন দেশত পদ্মপাণিৰ দৰে ব্যক্তি উপেক্ষিত হোৱাটোৱেই স্বাভাৱিক।

কিতাপখন হাতত লৈয়েই কিতাপখনৰ নামটো লৈ মোৰ মনত কিছু দ্বিধাৰ ভাব সঞ্চাৰ হৈছিল। কাৰণ 'হাৰ্টিক' এই শব্দটো মই অসমীয়া, বঙলা, হিন্দী বা ইংৰাজী কোনো ভাষাতেই পোৱা নাছিলো। কিন্তু, কিতাপখনৰ প্ৰথম পাতটিত চকু ফুৰায়েই মই বুজিলোঁ, 'হাৰ্টিক' কিশোৰ-কিশোৰীৰ বাবে লিখা এখন বিজ্ঞানভিত্তিক উপন্যাস।

যোৱা দশককেইটাত নৱকান্ত বৰুৱাৰ 'মাখনৰ কুকুৰা পোৱালি', 'শিয়ালী পালেগৈ ৰতনপুৰ,' 'আখৰাৰ জখলা', সুমিত্ৰা গোস্বামীৰ 'সপোন কোঁৱৰৰ যাদু', 'সপোনৰ দেশত ৰুবুল', 'অকণিৰ গুৰু শংকৰ', শশী বৰুৱাৰ 'ৰজাঘৰীয়া খেল' আদি কেইবাখনো অনুপম গ্ৰন্থই আমাৰ শিশু সাহিত্যৰ ভঁৰাল চহকী কৰিছে। কিন্তু কিশোৰ-কিশোৰীৰ বাবে আমাৰ সাহিত্যত কিতাপ প্ৰায় নাই বুলিবই পাৰি। অৱশ্যে ইয়াৰ বাবে আমি নিজেই দায়ী। এই বিষয়ত আজি কেই সপ্তাহমানৰ আগতে 'সূত্ৰধাৰ'ত পঢ়া ভাৰতী বৰুৱাৰ কথাখিনিৰ লগত মই একমত। এনে ধৰণৰ গ্ৰন্থ ৰচনাৰ ক্ষেত্ৰত ডঃ বিজয়কৃষ্ণ দেৱশৰ্মা, বন্দিতা ফুকন আৰু ডঃ দীনেশ গোস্বামীৰ নাম ল'ব পাৰি। ডঃ দেৱশৰ্মাৰ 'সূৰ্য্যৰ সোণালী আপেল', 'স্বপ্ন' আৰু বিজ্ঞানভিত্তিক গল্পগুচ্ছ', ডঃ দীনেশ গোস্বামীৰ 'এজাক জোনাকৰ জিলিকনি', বন্দিতা ফুকনৰ 'সিহঁতে খেলিছিল', এনে ধৰণৰ উল্লেখযোগ্য গ্ৰন্থৰ উপৰিও কিশোৰ-কিশোৰীৰ বাবে 'মৌচাক', 'সফুৰা', জ্ঞান-বিজ্ঞান' আদি আলোচনীও আমাৰ ভাষাত আছে। অৱশ্যে হোমেন বৰগোহাঞিৰ কিশোৰ' খনৰ অকাল মৃত্যু অতি দুৰ্ভাগ্যজনক।

'কিশোৰ'ৰ প্ৰস্তাৱনা সংখ্যাত হোমেন বৰগোহাঞিয়ে বৰ্তমান টি. ভি. ভি. চি. আৰ., ষ্টাৰ ট্ৰেকৰ দিনত আমাৰ উঠি অহা ল'ৰা-ছোৱালীবিলাকৰ বৌদ্ধিক

বিকাশৰ ক্ষেত্রত কিশোৰ-কিশোৰীৰ উপযোগী গ্রন্থ আৰু আলোচনীবিলাকে গ্রহণ কৰিব পৰা গুৰুত্বপূর্ণ ভূমিকাৰ বিষয়ে মন্তব্য কৰিছিল। প্রখ্যাত বুৰঞ্জীবিদ জি এম ট্রেভিলেয়নে (G.M. Trevelleyan) এবাৰ অতি সত্য কথা কৈছিল যে স্বাৰ্থহীন বৌদ্ধিক উৎসুকতাই হ'ল সভ্যতাৰ চালিকা শক্তি।

তাহানিৰ বেণুধৰ শৰ্মাৰ 'মঙ্গলতিৰ কণ্ঠমালা' আৰু 'ৰাংপতা', ডঃ মহেন্দ্র বৰাৰ দ্বাৰা অনূদিত 'ডন কুইস্কোট', 'গালিভাৰ্চ ট্রেভেলচ', সত্যেন্দ্র নাথ বৰকটকীৰ দ্বাৰা অনূদিত 'নেপোলিয়ন বোনাপাৰ্ট', 'চাৰ্লক হোম্চ' ইত্যাদি আৰু 'থ্রি মাচ্কেটিয়াৰ্চ', 'বৰ্ণ ফ্রি', 'কাউন্ট অব মন্টি ক্রিষ্ট', 'ৰবিন্চন ক্রুচ' আদি, প্রেমনাৰায়ণ দত্তৰ বিখ্যাত 'পা-ফু চিৰিজ', আৰু কুমুদেশ্বৰ বৰঠাকুৰৰ 'গোলাই চোৰ' চিৰিজলৈকে আমাৰ ভাষাত কেইখনমানহে কিশোৰ-কিশোৰীৰ বাবে এড্ভেঞ্চাৰপূর্ণ, বিজ্ঞানভিত্তিক কাহিনীৰ কিতাপ আছে।

বঙ্গদেশৰ মাণিক বন্দোপাধ্যায়ে এবাৰ মন্তব্য কৰিছিল যে আমাৰ কিশোৰ-কিশোৰী বা বয়স্কসকলৰ উপযোগী সাহিত্য সৃষ্টিৰ বাবে বিজ্ঞানৰ বহল পৃথিৱীৰ সদব্যৱহাৰ কৰিব পৰা নাই। মই বন্দোপাধ্যায়ৰ এই উক্তিৰ লগত একমত। মই ভাবোঁ বৰ্তমান ডঃ বিজয়কৃষ্ণ দেৱশৰ্মা, ডঃ দীনেশ গোস্বামী, ডঃ পদ্মপাণি আৰু বন্দিতা ফুকন এই বিষয়ত আমাৰ ভাষাত বাটকটীয়া। এওঁলোকৰ এইচ্. জি. ৱেলছ্ৰ 'Invisible Man' বা জৰ্জ অৰৱেলৰ 1984-ৰ দৰে কিশোৰ আৰু প্রাপ্তবয়স্ক উভয়কে আনন্দ দিব পৰা বিজ্ঞানভিত্তিক কাহিনী লিখিব পৰা প্রতিভা আছে।

স্কুলীয়া ছাত্র অৱস্থাত কুমুদেশ্বৰ বৰঠাকুৰৰ 'গোলাই চোৰ' আৰু 'জগত দাৰোগা' আৰু বঙলা ভাষাৰ বিখ্যাত মোহন চিৰিজৰ কাহিনীবিলাকে বেছ আকৃষ্ট কৰিছিল। পঞ্চাছৰ দশকত হঠাৎ প্রেমনাৰায়ণ দত্তৰ প্রায় একুৰি দুখন পাফু চিৰিজৰ কিতাপে ভুমুকি মাৰিলে। তাৰ পিছত যাঠিৰ দশকত ডঃ বিজয়কৃষ্ণ দেৱশৰ্মাই আৰম্ভ কৰা বিজ্ঞানভিত্তিক গল্পৰ ধাৰাটো পিছলৈ ডঃ দীনেশ গোস্বামী, ডঃ পদ্মপাণি আৰু বন্দিতা ফুকনে অব্যাহত ৰাখিছে।

দ্বিতীয় শতিকাত লুচিয়েন আৰু তেওঁৰ সাত দিন সাত ৰাতি জুৰি কৰা চন্দ্ৰ অভিযানৰ পৰা ষষ্ঠদশ শতিকাত কেপলাৰৰ 'Laws of Planetary Motion' ১৮১৮ চনত ডাৰউইনৰ 'The Man in tne Moon' আৰু আইজাক এচিমভৰ 'Frankenstein' লৈকে বিশ্ব সাহিত্যত বিজ্ঞানভিত্তিক কাহিনীৰ জন্ম আৰু বিকাশৰ এয়া কেইবা শতিকা জুৰি হোৱা দীঘলীয়া যাত্রা। অৱশ্যে বিজ্ঞানৰ সূত্রসমূহৰ ওপৰত ভিত্তি কৰি কাহিনী লিখা প্রথম ব্যক্তিজন হ'ল ফৰাচী সাহিত্যিক জুল ভাৰ্ণে। জুল ভাৰ্ণেৰ পিছতে পূর্ণ পৰ্য্যায়ৰ আৰু বসঘন বিজ্ঞানভিত্তিক কাহিনী ৰচনা কৰে এইচ্. জি. ৱেলছে। ৱেলছ্ৰ কাহিনীসমূহত ৰোমাঞ্চ, বিজ্ঞান আৰু কল্পনাৰ অপূর্ব সমন্বয় ঘটিছিল। তেওঁৰ

'Time Machine' আৰু 'The First Man in the moon' এই দুখন গ্ৰন্থৰ পৰা ভালদৰেই বুজিব পাৰি যে ৱেলছে তেওঁৰ বিজ্ঞানভিত্তিক কাহিনী বিলাকত প্ৰয়োগ কৰা শৈলীৰীতি ভাৰ্ণেৰ শৈলীৰীতিতকৈ বহুতো বেলেগ। ভাৰ্ণেই বিজ্ঞানৰ তত্ত্বৰ ওপৰত অধিক গুৰুত্ব দিছিল। অন্যহাতে ৱেলছৰ কলমত এইখিনি কথাই অধিক সাবলীল আৰু মনোগ্ৰাহী হৈ উঠিছিল।

পদ্মপাণিয়ে ফৰেনচিক বিজ্ঞানৰ মূল সূত্ৰখিনিক আধাৰ কৰি গল্পবিলাক লিখোঁতে যি পৰিশ্ৰম আৰু কষ্ট স্বীকাৰ কৰিব লগা হৈছে সেই কথা এইখিনিতে উল্লেখ নকৰিলে আমাৰ এই আলোচনাই আধৰুৱা হৈ ৰ'ব। তেওঁ যি কল্পনাৰ নতুন অসমৰ চিত্ৰখনি আঁকিছে, তেওঁ যেনেকৈ ১৯৭৯ চনৰ বিদেশী খেদা আন্দোলন, যি আন্দোলনে সমগ্ৰ জাতিটোকে পাৰস্পৰিক হিংসা আৰু অবিশ্বাসৰ মাজলৈ ঠেলি দি বহুতো ভূমিপুত্ৰৰ অকাল আৰু ভয়াবহ মৃত্যু মাতি আনিছিল (কোনে জানে, বিপথে পৰিচালিত হৈ এইদৰে মৃত্যুবৰণ কৰিবলগীয়া নোহোৱা হ'লে ইয়াৰ মাজৰ পৰাই হয়তো একোজন আনন্দৰাম বৰুৱা, কৃষ্ণকান্ত সন্দিকৈ ওলাই আহিলেহেঁতেন), সেই আন্দোলনে সৃষ্টি কৰা অস্থিৰতাৰ যি সুন্দৰ বৰ্ণনা দিছে সেয়া বাস্তৱিকতেই প্ৰশংসনীয়।

পদ্মপাণিৰ কাহিনীৰ কিশোৰ-নায়ক চন্দনে মোৰ মনত পেলাই দিয়ে বন্দিতা ফুকনৰ সোণ্টিলৈ (সিহঁতে খেলিছিল) ডঃ বিজয়কৃষ্ণ দেৱশৰ্মাৰ 'নতুন মাৰুতি', 'নাক, এৰাউন্দ দি ৱৰ্ল্ড', আদি গল্পবিলাকলৈ আৰু ডঃ দীনেশ গোস্বামীৰ 'এজাক জোনাকৰ জিলিকনি' আৰু কল্যাণ চৌধুৰীলৈ। মোৰ ধাৰণা হয় পদ্মপাণিৰ চন্দন যেন প্লেটোৰ ৰান্দাৰলেগুত কুৰি শতিকাৰ পুৰুষ এলিচ।

বন্দিতা ফুকনৰ সোণ্টিয়ে পাঠকৰ মন সিক্ত কৰি তোলে। অন্যহাতে ডঃ দেৱশৰ্মাৰ কাহিনীবিলাকত আমি ৰোমান্টিক কল্পনাৰ লগতে বৈজ্ঞানিক কথা দেখিবলৈ পাওঁ। কিন্তু পদ্মপাণিৰ চন্দন হ'ল সাহসী আৰু বুদ্ধিদীপ্ত ভৱিষ্যত প্ৰজন্মৰ প্ৰতিনিধি। তেওঁৰ কাহিনীৰ মূলভেটি হ'ল ফৰেনচিক বিজ্ঞান, যি বিজ্ঞানে আমাৰ দেশৰ অপৰাধ তদন্তৰ ক্ষেত্ৰত বৰ্তমান এক বৈপ্লৱিক পৰিবৰ্তন আনি দিছে। পদ্মপাণিৰ অন্য দুখন পুথি 'ফিংগাৰপ্ৰিণ্ট' আৰু 'নৃশংস হত্যাকাণ্ড' আছিল জুল ভাৰ্ণে, চাৰ্লক হোমচ আৰু বঙলা সাহিত্যৰ মোহন চিৰিজৰ বাস্তৱ বৰ্ণনা। বাস্তৱ বাস্তৱেই, ইয়াত আগাঠা ক্ৰিষ্টিৰ প্ৰতিফলন নাই। তত্ৰাচ, পদ্মপাণিয়ে প্ৰতিটো পৃষ্ঠাতেই পাঠকৰ আগ্ৰহ জগাই তোলাত সফল হৈছে।

চন্দনৰ এড্‌ভেঞ্চাৰ আৰম্ভ হৈছে এটা সপোনৰ দৰে, প্লেটোৰ লগত আৰু প্লেটোইতৰ ঘৃণা, হিংসা বিবৰ্জিত দেশখনৰ লগত চন্দনৰ পৰিচয় হোৱাৰ পিছত সি তাৰ ডি. এছ. পি. দেউতাকক মিণ্টু হত্যাৰ ৰহস্য উদঘাটনত কেনেকৈ সহায় কৰিলে, কেনেকৈ সি বাছত গৈ থাকোঁতে এজন উগ্ৰপন্থীয়ে লৈ যোৱা অস্ত্ৰ-শস্ত্ৰ উদ্ধাৰ কৰাত পুলিচক সহায় কৰিলে, ফৰেনচিক বিজ্ঞানাগাৰ চাবলৈ যাওঁতে

চন্দনৰ মনত কেনে ধৰণৰ বিভিন্ন কৌতূহলৰ সৃষ্টি হৈছিল, এইবিলাকে কিশোৰ মনত প্ৰভাৱ পেলাব আৰু তেওঁলোকক অপৰাধ তদন্তৰ অগ্ৰগতিৰ বিষয়ে অধিক জনাৰ বাবে আগ্ৰহী কৰি তুলিব। সেইদৰে ক্ষমতাৰ দুৱাৰদলিত ঘটি থকা অসামাজিক কাৰ্য্য-কলাপবোৰ উদঙাই দেখুৱাত চন্দনে কেনেকৈ তাৰ দেউতাকক সহায় কৰিলে আৰু অৱশেষত অচিন নিৰপৰাধী যাত্ৰীৰ আৰু তাৰ মৰমৰ দেউতাকৰ প্ৰাণ বচাবলৈ সি কৰা আত্মত্যাগ, বোলছবিৰ দৰে দ্ৰুতগতিত আগবাঢ়ি যোৱা 'হাৰ্টিক'ৰ ঘটনাপ্ৰবাহে পাঠকক উদগ্ৰীৱ আৰু উৎকণ্ঠিত কৰি ৰাখিব।

কাহিনীটোৱে পদ্মপাণিৰ কৃতিত্বৰ স্বাক্ষৰ বহন কৰিছে। চন্দনৰ মৃত্যুৰ (যি মৃত্যু পদ্মপাণিয়ে এখন বাস্তৱিকতেই সুন্দৰ আৰু সুখৰ অসমৰ সপোনৰ মাজেৰে ইঙ্গিত দিছে) যোগেদি কাহিনীৰ পৰিসমাপ্তি ঘটিছে। এইবিলাকে চন্দনৰ বয়সৰ কিশোৰ-কিশোৰীৰ হৃদয়তন্ত্ৰীত কঁপনি তুলিব আৰু তেওঁলোকক ড্ৰাগ আৰু সন্ত্ৰাসবাদৰ ভয়াবহতাৰ বিষয়ে গভীৰভাৱে চিন্তা কৰিবলৈ বাধ্য কৰি তুলিব।

'হাৰ্টিক'ৰ উপসংহাৰত উৎসুকতা, উত্তেজনা, নায়কৰ বীৰোচিত আত্মত্যাগৰ কাৰুণ্য আৰু ইয়াৰ মাজেৰে এখন শান্তিৰ অসমৰ সূচনা কৰা হৈছে আৰু ইয়েই হৈছে নতুন পুৰুষলৈ পদ্মপাণিৰ প্ৰেৰিত বাৰ্তা।

অৱশেষত মই পদ্মপাণিক আমাৰ সাহিত্যৰ নতুন এক ধাৰাৰ প্ৰবৰ্তন কৰাৰ ক্ষেত্ৰত বৰঙণি আগবঢ়োৱাৰ বাবে অভিনন্দন জনাইছোঁ। প্ৰকৃততে এনে সাহিত্যৰ আমাৰ প্ৰয়োজন হৈ উঠিছিল বহুত আগতেই। কাৰণ একমাত্ৰ বিজ্ঞানেহে বিভিন্ন জাতি উপজাতি আৰু ধৰ্মীয় গোষ্ঠীক একগোট কৰিব পাৰিব। বাৰ্ট্ৰাণ্ড ৰাছেলে কোনোবা কাহানিবাই কৈ গৈছিল – বিজ্ঞানভিত্তিক কাহিনীৰ মুখ্য উদ্দেশ্য হোৱা উচিত এই পৃথিৱীখন মানৱৰ বাবে অধিক উজ্জ্বল, অধিক সুন্দৰ কৰি তোলাৰ অৰ্থে বিজ্ঞানক গভীৰভাৱে অনুধাৱন কৰিবলৈ এক আকুল আকাঙ্ক্ষা, এক সচেতনতা আৰু এক প্ৰেৰণাৰ সৃষ্টি কৰা।

মই আশা কৰো পদ্মপাণিয়ে তেওঁৰ এনে বিজ্ঞানভিত্তিক কাহিনী লিখা অব্যাহত ৰাখিব।



## ৰাজেন্দ্ৰনাথ বৰদলৈ

সত্তৰৰ দশকত আত্মপ্ৰকাশ কৰা ৰাজেন্দ্ৰনাথ বৰদলৈ এগৰাকী মননশীল জনচেতনাবাদী কবি হিচাপে খ্যাতিমান। কবিতাৰ উপৰিও গল্প, প্ৰবন্ধ আৰু অনুবাদৰ ক্ষেত্ৰতো দক্ষতা প্ৰদৰ্শন কৰা এইজন কবিৰ জন্ম হয় নগাঁও জিলাৰ হাতীচোং মৌজাৰ অন্তৰ্গত ৰহঢলা গাঁৱত ১৯৪৮ চনত। ১৯৬৮ চনৰ পৰা ১৯৭২ চনলৈ নগাঁৱৰ খাগৰিজান হাইস্কুলত হিন্দী বিষয়ৰ শিক্ষক ৰূপে কৰ্মজীৱনৰ পাতনি মেলা শ্ৰী বৰদলৈ বৰ্তমান ভাৰতীয় তাঁৰ সংযোগ বিভাগৰ কৰ্মচাৰী।

১৯৭০ চনত নগাঁৱৰ পৰা প্ৰকাশিত 'গণতন্ত্ৰ' নামৰ বাৰ্তালোচনীত 'মই এটি নিশাচৰ' শীৰ্ষক কবিতাটো প্ৰথম প্ৰকাশ হোৱাৰ আগতে ১৯৬৮ চনৰ পৰা প্ৰবন্ধ সাহিত্য ৰচনা কৰি বিভিন্ন কাকত, আলোচনীৰ মাধ্যমেৰে লেখক হিচাপে আত্মপ্ৰকাশ কৰা শ্ৰী বৰদলৈৰ বৰ্তমানলৈ যথেষ্ট সংখ্যক কবিতা, প্ৰবন্ধ আৰু গল্প প্ৰকাশ পাইছে। বৰদলৈৰ কবিতা দিল্লীৰ কেন্দ্ৰীয় হিন্দী নিৰ্দেশালয়ৰ দ্বাৰা প্ৰকাশিত 'বাৰ্ষিকী'ৰ কেইবাটাও সংখ্যাত অনূদিত হৈ প্ৰকাশ পাইছে। তেওঁৰ 'নেপথ্য' নামৰ গল্পটোৰ হিন্দী অনুবাদ ভাৰতীয় সাহিত্য একাডেমীৰ দ্বাৰা প্ৰকাশিত 'সমকালীন ভাৰতীয় সাহিত্য' পত্ৰিকাত প্ৰকাশ হোৱাৰ পিছত তেলেগু ভাষাৰ বহুল প্ৰচাৰিত আলোচনী 'ভিপোলা'ত অনূদিত হৈ প্ৰকাশ পায়। উল্লেখযোগ্য যে এই গল্পটোৰ আধাৰত 'হত্যাৰে' নামৰ হিন্দী টেলিনাটক দিল্লী দূৰদৰ্শন কেন্দ্ৰই ১৯৯৩ চনৰ মে' মাহত প্ৰচাৰ কৰে।

১৯৮৭ চনত গণতন্ত্ৰ দিৱস উপলক্ষে আকাশবাণী দিল্লীয়ে আয়োজন কৰা ভূপালত অনুষ্ঠিত হোৱা সৰ্বভাষা কবি সম্মিলনলৈ বৰদলৈ অসমীয়া কবি হিচাপে আমন্ত্ৰিত হৈছিল। অন্যান্য ভাষাৰ যথেষ্ট সংখ্যক গল্প আৰু কবিতা অসমীয়া ভাষালৈ অনুবাদ কৰিছে।

বৰদলৈৰ স্বৰচিত কবিতা সংকলন হ'ল 'উৰ্বৰ ভূমিত' (১৯৮৪ চন) আৰু 'মাটিৰ প্ৰেমত মানুহ' (১৯৯২)। কণ্ঠস্বৰ (১৯৮১) আৰু 'প্ৰবাহিত সময়' (১৯৮৭ চন) তেওঁ সম্পাদিত কৰা দুখন কাব্য সংকলন। কবি বৰদলৈ অসম কবি সমাজৰ প্ৰতিষ্ঠাপক প্ৰধান সম্পাদক।

# মাটিৰ প্ৰেমত ৰাজেন বৰদলৈ

ৰাজেন্দ্ৰনাথ বৰদলৈৰ কবিতাৰ সৈতে মোৰ যোগাযোগ ঘটিছিল অসমৰ বিভিন্ন পত্ৰ-পত্ৰিকা, আলোচনীৰ মাধ্যমত সত্তৰৰ দশকৰ পৰা, যি সময়তে আমাৰ কাব্য জগতত আত্মপ্ৰকাশ কৰিছিল 'সমদল'ৰ কবি মোহন কৃষ্ণ মিশ্ৰই। ৰাজেন বৰদলৈ আৰু মোহন কৃষ্ণ মিশ্ৰ দুয়োজন কবিৰেই কাব্য-কৃতিত সদায়েই শ্ৰমিক, কৃষক আৰু নিষ্পেষিত নিপীড়িত জনতাৰ মৰ্মবেদনা প্ৰতিফলিত হৈছে বিপ্লৱী কবি অমূল্য বৰুৱাৰ দৰেই ।

"আমাৰ আছে মানুহৰ ওপৰত বিশ্বাস;
আমাৰ আছে ভৱিষ্যতৰ সুস্থ ৰঙা সূৰ্য্যৰ পিনে চকু।
বৰ্তমানৰ নিৰালয় নিৰাসক্তিৰ
বিকৃত জঞ্জাল নাই
জীয়াৰ বুকুত
আমাৰ দুৰু দুৰু স্পন্দমান অন্তৰতো আছে
শতেক ভৰসা।"

সত্তৰ-আশীৰ দশক দুটাত কবি-মঞ্চত প্ৰবেশ কৰিছিল চৈয়দ আব্দুল হেলিম, হৰেন্দ্ৰ কুমাৰ দত্ত, অঞ্জলি বৰুৱা, এম চালেহুদ্দিন চৌধুৰী, যতীন মিপুন, ৰাম গোস্বামী, মীৰা ঠাকুৰ, সুমিত্ৰা গোস্বামী আৰু নীলিম কুমাৰকে ধৰি বহুতো প্ৰচুৰ সম্ভাৱনাৰ প্ৰতিশ্ৰুতি দিয়া কবিয়ে।

১৯২৯-৩০ চনৰ বিশ্বব্যাপী অৰ্থনৈতিক অস্থিৰতাই ইংলেণ্ডত স্পেন্দাৰ (Spender) অডেন (Auden), ইছাৰউড (Isherwood), চেচিল দে লুইক (Cecil Day Lewis) সচকিত, শংকিত আৰু মোহ-ভংগৰ প্ৰান্তত উপনীত কৰাৰ দৰেই, প্ৰতিবেশী বাংলা সাহিত্যৰ বুদ্ধদেব বসু, জীবনানন্দ দাশ, বিষ্ণু দে আদি কবিকো অৰ্থনৈতিক সংকটৰ তিক্ত অভিজ্ঞতাই অনুভূতিৰ জগতত অশান্ত আলোড়নৰ সৃষ্টি কৰিছিল। এই অশান্ত আলোড়নৰ জোৱাৰে প্ৰথমেই স্পৰ্শ কৰে অসমীয়া কবিতাৰ ক্ষেত্ৰত অমূল্য বৰুৱাক চল্লিছৰ দশকত। তেওঁকেই প্ৰায় গুৰু জ্ঞান কৰি বামপন্থী আদৰ্শৰে অনুপ্ৰাণিত হৈ পঞ্চাছৰ দশকত আমাৰ কাব্য জগতত জয়ন্তীয়ে কেইবাজনো কবিৰ স্বাভাৱিক প্ৰতিভাত বহণ সানি বিবৰ্দ্ধনত সহায় কৰে। সত্তৰ-আশীৰ দশকত সাময়িক চৈতন্যৰ নিৰ্ভীক ৰূপায়ণ কৰিবলৈ লয় ওপৰত উল্লেখ কৰা নতুন কবিসকলে। এওঁলোকৰ এভাগে অমূল্য বৰুৱা – হেম বৰুৱাৰ প্ৰথমছোৱাৰ কবিতাৰ সহজ সৰল মাধ্যমেৰে প্ৰকাশ কৰিবলৈ লয় তেওঁলোকৰ অনুভূতি আৰু এভাগে সাময়িক চেতনাৰ ৰূপায়ণত ব্যৱহাৰ

কৰিবলৈ লয় দুৰ্বোধ্য প্ৰতীকৰ জটিল মাধ্যম। অমূল্য বৰুৱাৰ গতি-পথেৰেই আগবাঢ়ি আহিছিল সত্তৰৰ দশকত এম চালেহুদ্দিন চৌধুৰী, মোহন কৃষ্ণ মিশ্ৰ আৰু ৰাজেন বৰদলৈ। এওঁলোকৰ অনুভূতিৰ কাব্যিক প্ৰতিফলনত দেখিবলৈ পাওঁ সাধাৰণ মানুহৰ জীৱনৰ বাস্তৱলিপিকা – সাধাৰণ মানুহৰ সহজ সৰল ভাষাত – কেশৱ মহন্ত, ৰুদ্ৰ বৰুৱাৰ কবিতাৰ দৰেই।

সত্তৰৰ দশক আৰু আশীৰ দশকৰ প্ৰাৰম্ভতে লিখা এওঁৰ 'উৰ্বৰ-ভূমি' কাব্য-সংকলনৰ প্ৰথমটো কবিতা 'আত্মজৰ স্বপ্ন'ত ৰাজেন বৰদলৈয়ে চিন্তাশীল কলাকাৰ আব্দুল কুদ্দুচৰ দৰেই কোনেও সৃষ্টিৰ প্ৰথম মুহূৰ্তৰ পৰা আজিলৈকে নেদেখা অথচ সকলোৱে বুজি পোৱা 'সময়'ৰ অনন্ত যাত্ৰাৰ কথাকেই উল্লেখ কৰিছে এটা সুন্দৰ, অভিনৱ চিত্ৰকল্পৰ মাধ্যমেৰে –

"সমস্ত হৃদয় আজুৰি বৈ পৰে সময়ৰ নিচান
ধেনুভিৰীয়া গৰ্ভৱতী মাটিৰ ওপৰেদি
শতাব্দীৰ চলন্ত দূৰবীণৰ সুৰংগ-নিঃসৃত পথেৰে ..."

ৰাজেন বৰদলৈয়ে এই কবিতাটোত নৱকান্ত বৰুৱাৰ 'আপোন দেহেৰে গঢ়া উত্তৰ পুৰুষ'ক ভৱিষ্য-দিগন্তত দেখিছে। এওঁৰ 'ধেনুভিৰীয়া গৰ্ভৱতী মাটি' চালেহুদ্দিন চৌধুৰীৰ "বিক্ষুব্ধ সময়"ৰ 'অন্তঃসত্বা'ৰ গাভৰু পৃথিৱী। ৰাজেন বৰদলৈ এনে এটা বিক্ষুব্ধ সময়ৰে চালেহুদ্দিনৰ দৰে ক্ৰোধান্বিত যমদগ্নি কবি, যাৰ দৃষ্টিবলয়ৰ ধ্বংসস্তূপৰ পৰাই সৃষ্টি হয় নতুন পৃথিৱী ঃ

–"মৰা সুঁতিত পলসৰ জৈৱিক সাৰ উখলি উঠে ঠিক এখন পালতৰা নাৱৰ গতিৰ দৰে।"

যেতিয়া ৰাজেন বৰদলৈয়ে থুপি থুপি শিপাৰে সেউজীয়া শস্যৰ গোছ হাতত তুলি ধৰে, তেতিয়া ৰবীন্দ্ৰ বৰাই নিজকেই সেউজীয়া শস্যভূমিত বিলীন হৈ গৈ কয় ঃ

–"হঠাৎ থিয় হ'লোঁ পথাৰখনত
চৰাইবোৰৰ পাখিত সেউজ ৰং
গছবোৰৰ ডালে ডালে তোমাৰ মুখৰ ছবি
দেখা পালোঁ সমস্ত মানুহৰ বুকুৰ
নীৰৱতাখিনি আজুৰি আনি
ঠেকেচি ভাঙিলোঁ পোহৰৰ বুকুত –
মই
সেউজ
শস্যভূমি।" (মই সেউজ শস্যভূমি)

ৰবীন্দ্ৰ বৰাই তেওঁৰ 'শইচৰ মানুহ'ত ভবা দৰেই ৰাজেন বৰদলৈয়ে চৌদিশে "শুভেচ্ছাৰত ভৱিষ্যতৰ আত্মজৰ স্বপ্ন" দেখে। বৰদলৈৰ 'দৃষ্টিপাত'ৰ প্ৰতিপদৰ জোনৰ অভিব্যঞ্জনা অতি মনোৰম ঃ

—"বেৰৰ জলঙাৰে এছাটি পোহৰৰ ৰশ্মি
থুপ খায় মুখমণ্ডলত
যেন প্ৰতিপদৰ জোন।"

ইয়াতো বৰদলৈয়ে সেউজীয়া পথাৰৰ কথাই কৈছে। উকথা পঁজাৰ ভিতৰত মৃত্যুৰ সন্নিধিৰ ভয়ত উচুপি উচুপি কান্দি থকা বুঢ়ী মানুহজনীয়ে মৃত পুত্ৰৰ কথা সুঁৱৰিছে— সৌৰবণিৰ যি চিত্ৰকল্পত মই নৱকান্ত বৰুৱাৰ 'হে অৰণ্য হে মহানগৰ'ৰ 'স্বপ্নাৱন্ত' – শীৰ্ষক মায়াকভস্কীৰ অনূদিত কবিতাৰ প্ৰতিবিম্ব দেখোঁ;

এয়া নৱকান্ত বৰুৱা :

"মহানগৰী ওলমি থাকে
ডাৱৰৰ চিপজৰীৰে ..."

এয়া ৰাজেন বৰদলৈ :

"স্মৃতিৰ বাঘজৰীত ওলমি থাকে
একমাত্ৰ সন্তানৰ মৃত্যুৰ
এযোৰা পোছাক।"

চাৰ্লৈহুদ্দিন চৌধুৰীয়ে তেওঁৰ 'নতুন ফচলত' কোৱা দৰে ৰাজেন বৰদলৈয়েও 'দৃষ্টিপাত'ত মৃতৰ পৰা অমৃতৰ, বিপৰীতৰ পৰা বিপৰীতৰ অনন্ত আৱৰ্তৰ অৱস্থিতিৰ কথা কৈছে :

—'শস্যৰ পথাৰত মাথো ফুল ফুলে
সৰে, মৰহে আকৌ ফুলে ...
কেৱল পথাৰখনত লহপহকৈ
সেউজীয়া শস্যবোৰ বাঢ়ে।
উৰ্বৰ ভূমিত।'

একেখন পৃথিৱীৰে মাটি, সেই মাটিৰেই মানুহবোৰৰ সুখ-দুখ, জীৱন-ধাৰণৰ কাৰণে কৰি থকা অবিৰত সংগ্ৰাম, অনাগত অদৃশ্য ভৱিষ্যতৰ ৰামধেনু ৰহণৰ দিগন্তৰ সীমা চুমা মোহন কল্পনা – এইবোৰেই ৰাজেন বৰদলৈৰ কাব্যিক অনুভূতি যাৰ সাৱলীল সংগতৰ প্ৰকাশ তেওঁ কৰিছে 'খৰিকটীয়া মানুহজন'ত অতি সাধাৰণ, ঘৰুৱা কথাৰ মাধ্যমেৰে। নিজৰ পৰিয়ালৰ কাৰণে গছজোপা কটাত, তাত বাহ সাজি আশ্ৰয় লৈ থকা চৰাইবোৰ নীড়-হাৰা হোৱা, গছৰ হেঁচাত পোৱালি কিছুমান মৰাৰ কথাৰ ইংগিতৰ উল্লেখেৰে তেওঁ তেওঁৰ খৰিকটীয়াৰ সহৃদয়তা আৰু সমবেদনাৰ কথাও কৈছে।

উৰ্বৰতা, বীজ ৰোপণ, উত্থান বা জন্ম, বিবৰ্দ্ধন, পূৰ্ণতা, পৰিসমাপ্তি – এই ছটা স্তৰতেই সমগ্ৰ মানৱৰ, জীৱ-জন্তুৰ, চৰাই-চিৰিকটিৰ, গছ-গছনিৰ জন্ম-মৃত্যু, উত্থান-পতন আৰু সেই পতন বা মৃত্যুতেই নিহিত হৈ থকা

পুনৰ্জাগৃতি বা পুনৰ্জন্মৰ কথায়েই বৰদলৈৰ 'খৰিকটীয়া' কবিতাটোৰ মৰ্মবাণী। তেনেধৰণৰ আৰু এটা স্মৰণীয় কবিতা হ'ল 'উৰ্বৰ ভূমি স্পৰ্শ কৰি' — যিটো কবিতাৰ আৰম্ভণিটোৱেই মোহনীয়া : —'দীঘল সুহুৰি মাৰি পাৰ হৈ গ'ল পঁয়ত্ৰিছটা বসন্ত' এই চিত্ৰকল্পটো অভিনৱ আৰু মন পৰশা। এই পঁয়ত্ৰিছটা বসন্ত গৰকি নহা মানুহজনেই হ'ল কবি ৰাজেন্দ্ৰনাথ বৰদলৈ — নগাঁও জিলাৰ হাতীচোং মৌজাৰ কোনোবা এখন অখ্যাত ৰহধলা গাঁৱৰ। ৰহধলা গাঁৱৰ ল্যোৱা কবি ৰাজেন বৰদলৈৰ কবিতাৰ ভাষাও ৰহধলা পুখুৰীৰ পানীৰ দৰে ফটফটীয়া — তললৈকে চকুৰে মণিব পৰা। সেয়ে তেওঁৰ সম্বন্ধ, তেওঁৰ আত্মীয়তা, তেওঁৰ সহৃদয়তা অখ্যাত অজ্ঞাত জনতাৰ একালৰ বন্দী শিল্পী বিষ্ণুৰাভাৰ বেদনাত জগা ৰঙা জীৱনৰ উম্মাদনাৰ সৈতে — যাক আমি উপলব্ধি কৰোঁ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যৰ 'বিষ্ণুৰাভা — এতিয়া কিমান ৰাতি'ৰ 'সঁচা আবেগৰ বোল'ত। বৰদলৈৰ লিখনিত শ্ৰেণী সংঘৰ্ষজাত অৰ্থনৈতিক অসামঞ্জস্যতা, ক্ষুধাৰ্ত্ত জনতাৰ আকুল আকৃতি, আজিৰ অসমৰ তথা ভাৰত আৰু বিশ্বৰ সাময়িক সজ্জাৰ বীভৎস, ব্যথাদীৰ্ণ, কুব্জচ-কুৰূপ প্ৰতিৰূপ দেখিবলৈ পাওঁ স্ফটিক স্বচ্ছতাৰে। বৰদলৈ শাসক শোষকৰ অত্যাচাৰ আৰু নিপীড়নত মুমূৰ্ষু হোৱা জনতাৰ সমব্যথী। দেশৰ মাটিৰ মূক জনতাৰ দুৰ্দশা দেখি ৰাজেন বৰদলৈয়ে আক্ষেপ কৰি কয় :

—"কেতিয়াবা
মোৰ সতীৰ্থকো
খেদি ফুৰে দৈত্যবোৰে।
সুহুৰি মাৰি যোৱা পঁয়ত্ৰিছটা বসন্তৰ বুকুত
স্বাক্ষৰিত হৈ আছে, দৈত্যবোৰৰ নখৰ আঁচোৰ।"

স্মৃতিয়েও ঢুকি নোপোৱা প্ৰস্তৰ যুগৰে পৰা, দূৰ অতীতৰ ৰামায়ণী যুগৰ পৰা; প্ৰাচীন মিচৰ, কনফুচিয়াচৰ যুগৰে পৰা মহাচীন সাম্ৰাজ্যৰ; হেলেন-যুগৰ গ্ৰীক সাম্ৰাজ্য; ৰোমান, আৰবীয়, ফৰাচী আৰু ৰাছিয়াৰ — ৰাজনৈতিক, সামাজিক, অৰ্থনৈতিক চক্ৰৱৎ পৰিৱৰ্তনৰ, উত্থান-পতন আৰু নৱজাগৰণৰ ইতিহাসৰ প্ৰতি কবিৰ সচেতনতা প্ৰকাশ পাইছে যদিও, আমাৰ ভাৰতবৰ্ষখনৰ স্বাধীনতা প্ৰাপ্তিৰ প্ৰতি কবিৰ মোহভংগ আৰু বক্ৰোক্তি লক্ষ্যণীয়। বৃটিছৰ প্ৰস্থানে আনি দিয়া স্বাধীনতা প্ৰকৃত স্বাধীনতা কেতিয়াও নহয়। প্ৰকৃত স্বাধীনতাৰ মৰ্ম আৰু উপলব্ধি নিহিত হৈ থাকে একমাত্ৰ অৰ্থনৈতিক স্বাধীনতাতহে। সেয়েহে অতি ক্ষোভেৰে বৰদলৈয়ে কয় :

"উত্থান-পতনৰ ইতিহাসৰ জখলাৰে
খোপে খোপে উঠি যাওঁ ওপৰলৈ;
এনেকৈ
ভৱিৰ স্থিৰতা হেৰুৱালে ছোঁ-ছোঁকৈ
নামি আহোঁ তললৈ, অন্ধকাৰৰ গভীৰ তলীলৈ।

স্বাধীনতাৰ কি যে আস্বাদন!
হায় স্বাধীনতা।"

মায়াকভস্কীয়ে ১৯১৫ চনতে পোষণ কৰা প্ৰত্যাশাকেই যেন ৰাজেন বৰদলৈয়েও কৰিছিল। মায়াকভস্কীয়ে কৈছিল ঃ

—"And he, the free man of whom I am yelling – he'll come, believe me, he will!" (সেইজন মুক্তমানৱ – যাৰ কাৰণে মই চিঞৰিছোঁ – বিশ্বাস কৰা - তেওঁ আহিবই – তেওঁ আহিবই)। ('ৱাৰ এণ্ড পিচ' – 'War and Peace) তেনেধৰণৰ প্ৰত্যাশাৰেই ৰাজেন বৰদলৈয়ে কয় ঃ

– 'দেশৰ মানুহৰ দেশৰ স্বাধীনতাৰ বাবেই
যন্ত্ৰণাৰ আঘাত সহি
আমি জীয়াই আছোঁ।'

সত্তৰৰ দশকত যি সময়ত অসমত যুব-মানসত বিদ্ৰোহৰ – প্ৰতিবাদৰ বিক্ষোভৰ সূচনা হৈছিল; সময়-প্ৰবাহৰ সেই উষ্ণ চেতনা প্ৰতিভাত হৈছে বৰদলৈৰ কবিতাত ঃ

– "ক্ষুব্ধ যুৱকৰ চকুত কিহৰ ইংগিত
হৃদয়ত কিহৰ ঢপঢপনি!
মগজুত কিহৰ গুমগুমনি!!
হেজাৰ প্ৰশ্নৰ সাঁকোৰে পাৰ হৈ আছোঁ আমি।'

এয়া বিষ্ণু দে'ৰ 'ইতিহাসে ট্ৰেজিক উল্লাসে'ৰ স্মৰণীয় উক্তি ঃ

"অত এব চোখ খুলে ধূসৰ নেতিতে বিশ্ববীক্ষা
চৰ্চা কৰা! ধৈৰ্য্যভৰে, যাতে উত্তীৰ্ণ বিবাদে
বৰ্ণাঢ্য আনন্দ শুনি, অৰ্ধমৃত বিধ্বস্ত শহৰে
দায় শুধি গ্লানিৰ আকাশে, গ্ৰাম গ্ৰামান্তৰে মানৱঋণেৰ,
দৈনন্দিন আনন্দেই, কিংবা তাৰই নামান্তৰে,
ঐতিহাসিক বিবাদে,
ট্ৰাজিক উল্লাসে তীব্ৰ, আবিশ্ব উদাসী
ভাৰতীয় সংগীতেৰ মতো।"

বৰদলৈৰ কবিতাত বুৰ্জোৱা সমাজ-ব্যৱস্থাৰ, সামন্ত তন্ত্ৰৰ ধ্বংসৰ আহ্বান শুনো। মায়াকভস্কীৰ অনুভূতিৰেই যেন বৰদলৈয়ে কয় ঃ

"সময়ে আমাৰ দুহাতৰ মুঠিত গৰজি উঠে
সতৰ্ক কৰি দিয়ে – ভাঙা। প্ৰাচীন দেৱাল' ভাঙি
বৃত্তৰ বাহিৰলৈ ওলাই আহাঁ।
গঢ়া – দেশ আৰু দেশৰ মাটিৰ স্বদেশৰ
চিৰবাঞ্ছিত মানুহৰ স্বপ্ন।"

অদূৰত মোহন কৃষ্ণ মিশ্ৰৰ বজ্ৰ নিনাদৰ প্ৰতিধ্বনি :

– “নিষ্পেষণৰ দেৱালখন চূৰমাৰ কৰিব লাগিব
হাত আৰু হাতুৰীৰ অপূৰ্ব ছন্দেৰে
দেৱালখন ভাঙি গ'লে আমি,
ইয়াত এখন পাম সাজিম ...”
(তেজতেই অমৃতৰ গোন্ধ)

ৰাজেন বৰদলৈৰ অনাগত ভৱিষ্যতৰ আশাবোৰ যেন কেশৱ মহন্তৰ ‘মোৰ সমগ্ৰ জীৱনৰ’ অন্তৰ্নিহিত কথা :

“হে মাটি,
মোক তোমাৰ হ'বলৈ' দিয়া।”

বৰদলৈৰ উৎসাহ, উদ্দীপনা স্তিমিত নহয়। ক্ষণিকৰ উত্তেজনাপ্ৰসূত নহয়। ক্ষুব্ধ হৃদয়ৰ যুৱকৰ বুকুৰ ঢপ্‌ঢপনিত, মগজুৰ গুম্‌গুমনিৰ তীব্ৰ সংঘাতৰ পৰা অব্যাহতি নলৈ, তেওঁ টি. এছ্. এলিয়টৰ দৰে গন্তব্য পথেদি আগবাঢ়ি যাব খোজে – ক্ষণিকৰ বিৰামো নলৈ :

“আমি অন্বেষণ কৰিবলৈ এৰি নিদিওঁ।
আমাৰ ঈক্ষণৰ সমাপ্তি হ'ব –
য'ৰ পৰা আমি আৰম্ভ কৰিছিলোঁ
আমাৰ আৱিষ্কাৰৰ যাত্ৰা ...”

নতুন প্ৰজন্মৰ কাৰণে, অনাগত ভৱিষ্যতৰ নতুন পুৰুষৰ কাৰণে চিন্তান্বিত হৈ পৰিছে কবি বৰদলৈ। সাময়িক চৈতন্যৰ সৰ্বনাশী পৰিব্যাপ্তিয়ে তেওঁক মানসিক যন্ত্ৰণাই বোবা কৰিলেও, দুৰ্যোগৰ কালান্তক প্ৰভাৱৰ উন্মেষ দেখিলেও তেওঁ ভৱিষ্যতৰ বংশধৰসকলৰ কাৰণে, সকলো কৰিবলৈ সাজু :

“দুখৰ বোজা আহিলেই কান্ধ পাতি লওঁ
কিয়নো সিহঁতবোৰ যে আমাৰ সন্তান!”
(সিহঁতৰ ভৱিষ্যত)

‘দুখৰ ভৰত জীৱনৰ স্থিতি'ত তেওঁ নতুন প্ৰজন্মক আৰু পূৰ্বপুৰুষৰ সংঘৰ্ষ-সংঘাতৰ কথা প্ৰকাশ কৰিছে :

– “তীব্ৰ আঘাতত উফৰি পৰে
সাতাম-পুৰুষীয়া জন্ম-কুণ্ডলী।”

এই কবিতাটোত আকৌ প্ৰতিভাত হৈছে কবিৰ পূৰ্ব-পুৰুষৰ ঐতিহ্য সমৃদ্ধ ইতিহাসৰ প্ৰতি সশ্ৰদ্ধ কৃতজ্ঞতা। এয়া যেন কেশৱ মহন্তৰ ‘জীৱন আমাৰ স্বপ্ন নহয়'ৰ সুৰ তৰংগৰ অনুৰণন :

– "পিছলৈ চাই আমি দেখোঁ সাচিপাত
কাণ দিলে শুনো আমি দিহ্য নামৰ জাত
জীৱন বোৱতী নৈ অতিকে কোবাল
অতীত আমাৰ বৰ্তমানৰ উৎস বিশাল
তাৰেই বলত বলীয়ান আমি
তাৰেই তালত নাচোঁ।"

সেয়েহে ৰাজেন বৰদলৈয়ে কয় :

– "মগজুৰ মাজেৰে বিয়পি পৰে দুৰ্গন্ধ-সুগন্ধ
প্ৰতি পলে পলে, ক্ষণে ক্ষণে
শিহৰণৰ তীব্ৰ আঘাত
স্মৃতিৰ পটত অংকিত হয়
জীৱনৰ অবিস্মৰণীয় স্বাক্ষৰ
তথাপি নক্ষত্ৰৰ ছাঁ-পোহৰত
একত্ৰিত হয় জন্মকুণ্ডলীৰ উদ্যান।"

কেশৱ মহন্ত, ৰবাৰ্ট বাৰ্ণছ (Robert Burns)ৰ দৰেই ৰাজেন বৰদলৈয়ো এজন হালোৱা কবি। এই কথা প্ৰতিভাত হৈছে তেওঁৰ 'উত্তৰণ' আদি বহুতো কবিতাত য'ত কবিৰ হাতৰ মুঠিত ৰাম গণেৰ নাঙল দেখোঁ। বৰদলৈৰ প্ৰত্যাশাত ৰবীন্দ্ৰ বৰাৰ আশাবাদৰ জিলমিলনি :

– "ৰাতিটো কাটি গ'লেই
নাঙলৰ সীৰলুত
শইচৰ
কোমল
গোন্ধ
সেউজ
মাটি ।"

এই কবিতাটোত মই হেম বৰুৱাৰ 'পোহৰতকৈ এন্ধাৰ ভাল' কবিতাটোৰ প্ৰতিধ্বনি শুনো :

– 'ভাইহঁত এইবাৰ আমি
উদ্ধাৰ কৰিম আমাৰ হেৰোৱা স্বপ্ন।' (উত্তৰণ)

এয়া জানো হেম বৰুৱাৰ আত্ম-বিশ্বাসৰ দম্ভদীপ্ত উক্তি নহয় ?

– "শংকা কিহৰ
নতুন পুৱাৰ কেঁচা পোহৰত আশাৰ জুই
আমাৰ চকুত তীখাৰ শাণ।"
(পোহৰতকৈ এন্ধাৰ ভাল)

মানুহ আৰু মানুহৰেই সমাজ, মানুহৰেই পৃথিবীৰ মাটিৰ চিন্তাত ব্যাকুল-ব্যথিত হৈ ৰবদলৈয়ে দলিতৰ, শোষিতৰ উপত্যকাত নাঙলৰ মুঠিত ধৰি থকা দেখোঁ তেতিয়াই-মোৰ ৰাম গগৈৰ পথাৰখনলৈ মনত পৰে ঃ

"সংগ্ৰামী পথাৰত শ্ৰমজীৱী মানুহৰ তেজৰঙা ইতিহাস লিখা হয়। পৰিবৰ্তন। আৰু হাল, কোৰ, দা নতুন যুগৰ অভিযাত্ৰী শ্ৰমিক কৃষক।

...পলাতক উদ্বাস্তু মহাজন, পুঁজিপতি, সমস্ত শোষক, বানপানী পাৰ ভাঙি আৰু আহিব নোৱাৰে।" আৰু মনত পৰে ৰবীন্দ্ৰ বৰাৰ 'উপত্যকাটোৰ মানুহবোৰ'লৈ

– "অনুভৱ কৰিছোঁ
উপত্যকাটোৰ মানুহবোৰে
ৰাতিটো দুফাল কৰি চিঞৰিব ঃ
বৰষুণ
অবিৰাম বৰষুণ ।"

এই বৰষুণেই হ'ল ধৰিত্ৰী শ্যামলী হোৱাৰ বৰদৈচিলা বতৰা। এয়াই হ'ল টি. এছ্. এলিয়টে (T. S. Eliot) 'বেষ্টলেণ্ড' (Wasteland) ত বিচাৰি ফুৰা জল আৰু জুৰি ঃ 'তাত যদি শিল থাকিলহেঁতেন

আৰু যদি জল
আৰু জল
এটা জুৰি
শিলনিৰ মাজত এটা পানীৰ ডোবা ...
আৰু যদি জলৰেই কল্লোল থাকিলহেতেন"
(দি বেষ্ট লেণ্ড The Wasteland)

ৰবদলৈৰ 'দহন' কবিতাটোত আজিৰ সামাজিক ৰাজনৈতিক, অৰ্থনৈতিক প্ৰমূল্যাৰ পৰিপ্ৰেক্ষিতত কবিৰ জীৱন-জিজ্ঞাসা প্ৰতিফলিত হোৱা দেখোঁ – য'ত আছে চালেহুদ্দিন চৌধুৰীৰ 'বিক্ষুব্ধ সময়'ৰ প্ৰতিবিম্ব ঃ

– "হিৰণ্যগৰ্ভৰ বুকু ফালি আন্ধাৰ পুৰীৰ
শেষ সীমাত থিয় হৈ
মই শুনিছোঁ –
কোনোবা বিলালৰ আজান ধ্বনি
এটা নতুন সূৰ্য্যৰ উক্‌মুকনি।" (প্ৰতীক্ষা)

ৰাজেন ৰবদলৈয়ে সময়-প্ৰবাহৰ পৰিবৰ্তনত গৰাখহনীয়াত নদীয়ে সুঁতি সলনি হোৱাৰ কথা কওঁতে ৰবীন্দ্ৰনাথ ঠাকুৰৰ 'শেষেৰ কবিতা'ত লাৱণ্যই অমিতলৈ লিখ চিঠি এখনৰ এটা লাইনে মোৰ বুকুখনত কিবাকিবি লগাই দিছিল ঃ

"পৰিবৰ্ত্তনেৰ স্ৰোতে আমি ভেসে যাই কালেৰ যাত্ৰাই।" লাৱণ্যৰ সেই চিঠিখনৰ ব্যথাদীৰ্ণ উপলব্ধিৰ প্ৰায় একে তৰংগকেই শুনো হিৰণ্যকুমাৰ ভট্টাচাৰ্য্যৰ 'বিকৰ্ষণ'ত।

লাৱণ্যাই বিদায় মাগিছে দোষী দোষী ভাবেৰে অমিতৰ পৰা; হিৰণ্যকুমাৰৰ প্ৰশান্তই কলিজা কঁপোৱা কণ্ঠেৰে গুণগুণাইছে হাফলঙৰ পৰা পাহাৰী পথেৰে ভৈয়ামলৈ আহি থাকোতে চিৰদিনৰ কাৰণে এৰি থৈ অহা পাৰুলৰ স্মৃতি সীমা চুমি – শেষেৰ কবিতাৰ শেষ অশ্ৰু-অঞ্জলিৰে

"পৰিবৰ্ত্তনেৰ স্ৰোতে আমি ভেসে যাই
হে বন্ধু বিদায়!"

ৰাজেন বৰদলৈয়ে বিদায় বিচাৰিছে প্ৰেয়সী বা প্ৰেমিকাৰ পৰা নহয় – অৱসান অবলুপ্তি বিচাৰিছে, আজিৰ সামাজিক, অৰ্থনৈতিক, ৰাজনৈতিক জীৱন-যাত্ৰাৰ অস্থিৰতাৰ। শ্ৰেণী সংগ্ৰামৰ প্ৰস্তুতিৰ অৱসান বিচাৰিছে। ঠিক তেনে এক ভাৱকেই তেওঁ প্ৰকাশ কৰিছে তেওঁৰ 'মানুহ', 'নতুন সৃষ্টিৰ ৰেঙণি', 'এখন পৃথিৱী', 'দুঃসময়ৰ অন্তত', 'কেৱল মানুহৰ পদচাপ', 'হাতৰ মুঠিত সময়ৰ দ্যুতি', 'বন্দীশাল', 'এনেকৈয়ে', 'কণ্ঠস্বৰ', 'আখৰা', 'অস্তিত্ব' আদি কবিতালানিত অনুভূতিৰ-বিভিন্ন আৰু বিক্ষিপ্ত তৰংগৰ মাধ্যমেৰে।

এয়া আশাৰ ব্যঞ্জনা 'মানুহ'ত ঃ
– "মানুহবোৰৰ ডকাফুটা মাতত সাৰে থাকে নতুন পৃথিৱী।"
এয়া সংগ্ৰামী জনতাৰ আৰ্তনাদ অস্তিত্ব ৰক্ষাৰ কাৰণে
–"মোৰ সতীৰ্থৰ দেহ
দুখৰ বোকাত পোত খায়
দুহাত ওপৰলৈ দাঙি চিঞৰে।"

য'ত বৰদলৈয়ে দেখে নতুন সৃষ্টিৰ ৰেঙণি। কেশৱ মহন্ত, ৰুদ্ৰ বৰুৱা, মহেন্দ্ৰ বৰা, বীৰেণ বৰকটকী, কুঞ্জ মেধি আৰু ৱেন্দেল উইলকিৰ (Wendle Wilkie) দৰেই বৰদলৈয়েও 'এখন পৃথিৱী'ৰ স্বপ্ন দেখে।

এয়া কেশৱ মহন্তৰ মনৰ বতৰা ঃ
"বিশ্ব আমাৰ দেশ বাট চ'ৰা
মানুহ আমাৰ ভাই জাতিৰে আবৰা
হৃদয় আমাৰ এয়া
সীমা তাৰ নাইকিয়া" – (হিংসাৰ চিক্‌মিক্)

এয়া কুঞ্জ মেধিৰ প্ৰত্যাশা ঃ
– "পুনশ্চ নিৰ্মাণ চলে
ভগ্ন প্ৰাসাদৰ

স্তৰে স্তৰে গথা হয়
বিষন্ন পাথৰ।" (শাশ্বত)

এয়া ৰাজেন বৰদলৈৰ কথা :

– "সংগোপনে পৰম্পৰৰ সমাহাৰ
গঢ়ি পিতি কঢ়িয়াই আনিছোঁ
এখন নতুন পৃথিৱী আমাৰ" (এখন পৃথিৱী)

ৰাজেন বৰদলৈৰ 'দুঃসময়ৰ অন্তত'

"সমতলৰ মাটিত ভুঁই ৰুই থকা
গাভৰুৰ হাত
জেঠৰ ৰ'দৰ উত্তাপত
ক'লা পৰি যায়,
অপেক্ষাৰত বৰ্ষা-মুখৰ
সেউজীয়া যচলৰ হাঁহি আৰু গান।"

তেওঁৰ মাটিৰ সন্তানবোৰে আঘোণৰ কুঁৱলীৰ মাজে মাজে কেশৱ মহন্তৰ দাৱনীবোৰৰ কেছু-কেছু, চিক্-মিক খৰকাচিবোৰ দেখিবলৈ বেছি সময় নাই। ৰাজেন বৰদলৈৰ মানুহৰ পদচাপত, বুভুক্ষু জনতাৰ বিক্ষুব্ধ সমদলত, দলিতৰ পীড়িতৰ বেদনাৰ্ত কলৰৱত মই শুনো ভূপেন হাজৰিকাৰ উদাত্ত আহ্বান আৰু উক্তিৰ প্ৰতিধ্বনি :

"মানুহে মানুহৰ বাবে, যদিহে অকণো নেভাবে ..."

বৰদলৈয়ে কয় :

"মানুহে মানুহৰ বাবে ...
আবেগ বিহ্বল হৃদয়ত জোকাৰি যায়
চিনাকি অচিনাকি বাটৰুৱাৰ নিঃশব্দ প্ৰকাশ"

বৰদলৈৰ কবিতাৰ প্ৰায়ে মাটি, পলস, ধ্বনি, শইচৰ সেউজীয়া সোণোৱালী গোন্ধ আৰু পৰশৰ অনুভৱ কৰোঁ। 'হাতৰ মুঠিত', 'চিনাকি মাত' তীক্ষ্ণতৰ মোৰ হৃদয়' আদি কবিতাত কেশৱ মহন্ত, বিষ্ণু দে', বুদ্ধদেৱ বসুৰ পুনৰুক্তি শৈলীৰ প্ৰয়োগ কৰা দেখোঁ।

– "সুষমাৰে সমুজ্জল হাতৰ মুঠিত
সময়ৰ দ্যুতি
হাতৰ মুঠিত
সময়ৰ দ্যুতি।"

এই সন্দৰ্ভত মহন্তৰ 'বাঁহৰ কাঠী তুলাই" কবিতাটো বুদ্ধদেৱ বসুৰ 'কংকাৱতী'ৰ 'আঁকাবাকা মেঘ, একা বাঁকা চাদ, ... আঁকাবাকা জল, একা বাঁকা

চাদ ... আৰু বিষ্ণু দেৱ 'অবিচ্ছিন্ন কাব্য'ৰ 'পথে পথে' চলে অসহায় চোখ/ মৰামুখে জ্বলে শাদা কালো চোখ/নিভন্ত চোখ, জীবন্ত মুখে জ্বালাভৰা চোখ, মৰীয়াৰ চোখ/ স্বপ্নৰ চোখ স্রষ্টাৰ চোখ" উল্লেখনীয়।

'বন্দীশাল'ত সেইদৰে কবিয়ে কোনো সংকোচ বা দ্বিধা নৰখাকৈ পূৰ্বপুৰুষৰ প্ৰতি পোষণ কৰি অহা বিতৃষ্ণা, বিক্ষোভ, অৱজ্ঞা আৰু বিদ্ৰোহাত্মক অনুভূতি প্ৰকাশ কৰিছে।

ৰবীন্দ্ৰ বৰাই ভবা দৰে ৰাজেন বৰদলৈয়েও পৃথিৱীৰ সকলোকে মুক্ত মানব বুলি ভাবে :

—"ময়ো পৃথিৱীৰ মুক্ত মানুহ
প্ৰতি ঠাইতেই, প্ৰতিবাৰেই মই জী উঠোঁ
বুকুত এখন পথাৰ, চকুত এটা সূৰ্য্য লৈ
বাটে বাটে মই সিঁচি দিওঁ
এমুঠি শ্ৰমৰ সময়
এখনি প্ৰেমৰ হৃদয়।" (শইচৰ মানুহ)

যেন এইখিনি কথাকেই কৈছে বৰদলৈয়ে তেওঁৰ 'আখৰা'ত আশাবাদী মন এটা লৈ। বিক্ষুব্ধ সময়ৰ বিস্ফোৰণৰ উদগীৰণৰ প্লাবনত তেওঁ হতাশ হৈ পৰা নাই :

—"চৌদিশ জানো জাতিষ্কাৰ হ'ব।
নিশ্চয় এদিন হ'ব
পৃথিৱী মানুহৰ বাবেই।"

সত্তৰৰ দশকতে লিখা 'অস্তিত্ব' কবিতাটোত তেওঁৰ মনো-বিশ্লেষণত আত্মা আৰু দেহৰ সংঘাত, সংঘৰ্ষৰ কথা কৈছে। ইয়াত কবিয়ে গীতাৰ সাংখ্যযোগৰ অবিনাশী আত্মা আৰু নশ্বৰ দৈহিক সত্তাৰ কথা উপলব্ধি কৰিবলৈ প্ৰয়াস কৰিছে। এই অস্তিত্বৰ সন্ধান আত্মাৰ অৱস্থিতিৰ সন্ধান। যতীন মিপুনে আকৌ এটা তেজী ঘোঁৰাত উঠি অস্তিত্ব বিচাৰি ফুৰিছে এটা জাতি সত্তাৰ। বৰদলৈৰ চিন্তাধাৰাৰ সন্দৰ্ভত যতীন মিপুনৰ ভাৱাবেগত ১৯৭৯ চনৰ সাময়িক সংজ্ঞাৰ আস্ফালন যি আস্ফালন এতিয়া, সময় বাগৰি যোৱাৰ পিছত, কৃত্ৰিম আৰু স্বাৰ্থম্বেষী আছিল বুলি সময়েই নিষ্ঠুৰভাৱে প্ৰমাণ কৰি দেখুৱালে আৰু দেখুৱাই আছে আৰু তাৰ প্ৰত্যুত্তৰ যতীন মিপুনে তেওঁৰ কবিতাটোৰ শেষৰ স্তৱকটোত নিজেই দিছে :

"অস্তিত্ব যদি লাগেই
ভবিৰ তলৰ কেঁচা তেজৰ চেকুৰা চিনাকি গোন্ধ
অস্বীকাৰ নকৰিবা কমৰেড!"

আৰু মিপুনৰ কথাই সত্য বুলি প্ৰমাণিত হ'ল :

"অন্যথাই
তেজী যৌৱনত উঠি
অস্তিত্ব অস্তিত্ব বুলি চিএঞৰা কৃত্ৰিম আস্ফালন
হ'ব মাথোঁ এক আসুৰিক প্ৰহসন।"
(দুপৰ নিশাৰ বাঁহীত)

ৰাজেন বৰদলৈয়ে আত্মাক বিচাৰি ফুৰিছে দেহত আৰু যতীন মিপুনে জাতিগত সত্তাৰ অস্তিত্ব বিশ্বৰ দৰবাৰত লুপ্ত হৈ যোৱাৰ শংকা আৰু সম্ভাৱনাত চিন্তাক্লিষ্ট হৈছে। চালেহুদ্দিন চৌধুৰীৰ 'ৰক্ত-কৰবী'ৰ সত্তৰৰ প্ৰজন্মৰ আহ্বান "হতো বা প্ৰাপ্যাসি স্বৰ্গং জিত্বা বা ভোক্ষয় মহীম' (সাংখ্যযোগ গীতা)ৰ প্ৰতিধ্বনি শুনো বৰদলৈ আৰু যতীন মিপুনৰ সত্তৰৰ দশকৰ জীৱন জিজ্ঞাসাত। 'উন্মোচন'ত তেওঁ অতীত, বৰ্তমান আৰু ভৱিষ্যতৰ কথা ভাবি চিন্তিত হৈছে যদিও তেওঁৰ দৃষ্টি পটত সীৰলুৰ সংকীৰ্ণ পথ দেখিছে যাৰ জ্যোতিত প্ৰতিভাত হয় জীৱন আৰু মাটিৰ চিৰন্তন সম্পৰ্ক।

'থিৰিকী কাষৰ ৰাস্তাৰ' তৃতীয় স্তবকৰ চিত্ৰকল্পটো মৌলিক আৰু সাধাৰণ মানুহেও বুজিব পৰা উপমাৰে সমৃদ্ধ :

"বৰষুণৰ টোপাল
গছৰ পাতৰ আগেদি টপটপকৈ সৰি পৰাৰ দৰে
মানুহবোৰ ছিটিকি পৰিছিল।"

এই কবিতাটোৱে ৰবীন্দ্ৰ বৰাৰ 'ৰ'দৰ চোতালত উৎসৱৰ দিনবোৰ'লৈ মনত পেলায়।

'মুহূৰ্তৰ প্ৰতিচ্ছবি'ত বৰদলৈয়ে শব্দ ব্ৰহ্মক স্মৰণ কৰিছে যাৰ উচ্চাৰণৰ লগে লগেই

"ভয়াবহতাৰ সংকট ঠেলি
ওৰে ৰাতি পৰ দিয়া মানুহবোৰৰ
মনত, হৃদয়ত, শৰীৰত
তেজৰ পিৰ্‌পিৰণি তোলে।"

সমীৰ তাঁতীৰ 'শোকাকুল উপত্যকা'ৰ দৰেই বৰদলৈয়ে তেওঁৰ 'নতুন দিনৰ বাবে' সোণালী দিনৰ ভৱিষ্যৎ কামনা কৰিছে। 'খেতিয়কৰ হাত' কবিতাটোত কেশৱ মহন্ত, মহেন্দ্ৰ বৰা আৰু বীৰেণ বৰকটকীৰ কবিতাৰ মাটিৰ গোন্ধ পাওঁ।

এয়া ৰাজেন বৰদলৈঃ
—"কাচিৰ চেৰেপ চেৰেপ শব্দত
হাতৰ মুঠি ভৰি পৰে ..."

এয়া বীৰেণ বৰকটকীৰ ধান-দোৱা সময়ৰ প্ৰতিচ্ছবি :

– "আঘোণৰ পথাৰত
ডাৱৰৰ জলঙাৰে
দাৱনীৰে চুপতা চুপতি ...
কাচিবোৰ নাচি থাকে
অগণন লাৱনী হাতত
নোকোৱা মৰম লই বহুতো আশাৰে
ডাঙৰীয়ে ভিৰ খায়
পাহৰাল ডেকাৰ কান্ধত।"

বীৰেণ বৰকটকী, মহেন্দ্ৰ বৰা, কেশৱ মহন্ত, ৰুদ্ৰ বৰুৱা – এওঁলোকৰ কবিতাৰ গাঁৱলীয়া জীৱনৰ আলেখ্যৰ ৰূপায়ণত পাঠকক তৎকালে আকৰ্ষণ কৰে তেওঁলোকৰ শব্দৰ যাদুকৰী ইন্দ্ৰজাল আৰু অপ্সৰা নাচোনৰ সাংগীতিক লয় আৰু তালে। আনহাতে বৰদলৈৰ ৰূপায়ণত পাঠকক তৎকালে মুহিব পৰাৰ বা আকৰ্ষণ কৰিব পৰাৰ কোনো ব্যৱস্থাপনা বা ব্যঞ্জনাই দেখিবলৈ নেপাওঁ। বৰদলৈৰ অনুভূতিৰ প্ৰকাশবোৰ একেবাৰে সাধাৰণ – একেবাৰে খাৰাংখাচ বুলি ক'ব পাৰি। তথাপি বৰদলৈয়ে প্ৰতীকবোৰ ব্যৱহাৰ কৰে সাধাৰণ মানুহৰ বোধগম্যতালৈ লক্ষ্য ৰাখি। শোষণৰ কথা বৰদলৈয়ে কয় এনেদৰে :

– 'অহৰহ খেতিয়কৰ হাত
বৰকৈ দোলে
শস্য চপায়
দ'ম হয় চোতাল
দ'ম হয় ভঁৰাল
মাথোঁ খেতিয়কৰ ভঁৰালত
নিগনিৰ উৎপাত!'

'হৃদয়ে বিচাৰি পায়'ৰ দ্বিতীয় স্তৱকৰ চিত্ৰকল্প অভিনৱ ব্যঞ্জনাৰ। কবিতাটোত দলিত-নিপীড়িত-শোষিত-বঞ্চিত জনতাৰ একাত্মীয়তাৰ কথা প্ৰকাশ কৰিছে সহজ-সৰল উপমাৰ মাধ্যমেৰে।

গ্ৰামাঞ্চলৰ পৰা, অৰণ্য-প্ৰান্তৰ পৰা, অটবী-বক্ষৰ পৰা জীৱিকাৰ সন্ধানত হেজাৰ নগৰমুখী প্ৰব্ৰজন দেখি কবি শংকিত হৈছে। কংক্ৰিটৰ অৰণ্যই ভৱিষ্যতৰ কোনোবা এটা সন্ধিক্ষণত সুজলা, সুফলা, শস্য-শ্যামলা ধৰিত্ৰীৰ বহু প্ৰান্তত মৰুভূমিৰ অভ্যুদয়ৰ কথা সূচায় – তাত সন্দেহ নাই। আমাৰ দুৰ্দান্ত দানৱ-ৰূপী পলিটিচিয়ানবোৰে আক্ৰোশী, স্বাৰ্থন্বেষী ব্যৱসায়ী চক্ৰৰ সৈতে হাত মিলাই সমগ্ৰ দেশৰে অৰণ্য-ৰাজি ধ্বংস কৰি বতাবৰণ আৰু পৰিৱেশৰ অৱশ্যম্ভাৱী পৰিবৰ্তন আনিবলৈ যি অহৰহ প্ৰচেষ্টা চলাই আহিছে – সেই কালান্তক পৰিণতিৰ কথা ভাবি কবি ব্যথিত আৰু অসহায়।

তেওঁৰ 'বতাহৰ সুহুৰিত
ভাঁহি বয়
আকাশৰ মেঘৰ টুকুৰা।'

এটি অনুপম কল্পচিত্র তাৰে যেন প্ৰতিধ্বনি শুনো অথবা অস্পষ্ট প্ৰতিকৃতি দেখোঁ ৰবীন্দ্র বৰাৰ "মোৰ যৌৱনত" :

– "বতাহে চুই যোৱা গছৰ পাতত
সুহুৰিৰ সেউজীয়া ৰাগী।"

১৯৭৯ চনত যেতিয়া আকাশে বতাহে জুই জ্বলিবলৈ আৰম্ভ কৰিছিল তেতিয়া বৰদলৈয়ে কৈছিল :

"মুখ বন্ধ হ'ব
হ'ব দিয়া,
কলম বন্ধ হ'ব
হ'ব দিয়া
পাণ্ডুলিপি সংৰক্ষিত হ'লেই
উত্তৰ পুৰুষে বিচাৰি পাব..."

এই উক্তি, এই প্ৰত্যাহ্বান, এই চেতাৱনী, এই ৰণ-হুংকাৰ শোষকৰ বিৰুদ্ধে – এয়া যেন বিষ্ণু ৰাভাৰ কথা :

– "নকৰিবি ডৰ ভয়
তেজপিয়া শত্ৰুৰলৈ
সমুখত তয়া-ময়া ৰণ ..."

বিষ্ণু ৰাভাৰ সুৰতেই যেন ৰাজেন বৰদলৈয়ে ক'ব খুজিছে :

– "তেজৰ বোলেৰে লিখি যাম ইতিহাস
সৰি যাম দীন সমাজৰ হীন পৰিহাৰ ।"
(বিষ্ণু ৰাভা)

তেওঁৰ 'চিনাকি মাত'ত মই ৰবীন্দ্র বৰাৰ 'দেওধনী নাচৰ ৰাতি'টো দেখোঁ :

"ৰাতি দুপৰ, ক'ত হেৰাল ল'ৰালিৰ স্মৃতি ।
কেতিয়া পুৱাব ৰাতি।
পুৱাৰ কেঁচা ৰ'দত তিৰবিৰাই উঠিবলে
দুহাতত পলসুৱা মাটি।"

ৰবীন্দ্র বৰাই কোৱা দৰে 'যৌৱনটো যে প্ৰতিবাদ আৰু প্ৰেমৰ শক্তি" বৰদলৈয়ে কয় :

"খেতিয়কবোৰে সাহসেৰে পথাৰত নামে,
কঠিন হাতেৰে মাটিৰ উৰ্বৰতাক
আজুৰি আনে ..."

'বিদায় ১৯৮৩' কবিতাটোৱে যদি নেলী, গহপুৰ ছমবীয়াৰ বীভৎস তাণ্ডৱৰ পৰিণতিৰ কথা কৈছিল — বৰদলৈয়ে সেই করুণা-ক্লান্ত বেদনার্ত অনুভূতিবোৰ এটা দশকৰ পিছতো এতিয়াও জানো তাৰেই প্ৰকাশ — অসহনীয় ক্ষোভ, হতাশা আৰু পৰাজয়ৰ জঘন্য কালিমাৰে পৰিব্যাপ্ত হৈ থকা নাই?

— "ডিচেম্বৰৰ শেষ দিনটোত উপনীত হৈ
নিজকে প্ৰশ্ন কৰোঁ — মানুহৰ সংজ্ঞা বিচাৰোঁ
তেজে ধোৱা মাটিত কোনখন শ্মশান।
কোনখন কবৰ!
চাৰিও দিশে মাৰ্থো এটি কাল্পনিক ৰেখা
ইয়াৰ মাজতেই উচুপি ৰ'ব? নেলী গহপুৰ, ছমবীয়া।"

এই উচুপনিৰ শেষ হোৱা নাই। এতিয়াও উচুপি আছে নৈপাম-ডাঙৰীয়ে। এতিয়াও কান্দি আছে দীপিলা চুকে। ৰাজেন বৰদলৈৰ এই দ্বিধা, এই সংকোচ -- ক'ত শ্মশান, ক'ত কবৰ — এনে অনুভূতিয়ে মোৰ এডগাৰ লী মাষ্টাৰছ (Edgar Lee Masters)ৰ বিশ্ববিখ্যাত 'স্পুন ৰিভাৰ এন্থলজী' (Spoon River Anthology) খনলৈ মনত পেলাই দিয়ে। ৰাজেন বৰদলৈ সূক্ষ্ম অনুভূতি সম্পন্ন কবি যাৰ নিবিড় সম্পৰ্ক শ্ৰমজীৱী কৃষক, মাটি আৰু সেই মাটিৰেই ভৱিষ্যতৰ প্ৰজন্মৰ লগত। তেওঁৰ অনুভূতিৰ কাব্যিক ৰূপায়ণত বিশেষ কোনো প্ৰলেপ বা অলংকাৰ বা কাৰুকাৰ্য্যৰ ক্ৰমণিকা নাই। ফটফটীয়া নিজৰাৰ পানীৰ দৰেই ওলাই আহে তেওঁৰ মনৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াবোৰ। ৰাজেন বৰদলৈয়ে যেন সমীৰ তাঁতিৰ দৰেই ক'ব খোজে :

"সীমাহীন দুখৰ যন্ত্ৰণাত জ্বলি পুৰি ছাই হৈ
মই চাব খুজিছোঁ মোক।"

সমীৰ তাঁতিৰ দৰেই ৰাজেন বৰদলৈয়ে পৃথিৱীৰ সকলো মানুহৰ কাৰণেই ভাবে, কয় আৰু মানৱ অধিকাৰ সাব্যস্ত কৰিবলৈ বিচাৰে নিৰ্ভীক দাম্ভিকতাৰে। বিষ্ণু ৰাভাৰ দৰেই ৰাজেন বৰদলৈ নিষ্পেষিত, দলিত শোষিত, নিপীড়িত শ্ৰমিক-কৃষকৰ বন্ধু — বুকুৰ কুটুম।

'চকুবোৰ ক'ত মুখবোৰ ক'ত' তেওঁৰ 'মাটিৰ প্ৰেমত মানুহ' সংকলনৰ প্ৰথম কবিতা। দাৰিদ্ৰ্য-পীড়িত বঞ্চিত আৰু শোষিত মানৱৰ দুৰ্দশাৰ আলেখ্য এই কবিতাটো। নাঙঠ শিশুৰ ওঁঠত বাগৰা শিশুৰ অস্ফুট মাতৰ সুৱদি সুৰত, হতাশাগ্ৰস্ত কবিয়ে আশা-সফলতা-স্বচ্ছলতাৰ ৰেঙণি দেখিছে। সেই একেই মানৱীয়তাৰ আকুলতাই তেওঁক ভাবিবলৈ বাধ্য কৰাইছে :

— "দেশ মানে একোটা কাল্পনিক ৰেখা।
... মই জানো, তোমালোকৰ মতে

মোৰো আছে মানৱতাৰ এক নিবিড় সম্পৰ্ক।" এয়া যেন কেশৱ মহন্তৰ 'দিশ ধৱলী বৰণ'ৰ কথা ঃ

– "ক'ত আছে অ' বিদেশ তোৰ
দেশে দেশে তোৰ মাটি
মাটিৰ কোনো বেলেগ নাই ভাই
নাই তাৰ কোনো জাতি।"

তেওঁৰ 'গজি উঠক তেজৰ ফুল'ৰ অন্তৰ্নিহিত বাণীত মহন্তৰ পদাংকৰ অনুসৰণতেই বৰদলৈৰ অনুভূতিৰ প্ৰকাশ দেখোঁ ঃ

বৰদলৈয়ে কয় ঃ
'কেঁচা মাটিত ঘামৰ টোপাল
মিহলি হওক
সঁজাল ধৰক শইচৰ বীজ।'

কেশৱ মহন্তৰ শ্ৰমজীৱী কৃষকৰ ঘামৰ টোপালত জীপ পাই বঢ়া হিংসাৰ-শোষণৰ-বঞ্চনাৰ-লুণ্ঠনৰ বৰগছজোপাৰ শিপাও, সেই একেবোৰ শ্ৰমিকৰেই একেবোৰ ঘামেই খান্দিছে শিপাৰ গুৰিৰ মাটি – যাৰ কলিজাৰ টোপা-টোপ তেজৰ বিনিময়ত বৰদলৈয়ে তেজৰ ফুল গজাৰ প্ৰত্যাশা কৰিছে। সেই একে সুৰেই প্ৰতিধ্বনিত ৈ – 'সময় যে আমাৰ হাতত', 'মাটি পানী শস্য ইত্যাদি', 'সাৰে থাক, সাৰে থাক', 'চিনি লক দুখৰ দিনতো', 'যুদ্ধভূমিৰ অস্তিত্বই বা ক'ত' আদি কবিতাত।

'ইয়াত আছে অনেক দৃশ্য' কবিতাটিত আশী আৰু নৱৈৰ দশকৰ সন্ত্ৰাসবাদৰ জাগৃতি, সম্প্ৰসাৰণ আৰু তাৰ বিভীষিকা, যুৱ-মানসিকতাৰ অৱক্ষয়, ধৰ্ষণ, হত্যা, আত্ম-হত্যা, গণ-হত্যা, লুণ্ঠন – যিবিলাক আজিৰ দৈনন্দিন জীৱনৰ কাৰ্য্য-ক্ৰমণিকাত নিবদ্ধ – তাক প্ৰকাশ কৰিছে পাঁচটা স্তৱকত সৰু সৰু ডাক টিকটৰ লেখীয়া চিত্ৰৰে। চিপজৰী লৈ মৰা ছোৱালীজনীৰ গছত ওলমি থকা বীভৎস দৃশ্যৰ পটভূমিকাৰ আবহ-সংগীতত শুনিবলৈ পাওঁ দুৰ্দান্ত ধৰ্ষণকাৰীৰ দৈহিক তাড়নাৰ গভীৰ ৰাতিৰ উন্মাদ, অশ্লীল, কুৎসিৎ উল্লাসৰ দুৰন্ত প্ৰবাহবোৰ।

'ক'ত লুকাবা বান্ধৈ, ক'ত লুকাবা'ত আজিৰ সমাজৰ ক্ষয়িষ্ণু অৱস্থা দেখি, মানুহবোৰ অমানুহ হোৱা দেখি কবি হতাশ হৈ নপৰি বজ্ৰ-দীপ্ত কণ্ঠেৰে কৈছে ঃ

"মাৰ বান্ধা বান্ধৈ মাৰ বান্ধা
পথাৰত বীজবোৰ ৰোপণ কৰা
শস্যেৰে ভৰি পৰক মুঠি মুঠি হাত
বান্ধৈ, আশ্ৰয় পাবা তাত।"

এই আশ্ৰয় অৰ্থনৈতিক স্থিৰতাৰ আশ্ৰয়। তাৰ অবিহনে সংগ্ৰামী জনতাৰ উদ্ধাৰৰ, মুক্তিৰ, আশ্ৰয়ৰ কোনো পথ নাই। এয়া যেন মোহন কৃষ্ণ মিশ্ৰই 'প্ৰভাত'ত কৰা আহ্বান ঃ

"আহাঁ মোৰ বঞ্চিত বন্ধু, ভাতৃ, অগ্ৰজ, আমি
লেজুত খোজ দি
কান্ধত কান্ধ থৈ হিচাপ লওঁ পুৰণি দিনৰ
আমি গঢ়ি লব পাৰোঁ আমাৰ সোণালী ভৱিষ্যত।"

এয়া যেন ৰাজেন বৰদলৈয়ে কেশৱ মহন্তৰ দৰেই কোৱা কথা :

"সংগী তোমাৰ দেখিছোঁ ভৱিৰ খোজ
সংগী তোমাৰ দেখিছোঁ জীৱন যুঁজ
মোৰো আছে সংগী অংগীকাৰ
যুগৰ বোকাতে থাকি পদুম হোৱাৰ।"

'ফুল, কাঁইট আৰু মানুহ', 'জন্ম হওক মানুহৰ', 'মৃতদেহত জীয়া মানুহৰ প্ৰাণ', 'নেত্ৰহীন দৃষ্টি', 'কোনো এক স্থানত', 'ধ্বংসস্তূপৰ মাজত স্মৃতি ভৱিষ্যত', 'উত্তৰপুৰুষ', 'আমি আমাক আলিংগন কৰোঁ – এই কবিতালানি সত্তৰ/আশীৰ দশকৰ অসম-আন্দোলনৰ স্মৃতিৰ কৰুণ ফলক। 'মুখামুখি'ত সতীৰ্থৰ বিশ্বাসঘাতকতা, সমন্বয়-সংহতিৰ ভুৱা প্ৰতিশ্ৰুতিৰ কথা শুনো। 'ফুল-কাঁইট আৰু মানুহ'ত বিষ্ণু ৰাভাৰ উদাত্ত আহ্বানৰ অনুৰণন – মোহনকৃষ্ণ মিশ্ৰৰ 'জিজ্ঞাসা'ৰ প্ৰতিধ্বনি :

– 'নিস্পেষণৰ দেৱালখন চূৰমাৰ কৰিব লাগিব
হাত আৰু হাতুৰীৰ অপূৰ্ব্ব ছন্দেৰে
দেৱালখন ভাঙি গ'লে আমি
ইয়াত এখন পাম সাজিম, ...
এদিন নিশ্চিত ঢল আহিব
উটুৱাই লৈ যাব ক্লেদাক্ত মেটেকা।'
(তেজতেই অমৃতৰ গোন্ধ)

বৰদলৈৰ 'জন্ম হওক মানুহৰ' কবিতাটোতো মোহন কৃষ্ণ মিশ্ৰৰেই অনুজ সকলৰ প্ৰতি কৰা আহ্বানৰ সুৰ শুনো :

– "ফুলৰ পাহে পাহে হেঁপাহ,
মোৰ আকণ্ঠ ভৰি আছে গান
সুৰাই সুৰাৰ মুৰত দেওধনী নচা,
বিপৰ্য্যস্ত সময়ৰ ভুল
এতিয়া গানত মোৰ বক্তিম কৃপাণ।"

'নেত্ৰহীন দৃষ্টি'ত যেতিয়া বৰদলৈয়ে বিনায় :

– "মোৰ দেউতাই এতিয়া
মোৰ সপোন নেদেখে"

– তেতিয়া আমি অসমৰ আন্দোলনত শ্বহীদ হোৱা, নেলী-গহপুৰৰ গণ-হত্যাত প্ৰাণ হেৰুউৱা হাজাৰ হাজাৰ হতভগীয়া পিতৃ-মাতৃৰ বুকুৰ বেদনা অনুভৱ কৰোঁ। ৰাজেন বৰদলৈয়ে হয়তো স্বাৰ্থান্বেষী নেতাসকলক বিশ্বাস কৰি, তেওঁলোকৰ গাদী দখলৰ ষড়যন্ত্ৰৰ কথা বুজি নেপাই – অসমৰ লক্ষ লক্ষ মূক-নিপীড়িত জনতাৰ লগতে – আন্দোলনৰ নৈতিক যুক্তি-যুক্ততাক সমৰ্থন কৰিছিল এটা সময়ত। দেশৰ অস্তিত্ব ধ্বংস কৰি নিজৰ সোণৰ সংসাৰ গঢ়া সোণাৰীসকলৰ বিশ্বাসঘাতকতা তেওঁলোকৰ শাসন কালতেই ৰাইজে বুজি পালে। তেওঁলোকৰ মোহ-ভংগ হ'ল। বৰদলৈৰো। সন্ত্ৰাসবাদীৰ আসুৰিক উল্লাসৰ পৈশাচিক আচৰণত তেওঁ অতিষ্ঠ হৈ চিঞৰিবলৈ ধৰিছে ঃ

"জ্বলাই দিয়া তোমালোকৰ হৃৎপিণ্ড
ৰক্ত মাংসৰ ছাইবোৰ
সিঁচি দিয়াৰ বাবে
মই উৎকণ্ঠিত'

'ৰাউচি জুৰি থকা মানুহজন'ত তেওঁ আমাৰেই মাজত এতিয়াও থকা নিস্বাৰ্থ, সৎ, দেশপ্ৰেমিকৰ মনোবেদনাৰ কথা প্ৰকাশ কৰিছে। এই সন্দৰ্ভত মোৰ কনকসেন ডেকাৰ প্ৰখ্যাত নিবন্ধৰ "ভাৰতসেন ডেকা"লৈ মনত পৰিছে – যি জন নিস্বাৰ্থ, প্ৰকৃত দেশপ্ৰেমিকে দেশৰ বৰ্তমান ৰাজনৈতিক পংকিলতা আৰু সামাজিক অৱক্ষয় দেখি – অন্ধ হৈ থকাকেই শ্ৰেয় বুলি বিবেচনা কৰিছে। আজিৰ ৰাজনীতিত ভাৰতসেন ডেকাবোৰ অচল টকা।

সময়ৰ পৰিৱৰ্তনৰ সোঁতত ভাঁহি যোৱা মানবীয়তাৰ বৰ্তমান ক্ষয়প্ৰাপ্ত অৱস্থা, মূল্যবোধৰ অৱক্ষয়, মানুহেই মানুহক চিনি নোপোৱাৰ এই সন্ধিক্ষণত ৰাজেন বৰদলৈয়ে যেতিয়াই তেওঁ নিজকে চিনি পাবলৈ আৰম্ভ কৰিছিল – তেতিয়াই তেওঁ পাই গৈছিল মানুহবোৰৰ প্ৰকৃত পৰিচয় – যিবোৰক তেওঁ সতীৰ্থ, সহযাত্ৰী আৰু সহ-সংগ্ৰামী বুলি ভাবি আহিছিল। দৃশ্যপটৰ পৰিৱৰ্তনত মুখাবোৰ যেতিয়া খোল খাই পৰিল তেতিয়াই তেওঁ পাইছিল প্ৰকৃত সত্তা প্ৰকৃত ৰূপৰ সন্ধান বা পৰিচয় ঃ

"নিষ্ঠুৰ সময়ত আমি আমাক চিনি লওঁ" বৰদলৈয়ে তেওঁৰ 'অন্য এক দৃষ্টিৰে', 'গজি উঠক সহস্ৰ গজালি'ত সংগ্ৰামী কৃষক-শ্ৰমিকৰ একৈছ শতিকাৰ ভাবী প্ৰজন্মত সুদৰ্শন চক্ৰধাৰী ভাবী প্ৰজন্মৰ কৃষ্ণ জন্মৰ সম্ভাৱনা দেখিছে – পৰিত্ৰাণায় সাধুনাম বিনাশায় চ দুষ্কৃতাম – এই অৰ্থত ।

"চাই থাকোঁ
জীৱন আৰু জিজ্ঞাসাৰ
ওমলা চোতালত নৃত্যৰ আখৰা।"

বৰদলৈয়ে দেখিছে সৰগৰ বাট-কটা নৃত্যৰতা গাভৰুক আৰু দেখিছে থোৰ মেলা শস্যৰ পথাৰত আনন্দত অধীৰ খেতিয়কৰ কিৰিলি। তেওঁ আশা কৰিছে ঃ

"শস্যৰ সুঘ্ৰাণ
জীৱনৰ শুভবাৰ্ত্তা
গজি উঠক শত সহস্ৰ গজালি।"

'আমি আমাক আলিংগন-কৰোঁ' কবিতাটোত কবিয়ে বিগত আন্দোলনত প্ৰাণ দিয়া শ্বহীদসকলৰ কথা সুঁৱৰিছে – যাৰ মৃতদেহ গচকি গৈ – তথাকথিত অসম উদ্ধাৰকাৰীৰ দলে ক্ষমতা হস্তগত কৰি – নিজৰ নিজৰ সংসাৰ সোণৰ কৰাত লাগি গৈছিল। শ্বহীদ স্তম্ভ, আধাৰ শিলা স্থাপন এইবোৰ ভেকোভাৱনাৰ প্ৰতি কবিৰ শ্লেষ আৰু বিদ্ৰূপ, বক্ৰোক্তি কবিতাটোত প্ৰতিফলিত হৈছে ঃ

স্তম্ভৰ "ভাস্কৰ্য্যৰ শিলালিপিবোৰে
ভয়ংকৰ দিনবোৰে
সোঁৱৰাই দিয়ে পথৰ সন্ধান"।

'কাঁইটীয়া ফুলৰ পাপৰি'ত বন্ধুৱে বন্ধুক প্ৰতাৰণা কৰা, বিশ্বাসঘাতকতা কৰা, অস্তিত্ব ৰক্ষা আন্দোলনৰ নেতৃবৰ্গই সমগ্ৰ জনতাক কৰা অক্ষমনীয় চূড়ান্ত বিশ্বাসঘাতকতাৰ কথা প্ৰকাশ কৰিছে কবিয়ে নিৰ্ভীক চিত্তেৰে ঃ

"কাঁইটীয়া ফুলৰ পাপৰিত ঢাক খায় ৰাতিৰ পৰুৱা।"

অমিয় চক্ৰৱৰ্তীৰ কিছুমান ইমপ্ৰেছনিষ্ট ধৰ্মী কবিতাৰ শৈলীত (– 'অভিজ্ঞান বসন্ত' 'প্ৰবাসী' – আদি) লিখা তেওঁৰ এই কবিতাটোত আমি ৰাজেন বৰদলৈক 'মাটিৰ প্ৰেমত মানুহ'ৰ প্ৰকৃত ৰূপত দেখোঁ – য'তেই প্ৰতিভাত হৈছে কবিৰ চেতাবনী – আৰু আশ্বাস একৈছ শতিকাৰ প্ৰজন্মৰ প্ৰতি – তেওঁৰ, মোৰ, আপোনাৰ উত্তৰপুৰুষৰ প্ৰতি ঃ

"বন্ধুৰ তীক্ষ্ণশৰ। বুকুপাতি দিয়া। ফুল হৈ ফুলক বহল
ৰক্তত। সমিধান বিচাৰি হাবাথুৰি নেখাবা।
আজিৰ কবিতাত। তুমি তোমাৰ কবিতাতেই
বিচাৰি চোৱা জীৱনৰ আচল সত্য।"



## কৃষ্ণা মজুমদাৰ

| | |
|---|---|
| জন্ম – | ১৯৫৫ ধুবুৰী। |
| শিক্ষা – | কোকৰাঝাৰ আৰু সন্দিকৈ কলেজ। বৰপেটাৰ এম. চি. কলেজ; গুৱাহাটীৰ বি. বৰুৱা কলেজ |
| সাহিত্য কৃতি – | স্কুলৰ ক্লাচ চেভেনৰ পৰাই কবিতা লিখে। গীতিকাৰ, গায়িকা আৰু নৃত্য-পটীয়সী। প্ৰকাশিত গ্ৰন্থ ঃ মহীয়সী নাৰী (কাহিনী) 'শৰতৰ বাটেৰে কোন সেয়া যায়' (কবিতা) 'কুঁৱলীত হেৰোৱা সুবাস' (কবিতা) |
| সংগীত কৃতি – | গীতৰ কেছেট 'কল্লোলিত বিহংগ', 'শাৰদী' |
| সাংবাদিকতা – | 'অসম সংবাদ'ৰ প্ৰতিষ্ঠাপক সম্পাদক ১৯৯১, 'স্বৰূপা'ৰ মুখ্য সম্পাদক। |

## কুঁৱলীত হেৰোৱা সুবাস বিচাৰি কৃষ্ণা মজুমদাৰ

নব্বৈৰ দশকত প্ৰথমে আত্মপ্ৰকাশ কৰিছিল কবি কৃষ্ণা মজুমদাৰে তেওঁৰ প্ৰথম কবিতাৰ সংকলন 'শৰতৰ বাটেৰে কোন সেয়া যায়' গীতি কবিতাৰ যোগেদি। তাৰ আগতেই তেওঁ কণ্ঠদান কৰা দুটি কেছেট 'কল্লোলিত বিহংগ' আৰু 'শাৰদী'য়ে সংগীতপ্ৰেমীসকলক আকৰ্ষিত কৰিছিল, পঞ্চাছৰ দশকত লক্ষহীৰা দাসৰ "এৰি দিয়া প্ৰিয়া মই যাওঁ" শীৰ্ষক গীতৰ দৰেই এওঁৰ 'অ উষাৰ সৰু তৰা', 'বহাগী অ' তই কিয় যাবলৈ ওলালি?' আদি গীতৰ পৰিবেশনাৰে বহুতো সংগীত সন্ধিয়াত সুৰৰ প্লাৱন নমোৱা মাত্ৰ সিদিনাৰ কথা। জনপ্ৰিয় গায়িকা, নৃত্যশিল্পী কৃষ্ণা মজুমদাৰ, প্ৰচুৰ সম্ভাৱনাৰ আশ্বাস দিয়া নৱাগতা কবি। শিল্পী কবি কৃষ্ণা মজুমদাৰে এতিয়া 'অসম সংবাদ' সাদিনীয়া সংবাদ পত্ৰৰ আৰু মাহেকীয়া 'স্বৰূপা'ৰ সম্পাদনাৰ দায়িত্ব বহন কৰি আছে। আশী-নব্বৈ দশকৰ কবি সুমিত্ৰা গোস্বামী, মীৰা ঠাকুৰ, অৰ্চ্চনা পূজাৰী আদিৰ সমবয়সী আৰু প্ৰায় একে ধাৰাকেই প্ৰতিফলিত কৰিছে এতিয়াৰ কবিতা জগতত, কৃষ্ণা মজুমদাৰে। সৌ সিদিনা প্ৰকাশিত 'কুঁৱলীত হেৰোৱা সুবাস' আৰু 'শৰতৰ বাটেৰে কোন সেয়া যায়'ৰ কবিতাবিলাক পঢ়ি মোৰ এনে ভাব হয় যেন 'ৰাস-জ্বলা পূৰ্ণিমা'ৰ জোনটোৱে কৃষ্ণা মজুমদাৰক কবিতাৰ পৃথিৱীখনলৈ বাট দেখুৱাই লৈ আহিছে।

তেওঁৰ 'সোণ কাজলি আকাশত' শীৰ্ষক গীতি কবিতাত কবিৰ অন্তৰৰ অনুভূতিৰ প্ৰকাশত কোনো কৃত্ৰিমতা নাই। স্বচ্ছ, নিৰ্মল ঝৰণাৰ পানীৰ দৰে আবেগবোৰ যেন নাচি নাচি আহিছে পাঠকৰ মনোমঞ্চলৈ। এই গীতি কবিতাটোত কৃষ্ণাই দেখিছে শাৰদী সপোন নমা লিলি ৰাজবংশীৰ 'তুলিকা আফালি অহা, শাৰদী কবিতা'ৰ দৰেই।

'তুলিকা আফালি অহা, শাৰদী কবিতা'ত "সোণজ্বলা জোনাকীৰ অঘৰী আভাত, জাহ যায় আহিনৰ থাউনি হেৰুৱা আশাত" জোনটোৰ অৱস্থিতি ৰাজবংশীয়ে ইংগিতৰ যোগেৰে সূচাইছে। প্ৰত্যক্ষ বৰ্ণনাৰে নহয়। শৰতৰ জোন, শৰতৰ পৃথিৱীৰ মনোৰমা ৰূপৰ বৰ্ণনাত কৃষ্ণাই যেন অনুপ্ৰেৰণা পাইছে পাৰ্বতি প্ৰসাদ বৰুৱাৰ পৰা। কৃষ্ণাৰ শৰতৰ বৰ্ণনা পাৰ্বতিপ্ৰসাদৰ 'গুণগুণনি', 'লুইতী' আদি কবিতাৰ ক্ষীণ প্ৰতিধ্বনি যেন অনুভূত হয়। পাৰ্বতি প্ৰসাদৰ দৰেই কবি কৃষ্ণা মজুমদাৰ ওলাই আহিছে সুন্দৰৰ উপাসনা কৰিবলৈ। জীৱনৰে পূজা কৰিবলৈ। শৰতৰ অনন্য সুন্দৰ বৈচিত্ৰ্যৰ মাজত কৃষ্ণা মজুমদাৰে পৰমপুৰুষৰ সৰ্বব্যাপী সত্তাক দেখিছে আৰু সেই কাৰণেই কবিয়ে তেওঁৰ অন্তৰৰ সকলো ভক্তি, শ্ৰদ্ধা অৰ্পণ কৰিছে পাৰ্বতি প্ৰসাদৰ দৰেই –

"লভিছোঁ সান্ত্বনা জনাবা সঁহাৰি
দিবাহি আশীষ
বাঢ়ে যেন তোমাৰ ভকতি।"
(শৰতৰ বাটেৰে)

এয়া যেন পাৰ্বতি প্ৰসাদৰ 'খেল ভঙা খেল'ৰ প্ৰতিধ্বনি :

—"তোমাৰ চৰণ ধৰি প্ৰভু
থিৰেৰে মই ৰওঁ।"

কৃষ্ণা মজুমদাৰেও বহাগৰ ছবি আঁকিছে অৰ্চনা পূজাৰী, যতীন মিপুন, নিত্যা দত্তৰ দৰেই, অৱশ্যে নিজস্ব অনুভূতি আৰু শৈলীৰে য'ত তেওঁ ফুটাই তুলিছে সাময়িক চৈতন্যৰ নতুন বহাগৰ ৰূপ।

"ৰৰঘৰৰ মজিয়াত কোনে জুই জ্বলালে
কোনেনো নুমাবহি আহি
সংস্কৃতি আৰু সমন্বয়ৰ
বৰ পেৰাটিও জ্বলিছে!"

তেওঁৰেই সমবয়সী কবি অৰ্চনা পূজাৰীয়ে আকৌ বহাগৰ স্বপ্নময়ী ৰূপহে দেখিছে —

"কোন তুমি স্বপ্নময়ী
ওঁঠত তোমাৰ
ৰমক-জমক সেউজীয়া হাঁহি।"
(বহাগ)

কৃষ্ণা মজুমদাৰে কিন্তু বহাগক যতীন মিপুনৰ দৰেই নতুন চকুৰে চাইছে —

"আজি দেখোঁ বহাগৰ বতাহত ভাঁহি ফুৰা
ঢোলৰ চেওবোৰ আকাশত খুন্দা খাই
উফৰি পৰিছে, এক হুমুনিয়াহ হৈ, বহাগ বহাগ।"

কৃষ্ণা মজুমদাৰৰ খেদ আৰু উপলব্ধিৰ আনুভূতিক ৰূপায়ণ একেবাৰে পোনপটীয়া, যিবিলাক অনুভূতি যতীন মিপুনে চিত্ৰকল্পৰ নতুন ব্যঞ্জনাৰে দেখুৱাইছে তেওঁৰ 'বহাগৰ অনুভূতি'ত।

"বহাগ আহিলেই অনুভৱ কৰোঁ
আইৰ বুকুৰেদি বাগৰি অহা
উদফাইৰ জ্বালা।
কংসবধৰ ভাওনাত

বলোকাইৰ বজ্ৰমূৰ্ত্তি যাৰ অগোচৰ
সি বুজে কিদৰে
বহাগৰ বিহুতলীৰ প্ৰতিটো চেৱৰ
অপ্ৰকাশিত আক্ৰোশ আৰু নিৰ্লিপ্ত বেদনা।"

সেই একে বহাগকেই আকৌ নিত্যা দত্তই দেখিছে যতীন মিপুনৰ দৰে –

"পূৰ্ণিমাৰ আকাশ খহি পৰে
পৃথিৱীৰ শুকান বননিলে
জীৱনৰ চব গন্ধ সিঁচৰতি হ'ল
প্ৰাণ হ'ল চম্পাকলি ফুল।
('এমুঠি পুৱাৰ নিয়ৰ' – 'বহাগ')

কিন্তু কোনো কাব্যিক অলংকাৰেৰে বিভূষিত নকৰা নিৰাভৰণ বহাগ যাব খোজাত কৃষ্ণা মজুমদাৰে কান্দিছে :

'বহাগী অ' তই কিয় যাবলৈ ওলালি
কুলিৰ কোমল মাততে, বেজাৰ কিয় সানিলি?
কোমল কুঁহিপাতেৰে সপোন কিয় তই ভাঙিলি?"

"শৰতৰ বাটেৰে ...''ৰ কেইটামান কবিতা অতি মৰ্মস্পৰ্শী। সেয়া কৃষ্ণা মজুমদাৰৰ হিয়া ভঙা কান্দোনৰ সুৰ – নোপোৱাৰ বেদনাৰ হেৰোৱাৰ হতাশাৰ সুৰ। 'অ' উষাৰ সৰু তৰা'ত কবিয়ে তেওঁৰ প্ৰিয়জনক বিচাৰি নেপাই উদ্বাউল হৈ উঠিছে। মন-মঞ্জুত সৃষ্টি হোৱা অনুভূতিৰ এয়া লৱণু প্ৰকাশ :

"পামনে বিচাৰি সেই
নীল আকাশত
আছেনে লুকাই
ৰামধেনুৰ সাতোবৰণত
মোৰ সাধনাৰ
মোৰ আৰাধনাৰ
জীৱন বীণাৰে সুৰ?"

কবিৰ অন্তৰত অতীতৰ সোঁৱৰণিবোৰ থুপ খাই আছে, যাক তেওঁ প্ৰিয়জনৰ বিৰহৰ কল্পনাৰ পৰা উপশম পাবলৈ যেন সযতনে ৰাখিছে :

"কোনেও নেদেখা এটি মধুময় হাঁহি
কোনেও নুশুণা এটি গোলাপৰ পাহি।"[১]
একেই সুৰে উতলা তেওঁৰ অন্য এটি গীতি-কবিতা –
"মোৰ এই জীৱনৰ শিলালিপিখনিত।"

কবিতাত কবিয়ে তেওঁৰ প্ৰিয়জনৰ ওচৰতেই সকলো যেন অৰ্পণ কৰিছে। এই প্ৰিয়জন হয়তো তেওঁৰ শৰীৰী প্ৰেমিক – হয়তো সেইজন অশৰীৰী মোহন কৃষ্ণ।

"আমৰণ ললোঁ তোমাৰ শৰণ
অ' প্ৰিয় মোৰ
জীৱনে মৰণে মই তোমাৰেই
আশাৰ প্ৰদীপ গছি
জ্বলাই নীৰৱে
তোমালৈ বলোঁ বাট চাই।"

"আজি বিহু বিহু লাগিছে গাত, অ' চেনেহী বহাগ' শীৰ্ষক কবিতাত গাভৰু কবিয়ে তেওঁৰ প্ৰিয়জনৰ প্ৰতি সৃষ্টি হোৱা অনুৰাগৰ প্ৰকাশ কৰিছে, কেশৱ মহন্তই তেওঁৰ 'আইকণ'ৰ প্ৰতি কৰা ধৰণে ঃ

"চকুৰে ভোক মাৰিব
অ' আইকণ বিজুলী
পাৰোঁ মই মইনাজান
তোমাৰে মুখলৈ চাই
পিৰিতিৰ ভোক মই
অ' আইকণ বিজুলী
মাৰিব নোৱাৰোঁ
দেহা খুলি খুলি খায়।"
(উকণ্ঠা উকণ্ঠা)

দেশৰ প্ৰতি থকা তেওঁৰ ভালপোৱা প্ৰকাশ কৰিছে – 'অ' মোৰ দেশ – মোৰ দেশৰ মাটি' শীৰ্ষক কবিতাত। সেই একেই দেশপ্ৰেমৰ জাগৃতি, দেশমাতৃকাৰ বন্দনা গণেশ গগৈ, দেৱকান্ত বৰুৱা, বীৰেণ বৰকটকী, অম্বিকাগিৰি কমলানন্দৰ কবিতাত। আজিৰ এচাম নবীন কবিৰ ভিতৰত অৰ্চ্চনা পূজাৰীৰ 'দেশৰ মাটিৰ নাচ' আৰু ৰাজীৱ ভট্টাচাৰ্য্যৰ 'আই মোৰ লখিমী কবিতাৰ ছাঁত' দেশাত্মবোধক কবিতাৰ উন্মেষ পাওঁ। কৃষ্ণা মজুমদাৰৰ কবিতাৰ ভাষা তেনেই সহজ-সৰল। বৰ্ণনাত একো জটিলতা নাই ঃ

"বৰ লুইতৰ দুকুল ওপচা
মৰমৰ পাৰ ভাঙি
জীৱন, ছন্দ, ভঙা আৰু গঢ়াৰ
আজিও নহয় শেষ।"

বিষ্ণু ৰাভাক সুঁৱৰি লিখা বিখ্যাত কবিতা তিনিটা হ'ল বীৰেণ ভট্টাচাৰ্য্যৰ "এতিয়া কিমান ৰাতি" বীৰেণ বৰকটকীৰ 'বিষ্ণু ৰাভা এতিয়া কিমান ৰাতি'।

আৰু কেশৱ মহন্তৰ 'জানো অনুপম'। কৃষ্ণা মজুমদাৰে বিষ্ণু ৰাভাক মাতে তেওঁৰ কবিতাৰ মাধ্যমেৰে আমাৰ হিয়াত তেওঁৰ ৰক্তিম আভা বিলাবলৈ — সৰগৰ মন্দাকিনী নমাই আনি অন্তৰত তেওঁৰ প্ৰেমৰ স্পন্দন বোৱাবলৈ :

"অ' সুৰৰে দেউলৰে সুন্দৰৰ পূজাৰী
মেদিনী কঁপাই আহাছোঁ নামি
পৃথিবীত আজি নাই শান্তিৰ জ্যোতি।"

"ৰিমঝিম বৰষা' শীৰ্ষক কবিতাৰ অনুপ্ৰাস আৰু সাংগীতিক সংগতৰ গতি তীব্ৰ ৰিমঝিম বৰষা, দোল-দোল হৃদয়, টিপ্‌টিপ্ টোপাল। মৌচুমী মনক মেঘৰ বাদল বজাই আহিবলৈ কৰা অনুৰোধৰ খণ্ড বাক্যৰ উপমা আৰু চিত্ৰকল্প ব্যঞ্জনা অতি সুন্দৰ। সেইদৰে 'জিলিমিলি জোনাকত'ত দেখোঁ অনুপ্ৰাসৰ প্ৰাচুৰ্য্য। 'তোমাৰ মনৰ মুগ্ধ ছায়া'ত কৃষ্ণা মজুমদাৰে হেম বৰুৱাৰ 'তোমাৰ দুচকু প্ৰিয়া সাগৰৰ এচামুচ নীলা' উপমাটিৰ আৰু চিত্ৰকল্পৰ অন্য এক মৌলিক উপস্থাপনা কৰিছে :

"তোমাৰ দুচকুৰ নীলা নয়নত
সানি দিলোঁ সাগৰৰ গভীৰতা।"

"নবজাবি উদাসী বাঁহী"ৰ পিছৰ চাৰিটা স্তৱকৰ মন দাপোণৰ, মন পথাৰৰ, মন-সাগৰৰ, মন ফাগুণৰ চিত্ৰকল্পই পাঠকক মোহিত নকৰাকৈ নেথাকে। কিছুমান চিত্ৰকল্প অসম্ভৱ ধৰণৰ মৌলিক :

"মোৰ সপোনৰ প্ৰতিটো ডালত
ৰজনীগন্ধা নৌ ফুলোতেই
ঋতু সামৰি থৈ
তুমি গুচি গ'লাগৈ"

আকৌ—

"শুকান সৰাপতে ঢাকিলে
মনৰ শ্যামলী উপবন"

আকৌ—

"আকাশে দিলে নীলা নয়নৰ
এবুকু ৰভা টানি"

মহেন্দ্ৰ বৰা, হৰি বৰকাকতি, হেম বৰুৱা টি. ই. হুম (T. E. Hulme) ৰ কবিতাৰ দৰে কৃষ্ণায়ো জোনক এটি নতুন আৰু মনপৰশা চিত্ৰ কল্পেৰে দেখুৱাইছে;

"জুমি জুমি নিশাৰ তৰালীৰে
ডাৱৰৰ আঁৰে আঁৰে
জোনায়ে খেমালি কৰে।"
(জুমি জুমি)

সেইদৰে ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদকো কৃষ্ণাই প্ৰণাম জনাইছে তেওঁৰ 'বিস্তীৰ্ণ পাৰৰে অসংখ্যজনক' শীৰ্ষক কবিতাত – যি কবিতাৰ প্ৰথম শাৰীতেই ভূপেন হাজৰিকাৰ যুগজয়ী গীতি কবিতা 'বুঢ়া লুইত'ৰ প্ৰতিধ্বনি শুনো অতি স্পষ্টকৈ –

"বিস্তীৰ্ণ পাৰৰে অসংখ্য জনৰে
হাহাকাৰ শুনি নিশব্দে নীৰৱে
বুঢ়া লুইত তুমি – বুঢ়া লুইত তুমি
বোৱা কিয়?"

তেওঁৰ 'কুঁৱলিত হেৰোৱা সুবাস'ত তেওঁৰ কবি প্ৰতিভাৰ অন্য এটা দিশ হ'ল শব্দাৱলীৰ সম্মোহনী সংযোজনা, মৌলিক আৰু অনন্য সুন্দৰ চিত্ৰকল্পৰ উপস্থাপনা আৰু লাস্যময়ী ছন্দ বা লহৰৰ সংগতি। কবিয়ে তেওঁৰ কিছুকথা'ত কোৱা কথাখিনিয়েই তেওঁৰ কাব্যিক প্ৰতিভাৰ পৰিবৰ্দ্ধনৰ চিনাকি। আটাইখিনি কবিতাই কৃষ্ণা মজুমদাৰৰ জীৱনৰ অভিব্যঞ্জনা য'ত তেওঁ কোৱা মতেই প্ৰতিধ্বনিত হৈছে তেওঁৰ অতীতৰ স্বপ্ন, ছন্দ আৰু গতি – হৰেন্দ্ৰ কুমাৰ দত্তৰ কবিতাৰ দৰেই। 'কিছু কথা' প্ৰস্তাৱনাৰ আৱৰণীত এটা নিলিখা কবিতা – য'ত মাত্ৰ সীমিত পৰিসৰতে লিখা কথাখিনিত যেন তেওঁ তেওঁৰ কুঁৱলিত হেৰাই যোৱা সুবাসখিনি কণমানি আতৰ বা 'চেন্ট'ৰ আঙুলিপৰীয়া ৰূপহী বটল এটাতহে ভৰাইছে।

এই সংকলনৰ 'জন্মলগ্ন' মাত্ৰ ১৮ টা সৰু সৰু লাইনৰ কবিতা। লাইনবোৰ এটা বা দুটা শব্দৰ। সংকলনৰ প্ৰায় আটাইকেইটা কবিতা এই এবে শৈলীতেই লিখা। এনেধৰণৰ আংগিকত পৰিবেশন কৰা কবিতা মই আমেৰিকান কবি উইলিয়াম কাৰলছ উইলিয়াম (William Carlos William)ৰ কবিতা সংকলন এটাত পোৱা মনত পৰিছে। কবিতাটো আছিল 'দিছ ইজ্ জাষ্ট টু ছে' (This is Just to Say)। মাত্ৰ ৮টা লাইন। দুটা বাক্য। বচ্। এনেধৰণৰ দহ লাইনৰ মাত্ৰ দুটা দুটা শব্দৰ বাক্যাংশৰ কবিতা এটা পাইছিলোঁ নীলমণি ফুকনৰ 'আচ্ছাদিত দুখ'ত।

"চৰাইৰ গান
তেজৰ টোপাল
প্ৰতিটো ফুল
নীৰৱ চকুলো ....

প্ৰসিদ্ধ বঙালী কবি অমিয় চক্ৰৱৰ্তীয়েও এনে আংগিকত লিখা দেখিছোঁ। তেওঁৰ 'অভিজ্ঞান বসন্ত'ৰ দৰে 'সৌখিন ভ্ৰমণ'ত লিখিছে –

"দাৰ্জিলিঙেৰ মেঘলায়-মেশা
সবে
যাওয়া

ছবি
ভোৰে পাওয়া ৰবি নেশা।"

ৰবীন্দ্ৰ বৰাৰ 'বাহিৰে ভিতৰে দেৱাল' আৰু 'কবিতা' শীৰ্ষক কবিতা দুটা এই সন্দৰ্ভত উল্লেখযোগ্য।

কৃষ্ণা মজুমদাৰৰ কবি-সত্তাত দুটা ধাৰা – প্ৰথমটো ধাৰাত পাৰ্বতি প্ৰসাদ আৰু বীৰেণ বৰকটকীৰ শৰতৰ পদক্ষেপৰ প্ৰতিফলন। প্ৰথম ধাৰাৰ সংকলনখনি গায়িকা আৰু নৃত্য-শিল্পী কৃষ্ণা মজুমদাৰৰ নৃত্য-গীতেৰে যেন সমৃদ্ধ। এই গীতি কবিতাবোৰ তেওঁৰ প্ৰাণৰ সুৰ যি সুৰৰ লহৰে পাঠক-শ্ৰোতাক তৎকালে মুহিব পাৰে। কবিয়ে এই সংকলনটিক যথাৰ্থভাৱেই 'গীতৰ মণিধাৰ' বুলি অভিহিত কৰিছে। সেয়া তেওঁৰ যৌৱনে গজালি মেলা সময়ৰ লেখা। ১৯৯৩ চনত প্ৰকাশিত 'কুঁৱলিত হেৰোৱা সুবাসে' তেওঁৰ কবি-সত্তাৰ দ্বিতীয়টো ধাৰা প্ৰতিফলিত কৰে।

আশীৰ দশকৰ নবীন কবি কুঞ্জ মেধি, ৰবীন্দ্ৰ বৰা, ৰমেন কলিতা, বিবি দেৱী বৰবৰুৱা, অতনু ভট্টাচাৰ্য্য, ৰাজীৱ ভট্টাচাৰ্য, উদয় কুমাৰ শৰ্মা, অৰ্চ্চনা পূজাৰী, লিলি ৰাজবংশী, নীলিম কুমাৰ, আব্দুল হালিম, সনন্ত তাঁতি, সমীৰ তাঁতি, যতীন মিপুন, অমিত চৰকাৰ, হৰেন্দ্ৰ কুমাৰ দত্ত – এওঁলোকৰ ভিতৰত কুঞ্জ মেধি, উদয় শৰ্মা, বিবি বৰবৰুৱা, ৰেণু মহন্ত, অৰ্চ্চনা পূজাৰী, ৰাজীৱ ভট্টাচাৰ্য্য, লিলি ৰাজবংশী, ৰমেন কলিতাৰ কবিতাবোৰ সহজেই বুজিব পাৰি। পঢ়াৰ লগে লগে কবিৰ অনুভূতিয়ে পাঠকৰ বুকুত খুন্দা মাৰে।

কিন্তু ৰবীন্দ্ৰ বৰা, নীলিম কুমাৰ, আব্দুল হালিম, সনন্ত তাঁতি, সমীৰ তাঁতি, যতীন মিপুন, হৰেন্দ্ৰ কুমাৰ দত্ত আৰু অমিত চৰকাৰৰ কবিতা পঢ়িবলৈ ল'লে প্ৰায়ে উজুটি খাব লাগে। বুজিবলৈ অলপ সময় লাগে। অৱশ্যে এওঁলোকৰ ক্ষেত্ৰত অজিত বৰুৱা বা নীলমণি ফুকন বা হৰেকৃষ্ণ ডেকাৰ কবিতা উপলব্ধি কৰিবলৈ যাওঁতে বহু পঠন বা বেছি মগজুৰ কছৰৎ কৰিব লগা নহয়।

কৃষ্ণা মজুমদাৰৰ 'কুঁৱলিত হেৰোৱা সুবাস'ৰ কবিতাবোৰ ঠিক যেন ওপৰোক্ত দুয়ো ধাৰাৰ মাজৰে। তাৰ 'জন্ম-লগ্ন'ৰ পৰা 'তেজীমলা' লৈকে ২৫টা কবিতাৰ ৰচনা শৈলী প্ৰায় একে। এই সংকলনৰ কিছুমান কবিতা 'জন্ম-লগ্ন', 'শৈশৱ', 'খোজ', 'তোমাৰ বুকুত' – প্ৰথম দৃষ্টিতেই ভাল লগা কবিতা। এয়া মোৰ প্ৰেম-প্ৰথম দৃষ্টিৰ। কবিতাৰ লগত। এই সন্দৰ্ভত মোৰ আমেৰিকাৰ কবি ৰবাৰ্ট ফ্ৰষ্ট (Robert Frost) ৰ উক্তি এটালৈ মনত পৰিছে। তেওঁ কৈছিল ঃ

"এটা কবিতা ভাল কবিতাৰ সচেতন পাঠক এজনে তৎকালেই ক'ব পাৰিব যেতিয়া তেওঁ অনুভৱ কৰে তেওঁ এইবাৰ এটা গভীৰ আঘাত পালে – যি আঘাতৰ পৰা তেওঁৰ পৰিত্ৰাণ নাই। অন্য অৰ্থত এইটোকে ক'ব পাৰি যে কবিতাৰ স্থায়িত্ব, প্ৰেমৰ স্থায়িত্বৰ দৰেই তৎকালে অনুমান কৰিব পাৰি। কবিতা এটা যে ভাল কবিতা – এই কাৰণে নহয় যে আমি কবিতাটো পাহৰিব পৰা

নাই। ভাল এইকাৰণেই যে আমি প্ৰথম দৃষ্টিতেই জানিছিলোঁ কবিতাটো আমি কেতিয়াও পাহৰিব নোৱাৰিম।"

ৰবীন্দ্ৰ বৰাৰ 'কবিতা' আৰু 'জীৱনে যদি যৌৱনক' শীৰ্ষক কবিতা দুটাৰ দৰেই আংগিক প্ৰয়োগ কৰি লিখা শৈশৱ কবিতাটো মনত দাগ কটা কবিতা। কবিতাটোত পোন্ধৰটা সৰু সৰু স্তৱক। কবিয়ে তেওঁৰ শৈশৱ, কৈশোৰ আৰু যৌৱনৰ আৱৰ্তনিৰ অসংখ্য সৰু সৰু ছবি আঁকিছে অতি নিপুণতাৰে। প্ৰত্যেকখন ছবিয়েই কবিৰ বিগত জীৱনৰ সোঁৱৰণি সোণ সনা মুহূৰ্ত কিছুমানৰ মন পৰশা প্ৰতিফলন। তেওঁৰ শৈশৱৰ কালৰ গাঁৱৰ 'আঙুলি চোহা বাট', 'সাগৰ তলী এন্ধাৰ', 'বাঁহনিখনৰ ফাঁকে ফাঁকে পোহৰৰ সোৱাদ লগা আঙুলি বুলনি', 'গোন্ধে আমোল মোলোৱা প্ৰাথমিক শিক্ষা', 'জাককৰা গধূলিত চোতালৰ ওমলা দিন'ৰ মাজত আকৌ অনন্য দক্ষতাৰে কবিয়ে কেশৱ মহন্তৰ বিখ্যাত কবিতা 'অ' আই আমাৰ কপালতে – তিলক আঁকি দিয়া' আৰু নৱকান্ত বৰুৱাৰ 'বগলী বগা ফোঁট দি যা' উদ্ধৃতিৰ চমকপ্ৰদ প্ৰয়োগ কৰি দেখুৱাইছে। দ্বিজু দদাইৰ 'ভূটীয়া ৰাণী' জনী আন কোনো নহয় – কৃষ্ণা মজুমদাৰেই যি ১৯৬২ চনৰ চীন-ভাৰত সংঘৰ্ষৰ আতংকত চাটি ফুটি কৰি উঠিছে। এয়া কেশৱ মহন্তৰ 'ওপজা মাটিৰ কলিজা'ত লিখা, কৃষ্ণা মজুমদাৰৰ শৈশৱ-কৈশোৰ-যৌৱনৰ মনোৰম আলেখ্য।

এই সংকলনটিৰ অনন্য আকৰ্ষণ হ'ল অজস্ৰ নতুন নতুন মৌলিক চিত্ৰকল্প। "কুঁৱলীৰ ছাঁ পিন্ধা সূৰ্য্য", "জোনাকৰ শেতেলীত মোক তোল মোক তোল সৰাপাতে ঢকা শ্যামলী উপবন", "কুঁৱলীৰ গহনা", "বুলবুলি খোজ", ' 'ৰুণজুন বতাহৰ আঙুলি বুলনি", "ৰ'দৰ পিৰালি", "এমোকোৰা অৰুণাচলী ৰ'দ", "এৰাতি লৈ", "শুকান পাতৰ নেপূৰ", "মাতাল ৰাতি" আদি। শেষত উল্লেখ কৰা 'মাতাল ৰাতি'য়ে মোৰ ভ্লাদিমিৰ মাযকভস্কী (VLADIMIR MAYAKOVSKY)ৰ বিখ্যাত স্তৱক এটালৈ মনত পেলাই দিয়ে তেওঁৰ 'গ্ৰেট বিগ হেল অৱ এ চিটি (Great Big Hell of a City) শীৰ্ষক কবিতাটিৰ –

"Only them crumpling the blanket of lights
Night loved itself ont, lewd and drunk.'

কবিতাৰ অন্তৰ্নিহিত অৰ্থ ভালকৈ নুবুজিলেও এই চিত্ৰ কল্পবোৰ সাধাৰণ শব্দেৰে সজোৱা মৌলিক সংযোজনাই মনত দাগ বহুৱাই যায়।

কৃষ্ণা মজুমদাৰৰ কবি প্ৰতিভাৰ অগ্ৰগতিৰ চিনাকি মই ইয়াতেই পাওঁ। আৰু সেই কাৰণেই তেওঁ তেওঁৰ 'তেজীমলা'ক কোৱা দৰেই মোৰো প্ৰতিভাৰ পোহৰ দেখুৱাবলৈ লোৱা কবিক ক'বৰ মন যায় –

"আকাশলৈ চাই
চকুলো টুকি থকাৰ
প্ৰশ্ন নুঠে ..."
উঠি আহা কৃষ্ণা – দুয়োপাৰ খলক লগাই।



## হৰেন্দ্ৰ কুমাৰ দত্ত

| | |
|---|---|
| জন্ম – | এপ্ৰিল ১৯৪০ দেৰগাঁও |
| চাকৰি – | কলেজৰ অধ্যাপনা অসমীয়া সাহিত্যৰ। ১৯৬৩ চনত টীয়কৰ চন্দ্ৰকমল বেজবৰুৱা কলেজ, ১৯৬৯ চনত নিউ যোৰহাট কলেজ, ১৯৬১ চনৰ পৰা দেৰগাঁও কমল দুৱৰা কলেজ। |
| সাহিত্যকৃতি – | প্ৰকাশিত কাব্য সংকলন "স্বপ্ন, ছন্দ আৰু গতি (১৯৮৪) ৰমান্টিছিজম আৰু গীতি মানস সমালোচনাত্মক পুথি (১৯৯৪)<br>ইয়াৰ উপৰিও এওঁ অসমৰ প্ৰায়বোৰ পত্ৰ-পত্ৰিকা আলোচনী আদিত সাহিত্য-সম্পৰ্কীয় লিখনি আগ বঢ়াই আহিছে। |

# মনুৰ জন্ম লগনৰ ৰোমন্থনত হৰেন দত্ত

– 'যোৱা নিশা বাহিৰত
বৰষাৰ উচুপনি শুনি
কোনো এক চৌৰ্য্য কামনাই
বিচিত্ৰ বাখৰ পিন্ধি সোণালী দেহত
মোৰ মন চুই গ'ল।'

হৰেন্দ্ৰ কুমাৰ দত্তই আশীৰ দশকৰ কোনোবা এটা নিশা শুনা বৰষাৰ উচুপনিয়ে মোৰো মন চুই গৈছিল। সেই যে মন চুইছিল – এতিয়াও কেতিয়াবা কেতিয়াবা, বৰষুণ দিলে মই আকাশে কন্দা যেন শুনো। হৰেন দত্তই তেওঁৰ স্বভাৱ সুলভ বিনয়েৰে তেওঁৰ 'স্বপ্ন ছন্দ গতি'ত নিজৰ কথা ক'বলৈ গৈ কৈছে যে তেওঁৰ লিখনিবোৰ কবিতা হৈছেনে নাই সেই সম্পৰ্কে তেওঁৰ মনৰ সন্দেহ আঁতৰা নাই যদিও তেওঁ আশা ৰাখিছে হয়তো সেই লিখনিবোৰে কোনোবা পাঠকৰ অন্তৰত আলোড়ন তুলিব আৰু যেতিয়া সেই আলোড়নে কোনো পাঠকক অভিভূত কৰিব – তেতিয়াই তেওঁৰ প্ৰচেষ্টা সফলকাম হোৱা বুলি ভাবিব। পাঠকৰ অন্তৰাত্মাত তুলিব পৰা কঁপনিখিনিয়েই তেওঁৰ কাৰণে স্বীকৃতিৰ অতুল বৈভৱ হ'ব।

১৯৮৪ চনতেই হৰেন দত্তৰ কবিতাবিলাক পঢ়িছিলোঁ। তাৰে বহুতো কবিতাই মোৰ মনোজগতত বহুতো অনন্য, অদ্ভুত আৰু সাংঘাতিক আলোড়নৰ সৃষ্টি কৰিছিল। এতিয়াও মাজে মাজে হৰেন দত্তৰ স্বপ্নবোৰৰ মোহময়ী ছন্দাৱলীৰ গতিয়ে মোক মই নেদেখা অতীতৰ কুহেলিকালৈ মোৰ অজ্ঞাতসাৰেই টানি লৈ যায়– প্ৰথম মনুৰ জন্ম লগ্নলৈ ঃ

– ইয়াত এতিয়া একো নাই
মৰুভূত উত্তপ্ত নিশা
মহাসাগৰৰ উৰ্মিমালা
আৰু অনন্ত শূন্যৰ হাহাকাৰ
এচাটি বতাহ হঠাতে কঁপি উঠিল
শূন্যৰ বুকুত ওলমি আহিল
এপাহি অশৰীৰী ফুলৰ সুবাস।
জীৱনৰ সুবাসে মতলীয়া কৰি গ'ল
পৃথিৱীৰ উমাল বুকু

জন্মবেদনাৰ মিঠা উন্মাদনাত
খলকি উঠিল সমস্ত সত্তাৰ।"
(ব্যোমন্থন — প্ৰথম মনুৰ জন্ম লগনৰ)

এয়াই কবিতা। সুন্দৰ কবিতা। এয়া হৰেন দত্তৰ স্বপ্নপুৰীৰ পৰা ওলাই অহা আবেগ আৰু গভীৰতম অনুভূতিৰ মনোৰম মানস-চিত্ৰৰ বিচিত্ৰ সমাৰোহ — যাক তেওঁ তেওঁৰ ছন্দৰ সাৱলীল গতি আৰু গীতিময়ী তুলিকাৰে প্ৰাণৱন্ত কৰি তুলিছে। এয়া জীৱনৰ জীয়া আবেগৰ বোলৰ সোৱণশিৰীয়া বান।

বংগদেশৰ প্ৰখ্যাত কবি প্ৰেমেন্দ্ৰ মিত্ৰৰ দৰেই হৰেন দত্ত স্বপ্ন ভংগ হোৱা এক পৃথিৱীৰ কবি। প্ৰেমেন্দ্ৰ মিত্ৰৰ দৰে এওঁ সপোনৰ ভগা টুকুৰাৰে, নতুন জীৱনৰ কাৰেঙ গঢ়াত ব্ৰতী। সাময়িক চৈতন্যৰ সংশয়, সন্দেহ, জীৱনৰ খোজে খোজে কিবা বিচাৰি ফুৰাৰ আৰু কিবা নতুনৰ সন্ধান বিচৰাৰ ধৈৰ্য্য আৰু সাহসৰ দৃঢ় স্থিতি; ৰাজতন্ত্ৰ, সামন্তবাদ, ধনতন্ত্ৰ আৰু তথাকথিত গণতন্ত্ৰৰ প্ৰতি বিদ্ৰোহ, বিতৃষ্ণা, ঘৃণা আৰু বিদ্ৰূপৰ পুঞ্জীভূত বিক্ষোভৰ ৰূপায়ণেই হৰেন দত্তৰ কবিতাৰ প্ৰাণ-গংগা প্ৰৱাহ।

অঞ্জলি বৰুৱাৰ কবিতাবোৰৰ দৰেই হৰেন দত্তৰ বেছিভাগ কবিতা অত্যন্ত আবেগ-ব্যাকুল ব্যথাদীৰ্ণ হৃদয়ৰ সকৰুণ সুৰৰ ঢল —

"এইবাৰ জিলিকি উঠিল
মায়াময় ৰেচমৰ জালৰ মাজেদি
মিঠাকৈ সূৰ্য্যৰ ধুনীয়া ছবিটি
হঠাতে তীব্ৰ হৈ উঠিল
বৰ্বৰ শোষকৰ দুৰ্বাৰ কামনা
সেঙেতাত অচেতন পৃথিৱীৰ দেহ।"
(ঋতু সংহাৰ)

বিশ্বকবি ৰবীন্দ্ৰনাথৰ 'সোণাৰ তৰী', 'নিৰুদ্দেশ যাত্ৰা'ৰ দৰে কবিতাত যেনেকৈ মানস-চিত্ৰ, সাংগীতিক লয় আৰু অনুভূতিৰ সমন্বয়ৰ বলিষ্ঠ প্ৰকাশ দেখোঁ, হৰেন দত্তৰ কিছুমান কবিতাত তেনেধৰণৰ ৰাবীন্দ্ৰিক ছাপ অস্পষ্টকৈ হ'লেও মই দেখিবলৈ পাওঁ। সাময়িক চৈতন্যৰ ৰূপায়ণত হৰেন দত্তই তেওঁৰ কবিতাত যুগৰ প্ৰতিচ্ছবিৰ আৱৰণ লৈ তেওঁৰ অনুভূতি প্ৰকাশ কৰিছে।

হৰেন দত্তৰ 'ঋতু সংহাৰ', 'চেলুলয়ড', 'সৃষ্টিৰ প্ৰথম শিল্পী', 'ব্যোমন্থন — প্ৰথম মনুৰ জন্ম লগনৰ', 'বিৱৰ্তন' এই কবিতা কেইটিত কবিৰ অৰ্ন্তদৃষ্টিয়ে পৃথিৱীৰ এমূৰৰ পৰা অন্তহীন অসীমলৈ, বুৰঞ্জীৰ প্ৰথম প্ৰভাতৰ পৰা আশীৰ দশকলৈকে সামৰি মানৱীয় চেতনাৰ ৰামায়ণী ব্যঞ্জনা কৰিছে তেওঁৰ কবিতাৰ দুৰ্দাম দুৰন্ত গতিৰে ঃ

'ময়েই সৃষ্টিৰ প্ৰথম শিল্পী আদিৰ সাধক
হলধৰ সংস্কৃতিৰ গতিশীল ময়েই বাহক ...
প্ৰস্তৰৰ স্তৰত বাগৰি
সৃষ্টিৰ প্ৰেৰণা ময়ে আনিলোঁ আদৰি –
সৃষ্টিৰ আকুলতাত মতলীয়া হৈ
নাঙলৰ আঁচোৰেৰে লিখিলোঁ কবিতা –
সীৰলুৰ মাজে মাজে বাগৰি পৰিল
সহস্ৰ সেউজ আৰু সোণোৱালী ঢউ।'
(সৃষ্টিৰ প্ৰথম শিল্পী)

কবিৰ দৃষ্টি ভল্গা, গংগা, ব্ৰহ্মপুত্ৰ, মিচিচিপি, ইয়াংচিকিয়াং, সভ্যতাৰ পাৰে পাৰে আহি পৰিছেহি ৰাজতন্ত্ৰী, সামন্তবাদী, ধনতন্ত্ৰী আৰু এতিয়াৰ তথাকথিত গণতন্ত্ৰী শোষকৰ ওপৰত। শিল্প বিপ্লৱৰ লগতে গঢ় লৈ উঠা যান্ত্ৰিক সভ্যতাৰ, সাম্ৰাজ্যবাদী আৰু ধনতান্ত্ৰিক নিষ্পেষণত নিপীড়িত জনতাৰ নিৰ্মেঘ আকৃতিত কবি বিহ্বল হৈ পৰিছে। আসুৰিক শক্তিৰ নিৰ্লজ্জ প্ৰয়োগত জৰ্জৰিত জনতাৰ কৰুণ ক্ৰন্দন শুনি কবি বিহ্বল হৈছে হয়, – কিন্তু তেওঁ ভীতিগ্ৰস্ত হোৱা নাই, শংকাকুল হোৱা নাই। কবিৰ লক্ষ্য দৰিদ্ৰ নাৰায়ণৰ মুক্তি আৰু সেৱা :–

'যিদিনা সিহঁতৰ সংস্কৃতিৰ মুখাবোৰ
পৰিব বাগৰি
জীয়া মানৱতাৰ পুণ্য-আঘাতত
সৃষ্টিৰ নতুন উদ্যম লৈ মই চহাম
মাটি
আৰু তুলিম সোণালী ফচল
সংস্কৃতিৰ মুক্ত পথাৰত
কাৰণ
সৃষ্টিৰ মইযে প্ৰথম শিল্পী আদিৰ
সাধক।'

এই স্তৱকত কবিৰ সাম্যবাদী ভাব-ধাৰাৰ নিভীক প্ৰতিফলন ঘটিছে। বৰ্তমানৰ আৰ্থ-সামাজিক আৰু ৰাজনৈতিক সত্তাৰ প্ৰতি তেওঁৰ ক্ষোভ, বিদ্বেষ, আৰু তীব্ৰ ঘৃণাৰ উদ্‌গীৰণৰ জোৱাৰে তেওঁৰ বক্তব্যৰ কাব্যিক ৰূপায়ণত মাজে মাজে যেন তেওঁ উজুটি খাইছে যাৰ কাৰণে হয়তো মাজতেই তেওঁৰ কবিতাৰ সাৱলীল ছন্দ আৰু গীতিময়তাৰ উচ্ছ্বাসৰ ক্ষণিক পতন ঘটিছে। কিন্তু হৰেন দত্তই সেই ক্ষণিকৰ যতি হেলাৰঙে অতিক্ৰম কৰি উদাত্ত কণ্ঠেৰে ঘোষণা কৰিছে :

.... 'শূন্যত ওপঙি আহিল
প্ৰশ্নৰ জোঁৱাৰ

মাতৃত্বৰ বিজয় গৰ্বত
ফুলি উঠিল পৃথিৱীৰ বুকু
সূৰ্যই পোহৰৰ ফুল সিঁচি সিঁচি
উজ্বলাই তুলিলে পথ
এটি মানৱ শিশুৰ কলধ্বনিত
পৃথিৱীৰ কোলাত
জীৱনৰ ছন্দই পাপৰি খুলিলে।'
(ৰোমন্থন, প্ৰথম মনুৰ জন্ম লগনত)

হেম বৰুৱাৰ 'বান্দৰ' আৰু অমূল্য বৰুৱাৰ 'বেশ্যা'ৰ পিছত অসমীয়া কবিতা জগতৰ বিষয়বস্তু, আংগিক আৰু অনুভূতিৰ প্ৰকাশত যি নতুন জোঁৱাৰ উঠিছিল, সেই জোঁৱাৰে পিছৰ প্ৰায় সকলো কবিকেই প্ৰভাৱিত কৰিছিল। হৰেন দত্ত সেই সৰ্বগ্ৰাসী নতুন চেতনা প্ৰৱাহৰ পৰা মুক্ত হ'ব নোৱাৰিলে যদিও তেওঁ তেওঁৰ প্ৰকাশৰ স্বকীয় বৈশিষ্ট্য ৰাখিব পাৰিছে – বীৰেণ বৰকটকী, অঞ্জলি বৰুৱা আৰু বীৰেশ্বৰ বৰুৱাৰ দৰে। বৰ্তমানক অস্বীকাৰ নকৰিও, হৰেন দত্তই অঞ্জলি বৰুৱা আৰু বীৰেশ্বৰ বৰুৱা আৰু বীৰেণ বৰকটকীৰ দৰেই, তেওঁৰ কাব্য সাধনাৰ অবিৰত যাত্ৰা আৰম্ভ কৰিছিল কৈশোৰৰ পৰাই যি কথাখিনি প্ৰফুল্ল চন্দ্ৰ বৰাদেৱে যথাযথভাৱে তেখেতৰ হৰেন দত্তৰ কবি মানসৰ আলোচনা প্ৰসংগত উল্লেখ কৰিছে।

হৰেন দত্তৰ কবিতাত ভৱ প্ৰসাদ ৰাজখোৱাৰ 'সাৱধান ধনীৰ দুলাল'ৰ সতৰ্কবাণী, পদ্ম বৰকটকীৰ 'সোণাগাছি'ৰ নিষ্ঠুৰ বিদ্ৰূপ, এম চালেহুদ্দিন চৌধুৰীৰ 'বিক্ষুব্ধ' সময়ৰ উন্মাদনা', বীৰেশ্বৰ বৰুৱাৰ 'নিৰ্জন নাৱিক'ৰ সুন্দৰৰ পাতনি, দেৱকান্ত বৰুৱাৰ সাগৰৰ নীলিম-সলিল ৰাশিৰ বাধাহীন উৰ্মিমালাৰ উল্লাস, বীৰেণ বৰকটকীৰ 'মন্বন্তৰ'ৰ কল্লোলৰ ৰোমাণ্টিক আবেশ, গণেশ গগৈৰ 'ৰূপজ্যোতি'ৰ অম্লান' বিকীৰণৰ অপূৰ্ব সমাবেশ দেখি মই মাত্ৰ স্তম্ভিত, অবাক। যতীন্দ্ৰ নাথ দুৱৰাৰ ব্যথাদীৰ্ণ হৃদয়ৰ নিৰাশাবাদ আৰু নলিনীবালা দেৱীৰ আধ্যাত্মিক ৰহস্যঘন পৰিৱেশৰ পৰা অলপ আঁতৰি আহি হৰেন দত্তই যেন আমাক সত্তৰ-আশী দশকৰ সামাজিক-ৰাজনৈতিক-অৰ্থনৈতিক সংকটৰ উদ্গীৰণৰ উত্তপ্ত খণ্ডবোৰ গোটাই লৈ দেখুৱাইছে তেওঁৰ কাব্যিক প্ৰতিক্ৰিয়াবোৰ অতি নিৰ্ভীকভাৱে এজন সত্য-সন্ধানীৰ যোগ্য-সামৰ্থ্য, মৰ্য্যাদা আৰু নিপুণতাৰে। হৰেন দত্তৰ কেইটামান কবিতাত মই যেন ডব্লিউ. বি. ইটছ্ (W. B. Yeats)ৰ 'দি চেকেণ্ড কামিং' (The Second Coming ) – দ্বিতীয় আগমনৰ প্ৰতিধ্বনি শুনিছোঁ :

— 'Mere anarchy is loosed upon the world'

(জগতত এতিয়া মাত্ৰ অৰাজকতাক এৰি দিয়া হৈছে)। এই দুঃসময়ৰ

ছবিখন যেন আশীৰ দশকৰ 'দভাৰ বীক' (Dover Beach)। এয়া যেন মেথিউ আৰ্নল্ডৰ (Matthew Arnold) অপসৃয়মান বিশ্বাসৰ সাগৰৰ কথা (The Receding Sea of Faith) – তাৰ নিকৰুণ মৰ্মভেদী ব্যথাৰ অপৰূপ অভিনৱ কাব্যিক ব্যঞ্জনা :

– 'মঞ্চত মালাজপি বহি আছে
সেইজাক মুখা পিন্ধা
তেজপিয়া দল।
প্ৰেক্ষাগৃহত নাচি নাচি আছে
ডিঙিত ফান্দৰ জৰীৰে বন্ধা
নিৰ্জীৱ পুতলা এজাক
নাট্যকাৰৰ লাওখোলাত
কিলবিলাই নাচি আছে
এজাক দুঃসময়ৰ ভিন্নমুখী
সুতলাহি সাপ।'

দত্তই তেওঁৰ প্ৰায়বোৰ কবিতাতেই 'দেশী-বিদেশী' পৌৰাণিক কাহিনীৰ চৰিত্ৰৰ অৱতাৰণা বা উল্লেখৰ মাধ্যমেৰে ৭০/৮০ৰ দশকৰ পৃথিৱীখন নতুন চকুৰে চাইছে। তেওঁৰ 'এটি শিশুৰ বাবে' কবিতাত উল্লেখ কৰা 'গেডিভা-লিওফ্ৰিক'ৰ অৱতাৰণা সাময়িক পটভূমিত অতি সুন্দৰকৈ খাপ খাই পৰিছে। ইয়াত কবিৰ শোষিত বঞ্চিত-নিষ্পেষিত জনতাৰ প্ৰতি থকা তেওঁৰ সহানুভূতি, সমবেদনা আৰু মানৱীয় দৰদৰ উৎকণ্ঠাৰ প্ৰকাশ অপূৰ্ব :

– 'মই বাট চাইছোঁ
সেই যুৱতী মাতৃৰ বাবে
যাৰ নাম গেডিভা
যাৰ নগ্ন দেহৰ প্ৰতিটো ভাঁজত
মাতৃত্বৰ মোহনীয়া শোভা।'

এই উৎকণ্ঠাত জীয়া জীৱনৰ অস্থিৰ উন্মাদনা আৰু সঁচা আবেগৰ বোলৰ অৱস্থিতি অনস্বীকাৰ্য্য।

'আকৌ সেই উত্তালতা', 'যখিনী নাৰীৰ দেহ', 'বিৱৰ্তন'ত ফ্ৰয়েডীয় চিন্তাধাৰাৰ প্ৰবাহ দেখিবলৈ পাওঁ। হৰেন দত্তৰ প্ৰেম শৰীৰজ। ৰবীন্দ্ৰ নাথ বা শ্যেলীৰ প্ৰেমৰ দৰে অশৰীৰী আধ্যাত্মিক নহয়।

সেই একেটা আবেদন, একে আবেগকেই সেই চিৰন্তন সত্যকেই হৰেন দত্তই বুদ্ধদেৱ বসুৰ নিৰ্ভীকতাৰে কাব্যিক ৰূপায়ণ আগবঢ়াইছে তেওঁৰ 'যখিনী নাৰীৰ দেহত' :

'যৌৱনৰ দুপৰৰ মনৰ মাজত মোৰ
চব অংগ গ'ল জহি খহি
স্মৃতিত উঠিল ভাঁহি সেই একেটি অংগ
জৰায়ু যাৰ নাম'।

দত্তৰ মানস চিত্ৰবোৰ অনন্য, অদ্ভুত, মৌলিক আৰু আকৰ্ষণীয়। 'গ্ৰীষ্মৰ মঞ্চত' দত্তৰ আটাইতকৈ সৰু কবিতা যাৰ মানসচিত্ৰই পাঠকক মোহিত নকৰাকৈ নেথাকে ঃ

'দিনৰ দিনটো সেই তেজগোৰা মুখৰ
দুৰ্দান্ত প্ৰতাপী বীৰজনে ধাৰাসাৰে
নিক্ষেপ কৰিছিল অসংখ্য জুই লগা কাঁড়
অক্ষয় তূণৰ পৰা
সন্ধ্যালৈ পশ্চিমৰ ফালে
এটা অনামী দৈত্যৰ বুকুৰ তেজবোৰ
বৈ বৈ গৈ ডোঙা বান্ধিছিল।'

'চেলুলয়ড' কবিতাটোত এতিয়াৰ চিনেমা সংস্কৃতিয়ে কৰা সৰ্বনশীয়া দিশটো, তাৰ প্ৰতিক্ৰিয়া অপৰূপ চিত্ৰ কল্পৰ মাধ্যমেৰে আমাৰ ঘৰুৱা সাধাৰণ কথা-বতৰাৰ 'অকাব্যিক' শব্দৰাজিৰেই প্ৰকাশ কৰিছে অতি দক্ষতাৰে। 'গহ্বৰত ব্লেক আৰ্ট' কবিতাত দত্তই ডব্লিউ. বি. ইটছ (W.B. Yeats)ৰ দৰে মেজিক, পৌৰাণিক গাথা আৰু থিয়চফী' (Theosophy)ৰ আশ্ৰয় লৈছে। 'সংকেত', 'শীতৰ শেষত', গ্ৰীষ্মৰ মঞ্চত', 'দুখন মৰমী হাত' 'এটি সুৰীয়া পখিলাৰ বাবে' – কবিতা কেইটিৰ প্ৰকৃতি আৰু ব্যৱহাৰিক জগতৰ বিষয়বস্তুৰ প্ৰতীকী ব্যঞ্জনা অতি সুন্দৰ। 'ধুমুহাৰ ছবি' সঁচাকৈয়ে এক ধ্বংসলীলাৰ নিষ্ঠুৰ বাহক ধুমুহাৰ সাৰ্থক ৰূপায়ণ। ধুমুহাৰ এনে বৰ্ণনা টমাচ হাৰ্ডিৰ কোনোবা এখন উপন্যাসত পোৱা মনত পৰে। 'আলেকজেণ্ডাৰ ব্লকৰ স্মৃতিৰে' কবিতাত দত্তৰ অসাধাৰণ পাণ্ডিত্য আৰু কবি প্ৰতিভাৰ চিন জলজল পটপটকৈ দেখোঁ।

শব্দ চয়নত দত্তৰ কৃতিত্ব অসাধাৰণ। দত্তৰ কবিতাবোৰৰ শব্দ যিবোৰ কিছু পাঠকে 'অকাব্যিক' বুলি ভাবে তেনেধৰণৰ 'অকাব্যিক' শব্দৰ মাধ্যমেৰে তেওঁৰ অনুভূতিৰ কাব্যিক ৰূপায়ণ কৰিছে অতি দক্ষতাৰে আৰু নিপুণতাৰে। আচলতে শব্দৰ বা কথাৰ ক্ষেত্ৰত কাব্যিক অকাব্যিক প্ৰশ্নৰ অৱতাৰণা কৰাটো অতি হাস্যকৰ কথা। চব শব্দয়েই কবিৰ অনুভূতি ৰূপায়ণৰ মাধ্যম। এই কেইটাক ভৰালে কবিতা হ'বই নোৱাৰে – এনে মনোভাব পোষণ কৰা সকলৰ প্ৰতি মোৰ সমবেদনা আৰু পুতৌ জনোৱাৰ বাহিৰে একো আন একো নাই। অ' নহয় আছে। সেইষাৰ মোৰ কথা নহয়। প্ৰখ্যাত কবি যতীন্দ্ৰ নাথ সেনগুপ্তৰ কথা। বাংলা সাহিত্যিক যতীন্দ্ৰ নাথ সেনগুপ্তয়েই প্ৰথমে দেখুৱাইছিল যে দৈনন্দিন জীৱনৰ গদ্য-গন্ধী তুচ্ছতাও কাব্যৰ বিষয় হ'ব পাৰে। কেৱল মাত্ৰ

'অনন্ত, অমধ্য, অভেদ্য জাতীয় তথাকথিত 'কাব্যিক' শব্দৰেই কাব্য ৰচনা সম্ভৱ নহয়।'

'হে দুষ্মন্ত' কবিতাৰ প্ৰতাৰক প্ৰবঞ্চক দুষ্মন্তৰ কথাই বুদ্ধদেৱ বসুৰ 'বন্দীৰ বন্দনা'ৰ বিখ্যাত সেই স্তৱকটোলৈ মনত পেলাইছিল ঃ

– 'কুমাৰীত্ব কৰিতে মোচন
পটুতাৰ নাহি ছিল সীমা।
নাৰীমেধ যজ্ঞ মাঝে
ইন্ধন হয়েছে শত শকুন্তলা।'

বুদ্ধদেৱ বসুৰ দৰেই হৰেন দত্তই প্ৰেমৰ ছলনা, কপটতা, শোষণৰ, বঞ্চনাৰ ছবিখন সীমিত পৰিসৰত দেখুৱাইছে। মোহিত লাল মজুমদাৰৰ দৰেই দত্তই তেওঁৰ কেইটামান কবিতাত নিৰ্ভীক দেহবাদৰ অৱতাৰণা কৰিছে। দত্তক যেন মোহিতলালে কৈ আছে ঃ

'ভুলেছি আত্মাৰ কথা-মানি শুধু দেহেৰ সীমানা।'

হৰেন দত্তই 'ঋতু সংহাৰ'ৰ পৰা ত্ৰিভুৱন পৰিক্ৰমা কৰি মাতৃত্বৰ দীপ্ত পোহৰ বিচাৰি মেক্সিম গৰ্কী (Maxim Gorky)ৰ পেলেগী নিলৱানৰ ওচৰত প্ৰাৰ্থনা কৰিয়েই ক্ষান্ত থকা নাই। কেদাৰনাথৰ বৰফৰ শুভ্ৰতাৰ হিমালয়ৰ বিৰাট বৰফ বক্ষত চিৰদিনৰ কাৰণে হেৰাই যোৱা ৰোহিনী ভূঞাৰ শেষ শয্যাৰ বগা বৰফৰ বিছনাখনৰ কথা কৈছে কবিয়ে অন্তৰৰ গোপন কোণৰ পৰা নিগৰি নিগৰি অহা ব্যথা আৰু বেদনাৰ টুকুৰাৰে কান্দি কান্দি আৰু মোকো কন্দুৱাই। 'বগা বৰফৰ বিছনা' হৰেন দত্তৰ সৰ্বোৎকৃষ্ট কবিতাৰ অন্যতম। কবিতাত ব্যৱহাৰ কৰা শব্দবোৰ তেনেই তুচ্চ–বহুতৰ কাৰণে অকাব্যিক। কিন্তু সেই তুচ্চ আৰু অকাব্যিক সাধাৰণ কথাবোৰে কবিতাটোক জীৱন্ত অনুভূতিৰ ৰূপ দিছে। হিমালয়ৰ বৰফৰ সাগৰত ৰোহিণী ভূঞা কোন দুৰ্যোগত হেৰাই গ'ল। কিন্তু সেই অকালতে মৰি থকা ৰোহিণী ভূঞাক অবিনাশী অমৰত্বৰ জয়জয়ন্তীৰ মন্দিৰৰ পাৰিজাত পিন্ধাই হৰেন দত্তই যুগমীয়া কৰি পেলাইছে– যাৰ বেদনা বিষণ্ণ স্মৃতিৰ মৃত্যু নাই, ক্ষয় নাই, অন্ত নাই আৰু নাই কোনো যৱনিকা ঃ

– 'এই বগা বৰফৰ বিছনাখন
হৈ পৰক তেজবুলীয়া ৰঙীণ
সুবাসিত।
মীৰাহঁতৰ পদূলিত,
নতুনকৈ এপাহ সূৰ্য্যমুখী ফুলক
ফুলক, ফুলি উঠক।
মই হেৰাই গৈছোঁ।
মোক নজগাবা
মই এতিয়া ওপৰত।'



## ললিত চন্দ্ৰ বৰা

ৰম্য ৰচনাকাৰ ললিত চন্দ্ৰ বৰাৰ জন্ম হয় ১৯২৯ চনত তেতিয়াৰ নগাঁও জিলাৰ জাগীত। ১৯৫২ চনত বৰাদেৱে তেখেতৰ প্ৰথমখন প্ৰকাশিত জনপ্ৰিয় ৰচনা 'থৰম'ৰ মাজেৰেই অসমীয়া সাহিত্য জগতত আত্ম প্ৰকাশ কৰে। ১৯৫৩ চনৰ পৰা যোৰহাটৰ কৃষি কলেজত আৰু অসম কৃষি বিশ্ববিদ্যালয়ত অধ্যাপক হিচাপে ১৯৭৮ চনলৈকে কাম কৰি পিছত একেখন বিশ্ববিদ্যালয়তেই সহকাৰী সম্প্ৰসাৰণ শিক্ষা সঞ্চালক হিচাপে ১৯৮৯ চনলৈকে কাম কৰি অৱসৰ পায়। প্ৰকাশিত পুথি ৰম্য ৰচনাৰ এখন, ৰং বিৰঙ, গল্পৰ পুথি মুঠতে ৩ খন, – বিসৰ্জন, অভিনয় আৰু পিপীলিকা – আৰু বিজ্ঞানৰ কিতাপ ৩ খন লখিমীৰ চিঠি, হাঁহ-কুকুৰা পালন আৰু ৰোগ নিবাৰণ আৰু গাখীৰৰ কথা ইত্যাদি। গল্প আৰু ব্যংগ ৰচনাতো বৰাৰ বিশেষ পটুতা আছে।

# বেলী চাইকেলৰ মালিক ড° ললিত চন্দ্ৰ বৰা

উইলিয়াম মেকপিছ্ থেকাৰে (William Make peace Thakeray) এডিচন (Addison) ক পৃথিৱীৰ এজন কথা-বতৰাৰে আনক আটাইতকৈ বেছি আনন্দ দিব পৰা ব্যক্তি বুলি অভিহিত কৰিছে।

আৰু এডিছনৰ কথা-বতৰাৰ দৰেই ললিত চন্দ্ৰ বৰাৰ ৰচনাবোৰতো, অসমীয়া সাহিত্য জগতৰ আটাইতকৈ মোহনীয়া ব্যক্তিসকলৰ ভিতৰৰে অন্যতম এজন ব্যক্তিৰ সতকাই পাহৰিব নোৱাৰা ধৰণৰ মোহনীয়তাৰ পৰশ আমি পাওঁ। এটা অতি সহজ, সাধাৰণ, নগণ্য কথা বা বিষয়বস্তুকেই তেওঁৰ ৰচনাৰ বিষয়বস্তু হিচাবে বাছি লৈ, বিশেষ মুহূৰ্তত আৰু অনুপ্ৰেৰণাৰ ফলত মনত উদয় হোৱা, তেনে এটা সাধাৰণ বিষয়বস্তুকো তেওঁৰ সমল আৰু চিন্তাধাৰাৰে পুষ্ট কৰি লৈ, তেওঁৰ ৰচনাখন সফলতাৰে আগবঢ়াই নিব পৰাৰ দক্ষতা তেওঁৰ আছে।

ললিত বৰাৰ ব্যক্তিমুখী ৰচনাবোৰ মূল্যায়ণ কৰিবলৈ যোৱাৰ আগতে মই অ. এম. মেযেৰছ (O. M. MYERS)ৰ কভাৰলি কাকতৰ পাতনি (An Introduction to Coverley Papers)ৰ কথা কেইআষাৰমান আমাৰ পাঠকক দিযাৰ লোভ সামৰিব নোৱাৰিলোঁ –

-- 'তেওঁৰ বিষয়বস্তুৰ সম্পৰ্কত যদি কিবা আমোদজনক কথা বা ঘটনা তেওঁৰ মনত পৰে, সেই কথা বা ঘটনাও তেওঁৰ লিখনিৰ অন্তৰ্ভুক্ত হয। ইয়াৰ সলনি তেওঁৰ মনলৈ যদি লাগ বান্ধ নোহোৱা বেবেৰিবাং কথা বা অসংলগ্ন কল্পনা বা কিবা নৈতিক অনুভূতিৰ কথা মনত জাগে, সেইবিলাকো ৰচনাৰ মাজেৰে তেওঁ খোলাখুলিকৈ আমাক উদঙাই দেখুৱায়।

এয়া যেন পৰম আত্মীয়তাৰে এজন মানুহে অগতানুগতিক আৰু অনানুষ্ঠানিকভাবে আমাৰ লগত চিনাকি হৈ কথাহে পাতিবলৈ ধৰিছে। এনে ধৰণৰ কথা-বতৰা কিন্তু, কেৱল কলা-সুলভ প্ৰকাশৰ একান্ত আৱশ্যকতাৰ খাতিৰত কৰা কথোপকথনৰ ফলশ্ৰুতি নিশ্চয় নহয়।'

('দি কভাৰলি পেপাৰ')

এই শতাব্দীৰ পঞ্চম দশকটোৰ কালছোৱাত প্ৰচুৰ সংখ্যক ৰচনাৰ সৃষ্টিকাৰী ললিত বৰাই আমাক তেওঁৰ ভালেমান ব্যক্তিমুখী ৰচনাৰ পঢ়ি সতকাই পাহৰিব নোৱাৰা আৰু পঢ়ি ভাল লগাৰ সোৱাদ আৰু জুতি দিছে। তিলক হাজৰিকাৰ 'ইত্যাদি' বা হেম শৰ্মাৰ 'স্বাগত' বা 'মদাৰ ফুলৰ মালা'ৰ দৰেই ললিত বৰাৰ 'ৰঙ বিৰঙ' ৰম্য ৰচনাৰ অন্যতম জনপ্ৰিয় পুথিৰ সংকলন। তেওঁৰ

ধুনীয়া ধুনীয়া ৰচনাবোৰৰ অন্যতম এজন গুণগ্ৰাহী পঢুৱৈ হিচাপে বৰাৰ আমেৰিকা যুক্তৰাজ্যত অধ্যয়নৰ বাবে কৰা যাত্ৰা আৰু আমেৰিকাত থকা কালত আৰু তাৰ পিছতো ভালেদিনলৈ অসম কৃষি মহাবিদ্যালয় আৰু অসম কৃষি বিশ্ববিদ্যালয়ত অধ্যাপনা কৰাৰ সুদীৰ্ঘ কালছোৱাৰ সম্পূৰ্ণ নীৰৱতাৰ অন্তত অলপতে গুৱাহাটীৰ পূজাৰ বিশেষ সংখ্যাৰ বাবে উলিওৱা কাকত আলোচনীত তিনিখন তেওঁৰ ধুনীয়া ৰম্য ৰচনা 'এখন ৰেলী চাইকেল', 'বুঢ়া ভাই' আৰু 'মোৰ শেৱালি কোঠাটো' পঢ়ি সঁচাকৈয়ে মই অতি আনন্দ পাইছোঁ। মোৰ মনৰ যেন পলকতে দশকৰ সময়ৰ সেই অতীতৰ কালছোৱালৈ ওভতনি যাত্ৰা আৰম্ভ হ'ল – যি কালত ললিত বৰাৰ 'খৰম', 'টেলিগ্ৰাম' আৰু 'বৰগাৰু' আদি ৰচনাই তোলপাৰ লগাইছিল। এতিয়া ইমান দিনৰ মূৰত বৰাৰ ৰচনা পঢ়ি, এয়া মই যেন ল'ৰালি কালত মোৰ মাই ৰন্ধা, মাছৰ আদ্‌খৰীয়া আঞ্জা আৰু কচু পিটিকাৰ ভাতৰ অপূৰ্ব সোৱাদলৈ মনত পৰি মুখেদি যেন লালটিহে ওলাইছে আৰু মই ওঁঠ দুটা চেলেকিব ধৰিছোঁ।

প্ৰায় দেৰকুৰি বছৰৰ দীঘলীয়া বিৰতিয়েও ললিতীয় সাহিত্যৰ ফান্, ৰসিকতা, হিউমাৰ বা হাস্য-ৰস, বিদ্ৰূপ, ধেমালি, উৎপ্ৰেক্ষা আদিৰ উৎস, একালৰ অসম কৃষি বিশ্ববিদ্যালয়ৰ তেওঁৰ ছাত্ৰ-ছাত্ৰীৰ শ্ৰদ্ধাভাজন, বন্ধুসকলৰ মাজত অতি প্ৰিয় আৰু আনকি বিশ্ববিদ্যালয়ৰ তলখাপৰ কৰ্মচাৰী, চৌহদৰ উদ্ধৱ গগৈ চকীদাৰ পৰ্য্যন্ত সকলোৰে মাজত অবিশ্বাস্য ধৰণেৰে জনপ্ৰিয় অথচ যাৰ বাবে তেওঁৰ সতীৰ্থসকলৰ কোনো কোনোৱে হয়তো অলপ মৰমেৰে ঈৰ্ষাও কৰিছিল, তেনে এজন অসম কৃষি বিশ্ববিদ্যালয়ৰ এই বিখ্যাত অধ্যাপকৰ পৰা সাহিত্যানুৰাগ একেবাৰে নোহোৱা বা নিঃশেষ কৰি শুকুৱাই পেলাব পৰা নাই।

বৰাৰ ৰচনাসমূহৰ অধিকাংশতে সময় সময়ে আমি পাওঁ তিলক হাজৰিকাৰ ব্যঙ্গ, হেম শৰ্মাৰ তীক্ষ্ণ চঞ্চলতা, নৱকান্ত আৰু ডাঃ হেম বৰুৱাৰ অনুভূতিৰ সমন্বয়।

তেওঁৰ অন্যতম জনপ্ৰিয় ৰচনা, 'গুৱাহাটী'ত বৰাই দাৰ্শনিক সুৰত বৰ্ণাইছে এইদৰে – "ৰম্য নগৰীখনৰ প্ৰাণকোষত আমি যেন জীৱনৰ স্পন্দন বহন কৰি অনা প্ৰট'প্লাজম।"

(গুৱাহাটী)

আকৌ –"অভিভাৱকসকলৰ গুৱাহাটীৰ দৈনিক অভাৱগ্ৰস্ত জীৱন-যুঁজৰ আমি চলন্ত নিৰপেক্ষ সৈনিক।"

(গুৱাহাটী)

উপৰোক্ত উদ্ধৃতি দুটিয়ে ষষ্ঠ দশকৰ পৰা প্ৰচলিত আমাৰ আধুনিক কবিতাৰ ভাষাৰ কথাকেই বাৰুকৈয়ে মনত পেলায়। এইবিলাক যেন নতুন দিনৰ গানৰ স্বৰ লিপি। আধুনিক যুগৰ আমাৰ সকলোকে বেৰি-কুৰি ধৰা দুখ আৰু

যন্ত্ৰণাৰ এয়া যেন বৰাৰ কবিতাৰহে দিন-লিপি। বৰাৰ, জীৱনৰ মতাদৰ্শ হৈছে, তেওঁৰ বৰ্তমানৰ লগত খাপ খুৱাই চলাৰ প্ৰয়াস আৰু লগতেই এসময়ত নগাঁও জিলাৰ (বৰ্তমানৰ মৰিগাঁও জিলা) জাগীত তেওঁ ডাঙৰ-দীঘল হোৱা দিনৰ, বৰ্তমানে অতীত হৈ পৰা সেই পৰিবেশৰ লগতো খাপ খুৱাই চলিব খোজাৰ এটি আকাংক্ষা। তেওঁৰ দেউতাক একালত সেই তাহানিৰ ৰেল ষ্টেচনৰ 'মাষ্টৰ' আছিল। ৰেলৰ চাকৰিত বদলি হৈ ঘূৰি ফুৰোঁতে তেখেতৰ দেউতাকে সপৰিয়ালে, লগতে পুতেক ললিত বৰাইও অসম বেংগল ৰেলৱেৰ বিভিন্ন ষ্টেচনত তাঁতবাতি কৰি থাকিব আৰু ঘূৰিবলগীয়া হৈছিল। এইদৰে ল'ৰালি কালত বিভিন্ন ঠাইত থাকোঁতে বৰাৰ হৈছিল যথেষ্ট অভিজ্ঞতাৰ সঞ্চয়।

কেতিয়াবা কেতিয়াবা ললিত বৰাৰ লগত কথা পাতোঁতে মই যেন তিলক হাজৰিকা, ছৈয়দ মুজতুবা আলি নাইবা পৰশুৰামৰ কথোপকথনৰ বা বক্তব্যৰ সুৰেই শুনিবলৈ পাওঁ।

"মুঠতে পাণবজাৰৰ দোকানত আড্ডাই আমাৰ উদ্দেশ্য – চাহ আমাৰ উপলক্ষ্য।"

(গুৱাহাটী)

বাক্য-সংহতি আৰু শব্দ চয়নত, মোৰ মানত ললিত বৰা আৰু তিলক হাজৰিকা যেন দুজন যঁজা ভাই-ককায়েকহে।

"ইয়াত জীৱনৰ ছন্দ আৰু দ্বন্দ্ব দুয়োটাই আছে।"

(গুৱাহাটী)

মাজে সময়ে ললিত বৰাই নৱকান্ত বৰুৱাৰ অনুভূতিৰ ভাষাৰে যেন কথা কয় –

"নিশা হৈছে এজনী ক'লা ছালৰ ধুনীয়া গাভৰু। আবেলিতে তাই ওপজে, সন্ধিয়া মানে তাই বুকুত কাপোৰ লোৱা বয়সৰ গাভৰু হয় আৰু সময় আগবঢ়াৰ লগে লগে তাই এন্ধাৰৰ লগত খেলি থকা এজনী পূৰ্ণ যৌৱনা গাভৰু হৈ পৰে।"

(নিশা নৌ হওঁতেই)

একেনামৰ ৰচনাতেই কাব্যিক ভাষাৰে বৰাই লিখে,

"নিশাৰ ভস্মত জন্মে, উষাৰ বিস্ময়।"

বৰাৰ কেতবোৰ ৰচনা কাব্যিক অনুভূতিৰে আৰু বিশেষ ধৰণৰ কৰুণ কোমলতাৰে সিক্ত হৈ উঠিছে,

" ..... আৰু আমাৰ 'ককাই আধা সপোন, আধা দিঠকত ৰঙিয়াৰ কাষৰ তাৰ অতীতৰ গাঁৱৰ সেই উৰ্বলি যোৱা যৌৱন কালটোক সোঁৱৰণ কৰিব।"

(ঘৰ নপতা ককা)

'আমি কিয় জীয়াই থাকোঁ?' ধৰণৰ ৰচনা লিখোতে বৰাৰ ভাষাত দৰ্শনৰ প্ৰবেশ ঘটে, 'আমাৰ জীৱনৰ খেলাতো কাঁইটে আঁচোৰে। আমাৰ তেজ ওলায়। ... আৰু, কাঁইটবিলাকৰ আঁচোৰ খাওঁ কাৰণেইহে যেন আমাৰ জীয়াই থাকি সুত লাগে।"

(আমি কিয় জীয়াই থাকোঁ?)

মানুহৰ অন্তৰৰ বিষ বেদনা, অতৃপ্ত আকাঙ্ক্ষা আৰু দুখৰ অনুভূতি আদি ফুটাই তুলিব পৰা নিখুঁত বা পূৰ্ণাংগ ৰচনা বিচাৰি পোৱা টান। কিন্তু, এই বিষয়ত, ললিত বৰাৰ কেতবোৰ ৰচনা, ডাঃ হেম বৰুৱাৰ 'বাপি' নাইবা চাৰ্লছ লেম্বৰ 'সপোন সন্তান' (Dream Children)ৰ পৰ্য্যায়ৰ। এনে ধৰণৰ কৰুণতাৰ প্ৰতীক হিচাপে ৰচিত, বৰাৰ 'ভদীয়া কাই', 'খুড়ী' নাইবা 'ঘৰ নপতা ককা' লৈ আঙুলিয়ালেই যথেষ্ট হ'ব।

আমাৰ ৰচনাকাৰসকলে অধিক 'ফান্' বা ধেমালি কৰিহে ভাল পায়। দৰাচলতে, প্ৰকৃত বুদ্ধিদীপ্ত উৎকৃষ্ট হিউমাৰ থকা ৰচনা আমাৰ সাহিত্যত অত্যন্ত কম।

বৰাটু তেওঁৰ ৰচনাৰ মাজত সোমাই থকা একোটা সাধাৰণ অনুভূতিৰেই কেইটামান তীব্ৰ টোকৰ মাৰি পাঠকৰ অন্তৰত প্ৰবেশ কৰি জীৱন-বীণাৰ তাঁৰডাল অলপ জোকাৰি পেলোৱাত পাকৈত।

"চে'ভ্ৰলেট গ'লগৈ। শ্বিলঙৰ টি. বি. টেনাটৰিয়মৰ পৰা সি আৰু নামি নাহিল।"

('চে'ভ্ৰলেট')

আৰু

"সি তাৰ পুতেকহঁতে 'চাকৰি পাব' বুলি সদায় আশা কৰি আদৰি আনিব খোজা কালিৰ ৰাতিপুৱাবোৰত সন্ধিয়াই আন্ধাৰ নিৰাশাৰ ক'লা ছিটিকনি ছুটিয়াই দিব। মনৰ দুখত ভদীয়াই বেছিকৈ ধঁপাত হুপিব। ভদীয়ানীয়ে 'কুহৰ্' 'কুহৰ' কাহিব।"

(ভদীয়া কাই)

কেতিয়াবা কেতিয়াবা বৰাই তেওঁৰ ৰচনাত গাত কোব খোৱাৰ দৰে লগা বিদ্ৰূপ, হিউমাৰ আৰু ধেমালিৰ এক অপূৰ্ব সংমিশ্ৰণেৰে বিস্ময়জনক বৰ্ণনা দিয়া দেখিবলৈ পাব। বৰাই গুৱাহাটীৰ তাহানিৰ কাৰ্জন হল আৰু বৰ্তমানৰ নবীন বৰদলৈ ভৱনৰ বৰ্ণনা দিছে, এইদৰে –

"দিনৰ ভাগত, কেইঘণ্টামানৰ কাৰণে ই হ'ল আদালত বা বিচাৰালয়। আবেলিৰ ভাগলৈ ই হয় পুথিভঁৰাল বা লাইব্ৰেৰী আৰু নিশাৰ ভাগত ই বাদুলি-চুঙাবাদুলিৰ আৰু উদঙীয়া গৰু-ছাগলীৰ আবাস গৃহ।"

(গুৱাহাটী)

বৰাৰ 'টেলিগ্ৰাম' শিৰোনামাৰে ওলোৱা ৰচনাখনক হেম শৰ্মাৰ 'জোতা' নামৰ ৰচনাৰ লগত ৰিজাব পাৰি। এইখন ৰচনাত তেওঁৰ 'ফ্ৰাইট্-ফ্ৰাইট্-ফ্ৰেইট্' ধৰণৰ কৃপাবৰী হিউমাৰৰ প্ৰয়াসহে পৰিলক্ষিত হৈছে।

বৰাৰ হিউমাৰৰ উৎস হ'ল – তীব্ৰ মানবীয় সংবেদনশীলতাৰ অক্ষয় অনুভূতি। সেয়েহে, তেওঁৰ বৰ্ণনাই পঢ়ুৱৈৰ অন্তৰ চুই যায়। তেওঁৰ লেখাসমূহ করুণ প্ৰতীকৰ এক সাৰ্থক প্ৰকাশ। 'ভদীয়াকাই', 'ঘৰ নপতা ককা', 'কাপোৰ বেচা বাই', 'এগৰাকী খুড়ী' আদি ৰচনাসমূহৰ এনে সকৰুণ প্ৰতীক ধৰ্মী চিত্ৰই মানুহৰ অন্তৰত দোলা দি যাব পাৰে।

তেওঁৰ সৃষ্ট কেতেকীৰ মাক, জেতুকী বাই আৰু নদীত অন্যান্য গাঁৱৰ গাভৰু, জীয়াৰী-বোৱাৰী আদিৰে নদীৰ পাৰৰ কথা-বতৰাৰ ক্লাব, থলী তথা পানী তোলা ঘাটত বৰাই নিখুঁত বোলছবিৰ চিত্ৰৰ দৰে তেওঁলোকে পানী তোলা ঘাটত ইজনীয়ে সিজনীৰ লগত কথা-বতৰা পাতি থকাৰ মাজতেই এক বিতোপন পৰিবেশৰ সৃষ্টি কৰিছে। অতি নিপুণতাৰ এনে চিত্ৰ-কল্পী পৰিবেশৰ সৃষ্টি কৰিব পৰা বৰাৰ এনে সামৰ্থ্যৰ তুলনা হয়, ত্ৰৈলোক্য ভট্টাচাৰ্য্যৰ 'চৰাইদেউ'ৰ সাধাৰণ ৰাইজৰ সমদল নাইবা নৱকান্ত বৰুৱাৰ তেওঁৰ বিখ্যাত 'কপিলীপৰীয়া সাধু'ৰ গাঁৱৰ মানুহখিনিৰ লগতহে।

তেওঁ প্ৰয়োগ কৰা উৎপ্ৰেক্ষাসমূহ মৌলিক আৰু সুন্দৰ আৰু তাৰ মাজেদি যেন তেওঁৰ অন্তৰ্মুখী চিন্তা-প্ৰবাহৰ কিছু বুৰবুৰণি ওপৰলৈ উঠি আহি আপোনাক ভবাই তোলাৰ লগতে কিছু আমোদো দিব খুজিছে।

"চেণ্ডেল শ্ৰীহীন, উজুটিতে পৰি মৰা, মুখত 'চূণ-কাম' কৰি টিলটিলীয়া হৈ থকা কোনোবা যেন তৰাং কলেজীয়া ডেকা।"

(খৰম)

হিউমাৰ সৃষ্টি কৰিবলৈ এওঁ কেতিয়াবা ব্যঙ্গ বীৰত্বৰো অৱতাৰণা কৰে –

"খৰমৰ খোজত শাস্ত্ৰীয় সঙ্গীত। চেণ্ডেলৰ খোজ যেন এক উন্মাদ নাচোন।"

(খৰম)

তেওঁৰ 'টিন-পাতৰ ৰহস্য', ড্ৰাইদেনীয় শৌৰ্য্য আৰু শক্তিৰে ভৰপূৰ আমাৰ আজিৰ যুগৰ ৰাজনৈতিক ভাবে কলুষিত সমাজ জীৱনত বিদ্ৰূপৰ চেঙা-তেল দিব পৰা সামৰ্থ্যৰ এখন তীব্ৰ বিদ্ৰূপাত্মক ৰচনা। 'গায়ন কাই', 'মেল-মিটিং', 'আজিকালিৰ আলহী', 'গৰুৰ ৰচনা' আৰু 'তেলেই তেল' নামৰ ৰচনা কেইখনৰ মাজেৰে আমাৰ আজিৰ তথাকথিত সমাজ ব্যৱস্থাৰ অসাৰতা, সামাজিক ফোপোলা স্বভাব আৰু সম্মানৰ বাবে মানুহৰ, সমাজৰ তথাকথিত কৃত্ৰিমতা আৰু মূল্যহীন মূল্যায়ণক বৰাই অকল বিদ্ৰূপ কৰিয়েই এৰা নাই লগতে কটা ঘাত চেঙা তেল দিয়া ধৰণেৰে সমালোচনাও কৰিছে। অৱশ্যে

তেওঁৰ 'গায়ন কাই' ৰচনাখনতে বৰ্তমান শতিকাৰ পঞ্চদশৰ কালছোৱাৰ অসমীয়া গাঁৱলীয়া জীৱনৰ প্ৰকৃত চিত্ৰ প্ৰতিফলিত কৰিব পাৰিছে। এই চিত্ৰই তেওঁৰ পাঠকক অকল আমোদেই নিদিয়ে, লগতে তাত থকা বিদ্ৰূপাত্মক বাণে হয়তো তেওঁৰ মনটোও বিন্ধি দিয়ে।

"আমাৰ গায়ন কাই এজন ডাঙৰ তত্ত্বজ্ঞ, দাৰ্শনিক, স্বভাৱ কবি, ভগৱৎ প্ৰেমিক, সুৰ সাধক, আদৰ্শ সংসাৰী, এজন খেলুৱৈ, গৰধীয়া, মাছুৱৈ ... আৰু যে কিমান কি।" (গায়ন কাই)

বৰাই আমাৰ সমাজ জীৱনৰ অস্ত্ৰোপচাৰ কৰিছে আৰু আমাৰ সামাজিক দুৰ্বলতা আৰু মিছা ভেম, এজন লক্ষ্মীনাথ বেজবৰুৱা, লক্ষ্মীনাথ ফুকন, ডাঃ হেম বৰুৱা আৰু 'যুগৰ পাচালী'খ্যাত হেম শৰ্মাৰ নিচিনা সমালোচকৰ নিৰ্মমতাৰে বাহিৰত আনক উদঙাই দেখুৱাই দিব পাৰিছে।

এতিয়া চাওক, আমাৰ নগৰ-চহৰত ডাঙৰ হোৱা মহিলাৰ প্ৰতি তেওঁ কেনেদৰে কটাক্ষপাত কৰিছে –

"আমি মিচেছ্ বেজবৰুৱা, মিচেছ্ হাতীকাকতীক 'বাইদেউ' বুলি সম্বোধন কৰি মাতোঁ। কিন্তু জলকীয়া দি ধান সলাবলৈ অহা মানুহজনীক 'ছোট মিঞাৰ মাক' বুলিহে কওঁ। বজাৰত চূণ বেচিবলৈ অহা পোহাৰীজনীক কওঁ, 'পোহাৰী বাই', আৰু আন এগৰাকী বজাৰত মাছ বেচা পোহাৰীক সম্বোধন কৰোঁ 'দৰঙী বাই' বুলিহে।"

ইয়াত কটাক্ষৰ কাঁইট বা হুলডালে, 'বাইদেউ'ৰ চাৰিটা আখৰৰ পৰা দুটীয়া আখৰৰ 'দেউ'ৰ নিৰ্বাসনতেই নিহিত হৈ আছে।

১৯৫১ চনত এডিছন আৰু লেম্বে লিখা ৰচনাৰ ঠাঁচত লিখা তেওঁৰ প্ৰথমখন 'নতুন অসমীয়া' কাকতত প্ৰকাশিত, অতি বিখ্যাত ৰচনা 'খৰম'ৰ যোগেদিয়েই বৰাৰ জয়জয়তে অসমৰ ৰচনাৰ সাহিত্যৰ দিগন্তত প্ৰবেশ ঘটে। বৰাই উক্ত ৰচনাৰে পঞ্চ দশকৰ আদিভাগৰ কালছোৱাৰ আমাৰ অসমীয়াৰ সামাজিক জীৱনৰ মিছা ভেম দেখুউৱা লোকক তেওঁৰ শক্তিশালী বিদ্ৰূপাত্মক লিখনিৰ তৰোৱালেৰে ৰেপিয়েই ক্ষান্ত নাথাকি সেই কটাঘাত লগতে নেমুৰ ৰস আৰু নিমখো দিয়ে, যাতে তেওঁৰ বিদ্ৰূপাত্মক ৰচনাৰ চোক আৰু অধিক তীব্ৰ হয়।

"কোনোবাই পৃথিৱীৰ ক'ৰবাত ন-দি আৰু বুকুত হাত থৈ শপত খাই ক'ব পাৰে নে যে তেওঁৰ গুৰুৰ চেণ্ডেল্ ধোৱা পানী খাই, মুক্তি লাভ হোৱাৰ গৌৰব হৈছে?"

(খৰম)

হেম শৰ্মাৰ 'যুগৰ পাচালী' নাইবা 'মদাৰ ফুলৰ মালা' পঢ়ক। পঢ়ি অকলে অকলে হেঁপাহ পলুৱাই হাঁহিব পাৰিব। হেম শৰ্মাই তেওঁৰ পূৰ্বৰ পঞ্চ দশকৰ

কালহোৱাত লিখা ৰচনাসমূহত, কাৰ্লাইল, ৰাস্কিন, ম্যাথিউ আৰ্নল্ড বা জ্ঞাননাথ বৰাৰ দৰে আপোনাৰ মগজুত ভৰাই তোলা বা হাঁহি উঠা ধৰণৰ কোনো চেষ্টা কৰাৰ বাবে অকল ধাউতি দেখুউৱা নাছিল। কিন্তু ললিত বৰাৰ ৰচনাৰ মৌলিকতা, তেওঁৰ লিখনিত আপাততঃ বাহিৰত দেখাত সৰল বা অনাড়ম্বৰ উক্তি আৰু পৰ্য্যবেক্ষণ থাকিলেও, তেওঁৰ সেই ৰচনাৰ পটুৰে সমাজে লিখাখিনিৰ সম্পূৰ্ণ মৰ্ম বা প্ৰতিক্ৰিয়া বুজিবলৈ হ'লে নিজৰ মগজুও খটুৱাব পাৰিব লাগিব।

ৰবাৰ ৰচনাবোৰ স্বকীয় বৈশিষ্ট্য আৰু মৌলিক উৎপ্ৰেক্ষাৰে ভৰা।

"খৰম মেকুৰী, চেণ্ডেল্ কুকুৰ"

আকৌ

"খৰম বান্দৰ, চেণ্ডেল্ মানুহ"

(খৰম)

এইবাবে যুক্তি বিচাৰি দূৰলৈ যোৱাৰো প্ৰয়োজন নাই। আপুনি সম-সাময়িক অসমীয়া গাঁৱলীয়া ঘৰ এখনৰ কথা ভাবক, য'ত নেকি আইতা গৰাকীৰ সকীয়নি — ঘন্টাৰ কোবে পোনেই ঠহৰকৰি আপোনাৰ কৰ্ণ গহ্বৰত প্ৰবেশ কৰিব,

"হেই, হেই ল'ৰা! নোসোমাবি, নোসোমাবি, মই কৈছোঁ, আগতে চেণ্ডেল্ ভৰিৰ পৰা গুচা।"

(খৰম)

আমাৰ নতুন পুৰুষক, ঘৰখনৰ গোঁসাইঘৰ বা ৰান্ধনীঘৰত চেণ্ডেলক নুসুমুৱাবৰ বাবে যেন এয়া 'প্ৰবেশ নিষেধ'ৰ ফলক। কেতিয়াবা ৰবাই বেকনৰ দৰে স্বকীয় বিশিষ্টতা আৰু গুণসমৃদ্ধ ৰূপতো লিখে —

"সৌন্দৰ্য্য আৰু যৌনধৰ্মিতা, এই দুয়োটাই সমাৰ্থ বাচক।"

(সুন্দৰীৰ সৌন্দৰ্য্য)

আৰু

"বহু বল্লভা হলেও হিন্দুৰ মানত গাই সতী, যেন, 'অহল্যা, দ্ৰৌপদী, কুন্তী, তাৰা, মন্দোদৰী' যথা"

(গৰুৰ ৰচনা)

আৰু

আজিকালি যেন 'এদিনীয়া আলহী হে সাক্ষাৎ দামোদৰ, বহুত দিনৰ বাবে থাকিবলৈ অহা আলহী ভোকোৰা এন্দুৰ।'

(আজিকালিৰ আলহী)

হেম শৰ্মা বা তিলক হাজৰিকাৰ নিচিনাকৈ ললিত ৰবাইও মনৰ পৰা সৰ্ সৰ্ কৰে সৰি পৰা কথা দীঘলীয়া উদাহৰণ বা দৃষ্টান্তেৰে — বা আমোদ দিব

পৰা কাহিনীৰে লিখিব পাৰে। বৰাৰ 'টেলিগ্ৰাম' ৰচনাখন ১০ টা বিভিন্ন সৰু সৰু কাহিনীৰ সমষ্টি। এইবোৰক অৱশ্যে কাহিনী বোলা ভুল হ'ব। কথাহে। এই সমষ্টিকৰণত যুক্তিৰ যোগসূত্ৰতা নাই। আছে, অৰ্থহীন আলাপৰ অসংগত সংগতি। হ'লেও, ৰচনাখনত নিহিত ভাবৰ বুৰবুৰণিয়ে সাধাৰণ পাঠকক আমোদৰ কিছু খোৰাক যোগাইছে। আৰু এই কাৰণেই ১৯৫১ চনতে ওলোৱা 'খৰম'ৰ দিনৰে পৰা ১৯৯১ চনত প্ৰকাশিত 'ৰেলী চাইকেল'খনৰ দিনলৈকে ইতিমধ্যে বৰাক তেওঁৰ গুণমুগ্ধ পঢ়ুৱৈ সমাজে আদৰি লৈছে।

বৰাৰ ৰচনাবোৰ বহলভাৱে তিনিভাগত ভগাব পাৰি, আলোচনাত্মক, বিদ্ৰূপাত্মক আৰু বৰ্ণনাত্মক। 'আমি কিয় জীয়াই থাকোঁ?' শিৰোনামাৰ ৰচনাখন আলোচনাত্মক। টিন-পাতৰ ৰহস্য' 'খৰম', গায়ন কাই', 'গুৱাহাটী', 'বুঢ়াভাই' এইবোৰ বিদ্ৰূপাত্মক। 'বাই', 'ভদীয়া', 'খুড়ী', এইবোৰ বৰ্ণনাত্মক। বৰ্ণনাত্মক ৰচনাবোৰ লেখাঙ্কন (Pen portrait)ৰ সমষ্টি। হেম শৰ্মাৰ 'মদাৰ ফুলৰ মালা' আৰু 'যুগৰ পাচালী' নাইবা ডাঃ হেম বৰুৱাৰ 'চপনীয়া' আদিত থকাৰ দৰে বৰাৰ এই বৰ্ণনাত্মক লেখাঙ্কনসমূহক একো একোডাল অবিস্মৰণীয় লেখাঙ্কনৰ মালা বুলিব পাৰি। এইবিলাক ডাঃ বৰুৱাৰ 'বাপি', 'লচমন চাহাব'ৰ লগৰ — কলাকাৰৰ মৃত্যুহীন সৃষ্টি।

তেওঁৰ আন এখন ধুনীয়া ৰচনা 'মেল-মিটিং' পঢ়োঁতে সেইখনে তৎক্ষণাৎ আপোনাক ই. ভি. লুকাছৰ বিখ্যাত ৰচনা 'কমিটী বিলাক' (Committees)লৈ মনত পেলাব। বৰাৰ শেহতীয়া ৰচনা, 'মোৰ শোৱনি কোঠাতো' (বিশেষ পূজা-সংখ্যা, 'অসম সংবাদ', অক্টোবৰ, ১৯৯১) পঢ়িলে পলকতে আপোনাক নৱকান্ত বৰুৱাৰ 'আপোনাৰ কোঠাটো'ৰ (১৯৬৪) ওচৰ চপাব। একে বিষয়বস্তুৰ ওপৰতে লিখা এই দুজন খ্যাতিমান ৰচনাকাৰ ৰচনা লিখাৰ ধৰণ আৰু শৈলীৰ বিভিন্নতা সুদীৰ্ঘ ২৭ বছৰৰ পিছতো পঢ়ুৱৈ সমাজে লক্ষ্য কৰিব পাৰিব।

বৰাৰ 'আজিকালিৰ আলহী'খন বিদ্ৰূপাত্মক সুৰত লিখা, নৱকান্তই তেওঁ লিখা 'আলহী'ৰে আপোনাক কিছু হঁহুৱাব আৰু বেণুধৰ শৰ্মাই তেওঁৰ 'আলহী কেইবিধ?' এই শিৰোনামাৰ ৰচনাখনত তেওঁৰ বুৰঞ্জীৰ জ্ঞানৰ পৰশেৰে আলহীৰ শ্ৰেণীবিভাগ আৰু সেইবোৰৰ বৰ্ণনাৰে আপোনাৰ মন আপ্লুত কৰিব। এই ক্ষেত্ৰত এই প্ৰথিতযশা বুৰঞ্জীবিদজনে যেন ককাক এজনৰ ভূমিকাতহে অৱতীৰ্ণ হৈছে।

তেওঁৰ 'বৰণীয়' নামক ৰম্য ৰচনাৰ আটক ধুনীয়া কিতাপখনৰ 'আগকথা'ত আমাৰ সাহিত্যৰ অন্যতম ওজা ৰচনাকাৰ নৱকান্ত বৰুৱাই ঠিকেই লিখিছে যে লিণ্ড (Lynd), হিলাৰী বেলক্ (Hillarie Belloc) ই. ভি. লুকাছ (E. V. Lucas) নাইবা জি. কে. চেষ্টাৰটন (G. K. Chesterton) আৰু আনকি বাৰ্ট্ৰাণ্ড ৰাছেলৰ (Bertrand Russel) লঘু ৰচনাবোৰো বাহিৰৰ সাজ-সজ্জা, শিৰোনামা বা কথন-ভংগী বা ৰচনাৰ দিশৰ পৰা বাহিৰত দেখাতহে লঘু, দৰাচলতে কিন্তু তেনে নহয়, আৰু কেতিয়াও নহয়। মোৰ মতে সেইসকল

মহৎ লিখকৰ এইবিলাক একপ্ৰকাৰ সাহিত্যৰ সম্মোহনী শক্তি, যিবিলাক নেকি সম্মোহন শেষ হোৱাৰ পিছতহে পাঠকে গম পায় যে সেই সকলো লঘু বা ৰঞ্জক ৰচনাত আমাৰ নিজৰ আৰু আমাৰ নিজা পৰিবেশৰ চৌদিশৰ বিষয়ে সেইবিলাক প্ৰকৃততে আচল জ্ঞানৰ পূৰঠ গুটিৰে ঠাহ খাই আছে।

এজন সহজ সৰল অধ্যাপক ললিত বৰাৰ সুন্দৰ সুন্দৰ এই ৰচনাবোৰৰ বিষয়ে মোৰ ব্যক্তিগত মূল্যায়ণ অসম্পূৰ্ণ হৈ থাকিব, যদিহে ডাঃ হেম বৰুৱাৰ অন্যতম বিখ্যাত ৰচনাৰ সংকলন 'মোৰ ঘৰখন'ত বিজয় চন্দ্ৰ ভাগৱতীৰ অধ্যয়নপুষ্ট আগকথাৰ বিষয়ে মই উল্লেখ নকৰাকৈ থাকোঁ। তেওঁ লিখা কথাসমূহ 'ৰঙ-বিৰঙৰ গ্ৰন্থকাৰৰ ক্ষেত্ৰতো – একে কথা আৰু শক্তিৰেই প্ৰযোজ্য। বিজয় চন্দ্ৰ ভাগৱতীয়ে ঠিকেই লিখিছে, "যেতিয়া এখন ৰচনা আৰু ৰচনাকাৰজন পাঠকৰ সম্মুখত একেলগেই দেখা দিয়েহি, তেতিয়া হ'লে আপুনি তাত জীৱনৰ জীৱন্ত চিত্ৰ দেখিবলৈ পাব। এনে চিত্ৰই বিচিত্ৰৰূপে পৰ্যটকৰ অন্তৰত খুন্দিয়াবলৈ আৰম্ভ কৰিব। তেতিয়া দেখিব, কোমল অনুভূতি আৰু সংবেদনশীলতাৰে সিক্ত 'সেই লিখকজন আৰু তেওঁৰ লিখনিখিনি' একাকাৰ হৈ পৰিব আৰু দুয়োটাৰে মাজত কোনো পাৰ্থক্যৰ বাধা বা হেঙাৰ নাথাকিব।"

একেদৰেই, ললিত বৰাৰ ৰচনাসমূহেও মানৱীয় অনুভূতি আৰু সংবেদনশীলতাৰে ভৰপূৰ এই লিখকজনৰ মোহনীয় আৰু সহজ সৰল ব্যক্তিত্বৰেই আমাক পৰিচয় দিয়ে। ১৯৯১ মডেলৰ তেওঁৰ শেহতীয়া ৰচনাৰ অৱদান, 'এখনি ৰেলী চাইকেল'ত সেই ৰেলী চাইকেলখনতে উঠি, মাজে সময়ে তেওঁক অসম কৃষি বিশ্ববিদ্যালয়ৰ যোৰহাট চৌহদৰ পৰা যোৰহাট নগৰলৈ শ্বহীদ কুশল কোঁৱৰ পথেদি অকল অহা-যোৱা কৰি থকাই দেখা নাপাওঁ – লগতে এইজন মহৎ অধ্যাপকে তেওঁ চাইকেলেদি অহা-যোৱা কৰা এই দীৰ্ঘপথৰ যাত্ৰাত তেওঁ লগ পোৱা আৰু চাইকেলৰ পৰা নামি আত্মীয়তাৰে সৈতে কথা পতা, শতাইহঁতৰ দৰে সমাজৰ সাধাৰণ দুখীয়া মানুহবোৰৰ লগতো মুখামুখি হওঁ। তেওঁৰ এই ৰচনাখনৰ যোগেৰে তেওঁৰ স্বৰ্গীয়া সহধৰ্মিনীৰ লগতো আমাৰ পৰিচয় ঘটে, যি গৰাকীক যোৰহাটত তেওঁৰ শৈশৱৰ পৰাই মই জানিছিলোঁ, আৰু জানিছিলোঁ তেওঁলোকৰ ল'ৰা-ছোৱালী কেইটিক – যি কেইটিয়ে এতিয়াও এই চিৰ-সেউজীয়া আৰু বয়সে বৰ্তমান কিছুহে মোলান কৰা তেওঁলোকৰ এই অধ্যাপক দেউতাকজনৰ 'আটোলৰ টেলে' যেন হৈ আছে।



## প্ৰমোদ বৰদলৈ (অঘৰী)

বাসনা-সাগৰত উটি-ভাঁহি ফুৰা কবি হৰি বৰকাকতিৰ সতীৰ্থ প্ৰমোদ বৰদলৈ – যাক গোটেই অসমৰ অসমীয়া সাহিত্যৰ অনুৰাগীয়ে 'অঘৰী' নামেৰেহে চিনি পায়।

পঞ্চাছৰ দশকতে সাহিত্য-সংস্কৃতিৰ দিশত আত্ম-প্ৰকাশ কৰা প্ৰমোদ বৰদলৈৰ "প্ৰতিমাৰ পালা জানো প্ৰাণ?" উপন্যাস এওঁৰ সৃষ্টিশীল মনৰ প্ৰথম প্ৰদীপ্ত স্বাক্ষৰ। এইজন লেখক, ৰচক সুৰকাৰৰ গীত আৰু কবিতাবিলাকেও কেঁচা মাটিৰ গোন্ধ আমালৈ বহন কৰি আনিছে। গ্ৰাম্যজীৱনৰ হৃদয়ৰ কথা অংকিত হোৱা এইজন শিল্পী লেখকৰ সৃষ্টিসমূহে পাঠকৰ অন্তৰ সাগৰতো তৰংগৰ সৃষ্টি কৰি যায়।

কথা শিল্পৰ হেবোৱা আৰু হেৰাই যাব ধৰা মুকুতা ৰাশি বিচাৰি বিচাৰি ঘৰ এৰি 'অঘৰী' হোৱা প্ৰমোদ বৰদলৈ নানান ঘাত-প্ৰতিঘাতৰ মাজতো আজিও নিত্য-নতুন সৃষ্টিৰ দিশত এক 'উৰন্ত মানুহ অঘৰী' হৈ চিৰ-সেউজীয়া হৈ আছে।

# কন্যা ভানুমতীৰ অঘৰী প্ৰেমিক — প্ৰমোদ বৰদলৈ

অসমীয়া ভাষাৰ পত্ৰ-পত্ৰিকা আৰু আলোচনীসমূহত সঘনাই যাৰ লিখনি প্ৰকাশ পোৱা দেখা যায় সেই 'অঘৰী' হ'ল এজন যুৱা-বৃদ্ধ ব্যক্তি। এই অদম্য অফুৰন্ত শক্তি আৰু চঞ্চলতাৰে পৰিপূৰ্ণ ব্যক্তিগৰাকীৰ লিখনীৰ সৈতে মোৰ পৰিচয় চল্লিছৰ দশকত মোৰ হাইস্কুলীয়া দিনবোৰৰ পৰাই — সেই সময়ত 'অঘৰী'ৰ লিখনি প্ৰকাশ পাইছিল বেণুধৰ শৰ্মা সম্পাদিত 'তৰুণ অসম'ত। 'অঘৰী'ৰ প্ৰেৰণাৰ উৎস আছিল দুগৰাকী প্ৰবীণ গীতিকবি — পাৰ্বতীপ্ৰসাদ বৰুৱা আৰু অম্বেশ্বৰ চেতিয়াফুকন। 'অঘৰী'ৰ — যাৰ প্ৰকৃত নাম প্ৰমোদ কুমাৰ বৰদলৈ — জন্ম হৈছিল নথৰাই চাহ বাগিচাত।

উৰি ফুৰা কীটছ্‌ৰ নাইটিংগেলৰ দৰে অঘৰী এটা সদায়েই চৰাই — যি মৃত্যুহীন আৰু যাক তেওঁৰ পৰিচিত-অপৰিচিত অসংখ্য গুণমুগ্ধ লোকে সদায়েই স্মৰণ কৰিব। ভৱপ্ৰসাদ ৰাজখোৱাৰ 'নিৰলাৰ মমতাজ' আৰু 'কেতেকী' নামৰ অমৰ কবিতাত প্ৰকাশ পোৱা কাব্যানুভূতিৰে উদ্বুদ্ধ হৈ মই যেতিয়া সাহিত্যৰ নামত কিবাকিবি লিখিবলৈ আৰম্ভ কৰিছিলোঁ তেতিয়াৰ পৰা — অৰ্থাৎ প্ৰায় চল্লিছ বছৰৰ আগৰ পৰা — মই 'অঘৰী'ৰ সৈতে পৰিচিত। তেতিয়াৰ পৰাই অঘৰীৰ সৈতে মোৰ সম্পৰ্ক ঘনিষ্ঠৰ পৰা ঘনিষ্ঠতৰ হৈ আহিছে। তেওঁ কল্পনাৰে সৃষ্টি কৰা তেওঁৰ নিঃসংগ সৰু চৰাইজনীৰ দৰে তেওঁ সদা চঞ্চল — সেই চৰাইজনী কেতিয়াবা উৰি আহি মোৰ কান্ধত পৰেহি ঃ

"কোনোবা শীতৰ যেন বগা সন্ধিয়াৰ
মই এক অঘৰী চৰাই —
অনাদি কালৰে এই চিনাকি দেশত
অচিনাকি হ'লোঁ আজি বাট হেৰুৱাই
মই এক অঘৰী চৰাই।"

(অঘৰীৰ গীত)

ভূপেনদাৰ দৰে অঘৰীকো মই অতি অন্তৰংগভাৱে জানো আৰু মোৰ বোধেৰে ভূপেনদাই হ'ল অঘৰীৰ বন্ধু, দাৰ্শনিক আৰু পথ প্ৰদৰ্শক। ডঃ হাজৰিকাও এজন বীণ ব'ৰাগী — সমগ্ৰ বিশ্বই তেওঁৰ চাৰণভূমি। আনহাতে প্ৰমোদ বৰদলৈৰ বিশ্ব হ'ল অসমী আই। অসমো 'ব্ৰহ্মাণ্ডৰেই ক্ষুদ্ৰ ভাণ্ডৰণ' —

মোৰ গুৰু ডিম্বেশ্বৰ নেওগে তেওঁৰ অমৰ কবিতা 'কমাৰফদীয়া'ত কোৱাৰ দৰে।

১৯৫০ চনত প্ৰথমবাৰৰ বাবে প্ৰকাশ পোৱা বিখ্যাত উপন্যাস 'প্ৰতিমাৰ পালা জানো প্ৰাণ'ৰ জৰিয়তে ৰোমাণ্টিক কবিতা আৰু গল্পপ্ৰেমী পাঠকসমাজত প্ৰমোদ কুমাৰে আলোড়ন সৃষ্টি কৰিছিল। এই উপন্যাসখনৰ নৱম সংস্কৰণ প্ৰকাশ পায় ১৯৮৮ চনত – অসমীয়া উপন্যাসৰ প্ৰকাশনৰ ক্ষেত্ৰত এয়া এক অভিলেখ সৃষ্টিকাৰী ঘটনা। প্ৰথম সংস্কৰণ প্ৰকাশ হোৱাৰ লগে লগে এই উপন্যাসে ডঃ বাণীকান্ত কাকতি আৰু ডঃ মহেশ্বৰ নেওগৰ লেখীয়া বিখ্যাত পণ্ডিতসকলৰ দৃষ্টি আকৰ্ষণ কৰিছিল আৰু তেওঁলোকে ইয়াৰ ভূয়সী প্ৰশংসা কৰিছিল। মোৰ যিমানদূৰ মনত পৰে, মই তেওঁৰ ৰোমাণ্টিক কবিতাৰ সংকলন 'মৰমৰ সুৰ' ১৯৫০ চনত পঢ়িছিলোঁ – যেতিয়া নিবিড় নিঃসংগ মুহূৰ্তত মোৰ অঘৰীলৈ মনত পৰে তেতিয়া আজিও মই সেই কবিতাসমূহ সুঁৱৰি অপাৰ আনন্দ পাওঁ। প্ৰমোদ বৰদলৈ মূলতঃ এজন কবি আৰু তেওঁৰ নামটোৰ দৰেই তেওঁৰ কবিতায়ো যাইকৈ 'প্ৰমোদ' অৰ্থাৎ আনন্দৰ বাণী বহন কৰে। ভূপেনদাৰ দৰেই 'অঘৰী'ৰ কাব্যিক অনুভূতি বৈ আছে ধনশিৰিৰ দুকূল ওপচা বানৰ দৰে – মানৱীয় অনুকম্পাৰ মাজেৰে।

আপুনি যদি তেওঁৰ কবিতা আবৃত্তি কৰে – উল্লেখযোগ্য যে প্ৰমোদ বৰদলৈ নিজেও এজন সুখ্যাত আবৃত্তিকাৰ – আৰু তেওঁৰ আবেগসিক্ত বাসনাৰ সুৰ-সমলয়ৰ বিষয়ে চিন্তা কৰে, তেন্তে আপোনাৰ অন্তস্থলত অনুভৱ কৰিব এক বিশেষ ধৰণৰ অজান বেদনা – ঠিক ভৱপ্ৰসাদ ৰাজখোৱা, যতি নাৰায়ণ শৰ্মা, পাৰ্বতি প্ৰসাদ বৰুৱা, যতীন্দ্ৰনাথ দুৱৰা আৰু ভূপেন হাজৰিকাৰ কিছুমান কবিতাই অনা অনুভূতিৰ দৰে :

– "কণ্ঠৰ গানে মোৰ সুৰ হেৰুৱালে,
বুকুৰ বগুহে আহি বাঁহ ভাঙি নিলে
ওৰেটি জীৱন মোক দুখে কন্দুৱালে
বিধাতায়ো দিলে অভিশাপ
দুখেৰেই জীৱন ভৰাই
মই এক অঘৰী চৰাই।"
(অঘৰীৰ গীত)

অঘৰীৰ কবিতাত প্ৰকাশ পোৱা বেদনা ভৱপ্ৰসাদৰ 'মৰুমায়া'ৰ মায়াপখী, পখীৰ তাজ, পখীৰ মুক্তি আদি কবিতাত প্ৰকাশ পোৱা বেদনাৰ দৰে। কেশৱ মহন্তৰ দৰে অঘৰীও জনতাৰ কবি, তেওঁৰ কবিতাত আছে প্ৰকৃত ভূমিপুত্ৰৰ গোন্ধ আৰু স্পৰ্শ।

প্ৰায় বাৰবছৰ কাল প্ৰমোদ কুমাৰে আকাশবাণীৰ নিজৰ শিল্পী (Staff artist) আৰু সহকাৰী প্ৰযোজক হিচাপে কাম কৰিছিল। নিজৰ নিয়তিৰ সৈতে

নিৰ্ভীকভাৱে স্বাধীনতা যুদ্ধত প্ৰবৃত্ত হোৱা বৰদলৈয়ে নানা ধৰণৰ কাম কৰি আহিছে – কেতিয়াবা চাহ বাগিচাৰ পৰিচালক, কেতিয়াবা আকৌ লোকপিয়ল আৰু গাঁওৰক্ষী বাহিনীৰ চৰকাৰী কামৰ দায়িত্ব। আজি মই এই কথা ভাবি অতিশয় আনন্দিত যে অৱশেষত চৰকাৰে কবি-সাংবাদিক হিচাপে তেওঁৰ সাংগঠনিক প্ৰতিভাৰ কথা উপলব্ধি কৰিলে আৰু তেওঁক ৰাজ্যৰ গাঁওৰক্ষী বাহিনীৰ প্ৰধান উপদেষ্টা হিচাপে নিযুক্তি দিলে। মোৰ সন্দেহ নাই যে হৰিনাৰায়ণ বৰুৱাৰ দৰে বৰদলৈয়েও সংগঠনটোলৈ আৰু জনসাধাৰণলৈ অকৃত্ৰিম সেৱা আগবঢ়োৱাৰ জৰিয়তে সংগঠনটোলৈ নৱজীৱন আনিবলৈ সমৰ্থ হ'ব। এই কামত তেওঁ নিশ্চয় সফল হ'ব – কাৰণ অঘৰীয়ে গাঁও আৰু গাঁওবাসীক ভাল পায়। তেওঁ গ্ৰামাঞ্চল ঘূৰাত অভ্যস্ত আৰু বেণুধৰ শৰ্মাৰ দৰে তেৰোঁ অতীতৰ বুকুৰ পৰা সাহিত্যস্মৃতিৰ সঁফুৰা আহৰণ কৰে। ভূপেনদাৰ 'মই এটি যাযাবৰ'ৰ সুৰতে তেৰোঁ বেদনাসিক্ত কণ্ঠেৰে গাই উঠে :

"দেশে-বিদেশে সেয়ে আজি মই
ঘূৰি ফুৰোঁ
সংগীহাৰা জীৱনত বুকুভঙা বেদনাৰ
গীত গাই গাই।"

আৰু সম্ভৱতঃ সেই কাৰণেই ১৯৯০ চনৰ কোনোবা এক সময়ত মনমোহন মহন্তই অঘৰীক সম্বোধন কৰি এটি ভাটিয়ালী ৰচনা কৰিছিল :

"অ' বন্ধু অঘৰী
কিনো বেজাৰত ঘৰ-বাৰী এৰি
দীন-দুনিয়াত বনাই ফুৰ
একলশৰী ..."

ৱৰ্ডছৱৰ্থে এঠাইত কৈছে যে কবিতা হৃদয়ৰ পৰা উৎসাৰিত হয় আৰু প্ৰত্যক্ষভাৱে হৃদয়ত প্ৰবেশ কৰে। প্ৰমোদ বৰদলৈৰ কবিতাৰ ক্ষেত্ৰত ৱৰ্ডছৱৰ্থৰ এইকথা সম্পূৰ্ণৰূপে প্ৰযোজ্য – তেওঁৰ 'কাহিনীগীত', 'বিহুসুৰীয়া গীত' আদি নাটকীয় স্বগতোক্তিপূৰ্ণ কবিতা তাৰ প্ৰকৃষ্ট নিদৰ্শন। এই নাটকীয় স্বগতোক্তিসমূহ (Dramatic monologne) সমূহত কম-বেছি পৰিমাণে ৰবাৰ্ট ব্ৰাউনিং আৰু ভৱপ্ৰসাদ ৰাজখোৱাৰ 'চিৰকুমাৰ' বা 'নিৰলাৰ মমতাজ' কবিতাৰ সুৰ শুনিবলৈ পোৱা যায়।

'অঘৰী'ৰ উল্লেখযোগ্য কবিতাৰ ভিতৰত আছে 'কন্যা ভানুমতী', 'সমাধিৰ তলত সাৰ পাই আছোঁ' আৰু 'বাতৰি কাকতত তোমাৰ ছবি দেখি'ৰ লেখীয়া কবিতাসমূহ। তেওঁৰ 'কন্যা ভানুমতী' বাৰটা পংক্তিত সমাপ্ত এটি অত্যন্ত চুটি কবিতা আৰু মোৰ বোধেৰে এই চাৰণ কবিজনে ৰচনা কৰা এইটোৱেই সৰ্বশ্ৰেষ্ঠ কবিতা। এই কবিতাটো পঢ়িলে আপুনি অঘৰীৰ ইন্দ্ৰিয়ঘনতা, স্মৃতি কাতৰতা

আৰু চিত্ৰকল্প-সমাবেশ ক্ষমতাৰ কথা উপলব্ধি কৰিব — আবেগৰ কল্পস্বাৰ ভাঙি প্ৰবাহিত হোৱা মুক্ত ছন্দই আপোনাক অভিভূত কৰিব আৰু আপুনি চাৰণ কবিজনৰ সৈতে একাত্মবোধ অনুভৱ কৰিব। এই কবিতাটোত আছে কবিৰ গভীৰ দৰদ ভৰা বেদনা, সম্ভাৱনীয়তা আৰু অসম্পূৰ্ণতাৰ মাজত উটি-ভাঁহি ফুৰা কবিমনৰ প্ৰকাশ।

বাৰটা পংক্তিৰ এই কবিতাটো কিছুমান চিত্ৰৰ সমাবেশ — কবিয়ে এৰি অহা অতীত, তেওঁৰ হেৰোৱা প্ৰেমৰ বিষাদসিক্ত আবেগ — সেই প্ৰেম যি চিৰদিনৰ বাবে অৱলুপ্ত অথচ যাৰ ৰেশ আজিও কবিৰ হৃদয়ত প্ৰবাহিত। এই কবিতাৰ 'মোৰ সোঁৱৰণীৰ তেজৰ মাজত তুমি আছা ;' বা 'প্ৰণয়ৰ কেঁচা মৈদামৰ ডায়েৰীত লিখা এটি নাম — কন্যা ভানুমতী' বাক্যবন্ধ পাঠকৰ মনৰ পৰা সহজে মচ খাই নেযায়। তেওঁৰ শেহতীয় কবিতাতো (১৯৯১ চনৰ ৮ জুনত ৰচিত) পোৱা যায় ঠিক একে ধৰণৰ বিষাদসিক্ত আবেগৰ বহিঃপ্ৰকাশ।

অলপতে মই কবিৰ 'ৰং চোৱাবোৰৰ ঘাট' নামৰ কবিতাটোৰ টেপ (Tape) এটা শুনিছিলোঁ। ইও আমাৰ কাব্যজগতৰ এক অভিনৱ অভিলেখ। স্বগতোক্তিৰ ধৰণে ৰচিত এই কবিতাটোত আছে এৰি অহা অতীতৰ বেদনা। কবিতাটোৱে মোৰ আবেগাশ্ৰুৰ উদ্ৰেগ ঘটাইছে।

সম্ভৱতঃ মোৰ এই মূল্যায়ণে আমাৰ তথাকথিত 'গম্ভীৰ', 'দুৰ্বোধ্য' বা 'বুদ্ধিবাদী' কবিসকলৰ মনত অসন্তুষ্টিৰ সৃষ্টি কৰিব। কিন্তু যিসকলে অঘৰীৰ 'কন্যা ভানুমতী', 'কোনোবা শীতল যেন বগা সন্ধিয়াৰ', নৱকান্ত বৰুৱাৰ 'এতিয়া কিমান ৰাতি অলকানন্দা', বীৰেণ বৰকটকীৰ 'দিন পঞ্জিকাৰ পাণ্ডুলিপি', 'আঘোণ', দেৱকান্ত বৰুৱাৰ 'সাগৰ দেখিছা' বা ডঃ কুঞ্জ মেধিৰ 'সাগৰলৈ চিঠি' আদি কবিতাক সস্তীয়া আবেগ সৰ্বস্ব কবিতা বুলি ক'বলৈ প্ৰয়াস কৰে, সেইসকলৰ সৈতে মই একমত নহওঁ। আজিৰ বিশৃংখলাপূৰ্ণ আৰ্থ-সামাজিক-ৰাজনৈতিক পটভূমিত কেৱল সমাজভাবনাপূৰ্ণ কবিতাহে লিখিব লাগে বুলি কৰা দাবীৰ সৈতেও মই একমত নহওঁ। আবেগ, প্ৰেম, সৌন্দৰ্য্যানুভূতিৰ মূল্য এতিয়াও শেষ হৈ যোৱা নাই — বৰং এইবোৰ চিৰন্তন। কেৱল বীজগণিতৰ সূত্ৰৰ লেখীয়া দুৰ্বোধ্যতা আজিৰ কবিতাৰ বাবে অপৰিহাৰ্য্য বুলি ভবাসকলৰ সৈতে মই একমত নহওঁ।

মানৱ জীৱন নানা ধৰণৰ সমস্যাৰ সংমিশ্ৰণ — অৰ্থনৈতিক, সামাজিক, ৰাজনৈতিক, ধৰ্মীয় আৰু সৰ্বোপৰি ব্যক্তিকেন্দ্ৰিক আদি নানা সমস্যাৰ সমাহাৰ। ব্যক্তিগত দৃষ্টিকোণৰ পৰা আমি নিজৰ কামনা-বাসনা, দেহজ আকৰ্ষণ আৰু এইবোৰৰ পৰা উদ্ভূত ফলাফল এৰাই চলিব নোৱাৰোঁ আৰু এইবোৰক অলাগতিয়াল, অৰ্থহীন, আবেগসৰ্বস্ব বুলি [illegible] কৰিব নোৱাৰোঁ। প্ৰেমৰ কবিতাই বিশৃংখলতাৰ মাজতো আমাক জীৱন-লালসাৰে উদ্বুদ্ধ কৰে — আৰু এই জীৱন-লালসাৰ পূৰ্ণতা ঘটে পুৰুষ-প্ৰকৃতি, নৰ-নাৰী, আদম-ইভৰ মিলনৰ

জৰিয়তেহে।

চাৰে পাঁচ হেজাৰ বছৰৰ আগতে ৰচিত ঋকবেদত, ইজিপ্তৰ ফাৰাও সকলৰ ৰাজত্ব আৰু পিৰামিডৰ নিৰ্মাণৰ সময়ৰ পৰা দেহজ আকৰ্ষণক বিষয়বস্তু হিচাপে লৈ সূক্ত, কবিতা আৰু গীত ৰচনা কৰা হৈ আহিছে। ৰজা ছলোমনৰ গীতাৱলীক (King Solomon's Songs) জানো কোনোবাই নাকচ কৰিব পাৰে? চীনা কবিতাত কনফিউচিয়াছৰ যুগৰ পৰা আজিলৈ হোৱাংহো নদীৰ সোঁতৰ দৰে প্ৰেমৰ কবিতা বৈ আছে, প্ৰাচীন গ্ৰীক সাহিত্যত সমকামী প্ৰেমৰ ফল্গুধাৰা প্ৰবাহমান উত্তাল তৰংগেৰে। ৰোমান, আৰবী আৰু পাৰসীয় সাহিত্যতো একে ধাৰাৰ কবিতা ৰচিত হৈছিল। আজি একবিংশ শতিকাৰ দুৱাৰডলিত থিয় হৈ মানুহে মানৱীয় আশা-আকাংক্ষা আৰু প্ৰেমৰ আবেগক নিৰ্বাসন কৰা নাই – ঋকবেদৰ যম-যমী, পুৰুৰবা আৰু উৰ্বশীৰ সময়ৰ পৰা আজিলৈ আৰ্থ-সামাজিক, ৰাজনৈতিক পৰিৱৰ্তন সত্ত্বেও বিভিন্ন ৰূপত প্ৰেমে আত্মপ্ৰকাশ কৰি আহিছে, যদিও ঋকবৈদিক যুগৰ পৰিস্থিতি আজিৰ যুগত আশা কৰাটো অলীক কল্পনা মাত্ৰ।

যিসকলে মানৱীয় আবেগৰ স্ফূৰণক অৱনমিত কৰিব খোজে, সেইসকলে অঘৰীৰ আশ্চৰ্য্যজনক কবিতাসমূহলৈ পঢ়ি চাই নিজৰ হৃদয়ত হোৱা ক্ৰিয়া-প্ৰতিক্ৰিয়ালৈ লক্ষ্য কৰিলে অঘৰীৰ কবিতাৰ মই কৰা মূল্যায়ণৰ মৰ্মাৰ্থ বুজিব পাৰি।

অঘৰীৰ 'ৰংচোৱা বোৰৰ ঘাট' নামৰ কবিতাটো এটি বিশিষ্ট সৃষ্টি – ইয়াৰ বাসনা-ৰক্তিম চিত্ৰকল্প, আকৰ্ষণীয় গীতিময়তা, জীৱনৰ বিষাদসিক্ত ছন্দই পাঠকৰ মন সহজে আকৰ্ষণ কৰে। অনাগত বহুদিনলৈ পাঠকৰ হৃদয় মন আলোড়িত কৰি থাকিব।

সন্দেহ নাই যে এইবোৰ কাৰণতেই 'আঘোণৰ কুঁৱলি'ত', 'যুগে যুগে মৰিয়ম', 'কল্যাণ খৰমান' আদি কবিতাৰ বিখ্যাত কবি মহেন্দ্ৰ বৰাই 'দৈনিক জনমভূমি' কাকতৰ ১৯৯১ চনৰ ৩০ জুন সংখ্যাত অঘৰীৰ 'ৰং চোৱা বোৰৰ ঘাট'ৰ বিশ্লেষণাত্মক সমালোচনা প্ৰসংগত অঘৰীৰ উচ্চ প্ৰশংসা কৰিছে। দৰাচলতে বৰাৰ সমালোচনাৰ উৰ্দ্ধত সমালোচনা কৰা মোৰ পক্ষে ধৃষ্টতাহে মাত্ৰ হ'ব।

অঘৰীৰ 'সমাধিতলীত সাৰ পাই আছোঁ' আন এক মণিমুক্তাসদৃশ সৃষ্টি। এই গীতি কবিতাটোত শিল্পী ৰুণুমী বৰঠাকুৰে সুৰাৰোপ কৰিছে। ৰুণুমীৰ সুৱদি কণ্ঠত কবিৰ ব্যথা-বেদনা ইমান জীৱন্ত হৈ উঠিছে যে ই শ্ৰোতাৰ মন চুই যায়। এই গীতি কবিতাটোৱে আপোনাৰ মনলৈ স্বয়ংক্ৰিয়ভাৱে আনিব ভৱপ্ৰসাদ ৰাজখোৱাৰ 'নিৰলাৰ মমতাজ'ৰ ছাহজাহানৰ কথা :

– "এনেকে যিদিনা আহে মৰমৰ মমতাজ
কবৰৰ কাষলই লুকাই লুকাই

সেইদিনা কিয় জানো কবৰৰ ভিতৰত
হঠাতেই ছাজাহানে উঠে সাৰ পাই –"

প্ৰমোদ বৰদলৈৰ কাব্যিক উচ্ছ্বাসৰ সৈতে জড়িত হৈ আছে সত্য অন্বেষণৰ স্পৃহা, অলৌকিক সৌন্দৰ্য্যৰ প্ৰতি মোহ, বেদনাক্লিষ্ট হৃদয়ৰ – ঠিক শ্যেলীৰ দৰেই ঃ

মই জীৱনৰ কণ্টক শয্যাত;
মোৰ তেজ ওলাইছে।
(I fall upon the thorns of life
I bleed ............')

মই এটা কথা ভাবি আচৰিত হওঁ। সেয়া হৈছে প্ৰমোদ বৰদলৈৰ লেখীয়া যিসকল কবি-সাহিত্যিকে প্ৰায় অৰ্দ্ধশতাব্দী ধৰি অসমীয়া সাহিত্যলৈ বৰঙণি যোগাই আহিছে সেইসকলক আমাৰ সাহিত্যৰসিক সমালোচকসকলে স্বীকৃতি দিবলৈ কিয় টান পায় বা অৱহেলাৰ চকুৰে চায়। আৰ্থিক অনাটন আৰু দাৰিদ্ৰ্য সত্ত্বেও অঘৰীয়ে জীৱনৰ সৌন্দৰ্য্যৰ যি সাধনা কৰি আহিছে, তাক গোল্ডস্মিথ, ডিকেন্স, চাৰ্লছ লেম্ব, তাৰাশংকৰ বন্দোপাধ্যায়, ভৱপ্ৰসাদ ৰাজখোৱা আৰু বহু অজান সাধকৰ সৈতে তুলনা কৰিব পাৰি।

আমাৰ সমালোচকসকলে একো নকৰিলেও অঘৰীৰ প্ৰতিভাই পশ্চিমবংগৰ বিখ্যাত লেখিকা নবনীতা সেনৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হোৱাটো কম গুৰুত্বপূৰ্ণ কথা নহয়। কবিতাৰ উপৰিও অঘৰীয়ে সুদীৰ্ঘ তিনিটা দশক ধৰি দৈনিক জনমভূমি কাকতত 'সাংস্কৃতিক ডায়েৰী' শিতানত অসমৰ সাহিত্য-সংস্কৃতি ক্ষেত্ৰৰ বহু কৃতবিদ্য ব্যক্তিৰ পৰিচয় দাঙি ধৰিছিল। এই কাম কৰোতে তেওঁ অসমৰ ইমূৰৰ পৰা সিমূৰলৈ ঘূৰিব লগীয়া হৈছিল ঠিক বেণুধৰ শৰ্মাই বুৰঞ্জীৰ সমল বিচাৰি ঘূৰি ফুৰাৰ লেখীয়াকৈ। অঘৰীৰ 'সাংস্কৃতিক ডায়েৰী'ত প্ৰকাশিত নিবন্ধবোৰ গোটালে যি গ্ৰন্থ হ'ব, সি বেণুধৰ শৰ্মাৰ 'টোকোৰা বাহৰ কূটা'ৰ সমপৰ্য্যায়ৰ হ'ব।

অঘৰীৰ সাংস্কৃতিক ডায়েৰী সঁচাকৈয়ে এক অমূল্য অৱদান। অসমৰ বিস্মৃত কেতবোৰ কথা তেওঁ পোহৰলৈ আনি বৰ্তমানৰ প্ৰজন্মৰ সমুখত দাঙি ধৰিলে। ডেকা কালত তেওঁ প্ৰমোদ কুমাৰ নামেৰে ৰাণী দাসৰ সৈতে আকাশবাণীৰ তেতিয়াৰ শ্বিলং-গুৱাহাটী কেন্দ্ৰৰ পৰা যিবোৰ বিহুগীত পৰিবেশন কৰিছিল, সেইবোৰ আছিল অপূৰ্ব। তেওঁ বিহু নাচতো পাৰ্গত আছিল। তেওঁৰ শিল্প প্ৰতিভাৰ বাবে তেওঁ ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ, বিষ্ণু ৰাভা, ফণী শৰ্মা, ফুনু বৰুৱা ('জয়মতী' কথাছবিৰ গদাপাণি), গজেন বৰুৱা আদিৰ পৰা ভূয়সী অনুপ্ৰেৰণা আৰু আশীৰ্বাদ পাইছিল।

আজন্ম প্ৰেম আৰু বেদনাৰ কবি অঘৰীৰ জীৱন যাত্ৰাও বিচিত্ৰ পথেৰে

প্ৰবাহমান। – চাহ বাগিচাৰ চাকৰি, সাংবাদিক বৃত্তি, গাঁওৰক্ষী বাহিনীৰ সৈতে তেওঁৰ সম্পৰ্ক – এই সকলোবোৰে মোৰ মনলৈ আনে উপন্যাস "প্ৰতিমাৰ পালা জানো প্ৰাণ"ৰ কাহিনী।

যিজন মানুহে অসমৰ গাঁৱে-ভূঞে বিচৰণ কৰি সদা ভ্ৰাম্যমান জীৱন যাপন কৰিলে, সেইজন আজি আৰু 'অঘৰী' নহয়। সকলোতে তেওঁ পায় সন্মানৰ শৰাই।

আবেগ বিহ্বল, স্পৰ্শকাতৰ স্বভাৱৰ অঘৰী কিন্তু কোনোপধ্যেই অভিনেতা নহয় – তেওঁ অভিনয় নকৰে, যি কৰে সকলো স্বাভাৱিকভাৱে আন্তৰিকতাৰেই কৰে। তেওঁৰ কথা ভাবিলে আপোনা আপুনি মোৰ মনলৈ আহে শ্যামল মিত্ৰই গোৱা সেই বিখ্যাত গানটোৰ কলি :

"অভিনয় নয় গো, অভিনয় নয়
এই হাঁসি, এই গান – এই যে প্ৰণয়।"



## মীৰা ঠাকুৰ

জন্ম – বগাগড়া চাহ বাগিছা।

সাহিত্যকৃতি – অসমৰ প্ৰায়বিলাক আলোচনী, পত্ৰিকাত এওঁৰ অজস্ৰ কবিতা প্ৰকাশ হৈ আছে। তদুপৰি এওঁৰ কিছুমান কবিতা ইংৰাজী, বাংলা আৰু নেপালী ভাষালৈও অনূদিত হৈছে। তেওঁৰ প্ৰথম কাব্য-সংকলন 'তেজত, ফুলত ওঁঠত' অলপতে প্ৰকাশ হৈছে। ইয়াৰ উপৰিও শিশুৰ কাৰণে লিখা কবিতা-পুথি 'অ-আ-শিকোঁ আহাঁ', 'কেৰপাইৰ মংগল গ্ৰহ যাত্ৰা'ই যথেষ্ট সমাদৰ পাইছে।
সম্পাদিত গ্ৰন্থ 'ৰূপজ্যোতি' আৰু পোহৰ।

## মীৰা ঠাকুৰৰ কাদম্বৰী কবিতা

– 'শিলনিৰ তলৰ নৈ খনে
মুৰ দাঙি ক'লে ঃ
মই আকউ আহিছোঁ
তোমাৰ সতে গান গাবলৈ।'

আৰু তাত –

'মাতাল হস্তীৰ দৰে
পাহাৰটোৱে চিঞৰি আছে ...'

আৰু এয়া –

'এই মাত্র আকাশখনে এসোঁতা কান্দি ললে
সোণাৰু জোপাত বহি থকা হালধীয়া চৰাইজাক
উৰি আহিল তেতিয়াই
বতাহৰ পাতত
গুণগুণাই লেখিলে
যোৰা নাম এটি
কান্দুৰী ছোৱালী বুলি।'

আৰু সেয়া –

'শৰাইঘাট দলঙত উঠি বেলিটোৱে
খহাই পেলালে তাৰ সাজ ...'

এনেকুৱা অসংখ্য নতুন নতুন সৃষ্টিৰ সজীৱ সজীৱ চিত্রকল্পৰে ভৰি থকা বহুতো কবিতা পঢ়ি আহিছোঁ ষাঠিৰ দশকৰ পৰা এই ১৯৯৪ চনলৈকে মীৰা ঠাকুৰে লিখা। আচলতে মীৰা ঠাকুৰে লিখা প্রায় প্রত্যেকটো কবিতাই গদ্যক কাব্যিক অবয়ব দি প্রকাশ কৰা কবিৰ অনুভূতিৰ উচ্ছ্বাস। এওঁৰ প্রতিটো কবিতাকেই আপুনি অজিৎ বৰুৱাৰ 'ব্রহ্মপুত্র ইত্যাদি' বা 'শুবনি আমাৰ গাওঁখনি অতি' বা 'নির্বাসন' বা দিনেশ গোস্বামীৰ 'স্তব্ধতাৰ কণ্ঠস্বৰ'ৰ 'বৃত্তৰ বাহিৰত' বা 'দগ্ধ আহত দিন' অথবা যতীন্দ্র নাথ দুৱৰাৰ কথা-কবিতাৰ কবিতাবোৰ বা বাণভট্টৰ 'কাদম্বৰী'ৰ কিছুমান কাব্যিক প্রকাশ বা টুৰ্গেনিভৰ কথা-কবিতা কিছুমানৰ দৰে ভাবিব পাৰে, পঢ়িব পাৰে আৰু অনুভূতিৰ আলোড়ন অনুভৱ কৰিব পাৰে।

এওঁৰ কবিতা এটা হাতত লৈয়েই মই ভাবোঁ – কবিতাবিলাক মীৰা ঠাকুৰে গদ্যত লিখা হলেও তাৰ অন্তৰ্নিহিত কাব্যিক সৌন্দৰ্য্যৰ অভাৱ নঘটিলহেঁতেন। এই প্ৰতিক্ৰিয়াৰ প্ৰকাশ এই কাৰণেই কৰিব লগা হৈছে যে মীৰা ঠাকুৰৰ কবিতাত লয়, তাল বা সাঙ্গীতিক প্ৰৱাহৰ সাংঘাতিক দুৰ্ভিক্ষ। হয়তোবা এওঁৰ অনুভূতিবোৰে জন্মৰ যন্ত্ৰণা আৰু তাড়নাত এনেকৈ প্ৰকাশৰ উত্তেজনা লৈ আহে – তেনে ক্ষণত লয়, তাল বা সাঙ্গীতিক প্ৰৱাহৰ পৰিবৰ্তে ক্ষিপ্ৰ আচম্বিত আৰু সংকোচিত বা ঘনীভূত অনুভূতিবিলাকৰ কিছুমান দৌৰি-ঢাপৰি আহে, কিছুমান আকৌ আহে কইনা খুজীয়া গতিত। সেয়েহে হয়তো মীৰা ঠাকুৰৰ কবিতাত মই তাল বা লয়ৰ সংগতি বা অগ্ৰগতি বিচাৰি নেপাওঁ। এওঁৰ কবিতাবোৰৰ প্ৰত্যেকটো স্তৱকক গদ্য পঢ়া দি পঢ়ি চাবচোন। অজিৎ বৰুৱাৰ ‘শুৱনি আমাৰ গাওঁখনি অতি’ বা তিলক হাজৰিকাৰ ‘মেঘাস্ত’ৰ দৰে ভাল লাগিব –

‘পুৰণি চোলাটো জাপৰ মাজৰ পৰা উলিয়াই আনিলোঁ/চকুত মেলি থলোঁ/কেইবা ঠাইতো উৱলি গৈছে/ফিচিকা অংশেৰে জুমি চালো/জুই লগা আঁচলত মুখ গুজি ছোৱালীজনী দৌৰিছে/ভাইটোৱে খেদি নিছে উদঙীয়া গৰু ...

কবিতাটো যথেষ্ট দীঘলীয়া। মই মাত্ৰ গদ্য পদ্ধতিত ৰাখি পাঠকক পঢ়িবলৈ কৈছোঁ – মীৰা ঠাকুৰৰ সুন্দৰ, নতুন আৰু মন পৰশা কল্পচিত্ৰবোৰৰ সোৱাদ লববলৈ।

পথাৰখনৰ সিটো মূৰলৈ দিগবলয়ৰ সীমাত ভাগি পৰা আকাশখনক যৌৱনে জোকাবলৈ লোৱা গাভৰুজনীয়ে দুহাত তুলি দাঙি ধৰা, আমৰলি পৰুৱাৰ দৰে লানি নিছিগা অলেখ চিলনি; একোখন আকাশৰ দৰে প্ৰতিটো টাপলিত চোলাটোৰ ফিচিকা অংশৰ মাজেৰে পাঠকে দেখিবলৈ পাব যৌৱনৰ জুই আঁচলত লৈ পথাৰে পথাৰে দৌৰি ফুৰা গাভৰুৰ সাজ লোৱা সময়ৰ ছোৱালীজনীক – মানে মীৰা ঠাকুৰক। গোটেই কবিতাটোৱেই কবিৰ সোঁৱৰণি সোণসনা অতীত ৰোমন্থনৰ অসহ্য আলোড়ন – পথাৰতে কোন দূৰ-দূৰণিৰ দোমোজাত এৰি থৈ অহা ৰিণিকি ৰিণিকি দিনবোৰৰ গোট মৰা বেদনাৰ আকুল আবেগ সনা মনোৰমা ৰূপকথা মালা।

লোকপ্ৰিয় বৰদলৈদেৱৰ জন্ম শতবাৰ্ষিকী উপলক্ষে বহুত কবিতা প্ৰকাশ হোৱা দেখিছোঁ। মীৰা ঠাকুৰে ‘এনেকৈয়ে বৈ থাকিব’ শীৰ্ষক কবিতাটোত লোকপ্ৰিয়ৰ অসাধাৰণ আৰু বহুমুখী ব্যক্তিত্বৰ প্ৰকাশ অতি নিপুণতাৰে কৰিছে। এই কবিতাটো পঢ়োঁতে, পাঠকক লে হাণ্টৰ (Leigh Hunt) কীটছ (Keats), শ্যেলী (Shelley) আৰু নীল নদীৰ ওপৰত লিখা চনেট কেইটালৈ, দেৱকান্ত বৰুৱাৰ ‘লাচিত ফুকন’ লৈ, গণেশ গগৈৰ জয়মতীলৈ অথবা বীৰেণ বৰকটকীৰ ‘নেলচন মাণ্ডেলা সমীপেষু’ লৈ যাব পাঠকৰ অজ্ঞাত সাৰেই।

মীৰা ঠাকুৰে ‘মোৰ দুখ’ কবিতাটোত তেওঁৰ মনোবেদনাৰ কথা এক অনন্য প্ৰকাশ ভংগীৰে কৈছে।

"তুমি যে কৈছিলা
সান্ত্বনাৰ হাত বুকুত দি
দুখে হেনো কবিতা লিখে ভাল।"

এয়া যেন শ্যেলীৰ প্ৰতিধ্বনি – "আমাৰ মিঠা মিঠা গানবোৰে দুখলগা কথাবোৰ কয়।" এক সুন্দৰ প্ৰতীকৰ মাধ্যমেৰে মীৰা ঠাকুৰে ব্যথাদীৰ্ণ জীৱনৰ বেদনাৰ্ত অনুভূতি প্ৰকাশ কৰিছে :

– 'ময়ো ৰুইছোঁ
এজোপা গোলাপ
বুকুৰ পদূলি শুৱাই
তাত ফুলতকৈ কাইঁটেই সৰহ।'

এই বেদনাত আনন্দৰ সুৰভি আছে – মীৰা ঠাকুৰে যেন মেথিউ আৰ্নল্ডৰ দৰেই ক'ব খুজিছে :

'এয়া বেদনা নহয় – আনন্দ'

প্ৰকৃতি আৰু মানুহৰ মাজৰ নিবিড় সম্পৰ্কৰ কথা মীৰা ঠাকুৰে ভৱপ্ৰসাদ ৰাজখোৱা, কেশৱ মহন্ত, ৰুদ্ৰ বৰুৱা আৰু ৱৰ্ডচৱৰ্থৰ (Wordsworth)ৰ দৰেই অনুভৱ কৰিছে :

– "শিলনিৰ তলৰ নৈ-খনে
মূৰ দাঙি ক'লে
মই আকউ আহিছোঁ
তোমাৰ সতে
গান গাবলৈ।"

মানুহ আৰু প্ৰকৃতিৰ চিৰন্তন আৰু অবিচ্ছেদ্য সম্বন্ধৰ কথা মীৰাই, নিশাই নীৰৱতাৰ প্ৰশান্তি বৰ্ষণ নাইবা দিনৰ পোহৰে আনন্দৰ সৃষ্টি কৰাৰ দৰে কল্পনা কৰিছে পৰ্বতীয়া ঝৰণা এটাকে মানৱীয় সত্তা আৰোপ কৰি নতুন এজনী ডাগৰী' যেন ৰূপত গান গাবলৈ; প্ৰকৃতিৰ কোনো অংগ বা ৰূপকেই অতি নিপুণতাৰে – কেশৱ মহন্তই 'আঘোণৰ কুঁৱলী'ক ব্যক্তি সত্তা দিয়াদি – ভৱপ্ৰসাদ ৰাজখোৱাই 'নিৰলাৰ মমতাজ'ত কবৰৰ শেৱালি ফুল পাহিৰ দৰেই প্ৰাণৱন্ত কৰি তোলাৰ দৰে। ফুল জানো ছোৱালী? ফুলে জানো চাব পাৰে? ফুলৰ জানো চকু আছে?

'গুপুতে গুপুতে' এটা সুন্দৰ কথা কবিতা, য'ত পাওঁ কিছুমান নতুন নতুন চিত্ৰকল্পৰ সমাবেশ : 'পকা সুমথিৰা ৰ'দ', 'গৰ্ভৱতী ৰ'দালিৰ আশা' ইত্যাদিৰ আৰু যাৰ পৰিসমাপ্তি ঘটিছে এক অবোধ্য প্ৰতীকত

– "জৰায়ুটো যে সিহঁতে
কেতিয়াবাই কাটি নিলে

চকুত কাপোৰ বান্ধি
গুপুতে গুপুতে।"

'কাৰ্শলা' কবিতাটো চিত্ৰধৰ্মী আৰু বহু বিচিত্ৰ চিত্ৰকল্পৰ সমাহাৰ :

'মাটিৰ গালত ফুলজোপাৰ পৰা
টোপ টোপকৈ সৰিছে
দুখৰ চকুলো।'

বতাহৰ প্ৰচণ্ড ক্ষোভ আৰু দুৰ্দান্ত প্ৰতাপৰ বৰ্ণনা কৰিছে তেনেই সহজ সৰল চিত্ৰকল্পৰ মাধ্যমেৰে :

'কলপাত ফালি নিয়া বতাহ
কুঁৱলীৰ জখলাৰে বগাই চাই আছে
সিপাৰৰ জুয়ে পোৰা গাঁৱৰ ছবি।'

জেঠমহীয়া উৎপতীয়া গৰমৰ বৰ্ণনা কৰিছে :

— গছবোৰৰ ডালত
থমথম কৰি বহি আছে বতাহ।'

'ৰ'দত ওপজা ঘাম' কবিতাটিৰ দুটা চিত্ৰকল্প সুন্দৰ আৰু নতুন ধাৰাৰ। আকাশখন নীলা। এই নীলা আকাশখনক এখন বিশাল নদীৰ কাল্পনিক অবয়ব দি গৰমৰ উৎপাত অসহ্য হোৱাত — এই উত্তাপ হয়তো মনোজগতৰো — কবিয়ে শীতল বাৰিধিৰ সান্নিধ্য বিচাৰিছে — মানসিক শান্তি বিচাৰিছে :

— 'আকাশখন দুফাল কৰি
সোমাই যাওঁনেকি
নীলা নৈত বুৰ মাৰি?'

মধ্যাহ্ন গ্ৰীষ্মৰ সময়ৰ বৰ্ণনা অতি মনোৰম :

'দুপৰটোৰ গালে-মুখে
সূৰ্য্যৰ টোপাল।'

'নঙলামুখ' কবিতাটো অসমৰ গাঁও এখনৰ নিখুঁত প্ৰতিচ্ছবি। ইয়াত মীৰা ঠাকুৰে অপৰ্য্যাপ্ত প্ৰতীকৰ ব্যৱহাৰ কৰিছে আৰু গোটেই কবিতাটো গদ্যত কাব্যিক প্ৰতিকৃতি আৰোপ কৰি লিখা। চিত্ৰকল্প কিছুমান যেনে — 'দেওলগা হাঁহৰ পাখিত লাগি অহা চিত্ৰকূট ছাঁ।' চিত্ৰকূট ছাঁ-ত চিত্ৰকূট পৰ্বতকে বিশেষণ ৰূপে ব্যৱহাৰ কৰি কবিয়ে 'মেঘদূত'ৰ বিৰহীৰ কথাৰ অনুক্ত কথাবোৰ সোঁৱৰণিৰ চোঁৱৰ চলাই পাঠকক পৰোক্ষভাৱে অনন্য আস্বাদ দিছে। 'বৃহন্নলা হাত' 'তোমাৰ হেনো পাঁচোজন পতি নিহত হ'ল — এই ধৰণৰ প্ৰতীকবোৰ মোৰ কাৰণে বীজগণিত (Algebra)। 'পোহৰ বলক' শীৰ্ষক কবিতাটো মোহনীয় চিত্ৰকল্পৰে পৰিপূৰ্ণ যদিও প্ৰতীকী দুৰ্বোধ্যতাই মোক কবিৰ মনৰ কথা বুজাত প্ৰাচীৰৰ কাম

কৰিছে। বহুতো চেষ্টা কৰিও মই মৰ্মবাণী উপলব্ধি কৰিব পৰা নাই। হতাশ হৈ প্ৰতীকী প্ৰাচীৰৰ কাষতেই ভাগৰে-জোগৰে বহি থাকিব লগা হৈছে। অৱশ্যে কবিতাটোৰ পৰিবেশ সৃষ্টিত কবিৰ সূক্ষ্ম অনুভূতিৰ চিন ফুটি উঠিছে :

"গভীৰতৰ নিজানত
কেশ মেলা অৰণ্যৰ ছাঁত
সুখ-দুখ প্ৰমুখ্যে সকলে বহি আছে।
হিয়াৰ একোণ ফাটি বৈ আহিছে
দুৰ্মত্ত সংঘাতৰ শব্দ
বুকুৰ তেজত কলম তিয়াই
শব্দৰ দৌল সাজিছোঁ।"

পঞ্চাছৰ দশকৰ বেছি ভাগ নতুন ইংৰাজ কবি যথা ডব্লিউ. এছ্. গ্ৰাহামৰ 'শুনা-পুৰাক সাৱটি লোৱা', হাৰ্বাৰ্ড নেমিৰভৰ ব্ৰেইন ষ্টৰম, জন হীথ ষ্টাবচৰ, 'নট বিয়িং অডিপাচ' অথবা আমাৰ 'আঃ কি নৈশব্দ'ৰ নীলমণি ফুকনৰ 'তোমাৰ শূন্যতাত আমাৰ দুখভাৰ', 'দৃশ্য', সনন্ত তাঁতিৰ 'বিকল্প বতাহ নহলে', 'মোৰ মুক্তি হওক এনেকৈয়ে' বা অজিৎ বৰুৱাৰ 'অলংকাৰ শাস্ত্ৰী', 'লেচেৰি বোটলা'ৰ দৰে কবিতাত এনেধৰণৰ দুৰ্বোধ্য প্ৰাচীৰবোৰ পাওঁ। কেতিয়াবা প্ৰাচীৰ ভাঙি বা যেনে তেনে বগাই গৈ ভিতৰ সোমালেও মোৰ অৱস্থা বেহুৰ ভিতৰৰ অভিমন্যুৰ দৰে হয়। তলৰ স্তৱকটো পঢ়ি চাওক আৰু আপুনি কি বুজে বুজক :

'ম'হৰ পিঠিৰে বগাই
ঘূণে ধৰা ৰাতি
খৰাং দেহৰ
পুতি থলোঁ আঙুলিৰ শিপা
ঘাটি লগা বসন্তৰ সুখ
কোনে তেনে বজাব পেপা?'

এনেধৰণৰ প্ৰতীক অসম্ভৱ ধৰণে অস্পষ্ট আৰু দুৰ্বোধ্য। কিন্তু কিছুমান কবিতাত কবিৰ কুমলীয়া, আশা বিচাৰি ফুৰা মনটোক হঠাতেই লগ পাই যাওঁ :

'যেতিয়া পথাৰৰ বোকাত
ৰোৱণী ফুলাম হ'ব
কোলাত তুলি ল'ম তোমাক
সৰা পাত আঁতৰাই।'

'পঞ্চবাণ' কবিতাটো মীৰাই ব্ৰাউনিঙৰ নাটকীয় একাত্মিকা ৰূপত লিখিছে। যেন মীৰাই কোনোবা বন্ধুক আচম্বিতে বাটতে ক'ৰবাত লগ পাই খবৰ এটা পঠাইছে বসন্তলৈ :

— 'লগ পালেই ক'বা
বসন্তৰ সতে মোৰ কথা আছে,

অতবোৰ ৰং গোপন কৰাৰ।'

এই ক্ষোভ, অভিযোগবোৰ চোন আমাৰ আটাইৰে। গ্ৰীষ্মৰ, বৰ্ষাৰ, শৰতৰ, হেমন্তৰ আৰু শীতৰো। কবিতাটোৰ বিশেষণৰ আকৰ্ষণীয় প্ৰয়োগ সুন্দৰ ঃ

'অকাল বোধন' এখন যুদ্ধক্ষেত্ৰৰ পটভূমিকাত, লিখা কবিতা। ইয়াত বৰ্তমানৰ কাব্যিক ৰূপায়ণ কৰিছে কবিয়ে নতুন নতুন কল্পচিত্ৰ আৰু প্ৰতীকৰ মাধ্যমেৰে। 'চিকাৰী সময়ৰ ভোক' 'ৰাতিৰ জোঙাল দাঁত আৰু চিকাৰী নখ'ৰ ভাড়নাত হাঁহিবোৰ কৰিয়ে পুতি থৈছে এহাত-এমুঠি দত। মীৰাই দেখিছে এখন তেজে ধোৱা পথাৰ আৰু তাত গোন্ধ পাইছে খাৰুৱা তেজৰ। বন্ধুৰ হাতত সেউজীয়া তেজৰ ভৈৰৱ।

সৌ সিদিনা হৈ যোৱা দুধনৈৰ সাহিত্য সভালৈ যাওঁতে কবিৰ মনোজগতত ভুমুকি মাৰি যোৱা ভাব আৰু অনুভূতিবোৰ প্ৰকাশ কৰিছে 'চাদৰৰ আগ'ত।

"ধোঁৱা বৰণীয়া উত্তাপত
চকু ফাটি মৰিছিল
মাগুৰ বৰণীয়া তেজ"।

মীৰা ঠাকুৰৰ যাত্ৰী দৃষ্টিত অতি দূৰ অতীতৰ ইতিহাসৰ ইংগিত ঃ

"শালনিৰ তলে তলে বিক্ষিপ্ত ইতিহাস
বাঁহনি-ভৰাই কোচ ভৰাই বুটলি আছিল।"

দুধনৈলৈ যোৱা বাটৰ বিধ্বস্ত পাণ্ডুলিপিৰ ঘৃণে ধৰা দেহ আৰু সেউজীয়া গাঁওবোৰৰ পৰা হাড় ফুটি পোখা ওলোৱাৰ কল্পনাও চিৰ সুন্দৰৰ আভাৰ পৰশ।

— "বিয়োগোম অজগৰ হৈ চকুৰ সীমান্ত আগুৰাই আছিল পথ।"

ধ্বংসপ্ৰাপ্ত সামাজিক-ভাষিক-গোষ্ঠীগত সংহতিৰ মৰাশ জী উঠাৰ কল্পনাত কবিৰ নিৰাশাৰ দিগবলয়ত অৰুণৰ বক্তিম বৰ্ণালী।

মীৰাৰ 'শুই থকা গাভৰুজনী' কৰুণতাৰ মূৰ্ত প্ৰতীক। তেনেই কম পৰিসৰৰ মাজতে কাহিনী ৰূপত লিখা এয়া কবিৰ বেদনাৰ্ত হৃদয়ৰ মুমূৰ্ষু চেতনাৰ অভ্ৰভেদী নীলকণ্ঠ নাদ।

— 'গাভৰুজনীয়ে টোপনিতে লাহে লাহে
এখন হাত মেলি দিলে
মোৰ বুকুৰ আকাশ
চোঁও-নোচোঁওকৈ'

কলঙৰ তলীত শুই থকা ছোৱালীজনীক মীৰাৰ দৰেই ময়ো বিচাৰি ফুৰিছো মোৰ মনৰ তলীৰ জাল-জুলুকীয়ে ধৰিব নোৱাৰা অনন্তৰ অসীম প্ৰান্তত।



## নীলিমা শৰ্মা

নীলিমা শৰ্মাৰ জন্ম জগদুৱাৰ বাগিছাত। তেওঁৰ শিক্ষা জীৱনৰ প্ৰথম ছোৱা চিলঙত। পিছত বানাৰস হিন্দু বিশ্ববিদ্যালয়ৰ পৰা ১৯৬৬ চনত দৰ্শন বিষয়ত ডক্টৰেট ডিগ্ৰী লাভ কৰে। ১৯৬৭ চনত জাৰ্মান ভাষা-জ্ঞান পৰীক্ষাত প্ৰথম শ্ৰেণী লাভ কৰে।

সাহিত্য কৃতি – স্কুলীয়া দিনৰে পৰা সাহিত্যৰ সেৱা আগ বঢ়াই আহিছে। তেওঁৰ দৰ্শন বিষয়ত তিনিখন পুথি, গল্প সংকলন – অন্যাস্মৃতি, তৰংগৰ বং আৰু ডেৰকুৰিৰো অধিক গৱেষণা-পত্ৰ, প্ৰায় দুশৰ ওপৰ চুটি গল্প, বাৰটিমান প্ৰবন্ধ ইতিমধ্যে প্ৰকাশ হৈছে।

বৰ্তমান তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ দৰ্শন বিভাগৰ প্ৰধান অধ্যাপিকা।

# জীৱনৰ তৰংগত নীলিমা শৰ্মা

খুব সম্ভৱ, তেতিয়া ১৯৫৫ চন। তেতিয়া মই কিছু দিনৰ কাৰণে শ্বিলঙৰ কেনছেছ্ ট্ৰেচৰ ঝৰণাটোৰ দাঁতিৰ ওপৰৰ পাহাৰৰ পিঠিত থকা ঘৰ এটাত আছিলোঁ। সদায়েই দহ মান বজাত, পুৱা সোতৰ-ওঠৰ বছৰীয়া ছোৱালী এজনীক বাহিৰৰ বাৰাণ্ডাৰ পৰা বুকুত কিতাপ বান্ধি কেনছেছ্ ট্ৰেচেদি গৈ থকা দেখিছিলো। ছোৱালীবোৰ য'লৈকে নাযাওক, জাক এটা পাতি যাবই। এইজনী কিবা নতুন ধৰণৰ। বেলেগ ছোৱালী আছিল হয়তো।

তাই অকলে গৈছিল। ঘূৰিছিলো অকলে। পিছত জানিছিলোঁ সেইজনীয়েই পঞ্চাছৰ দশকত ধুনীয়া ধুনীয়া গল্প লিখি সাহিত্যপ্ৰেমীৰ মাজত চাঞ্চল্যৰ সৃষ্টি কৰা গল্পকাৰ নীলিমা শৰ্মা। লেডী কীন কলেজৰ ছাত্ৰী।

পিছলৈ এওঁৰ তিনিখন গল্প সংকলন ওলায়। অন্যসুঁতি ১৯৬৭ চনত, তাৰ পিছত 'যেন ডালিমৰ গুটি', 'তৰংগৰ ৰং' ১৯৭৯ চনত। ইয়াৰ বাহিৰেও সেই কলেজীয়া ছাত্ৰী জীৱনৰ পৰা আজি গুৱাহাটী বিশ্ববিদ্যালয়ৰ দৰ্শন বিভাগৰ মুৰব্বী স্বৰূপে গল্প লিখিছে অসমৰ বিভিন্ন আলোচনী-পত্ৰিকা আদিত।

'আদাম এণ্ড ইভ এণ্ড পিন্স মি' (Adam and Eve and Pince me) চিলভাৰ চাৰ্কাচ (Silver Circus) আদিৰ প্ৰণেতা এ. ই. কপাৰ্ডে (A. E. Coppard) এই শতিকাৰ তৃতীয় দশকতেই কৈছিল যে চুটি গল্প আৰু চিনেমা– দুয়োটা ধাৰায়েই একে আৰ্টৰেই প্ৰকাশৰ দুটা বেলেগ মাধ্যম। দুয়োটাৰেই প্ৰকাশত থাকে সূক্ষ্ম ভঙ্গিমা, ক্ষিপ্ৰ চলমান দৃশ্যৰ অৱতাৰণা আৰু ইংগিতময়তাৰে ভৰা কিছুমান মুহূৰ্তৰ সমাবেশ। দুয়ো ধাৰাৰে ক্ষেত্ৰত বিস্তৃত বিৱৰণী বা নীতি শিক্ষাৰ প্ৰাসংগিকতা থাকিলে আমনিদায়ক নহৈ নেথাকে। চিনেমা আৰু চুটি গল্প – এই দুটা কলাৰ বিৱৰ্তন প্ৰায় একে সময়তে হৈছে। কিছুমান শৈলী বা ৰীতি গল্পই চিনেমাৰ পৰা লৈছে, কিছুমান আকৌ চিনেমাই গল্পৰ পৰা লৈছে। এইছ্. ই. বেটছে (H. E. Bates) তেওঁৰ 'দি মডাৰ্ণ চৰ্ট ষ্টৰী' (The Modern Short Story) শীৰ্ষক গ্ৰন্থত কোৱাৰ দৰে পুৱাৰ বতাহত এটুকুৰা লেতেৰা কাগজ উৰি যোৱা; ছোৱালী এজনীয়ে ৰেল ষ্টেচনত কিবা এটা গুঠি থকা; কোনোবা প্ৰেমিকে তেওঁৰ চকুলো ব্ৰীফকেছটোৰে ঢাকিবলৈ চেষ্টা কৰা; কোনোবা মাতৃয়ে তেওঁৰ সন্ত্ৰাসেৰে বিপ্লৱ কৰিবলৈ ঘৰ এৰি গুচি যোৱাৰ বহুতো বছৰৰ পিছত ঘূৰি আহোঁতে বহুত পৰ বোবা দৃষ্টিৰে পুতেকলৈ চাই থকা – এনেধৰণৰ সৰু সৰু পৰিস্থিতি, মুহূৰ্ত বা ঘটনাক ভালকৈ ফকাচ

কৰিলে, টেলিস্কোপী দৃষ্টিত কোনো বিকৃত বিৱৰণী নিদিলেও বা বুজাই নক'লেও – সেইবিলাকৰ দাগ পাঠকৰ মনত বৈ যায় – যিবিলাকে সৃষ্টি কৰে এক নিঃসঙ্গ পৰিস্থিতি, প্ৰেমত পৰি হোৱা ব্যাকুলতা বা মহিমাময়ী মাতৃৰ মনোবেদনা।

নীলিমা শৰ্মাৰ গল্পবোৰ প্ৰায়েই একোটা তেনেই সাধাৰণ বস্তু বা এযাৰ কথা (অন্যসুঁতি); হাঁহি বা কান্দোন (ফল্গু); বাছ এখনৰ অদ্ভুত সহযাত্ৰী (সহযাত্ৰী)ৰ উপস্থাপনাৰে আৰম্ভ হয়। লেখিকাই তেওঁৰ টেলিস্কোপী দৃষ্টিৰে যি দেখে তাকে গল্পৰ চুটি পৰিসৰত ফকাচ কৰি দেখুৱায়। অৱশ্যে এই ফকাচিঙ (Focussing)ত ডিকেন্সীয় (Dickensian) বিকৃতি বা বাহুল্যৰ অৱস্থিতি নাই। কেইটামান আঁকেই যেন যথেষ্ট চিত্ৰখন ৰূপায়ণৰ কাৰণে। কৈশোৰে মেলানি মেলা আৰু যৌৱনে গজালি মেলা বয়সৰ ছোৱালীজনীক তেওঁ দেখুৱায় তাই ফ্ৰক পিন্ধি মূৰত বিবন মৰা অৱস্থা এটা; যেতিয়া তাইৰ আইতাকে কয় ঃ

"শুনচোন মিনু আই, সেই ঘূৰিটো কেলেই পিন্ধিছ?
মেখেলা-চাদৰযোৰ পিন্ধচোন, কেনে শুৱনি দেখিব।"

নীলিমা শৰ্মাৰ গল্পবোৰৰ আৰম্ভণিবোৰ চৈয়দ আব্দুল মালিক, অতুলানন্দ গোস্বামী, বিজয়শংকৰ শৰ্মা অথবা অ'হেনৰী (O. Henry)ৰ দৰেই ক্ষিপ্ৰ, আচম্বিত আৰু আকৰ্ষণীয়। এওঁ গল্পৰ প্ৰথম বাক্যটোৰেই পাঠকৰ লগত তাৎক্ষণিক অন্তৰংগতা স্থাপন কৰিব পাৰে। অ'হেনৰী (O. Henry)ৰ কোনোবা গল্পৰ আৰম্ভণি আছিল ঃ

সেই কাৰণেই মই ডাক্তৰ এজনৰ ওচৰলৈ গলোঁ। – "তুমি মদ খোৱা আৰম্ভ কৰা কিমান দিন হ'ল?" তেওঁ সুধিলে।

এয়া অতুলানন্দ গোস্বামী ঃ

– "পাণবজাৰতে ভাল হ'ব। তালৈকে ইউনিভাৰচিটিৰ ল'ৰা-ছোৱালীবোৰ আহে।" (বুনিয়াদ)

এয়া চৈয়দ আব্দুল মালিক ঃ

– "তোমাৰ গল্পটোকে ক'ব খুজিছোঁ। অন্যৰ গল্পতো তোমাক বহুত কলোঁ।" (দ্বিতীয় পুৰুষ)

এয়া নীলিমা শৰ্মাই আৰম্ভ কৰিছে তেওঁৰ 'অনামূৰ্তি' ঃ

– "ছোৱালীৰ আচাৰ, ব্যৱহাৰ, স্বভাৱ কেনে হোৱা উচিত সেই সম্পৰ্কে মাকে এটা দীঘলীয়া বক্তৃতা দিলে"

– কি বক্তৃতা? কেনে ছোৱালী? মাকজনী ক'ৰ? কাৰ?

এনেবোৰ প্ৰশ্নই প্ৰথম বাক্যটোতেই পাঠকক জুমুৰি দি ধৰিব।

তেওঁৰেই 'সেতু-বন্ধন'ৰ আৰম্ভণি ঃ

– "যদি নাহে?"

কোন নাহে? ক'লৈ? কেতিয়া? কিয়?

'অন্যমূৰ্ত্তি' শীৰ্ষক গল্পটোত গল্পকাৰ হিচাপে নীলিমা শৰ্মাৰ দক্ষতা ফুটি উঠিছে বহুতো দিশতেই। গল্পটোৰ আধাৰ হ'ল এজনী কিশোৰীৰ মনোজগতৰ কথা – তাইৰ কন্যাকাল হোৱাৰ সময়ৰ। দহ-বাৰ বছৰীয়া মিনুৰ জীৱনলৈ প্ৰথমটো 'মহাপ্ৰলয়' অহাৰ পিছত সেই চুলিত ৰিবন মাৰি, আইতাকে কোৱা 'ঘূৰি' পিন্ধি, মিনুহঁতৰ লগত কড়ি গুটি খেলি, লেচু-বগৰীৰ জুতি বিচাৰি ঘূৰি ফুৰা ছোৱালীজনীৰ মানসিক পৰিৱৰ্তন দেখুৱাইছে নীলিমা শৰ্মাই অতি নিপুণতাৰে : – "প্ৰলয়ৰ বান যিদিনা আঁতৰি গ'ল, সেইদিনা ওখ বহল দাপোণখনৰ সমুখত থিয় হৈ মিনু অবাক হৈ গ'ল। তাই ইমান সুন্দৰ। দাপোণখনৰ একেবাৰে কাষলৈ গৈ তাই বহলকৈ চকুযোৰ মেলি দিলে, গভীৰ ক'লা এযুৰি চকু। ওঁঠ দুপাহ কঁপি উঠিল। তাই চুটিকৈ হাঁহি দিলে। ডালিমগুটিবোৰ জিলিকি উঠিল ..."

এওঁৰ গল্পবোৰৰ আৰু এটা উল্লেখনীয় দিশ হ'ল পৰিবেশ সৃষ্টিত গল্পকাৰৰ দক্ষতা। যি কাহিনীয়েই নহওক, চুটি গল্পৰ কণমানি পৰিসৰতে তেওঁ সেই কাহিনীৰ সৈতে অংগাংগীভাৱে জড়িত পৰিস্থিতি, পৰিবেশ বা বাতাবৰণ সৃষ্টি কৰিব পাৰে আব্দুল মালিক, পদ্ম বৰকটকী, যোগেশ দাস, মহিম বৰা, হোমেন বৰগোহাঁই বা অতুলানন্দ গোস্বামীৰ দৰেই। এই পৰিবেশ সৃষ্টি এওঁ কৰে একোটা সুন্দৰ মানস-চিত্ৰৰ কাব্যিক ৰূপায়ণেৰে। 'ফল্গু'ত এয়া শৰতৰ বৰ্ণনা। শিলঙৰ শৰতৰ :

– "শাৰদীয় পুৱাৰ মন মতলীয়া কৰিব পৰা পাৰদৰ্শিতা আছে। শেৱালি ফুল ইয়াত দেখা নাই। ক্ৰিচেনথিয়াম দেখিছোঁ। বলিয়াৰ দৰে ফুলিছে।" এয়া 'মনৰ দাপোণ'ত পদ্ম বৰকটকীৰ শিলং : শাওণৰ : "শাওণৰ সেমেকা শিলং। আবেলি তিনিমান বাজিছিল। সৰল গছবোৰে থৰ লাগি নঙঠা আকাশৰ ৰূপ চাইছিল – ডাৱৰৰ আৱৰণ নথকা নঙঠা আকাশ ..."

এয়া নীলিমা শৰ্মাৰেই 'সহযাত্ৰী'ৰ পৰিবেশ যাৰ ৰূপায়ণে পাঠকক আব্দুল মালিকৰ 'কবিতাৰ জন্ম' বা ছমিৰ গুণ্ডাৰ 'শেহ ৰাতিৰ জোনাক' লৈ মনত নেপেলোৱাকৈ নেথাকে :

– "পথাৰৰ বুকুত বহি আছে কেঁচা সোণ বৰণীয়া ধাননি। দূৰৈত তন্দ্ৰাৰত ধূসৰ পাহাৰ। নীলা আকাশত শুকুলা ডাৱৰৰ ধেমালি।"

তেওঁৰেই 'হুল' শীৰ্ষক গল্পটোৰ 'পূৰ্ণিমাৰ নিশাৰ জোনাকৰ সমুদ্ৰ'খনে অতুলানন্দ গোস্বামীৰ 'হামদৈ পুলৰ জোন'ৰ কথালৈ পাঠকক টানি লৈ যাবই।

আব্দুল মালিক, মহিম বৰা, অতুলানন্দ গোস্বামী বা মোপাছাঁ চেকভৰ গল্পৰ দৰেই নীলিমা শৰ্মাৰ গল্পবোৰৰ সামৰণিবোৰো প্ৰায়েই চক খাবলগীয়া বা অভাৱনীয়। যেই কোনো গল্প এটা পঢ়ি থাকোঁতে, পাঠকৰ মনটো অলপ আগবাঢ়ি গৈ থাকে তেওঁৰ উৎকণ্ঠাক পিছ পেলাই থৈ আৰু তেওঁৰ মনটোৱে পৰিসমাপ্তি কেনে হয় গৈ তাৰ এটা অনুমান বা মানসিক প্ৰস্তুতি কৰি থাকে।

পিছে পৰিসমাপ্তিত পাঠকে আগতে ভাবি থোৱা সমাপ্তি বিচাৰি নেপায় আৰু ইয়াতেই ফুটি উঠে নীলিমা শৰ্মাৰ কলা-কুশলী নিপুণতা। এনেধৰণৰ চক খাবলগীয়া পৰিসমাপ্তি থকা অনন্যসুন্দৰ উদাহৰণৰ গল্প হ'ল 'সহযাত্ৰী' ঃ

– "ডায়েৰীৰ আখৰবোৰ নীলাক্ষীয়ে দেখিছে ৰঙা-নীলা, মূৰটো তাইৰ ঘূৰাই যায়। তাইৰ স্বামী প্ৰণৱ বৰুৱাক হত্যা কৰিছে এই মানুহটোৱে ... উস্ ভগৱান। স্বামী হত্যাকাৰীক মই অনুকম্পা দেখুৱালোঁ।"

'সাঁথৰ' গল্পটোতো তেওঁ ব্ৰেট হাৰ্ট' (Bret Harte)ৰ দৰেই অভাৱনীয় পৰিসমাপ্তি ঘটাইছে। যেতিয়া গল্পৰ নায়কে তেওঁ যি গৰাকী তৰুণীক বিয়া কৰাবলৈ মানসিকভাৱে প্ৰস্তুত হৈছিল – সেই গৰাকীক আচম্বিতে দেখে তেওঁৰ 'নতুন মা' হিচাপে প্ৰৌঢ় দেউতাকৰ পত্নী হিচাপে।

– "দেউতাই ক'লে 'সেয়া নতুন মা'। মই মূৰ তুলি চালোঁ। পৃথিৱী তেতিয়া প্ৰচণ্ড গতিৰে ঘূৰিছে। শিৰত দগমগীয়া সেন্দূৰ। কপালত উজ্জ্বল ফোঁট। সেয়া আন কোনো নহয় – 'মেঘালি শৰ্মা।"

নীলিমা শৰ্মাই কেতিয়াবা তেওঁৰ গল্পৰ সমাপ্তিত আব্দুল মালিক, মহিম বৰা বা অতুলানন্দ গোস্বামীৰ দৰে পাঠকক মাত্ৰ একোটা ইংগিত দিয়েই বৈ যায়। পিছত কি হ'ল, কি হ'ব পাৰে – এইবোৰ ভাবি পাঠকৰ মনটো বহুত দিনলৈকে প্ৰায় পেপুৱা লাগি থাকে। অতুলানন্দ গোস্বামীৰ বিখ্যাত গল্প 'ভুলে ভটকে শিবিৰ'ৰ সামৰণিত আজমগড় বাছ ষ্টেচনৰ পৰা বিষণ নমাৰ পিছতেই যদিও গল্পটো শেষ হৈছে – গোস্বামীয়ে পিছৰ অৱস্থাৰ কথা ভাবি ভাবি মন বেয়া কৰিবলৈ পাঠকক বাধ্য কৰাইছে। সেইদৰেই আব্দুল মালিকৰ 'শেহ ৰাতিৰ জোনাক'ত ছমিৰ গুণ্ডাই অবোধ শিশুটিক তুলি থোৱাৰ পিছৰ পাঠকৰ উৎকণ্ঠাৰ ব্যৱস্থাপনা মালিকে মাত্ৰ ইংগিতেৰে কৰিছে। এয়া নীলিমা শৰ্মাৰ 'প্ৰতিবিম্ব'ৰ পৰিসমাপ্তি ঃ

– "জোনাক পৰি স্বচ্ছ হৈ থকা পুখুৰীৰ পানীত ৰাধাই মৰিব নজনা ছোৱালীজনীক ফটফটীয়াকৈ দেখিলে। সেয়া যে মই। ৰাধা। এজনী আপদীয়া ছোৱালী। এটা আৱৰ্জনা।"

'সেতুবন্ধন'ৰ পৰিসমাপ্তিও তেনে ধৰণৰ ঃ

– "আৰু সুনীল হাৰক চোৱাচোন – কেনেকৈ চাইছে। নিলাজ! জাকজমক বাখৰ খটোৱা আঙঠিটো ধীৰে ধীৰে মিনুৰ আঙুলিলৈ সোমাই আহিল।..."

নীলিমা শৰ্মাই 'অনুকম্পা', 'ধূলিৰ মৰম' গল্প দুটাত ৰমা দাশৰ 'বৰ্ষা যেতিয়া নামে' বা পদ্ম বৰকটকীৰ 'মনৰ দাপোণ'ৰ কৃতিত্বৰে শিলঙৰ পৰিবেশ ফুটাই তুলিছে। পদ্ম বৰকটকীৰ দৰেই তেওঁ 'অনুকম্পা'ত খাচি ভাষাৰ কেই আষাৰমান কথা সুমুৱাই দিয়াত গল্পটোৰ কলাগত সৌন্দৰ্য্য আৰু আকৰ্ষণ বাঢ়িছে ঃ

"ঠেই উৱেন ঠেই। চিনি ভন? মান্তা এম ভন চিনি। আই চিনি খিন্দিট।"
(এই উৱেন উঠ, চেনি আছেনে? মোৰ চেনি নাই। অলপ চেনি দেচোন)

'অনুকম্পা'ৰ উৱেনজনী সেই পদ্ম বৰকটকীৰ কংচিজনীৰ দৰেই। গল্পটোত দায়িত্ব-জ্ঞানহীন নিম্ন মধ্যবিত্ত কেৰাণীৰ আৰ্থিক আৰু মানসিক দুৰৱস্থা ফুটি উঠিছে দীপংকৰৰ চৰিত্ৰ ৰূপায়ণত যাৰ অনিন্দ্যাৰ প্ৰতি নাই কোনো স্নেহ – নাই কোনো অনুকম্পা।

'ধূলিৰ মৰম' গল্পটোত শৰ্মাই সন্তান জন্ম দিব পৰা ক্ষমতা নথকা হতভগীয়া পত্নী আৰু সেই অক্ষমতাৰ কাৰণে মানুহজনীক লঘু-লাঞ্ছনা কৰি আত্মসন্তুষ্টি লাভ কৰা আমাৰ সমাজৰ পাৰিবাৰিক জীৱনৰ এটা দিশ দেখুৱাইছে। আধুনিক গাভৰুৱে আজিকালি জংকি-পানেই পৰ্য্যায়ৰ প্ৰেম, ভালপোৱা নিবিচাৰে। তেওঁলোক আৰ্থিক স্বচ্ছলতাৰ কাৰণেহে লালায়িত। হেম বৰুৱাৰ দৰেই হয়তো নীলিমা শৰ্মাৰ অনন্তই দিতিমিশ্ৰাৰ প্ৰত্যাখানৰ কথা ভাবে ঃ

– "তোমাৰ দেহ গংগাত আমাৰ প্ৰেম কাগজৰ নাও।"
আকৌ – "তোমাৰ হিচাপ বহীত মই নাই?
কিয় নাই বাৰু?"

এই গল্পটো তেওঁ জেমছ জয়চ, পদ্ম বৰকটকীৰ দৰে চেতনাস্ৰোত পদ্ধতিত লিখিছে।

দিতিমিশ্ৰাই অনন্তৰ তিনিবছৰীয়া ছোৱালী কুমকুমক ফুল চিঙা কাৰণে কৰা তিৰস্কাৰৰ দৃশ্য – একালৰ প্ৰেমিক অনন্তই দেখাৰ পিছত অনন্তইত সেই ঠাই এৰি আন ঠাইলৈ গুচি যায়। অনন্তৰ প্ৰস্থানৰ লগে লগেই সৃষ্টি হয় দিতিমিশ্ৰাৰ মনস্তাপ অনুশোচনা আত্মধিক্কাৰ আদিৰ। এইবোৰৰ চেতনা প্ৰবাহৰ উঁহ মাত্ৰ এটা সাধাৰণ গতানুগতিক কথা যদিও সেই প্ৰবাহৰ ৰূপায়ণত শৰ্মাই যথেষ্ট নিপুণতা দেখুৱাইছে। সেই একেজনী দিতিমিশ্ৰাৰেই আকৌ স্বামী শ্যামাংগৰ পিতৃত্ব লাভৰ অক্ষমতাৰ কাৰণে পুঞ্জীভূত হৈ থকা সকলো ঘৃণা, বিৰক্তি, অবজ্ঞা, বিদ্বেষ মুহূৰ্ততে লোপ পাই যায় যেতিয়া কপালত প্লাষ্টাৰ, হাত-ভৰিৰ বেন্দেজ লৈ ঘৰলৈ শ্যামাংগ সোমাই আহে।

নীলিমা শৰ্মাই তেওঁৰ গল্পৰ মাজে মাজে পাঠকক আমোদ দি ভাল পায়। কাহিনীবোৰ সাধাৰণতেই সাধাৰণ মানুহৰ জীৱনৰ পোৱা নোপোৱা, নিমিলা অংকৰ হিচাপৰ কথা। সেই কাৰণেই গল্প পঢ়ি পাঠকক যেতিয়া বিষাদে ঘেৰি ধৰে, তেতিয়া অকমান সময়ৰ কাৰণে হ'লেও কমিক ৰিলিফ (Comic Relief) দিবৰ কাৰণেই তেওঁ বিজয় শংকৰ শৰ্মাৰ ৰীতিত এনে ব্যৱস্থাপনা কৰে। এইবোৰৰ সৃষ্টি কৰে একোটা সাধাৰণ বাক্যাংশ বা মৌলিক নামকৰণেৰে। 'ফল্গু'ত খিলঙৰ দাং-বৰলাৰ মেছৰ বান্ধনি ঘৰৰ দুৱাৰ চুকত 'পচন সাৰৰ সৃষ্টি', 'ঘৰুৱা ইউনিফৰ্ম' আদি উল্লেখনীয়।

এয়া চাওক 'সাঁথৰ' গল্পটোলৈকে ঃ

– "ৰেডিঅ'টো লগাই দিলোঁ। কোনোবাই হাঁহি হাঁহি গোৱা গান এটা কান্দি কান্দি গাইছে।"

এয়া 'হুল' গল্পৰ মধুৰ কথা ঃ – "ককায়েকৰ চাইকেলখনত পূৰ্ণকৈ পেডেল মাৰিব পৰাকৈ ওখ হোৱা নাই যদিও গৰ্বেৰে মধুৱে ক'লে, সি অহা মাহত চাইকেলখন 'অভাৰ-হলিং' কৰাৰ কথা ভাবিছে।"

এনেধৰণৰ গল্পবোৰে পাঠকক বিজয় শংকৰ শৰ্মাৰ প্ৰখ্যাত গল্প 'দেৱী-দৰ্শন', 'ভোট-বিভ্ৰাট', 'দিগম্বৰ পৰ্ব' আদিলৈ মনত পেলাই দিয়ে।

'সেতু বন্ধন' গল্পটোৰ নামটোতেই গল্পটোৰ কথাখিনি সোমাই আছে। অমৰ বৰকাকতি আৰু দীক্ষাৰ বিয়াৰ মাজত হেঙাৰ হোৱা ৰুবুলৰ আচম্বিত মনোভাৱৰ পৰিৱৰ্তনে গল্পটোৰ সমাপ্তি ঘটাইছে। গল্পটোৰ শেষ অনুচ্ছেদত হাঁহি আৰু কান্দোনৰ অনন্য ৰূপায়ণ দেখোঁ যেতিয়া দীক্ষাই অতদিনে ৰুবুলৰ মৰম নেপাই কয় ঃ

"তুমি মোক মা বুলি নেমাতা। সেই কাৰণে কান্দি কান্দি মই ইয়াৰ পৰা যামগৈ।" কিছু সময় স্তব্ধ হৈ গ'ল ৰুবুল। তাৰ পিছত কান্দো কান্দো মুখখনেৰে সুধিলে 'কেনি যাবাগৈ? .........।

নাৰী চৰিত্ৰৰ আন এটা দিশ – স্বভাৱজাত ঈৰ্ষা প্ৰতিফলিত হৈছে 'আঁৰ পট'ত, য'ত সুদীপ্তা আৰু মিতালিৰ বন্ধুতা আৰু ঈৰ্ষাৰ টাগ-অব্-ৱাৰ (Tug of War) দেখুৱাইছে অতি সুন্দৰকৈ। 'নিমিলা সুৰ'ত আকৌ মধ্যবিত্তৰ ভেম আৰু মানসিকতা প্ৰকাশ কৰিছে প্ৰবীৰৰ ঘৈণীয়েকৰ মানসিক অৱস্থাৰ বৰ্ণনাৰে। এই গল্পটোৰ সামৰণি ব্ৰেট হাৰ্টৰ (Bret Harte) গল্পৰ দৰে আচম্বিত। পৰিবেশ সৃষ্টিত এডগাৰ এলেন প' (Edgar Ellen Poe)ৰ প্ৰভাৱ পৰিলক্ষিত হয়।

তেওঁৰ 'তৰংগৰ ৰঙ'ৰ 'প্ৰশিক্ষণ' শীৰ্ষক গল্পটোৰ আৰম্ভণি নীলিমাই আব্দুল মালিকৰ 'সংবাদ' গল্পটোৰ দৰেই প্ৰায় আৰম্ভ কৰিছে গধুৰ কথাৰে ঃ

'চান্দাদৰ স্বৰ্গ মাটিৰ তলত পোত গ'ল। ৰাৱণৰ স্বৰ্ণ লংকাৰ সোণ নাই, মাটি আছে।" (সংবাদ)

· "খবৰটো প্ৰণবৰ কাৰণে নতুন নহয় ....."

তাৰ পিছতেই তেওঁ বেকন (Bacon)ৰ ঠাঁচত ক'বলৈ আৰম্ভ কৰিছে ব্যক্তিমুখী ৰচনাৰ দৰে ঃ

"জীৱন মানে 'এটুকুৰা সময় – এবাৰ শেষ হৈ গ'লে আকৌ এবাৰ এই একেটা প্ৰণব ফুকন হৈ অহাৰ কোনো সম্ভাৱনা নাই। ...."

বহুত বছৰৰ আগতে উমা শৰ্মাৰ গল্প সংকলন 'ঘূৰণীয়া পৃথিৱীৰ বেঁকা পথ'ত পঢ়া গল্প এটাৰ কথা মনত পৰিছিল নীলিমা শৰ্মাৰ 'প্ৰশিক্ষণ' গল্পৰ

ডম্বৰু চকীদাৰক লগ পাই। সেয়া আছিল জগতৰাম চকীদাৰ। এই গল্পটোত তেওঁ আজি দেশ-বিদেশৰ তথাকথিত বোধিদ্রুম সকলৰ সমাবেশত হোৱা চেমিনাৰবোৰৰ ফোপোলা স্বৰূপ নিষ্ঠুৰভাবে উদঙাই দিছে – য'ত ৰাজনৈতিক পৃষ্ঠপোষকতা, স্বজন-তোষণ আদিয়েই তেনে চেমিনাৰলৈ নিৰ্বাচিত হোৱাৰ প্ৰাৰম্ভিক যোগ্যতাৰ মাপকাঠি।

'এটা নামঘৰৰ জন্ম' শীৰ্ষক গল্পটোত আকৌ আমাৰ সম্প্ৰসাৰিত চহৰতলীবোৰত বাস কৰিবলৈ লোৱা গাঁৱৰ পৰা উঠি অহা মধ্যবিত্ত পৰিয়ালবোৰৰ গৃহিণীসকলৰ পৰচৰ্চা-পৰনিন্দা কৰি সন্তুষ্টি লাভ কৰা মানসিকতাৰ বিদ্রূপাত্মক আৰু ব্যংগাত্মক ৰূপ প্ৰতিফলিত হোৱা দেখোঁ। গল্পটোত আমাৰ বিত্তবানসকলৰ সম্পত্তিৰ প্ৰতি থকা লোভ আৰু আক্ৰোশ – তেওঁলোকৰ তথাকথিত ভগবৎ প্ৰেম আৰু আধ্যাত্মিকতাৰ প্ৰতি দেখুউৱা নিষ্ঠা নিষ্ঠুৰভাবে তেওঁ পাঠকৰ আগত দাঙি দেখুৱাইছে। গল্পটোৰ অপ্ৰত্যাশিত আৰু কৰুণ সামৰণিয়ে পাঠকক আত্মবিশ্লেষণ কৰি চাবলৈ নিশ্চয় বাধ্য কৰিব। ধৰ্মৰ ৰাম-নামী কাপোৰ গাত লোৱা বিত্তবানসকলে নামঘৰ এটাৰ কাৰণে যেতিয়া একঠা মাটিও দিবলৈ আগ নাবাঢ়ে তেনে সময়তে অবিশ্বাস্যভাৱে জালীৰাম তেওঁৰ ঘৈণীয়েকৰে সৈতে আহি নামঘৰৰ কাৰণে পাঁচ কঠাৰ একঠা ৰাইজৰ ওচৰত আঁঠু লৈ আগবঢ়াই কয় ঃ

"... ৰাইজে একো এটা কৰিব নোৱাৰা দেখি মোৰ বাৰীৰ একঠা মাটি ৰাইজৰ হকে উছৰ্গা কৰিলোঁ। ৰাইজে তাতে মনৰ হেঁপাহেৰে নামঘৰ এটি সাজি ল'ব পাৰিব। পিছে আমাৰ এটি নিবেদন আছে এয়ে যে, সেই নামঘৰৰ থাপনাত যেন এই কৃষ্ণ মহাপ্ৰভুৰ ছবিখন থোৱা হয়। এই ছবিখন আমাৰ ডাঙৰ পোনাৰ বৰ মৰমৰ ছবি আছিল। আমাৰ ডাঙৰ পোনা সৈনিক হৈছিলগৈ। পিছে সীমান্তৰ গুলীয়া-গুলীত আৰু বেলি ডাঙৰ পোনা ঢুকাল। .. আমি সৰু মানুহ। তথাপি এই মানুহৰ প্ৰাৰ্থনা ৰাইজে ৰাখিব বুলিয়েই আশা ৰাখিলোঁ।

'ফলাফল' গল্পটোত আমাৰ শিক্ষা জগতখন ছানি পেলোৱা সংকীৰ্ণ মানসিকতাৰ ওপৰত নিষ্ঠুৰ অস্ত্ৰোপচাৰ কৰি দেখুৱাইছে দেবাশীষ আৰু ডঃ দীক্ষিতৰ চৰিত্ৰ দুটাৰ মাধ্যমেৰে। সুখবৰ্ষাৰ নিৰাসক্ত, নিৰুদ্বেগ আৰু উদাসীন মনটোৰ কথাই পাঠকক জীৱনানন্দ দাশৰ বিখ্যাত স্তৱকটোলৈ মনত পেলাই নিদিয়াকৈ নেথাকে ঃ

"কে হায় হৃদয় খুঁড়ে
বেদনা জাগাতে ভালবাসে।"

দেবাশীষে যি পাপ কৰিছিল সেই পাপৰ প্ৰায়শ্চিত্ত কৰিব লগা হ'ল অন্তৰ্ভুক্ত সাৱটি। এয়া টমাচ হাৰ্দিৰ নিয়তিৰ নিৰ্মম বিধান – নীলিমা শৰ্মাৰ গল্পৰ নায়ক দেবাশীষৰ উক্তিত দেখোঁ ঃ

– মোৰ মহাপাপৰ প্ৰায়শ্চিত্ত ঈশ্বৰে অন্য ধৰণেৰে আদায় কৰিলে ...”

নীলিমা শৰ্মাৰ কিছুমান গল্পৰ আকৌ আৰম্ভণিবোৰ বেকনিয়ান (Baconian) ঠাঁচৰ। 'নেপথ্য' গল্পটো চক ঃ

“জীৱনক অভিনয় বুলি ভাবিবলৈ সহজ। কিন্তু জীৱনত অভিনয় কৰি থকাটো কিমান কঠিন!” কিন্তু কেতিয়াবা তেওঁৰ গল্পৰ নীতি-বচনবোৰ বেছি উৎকট হৈ পৰিলে আমনি পাওঁ। ব্ৰেইন-ড্ৰেইন (Brain Drain)ৰ কথাখিনি বিকৰ্ষণলৈ ঠেলি দিয়া হ'ল। এনেধৰণৰ উপদেশমূলক গল্পৰে 'আৱাহন' যুগ ভৰি আছে।

বাংলাদেশত নাৰী মুক্তিৰ কাৰণে তছলিমা নাচৰিণে যি জেহাদ ঘোষণা কৰিছে, নীলিমা শৰ্মাই সেই জেহ'দ তেওঁৰ গল্পত সত্তৰৰ দশকতেই আৰম্ভ কৰিছিল। তেওঁৰ বহুতো গল্পতেই পদানত, নিষ্পেষিত নাৰীৰ ক্ৰন্দন শুনো। 'নাৰী-মুক্তিৰ ক-খ' শীৰ্ষক গল্পটো এই সন্দৰ্ভত উল্লেখনীয়। গল্পটোত কৰবীৰ দেউতাকে মৃতা মাকৰ ফটো'ৰ ওচৰত কৰা উক্তিখিনিয়ে নৰ-নাৰীৰ যৌনজীৱনৰ শাৰীৰিক আৰু মানসিক সংগমৰ কথাখিনি স্পষ্টকৈ বুজায়। জৈৱিক তাড়নাত যৌন-সংগম হয় দুটা শৰীৰৰ মাজত কিন্তু যেতিয়া দুটা মনৰ মাজত সংযোগ স্থাপন হয় – সেই সংযোগ হয় চেতন আৰু অৱচেতন মনৰ মাজত। এয়াই হ'ল আত্মিক ঐক্য যি কথাটো কৰবীয়ে উপলব্ধি কৰিছে ৰজতৰ সৈতে বিবাহ-বিচ্ছেদৰ প্ৰস্তুতিৰ প্ৰাৰম্ভত। কৰবীৰ চেতনা স্ৰোতত এয়া ভাঁহি অহা ফুল ঃ “দেউতাই বিবাহ মানে 'আত্মিক ঐক্য' বুলি বুজে। সেয়েই মৃত্যুৰ পাছতো মাক এটা মুহূৰ্তৰ বাবেও মনৰ পৰা ত্যাগ কৰিব পৰা নাই। মাক-দেউতাকৰ জীয়েক হৈ মই – কৰবীয়ে, বিবাহ বিচ্ছেদৰ কথা গভীৰকৈ চিন্তা কৰিছোঁ।”

... নিশা বাৰ বজাত কৰবী বিছনাৰ পৰা উঠিল। ... তাৰ পিছত নীলা ৰাইটিং পেডটো উলিয়াই, বিয়াৰ আগতে লিখাৰ দৰে, ৰজত ভৰালীলৈ এখন দীঘল চিঠি লিখিবলৈ বহিল।”

পদ্ম বৰকটকী, হোমেন বৰগোঁহাই আৰু মামণি ৰয়চম গোস্বামীৰ দৰেই নীলিমা শৰ্মায়ো নৰ-নাৰীৰ যৌন সম্পৰ্কৰ বৰ্ণনা কৰোঁতে কোনো সংকোচ নকৰাকৈ কৰে। তেওঁৰ 'ছুল' গল্পটো তাৰ উৎকৃষ্ট উদাহৰণ। ইয়াত মন্দিৰাৰ চেতনা-স্ৰোতৰ বহুতো কথাই নীলিমাই নিৰ্ভীকভাৱে প্ৰকাশ কৰিছে। এই গল্পটোত তেওঁ তেওঁৰ আন বহুতো গল্পৰ দৰেই ছোৱালী হোষ্টেলৰ পৰিবেশ, নীতি-নিয়ম, হোষ্টেলৰ ছোৱালীৰ আড্ডা ইত্যাদিৰ সাৰ্থক ৰূপায়ণ কৰিছে। গল্পটোত দুৰ্গা জগতৰ অবৈধ সংসৰ্গ, তাকো বিয়াৰ পাছত – ব্যভিচাৰ, পৰস্ত্ৰীগমন আদি সামাজিক ব্যাধিৰ প্ৰকাশ পাইছে।

'যেন ডালিমৰ গুটি' সংকলনটোৰ 'ৰিডিং ৰুমৰ কুকুৰ' শীৰ্ষক গল্পটোৰ মুখ্য চৰিত্ৰ সেই ফাপৰে খোৱা কুকৰটোৱেই – যি ৰিচাৰ্চ ব্লকৰ প্ৰত্যেকজনী

বৰ্ডাৰৰ মনত বিভিন্ন ধৰণৰ প্ৰতিক্ৰিয়া সৃষ্টি কৰে। মাদাৰ মাৰ্গাৰেট সেই কুকুৰটোৰ প্ৰতি অতি সহানুভূতিশীল। আটায়ে লেই-লেই ছেই-ছেই কৰা বেমাৰী কুকুৰটোক মাৰ্গাৰেটে কয় –

"অকণমানি বেচেৰাটো। তোৰ খুব কষ্ট হৈছে নহয়? এই পৃথিৱীত তোৰ বাবে কোনো নেথাকিলেও আমি আছোঁ।"

মিছেছ ত্ৰিপাঠীৰ কুকুৰটোৰ প্ৰতি ঘৃণা। ঘৃণাৰ কাৰণটো শেষত নীলিমাই উলিয়াই যি বৰ্ণনা দিছে, তাৰ পিছত মিছেছ ত্ৰিপাঠীৰ প্ৰতি পাঠকৰ প্ৰথম অৱস্থাৰ ধাৰণা সম্পূৰ্ণ বেলেগ হৈ যায়।

গল্পটোৰ শেষৰ পেৰাগ্ৰাফত মাৰ্গাৰেটৰ মুখেৰে ভাৰতৰ অৰ্থনৈতিক দুৰৱস্থাৰ কথা নোকোৱা হ'লে গল্পটোৰ সৌন্দৰ্য্য অক্ষুণ্ণ হৈ থাকিলেহেঁতেন। নৈতিক, অৰ্থনৈতিক, ৰাজনৈতিক, সামাজিক অৱক্ষয় কাহিনীৰ পটভূমিকা, পৰিবেশ আৰু চৰিত্ৰৰ সংঘাতেৰে দেখুৱাব পাৰিলে ভাল।

'বিসংগতি' গল্পটোত স্বামী-স্ত্ৰীৰ মাজৰ সন্দেহৰ বৰ্ণনা পাওঁ। যিটো কাৰণত পিতৃ হোৱাৰ কাৰণে অক্ষম কাশ্যপৰ সন্দেহ সঞ্চিতাৰ গৰ্ভধাৰণত সৃষ্টি হৈছিল – তাঁৰ সমাপ্তি ঘটাইছে, অপাৰেচনৰ পিছত সঞ্চিতাৰ পেটৰ পৰা এটা টিউমাৰ ওলোৱাত। এনেধৰণৰ গল্প এটা অলপতে গল্পকাৰ দিনেশ শৰ্মাই লিখিছে।

'অসমৰ সুৱদি মাত'ত পূৰবীজনী যেন অন্য এজনী মামণি ৰয়চম গোস্বামী। গোৱালপাৰাৰ সৈনিক স্কুলত মামণিয়ে কামত যোগ দিবলৈ অহা দৰে পূৰবীও আহে কোনোবা এখন কলেজত অধ্যাপনাৰ কাৰণে। পাৰ্থক্য এযেই মামণি অকলে আহিছিল। পূৰবী আহিছে লগত পুত্ৰ শান্তনুক লৈ। 'ৰিডিং ৰুমৰ কুকুৰ' গল্পটোৰ দৰেই এওঁৰ 'সূচনা' গল্পটোৰ মূল চৰিত্ৰ পাৰ এজনী, পংখী তাইৰ নাম। মিতুৰ দেহ-লাও যেন পংখীজনীক মাৰি কাষৰ দাস পৰিয়ালৰ লোকে খোৱাটোৰেই কাহিনী য'ত ফুটি উঠিছে দাসৰ পৰিবাৰৰ ৰাক্ষসী, হিংসুক, পৰশ্ৰীকাতৰ চৰিত্ৰ আৰু শিশু মিতুৰ দেৱ শিশু সদৃশ স্বভাৱ।

'সহযোগ'ত আছে স্ত্ৰী-পুৰুষৰ মনোমালিন্যৰ কথা যাৰ কাৰণে তিৰোতাই বহুতো শাৰীৰিক আৰু মানসিক ৰোগত ভোগে।

অপালিৰ মনৰ অপূৰ্ণ বাসনাবোৰৰ চৰিতাৰ্থৰ কাৰণে অপালিয়ে লয় এটা আঁওপকীয়া পথ। মনে-পতা ৰোগ। অপালি, চম্পা, মল্লিকা, কৰুণা, টেৰেণীতা আটায়ে কিবা নহয় কিবা এটাৰ অভাৱ অনুভৱ কৰে। সেইকাৰণেই আচৰণত অস্বাভাৱিকতা দেখোঁ। চম্পাৰ মনৰ কথাখিনি চেতনা-স্ৰোতৰ মাধ্যমেৰে শৰ্মাই পাঠকৰ আগত দাঙি ধৰিছে। মদপী স্বামীৰ শুধৰণিৰ অন্য পন্থা চম্পাই নেপাই শেষত ব্ৰহ্মাস্ত্ৰ প্ৰয়োগ কৰে। জীৱনত সুখৰ সন্ধান কৰি যিখিনি শৰ্মাই সামৰণিত দেখুৱাইছে :

"মদ খালে বাৰু জীৱনৰ নোপোৱাখিনি পোৱা যেন লাগে নেকি?

– লাগিব পাৰে, মই সেইবোৰ নেজানো।

– যদি ময়ো তোমাৰ দৰে মদ খাওঁ ? কৰুণ উচপ খাই উঠিল – 'কি?'

– মই তোমাৰ সহধৰ্মিণী।

– পিছে কি কৰিব লাগে?

– স্বামী যি পথেৰে যায়, পত্নীও সেই বাটেৰে যোৱা উচিত ..."

ওপৰত উল্লেখ কৰি অহা দৰে সত্তৰৰ দশকতে তছলিমা নাচৰিণৰ জেহাদৰ দৰে নীলিমা শৰ্মাই আৰম্ভ কৰা জেহাদৰ অপূৰ্ব আলেখ্য তেওঁৰ চম্পা চৰিত্ৰটো।

'যেন ডালিমৰ গুটি' গল্পটোৰ আৰম্ভণি ছুমাৰছেট মমৰ গল্পৰ দৰে আচম্বিত আৰু আচৰিত ধৰণৰ :

"আজি প্ৰায় ছমাহৰ আগতেই তাই ঈশ্বৰ মৰিল বুলি ধৰি লৈছে ..."

এই গল্পটো পঢ়োঁতে মোৰ হিৰণ্য কুমাৰ ভট্টাচাৰ্য্যৰ 'উইল' শীৰ্ষক গল্পটোলৈ মনত পৰিছিল।

শ্বিলঙৰ নিম্ন মধ্যবিত্ত শ্ৰেণীৰ কলেজীয়া ছাত্ৰ-ছাত্ৰী বিশেষকৈ ছাত্ৰী হোষ্টেলৰ নিখুঁত পৰিবেশ আৰু পৰিস্থিতিৰ ৰূপায়ণত নীলিমা শৰ্মাৰ কৃতিত্ব নশলাগি নোৱাৰোঁ। তাৰ উপৰি নৰ-নাৰীৰ যৌন-সম্পৰ্ক যাৰ অৱদমনত সৃষ্টি হয় বহুতো শৰীৰিক আৰু মানসিক বিপৰ্য্যয় – তাৰ নিৰ্ভীক প্ৰতিফলন তেওঁৰ গল্পৰ অন্যতম আকৰ্ষণ।

এই ক্ষুদ্ৰ পৰিসৰত কৰা তেওঁৰ সাহিত্যিক মূল্যায়ণ অসম্পূৰ্ণ হৈ ৰব – যদি নীলিমা শৰ্মাৰ গল্পবোৰৰ মাজে মাজে সোমাই থকা অনুভূতিৰ কাব্যিক প্ৰকাশৰ কথা উল্লেখ কৰা নহয়। হোমেন বৰগোঁহাই, পদ্ম বৰকটকীৰ দৰেই পটভূমি আৰু পৰিবেশত অনুভূতিৰ কাব্যিক প্ৰতিফলন কৰাত নীলিমা শৰ্মাও সিদ্ধহস্ত। তেওঁৰ 'জেতুলী পকাৰ দৰে মিঠা পৃথিৱী', 'ৰাঙলী ওঁঠত পাহাৰ কঁপোৱা হাঁহি', জানুৱাৰী মাহৰ হিমকণাবোৰে পৃথিৱীৰ সেউজীয়াখিনি শুহি পেলোৱা শুভ্ৰ ব্লটিং পেপাৰ যেন পৃথিৱী; ফুলনিৰ ৰাঙলি চিলভিয়াবোৰৰ অভদ্ৰ হাঁহি, কোমল আবেলিটোৱে সোণালী ৰ'দ জাকত গা ধোৱা, কপালৰ আকাশত সেন্দূৰৰ উজ্জ্বল সূৰ্য্য; 'মাঘৰ সুৰুঙাৱে ফাগুনে জুমা' এইবিলাক সুন্দৰ নিদৰ্শন নীলিমা শৰ্মাৰ কবি মনটোৰ।

জীৱনৰ অন্য সুতিত তেওঁ দেখা বিভিন্ন উচ্ছ্বাসৰ তৰংগৰ ৰঙে যোৱা চাৰিটা দশক জুৰি আমাক মুগ্ধ কৰি ৰখাৰ কাৰণে নীলিমা শৰ্মালৈ মোৰ সশ্ৰদ্ধ অভিনন্দন।



## অঞ্জলি বৰুৱা

| | |
|---|---|
| জন্ম – | ডুমডুমাত। শিক্ষা ডিব্ৰুগড় আৰু পিছত গুৱাহাটীৰ কটন কলেজৰ স্নাতক' ১৯৫৪ চনত। ১৯৬৭ চনত যোৰহাটৰ পৰা বি. টি.ৰ স্নাতক। ১৯৬৫ চনত বাহনা বালিকা বিদ্যালয়ৰ প্ৰধান শিক্ষয়িত্ৰী। ১৯৯৩ৰ ফেব্ৰুৱাৰীত অৱসৰ গ্ৰহণ। |
| সাহিত্য কৃতি – | 'এটি উৰি যোৱা প্ৰজাপতিলৈ' কবিতা সংকলন; 'অগ্নিস্নান' – দেশপ্ৰেমমূলক গীতৰ সংকলন 'অনেক ঋতুৰ ছবি' – গীত সংকলন। |
| | লেখিকাৰ বহুতো কবিতা আকাশবাণী যোগে সঘনে প্ৰচাৰিত হয় বহুতো কবিতা বাংলা ভাষালৈ অনুবাদ কৰা হৈছে |

# সপোনৰ মণি বিচাৰি অঞ্জলি বৰুৱা

১৯৭৫ চনৰ কোনোবা এটা পাহৰণিৰ গৰ্ভত লীন হৈ যোৱা আবেলিত হঠাতে এটা ফুলৰ কুকি পাইছিলোঁ – সূৰ্য্যমুখী ফুলৰ। আজি ১৯৯১ চনৰ ১৫ এপ্ৰিল। বহাগৰ প্ৰথম দিনতেই মোৰ পদূলিৰ নাহৰ ফুলৰ থোপাবোৰে হঠাতে মনত পেলাই দিলে – '৭৫ চনৰ বেলিফুলৰ কুকিটোলৈ। মোৰ সম্মুখত চম্পক, গুলচ, খৰিকাজাঁই, তগৰ আৰু নাহৰৰ সুগন্ধি-সৌৰভৰ সমলয়। আগত নাচি আছে কচ্‌মচ্‌, চুইট-পি, পিটুনিয়া, উইলিয়াম, ফ্লকছ্‌ আৰু ৰঙা, বগা, হালধীয়া, তেজৰঙা, উদণ্ড বহুত বগেনভিলিয়াৰ দুৰন্ত দল এটাই। চকু দুটা মুদ খাই গৈছিল। আধা টোপনিৰ মাজত দেখিলোঁ মোৰ ফালে উৰি অহা এটি প্ৰজাপতি আৰু হেজাৰ বেলিফুলৰ এটা দুৰ্দান্ত সমদল, যিটোৰ সপোন দেখিছিল কবি অঞ্জলি বৰুৱাই সত্তৰৰ দশকৰ প্ৰাৰম্ভণিৰ কোনো এক অনামী ক্ষণত :

"বেলিফুল নুফুলিল
সপোনৰ মণিবোৰ
অদ্ভুত কৰুণ এক
বিষণ্ণ জিজ্ঞাসা হৈ
মায়াঘন বননিৰ
নিৰ্জনতা ঘেৰি
পৰি ৰ'ল ঠিক যেন
পোহৰ হেৰাই যোৱা
কিছুমান জোনাকী পৰুৱা।"

ফুলা-নুফুলা, পোৱা-নোপোৱাৰ বেদনাৰে ধুই থোৱা অতৃপ্ত কামনা আৰু বাসনাৰ মুমূৰ্ষু আৰু ম্ৰিয়মান মুহূৰ্তটোৰ ৰূপায়ণ কৰিছিল অঞ্জলি বৰুৱাই তেওঁৰ জীৱনৰ কোনোবা এটা সন্ধিয়াৰ অস্তমিত বিষণ্ণতাৰ সন্ধিক্ষণত। যেতিয়াই মই অঞ্জলিৰ শব্দৰ তুলিকাৰে অঁকা মনোমোহা ছবিখন মোৰ মন-দাপোণত দেখোঁ, তেতিয়াই কিবা এটা বুজাব নোৱাৰা, বুকুখন বিষাই যোৱা, "এই-যেন-নেপালোঁ-আৰু-জানো-কেতিয়াবা-পাম?" এনেধৰণৰ অনুভূতিৰ প্ৰচণ্ড জোকাৰণি এটা অনুভৱ কৰোঁ। এই জোকাৰণিয়েই প্ৰকৃত কবিতা, যাৰ কোনো সময়ৰ নিৰূপক ৰেখা নাই, যি সংজ্ঞাহীন, অমূল্য আৰু চিৰন্তন সত্যৰ কালজয়ী সৃষ্টি।

অঞ্জলি বৰুৱাৰ 'এটি উৰি অহা প্ৰজাপতিলৈ' ২২টা গাভৰু অনুভূতিৰ কাব্যিক ৰূপায়ণ। কবিৰ যৌৱনৰ মনোবিতানত ফুলা বাইশটা নানা ৰঙৰ, নানা

গোন্ধৰ সংমিশ্ৰণেৰে বন্ধা অম্লান বসন্তৰ পৰশ ব্যাকুল এটা ফুলৰ কুকি। কবিৰ সূৰ্য্য প্ৰণামৰ অন্তৰালত অৱচেতন মনোজগতৰ ভাৱৰাশিয়ে ভুমুকি মাৰিছে। এই কবিতাটোত কবিৰ অৱদমিত কামনাৰ প্ৰকাশৰ প্ৰচেষ্টাৰ ব্যাকুল বিননিৰ ৰিণি-ৰিণি সুৰ শুনো। অঞ্জলিয়ে যৌৱনৰ উপকণ্ঠত থিয় হৈ আত্ম-প্ৰকাশৰ সুযোগ বিচাৰি কৈছে :

"আহা নদী
তোমাৰ প্ৰচণ্ড শক্তিৰে
আঘাত কৰা
জন্ম হক এক নতুন আশাৰ।"

আকাশৰ পৰা বিচাৰিছে হিৰণ্যৰ বিঁধুৱ-উত্তাপ, যি উত্তাপত জন্ম হ'ব, বসুমতী-গৰ্ভৰ অন্ধকাৰ আবৰণৰ মাজত শুই থকা অম্লান-সত্তাৰ। হিমাদ্ৰি শীতল কাম-বিমুখতা নিয়ম নহয়, ব্যতিক্ৰমহে। স্বাভাৱিক প্ৰেমৰ উত্তপ্ত স্পৰ্শত মৃত্যু শীতল সুসুপ্তিত নিমগ্ন হৈ থকা ব্যক্তি সত্তাই কামনাৰ পূৰ্ণানন্দ দান ভিক্ষা কৰি নিমন্ত্ৰণ জনাইছে তেওঁৰ প্ৰিয়তমক :

"আহা বন্ধু আহা
আহা আমি বন্ধু হওঁ
জীৱনৰ ভৰ দুপৰীয়া
ভগ্ন-স্তূপ দেৱালৰ
ফাঁকে ফাঁকে গজা
কোনো আঁহত পুলিৰ
এটি সেউজ স্বাক্ষৰ
ৰৈ য'ক পৃথিৱীৰ কোমল মাটিত
ওপৰত অঁৰা থক
বুটাবছা চন্দ্ৰতাপ নীল আকাশৰ
সাক্ষী ৰক,
মৰমী পৃথিৱী
আৰু মায়া ভৰা এই নিৰ্জনতা," (নিমন্ত্ৰণ)

অঞ্জলি বৰুৱাৰ 'নিমন্ত্ৰণ'ত বেদনাৰ নীলা ফুলে ঢাকি থোৱা অতৃপ্ত কামনাৰ অনন্ত তৃষ্ণাৰ প্ৰকাশে প্ৰাণৱন্ত পাঠকৰ অন্তৰত খুন্দা নমৰাকৈ নেথাকে। বাসনাই যেতিয়া তৃপ্তিৰ পূৰ্ণানন্দ পায়, তেতিয়া :

"সময়ে গছকি যোৱা
স্মৃতিয়ে পাপৰি মেলে
স্তব্ধ হয় অশান্ত বতাহ
আৰু চঞ্চলা পৃথিৱী।"

এই কবিতা ফাঁকি পঢ়োঁতে গণেশ গগৈৰ 'পাপৰি'ৰ এটা স্তবকে আহি বাৰে বাৰে মোৰ মনত জোকাৰণি তুলিছিল :

"মিলনৰ বালি-ভেটা যদিওবা ভাগি গ'ল
নাই ভগা সখী মোৰ প্ৰণয়ৰ বীণ
সুৰৰ লহৰী তাত নুঠিলে নুঠিব পাৰে
তাঁৰৰ স্পন্দন তাৰ নহয় বিলীন।"
(পাপৰি)

যেতিয়া অসহ্য স্তব্ধতা, নিৰ্মম নিৰ্জনতা আৰু বিক্ষুব্ধ পৰিবেশৰ নীল আকাশৰ বুটাবছা চন্দ্ৰতাপ লৈ মৰমী পৃথিৱীখন মিলনৰ সাক্ষী হৈ থাকে, তেতিয়া অঞ্জলিৰ নিমন্ত্ৰিত প্ৰিয়জনক আদৰিবলৈ অঞ্জলিৰ লগত,

"মাথোঁ সাৰে থাকে
কামনাৰ বননিত এজাক ফৰিং
আৰু হালধীয়া জোন।"

কল্পনাৰ মনোৰম সাতসৰী হাৰ আৰু অপূৰ্ব শব্দাৱলীৰ মনোমোহা সমাবেশ সৃষ্টি কৰা "কামনাৰ বননি"ৰ ফৰিঙৰ জাক আৰু কোমল পোহৰ দি দি হালধীয়া হৈ যোৱা জোনটোৰ কথা পঢ়ি থাকোঁতে মোৰ অঞ্জলি বৰুৱাৰ আপোন ককায়েক আৰু মোৰ অভিন্ন হৃদয়ৰ অন্তৰঙ্গ বন্ধু দুৰন্ত প্ৰেমৰ কবি হৰি বৰকাকতিৰ অমলিন সৌন্দৰ্য্যৰ অমৰ মানস চিত্ৰখনলৈ খুব মনত পৰিছিল :

"সাৰে আছে মাথোঁ
হেজাৰ প্ৰিয়াৰ
চকুৰ লোতক
গোট মাৰি হোৱা
আকাশৰ চেঁচা জোন।"

অঞ্জলিয়ে ডাৱৰৰ মাজে মাজে অহা হিৰণ্য ৰশ্মিবোৰৰ কল্পনা ৰূপায়ণ কৰিছে মোহনীয়া কল্পচিত্ৰৰ মাধ্যমেৰে তেওঁৰ কবিতা "প্ৰতিশ্ৰুতি"ত :

"আকাশে ডাৱৰৰ আঁৰেদি
পিচকাৰী মাৰিছিল
উদাৰ নীলা বুকুৰ পৰা
সৰি পৰিছিল – জুৰজুৰকৈ অলেখ ফুল ৰঙা, নীলা, হালধীয়া, নানা বৰণৰ ।"

'প্ৰতিশ্ৰুতি'ত ৰোমাণ্টিক পৰিবেশৰ পৰা এখন্তেক আঁতৰি আহি অঞ্জলিয়ে সাময়িক চৈতন্যৰ প্ৰকাশ কৰিছে :

"পুৰোহিত,
তোমাৰ পবিত্ৰ পোছাক যোৰ খোলা

নামি আহা ছিন্ন বস্ত্ৰ পৰিহিত ক্লিষ্ট সমাজলৈ
নেতা
তোমাৰ ৰঙীণ চশমা থোৱা।
শুদা চকুৰে চোৱা
জনতাৰ সজল চকুলৈ
চোৱাঁ,
অহিংসাৰ বুকুত লগা গুলীত
সত্য কি দৰে কঁপিছে।
কাৰ অভিপাশ লাগি
পুত গঙ্গা ৰক্ত গঙ্গা হ'ল।"

এই স্তৱকেৰে নিভীক আৰু উদাত্ত কণ্ঠেৰে অঞ্জলিয়ে সাম্প্ৰদায়িকতাৰ ৰৰবিহ মিহলাই ৰাজনীতি কৰা ভণ্ড নেতাবোৰৰ মুখা খুলি দিছে। অঞ্জলিয়ে বাস্তৱৰ সম্মুখত থিয় হৈ ধৰ্মগুৰুসকল আৰু ৰাজনীতি কৰা নেতাসকলক দীন-দুখী দৰিদ্ৰনাৰায়ণৰ সেৱাৰ কাৰণে আত্মোৎসৰ্গ কৰিবলৈ আকুল আহ্বান জনাইছে। যেতিয়ালৈকে আমাৰ সমাজত ধৰ্মৰ গোড়ামি আৰু ৰাজনৈতিক ভণ্ডামি থাকিব, সমাজ ব্যৱস্থাৰ পৰিৱৰ্তন, জন-জীৱনৰ মান উন্নয়ন আৰু সমৃদ্ধিৰ আশা কৰা বৃথা। অঞ্জলিয়ে বিভ্ৰান্ত, পথভ্ৰষ্ট নতুন পুৰুষক তেওঁলোকৰ অমূল্য যৌৱনৰ দুৰ্দম, দুৰন্ত আৰু দুৰ্জয় শক্তিৰ অপ-ব্যৱহাৰ নকৰি জীৱনৰ যুদ্ধত সত্যাশ্ৰয়ী ৰূপত আগবাঢ়ি যাবলৈ কৈছে। অঞ্জলি বৰুৱাৰ এই আহ্বানত মই মহাত্মা গান্ধীৰ এটি শাশ্বত আৰু অমূল্য বাণীৰ প্ৰতিধ্বনি শুনিছোঁ :

"Innocent youth is a priceless possession not to be squandered away in momentary excitement mis-called pleasure."

[নিষ্কলুষ যৌৱন এটি অমূল্য সম্পদ। সেই সম্পদক ক্ষণিকৰ উত্তেজনা – যাক ভুলকৈ জীৱনৰ আনন্দ বুলি ধৰা হয় – তাত অপব্যয় কৰিব নেলাগে]

সত্তৰৰ দশকৰ অঞ্জলি বৰুৱাৰ সেই আহ্বান তেতিয়াৰ পুৰুষচামে শুনা হ'লে হয়তো আশীৰ দশকৰ 'মহাপুৰুষ'ৰ দলে অসমখন বধ্যভূমিলৈ পৰিণত নকৰি কৰিব নিৰ্দেশনাত দুৰ্বাৰ, দুৰ্দম আৰু দুৰ্জয় গতিৰে সত্যৰ শাশ্বত পথেৰে গৈ সব্যসাচীৰ নিপুণতাৰে নিজৰ লক্ষ্যত উপনীত হ'ব পাৰিলেহেঁতেন। নব্বৈৰ দশকৰ প্ৰাৰম্ভণিত অসমৰ যুৱশক্তিয়ে অঞ্জলি বৰুৱাৰ "প্ৰতিশ্ৰুতি" এবাৰ নহয় – এশবাৰ পঢ়িলেহে '৮০ৰ দশকৰ বধ্যভূমিখন, এই দশকত ৰঙ্গভূমিলৈ পৰিৱৰ্তন কৰিবলৈ সাহস, শক্তি, ধৈৰ্য্য আৰু ক্ষমতা আহৰণ কৰিব পাৰিব।

অঞ্জলিৰ 'অসময়' নোপোৱাৰ বেদনাৰ ব্যথাৰিৰে জৰ্জৰিত আত্মাৰ করুণ ক্ৰন্দন। একেবাৰে অকলশৰীয়া, অসহায়, নিৰালম্ব সত্তাৰ মৰ্মভেদী উচুপনিয়ে পাঠকক অভিভূত নকৰাকৈ নেথাকে :

"মনৰ ভাবৰ ফালি সৰি পৰা
মুকুতাৰ কণবোৰে
ৰং হেৰুৱাইছিল।
কোনোবা এদিন
বালিদ্বীপৰ কোনো উৰ্বশীৰ
সপোন ভঙাৰ শবদত
সাৰ পাই দেখিছিলোঁ
জীৱনৰ পাণচই সিপাৰত লাগো লাগো হ'ল।"

কিমান কৰুণ, কিমান মনোমোহা, কিমান মন কঁপোৱা, কিমান মন-মৰোৱা মানস চিত্ৰ এইবোৰ। এয়া অঞ্জলি বৰুৱাৰ মনমাৰি হাঁহি থকা ব্যক্তিত্বৰ পৰশত জিলিকি উঠা, কল্পনাৰ মুকুতাৰ ইন্দ্ৰনীল সৌন্দৰ্য্যৰ অপৰূপ জয়-গীতি-গাথা।

মৃত্যুক, জীৱনৰ শেষ সত্যক অস্বীকাৰ নকৰিও, জীৱনৰ শৱযাত্ৰীৰ সমদলৰ মৌন প্ৰাৰ্থনাৰ বিষণ্ণ বেদনাৰ সুৰত সুৰ মিলাই অঞ্জলিয়ে কালপুৰুষক অনুৰোধ কৰিছে ক্ষন্তেক ৰবলৈ। কিয়নো, জীৱনৰ পাণচৈ সিপাৰত লাগো লাগো সময়ত, বহুতো কথাই অঞ্জলিয়ে ক'বলৈ নেপালে – বহুতো কথাই সময়ত কবলৈ নহ'ল। কবিক লাগে মহাকালৰ অকণমান কৰুণা আৰু মাত্ৰ অলপ সময় :

"সময়
তোমাৰ পাখীলগা কাঁড়
এবাৰ তৃণত ভৰোৱা।
সুন্দৰে ফুলাৰ মন্ত্ৰ আকৌ মাতক,
কোনো আৰক্তিম প্ৰভাতৰ
স্নিগ্ধ উল্লাসত
ফুলিবলৈ বৈ থকা কলিবোৰ
এবাৰ ফুলক" (অসময়)

অঞ্জলি বৰুৱাৰ এই কবিতাটো হতাশা, চৰম ব্যৰ্থতা, বিষণ্ণ বেদনা, স্বপ্ন ভঙ্গ আৰু নোপোৱাৰ যন্ত্ৰণাৰ এক অনন্য অপূৰ্ব, অবৰ্ণনীয় উচ্ছ্বাসৰ ব্যথাদীৰ্ণ মুহূৰ্তৰ কাব্যিক প্ৰকাশ। কবিতাটো যিমানেই পঢ়োঁ সিমানেই ভাল লাগে, যিমানেই মন বেয়া লাগে, সিমানেই কান্দোঁ কান্দোঁ যেন লাগে। কবিতাটোৰ শেষৰ স্তৱকত অঞ্জলিৰ হৃদয়-তন্ত্ৰীত বাজি উঠিছে চৰম ব্যৰ্থতা আৰু হতাশাৰ হিয়াহীন ৰূপ :

"সময়ৰ অনন্ত নদীত
বুৰবুৰণি তুলি
সেই প্ৰাৰ্থনা এটি শব্দহীন ছাঁ হৈ
আকাশৰ কোনোবা কোণত মাৰ গ'ল।"

এই স্তৱকটো পঢ়োঁতে মোৰ গণেশ গগৈৰ মৃত্যুত কবি যতি নাৰায়ণ শৰ্মাই কান্দি কান্দি কোৱা কথাখিনিলৈ খুব মনত পৰিছিল ঃ

"নিয়তিৰ নিয়মত পাৰে কোনো বাধা দিব
জনমৰ লগে লগে মৃত্যু আহে যায়
পদুমৰ মালা গাঁথি আহিছিল বাটৰুৱা
সিও আহি গুচি গ'ল পাপৰি সৰাই।"

অঞ্জলি বৰুৱাৰ 'এটি প্ৰশ্ন — বসন্তলৈ', 'আবাহন', 'সম্ভাৱনাময় এটি মুহূৰ্তৰ বাবে', 'প্ৰহৰী' — এই কবিতা কেইটিত সাময়িক চেতনা-প্ৰৱাহৰ ক্ষোভ আৰু বিক্ষোভৰ প্ৰতিধ্বনি শুনিবলৈ পাওঁ। 'বিস্মৃত স্বৰ্গ'ত কবিয়ে বিচাৰি নোপোৱা স্বৰ্গৰ কাৰণে অযুত আশাৰে প্ৰাৰ্থনা কৰিছে। কবিৰ 'আশ্ৰয়' কবিতাটিৰ বসুমতী বন্দনাৰ মন্ত্ৰধ্বনিয়ে মোৰ অন্তৰ কঁপাই তুলিছে যি মন্ত্ৰত আৱেগৰ অৰ্ঘ্য কামনা প্ৰদীপৰ দীপ্তিত জিলিকি উঠিছে ঃ

"হে মোৰ বিপুল সম্ভৱা
সময় ডাৱৰে ঢাকিব নোৱাৰা
এটি ধ্ৰুৱ তৰা হৈ
জ্বলি ৰ'বা অন্তৰৰ কক্ষপথত।"

ইয়াত অঞ্জলি বৰুৱাই জন্ম, মৃত্যু আৰু পুনৰ্জন্মৰ প্ৰশ্নৰ অৱতাৰণা কৰিছে আৰু পৰিৱৰ্তনৰ খৰস্ৰোতত ভাঁহি গৈ পুনৰ্জন্মৰ সম্ভাৱনাৰ ইঙ্গিত দিছে ঃ

"জীৱন আৰু মৰণৰ
সীমাহীন শূন্যতা
তোমাৰ বুকুৰ কেঁচা উম্ লাগি
উপচি পৰক
তুমি মোৰ শ্যামলী পৃথিৱী।"

চৰম ব্যৰ্থতা, বিফলতা, বিষাদ আৰু হতাশাই অঞ্জলিক ক্লান্ত কৰিব পৰা নাই। তাৰেই প্ৰত্যক্ষ ইঙ্গিত পাওঁ 'অনুভৱ' আৰু 'যদি তুমি' এই দুটি কবিতাত।

"তোমাৰ মনৰ বন্দী বিহঙ্গই
পাখী মেলি উৰিব
তোমাৰ মনত হয়তো তেতিয়া
ফুল ফুলিব
ৰূপালী ৰূপালী।"

এই দশকৰ আৰম্ভণিত মোৰ দেশৰ অগণন হতাশাগ্ৰস্ত, আতংকিত, প্ৰতাৰিত, প্ৰবঞ্চিত আৰু লাঞ্চিত নতুন চাম ডেকা-গাভৰুৱে, ৮০ৰ দশকৰ কিছুমান দুৰ্দান্ত দানৱে ধ্বংস কৰি থৈ যোৱা বধ্যভূমি অসমক লক্ষ্মীনাথ

বেজবৰুৱাৰ "পুৰণি পৃথিৱী ন-কৈ চাই" লোৱাৰ উদ্দীপ্ত সংকল্প লৈ নতুন উদ্যমেৰে অঞ্জলি বৰুৱাই সত্তৰৰ দশকতে "নৱজাতক"ক কোৱা কথাখিনি হৃদয়ঙ্গম কৰাৰ সময় এতিয়াও পাৰ হৈ যোৱা নাই। ধ্বংস আৰু অৱক্ষয়ৰ বিভীষিকা আঁতৰাই, অসুস্থ পৃথিৱীৰ আন্দোলনৰ অৱসান ঘটাই, লাঞ্ছিত মানৱতাৰ আতঙ্কৰ শৃঙ্খল খুলিবলৈ, আসন্ন প্ৰসৱৰ যন্ত্ৰণাত হাঁহি বিৰিঙাবলৈ নতুন চাম পূৰুষে এতিয়া দধীচিৰ অস্থি-ৱজ্ৰ নিৰ্মাণৰ কঠিন তপস্যাৰ কথা সুঁৱৰিবৰ উপযুক্ত সময় এয়ে ঃ

"মথুৰাবাসীৰ আজি সুদিন মিলিছে
দৈৱকীনন্দন হেনো
পৃথিৱীৰ পুত্ৰ হৈ আকৌ আহিব
বক্ষদগ্ধা পৃথিৱীয়ে নতজানু হৈ
প্ৰতীক্ষা কৰিছে সেই
জ্যোতিৰ্ম্ময় নৱ প্ৰভাতৰ।"

(নৱজাতক)

অঞ্জলি বৰুৱাৰ কবিতাৰ অপৰূপ কল্প-চিত্ৰবোৰ, মৌলিক উপমাবোৰ সঁচাকৈয়ে সুন্দৰ। এইখনি ছবি চকচোন ঃ

"ধূসৰ ওৰণি টানি
বিদায়ী সূৰুয
পশ্চিমৰ সাগৰত লুকাই থাকিল।"

আকৌ

"সপোনৰ মণিবোৰ
অদ্ভুত কৰুণ এক বিষণ্ণ জিজ্ঞাসা হৈ
... পৰি গ'ল ঠিক যেন
পোহৰ হেৰাই যোৱা কিছুমান জোনাকী পৰুৱা।"

হৰি বৰকাকতি যদি প্ৰেমৰ কবি, তেওঁৰ ভনীয়েক অঞ্জলি বৰুৱা, গণেশ গগৈ আৰু যতীন দুৱৰাৰ দৰে প্ৰেম আৰু বিষাদৰ কবি। আইৰিছ্ কবি টম মূৰ (TOM MOORE) আৰু যতীন দুৱৰা, পাৰ্বতীপ্ৰসাদ বৰুৱা, ভৱ প্ৰসাদ ৰাজখোৱা, ৰত্নকান্ত বৰকাকতিৰ দৰে অঞ্জলি বৰুৱাই অতীতৰ মোহ এৰিব নোৱাৰে। দীৰ্ঘ অতীতৰ সোণসনা সোঁৱৰণিয়ে ব্যাকুল কৰা অঞ্জলিৰ দৃষ্টি দিগন্তত অনাগত ভৱিষ্যতৰ নতুন পৃথিৱী "যাৰ জ্যোতিৰ বিন্দুৱে সন্ধান দিয়ে নতুন দিগন্তৰ।"

মেথিউ আৰ্নল্ড (MATTHEW ARNOLD), গণেশ গগৈ, যতীন দুৱৰাৰ দৰে অঞ্জলি বৰুৱা নিৰাশাবাদী কবি। তেওঁৰ বেছিভাগ কবিতাই ৰোমাণ্টিক সুৰীয়া বিষণ্ণ বেদনাৰে ভাৰাক্ৰান্ত। কৰুণ বিষণ্ণতাৰে ভৰা কবি অঞ্জলি

ৰৰুবা মেথিউ আৰ্নল্ডৰ (MATTHEW ARNOLD) দৰেই দুখন পৃথিৱীৰ দোমোজাত – এখন ধ্বংস হৈ গ'ল আনখন আসন্ন প্ৰসৱা। উইলিয়াম বাটলাৰ ইটছ্‌ৰ (WILLIAM BUTLER YEATS) লিখা কোনোবা এটা কবিতাত কোন কাহানিবাই পঢ়িছিলোঁ :

"I have spread my dreams
under your FEET.
Tread lightly, because
you tread on my dreams"

[মই মোৰ স্বপ্নবোৰ তোমাৰ চৰণ তলত পাৰি দিছোঁ।

তোমাৰ খোজবোৰ লাহেকৈ পেলাবা।

কিয়নো, তুমি মোৰ সপোনৰ ওপৰত খোজ পেলাইছা]

অঞ্জলিৰ "সপোনৰ মণিবোৰ", "বেলিফুলৰ সপোনবোৰ", "স্বপ্নৰ পাপৰিবোৰ" আৰু "স্বপ্নৰ সৰু ফুলবোৰ"ৰ কাৰ্পেটৰ ওপৰেদি যোৱা খোজবোৰ হ'ল লাগিব ৰাজহংসী লয়লাসৰ মন্দাক্ৰান্তা প্ৰবাহ।

অঞ্জলি ৰৰুবাৰ সপোনবোৰ বাস্তৱত পৰিণত হবলৈ কিমান দিন বাকী?

"নিষ্কলুষ সূৰুযৰ সোণালী পোহৰে
প্ৰতি ঘৰে ঘৰে
নিদ্ৰামগ্ন শিশুটিৰ নিষ্পাপ মুখত
কেতিয়া ফুটাব এটি মৃদু হাঁহি
সপোন সুন্দৰ?
অসমীৰ সেউজী আঁচল
কেতিয়া ভৰিব বাৰু
সোণালী ফুলেৰে?"
(আৱাহন)



## ফুল বৰা

| | |
|---|---|
| জন্ম - | ডিগবৈ, ১৯৩৮ |
| শিক্ষা - | গুৱাহাটী বিশ্ববিদ্যালয়ত এম. এ. (অসমীয়া) |
| কৰ্মস্থলী - | আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ মহিলা আৰু শিশু বিভাগৰ পৰিচালিকা। |
| সাহিত্যকৃতি - | দুশৰো অধিক চুটি গল্প। প্ৰকাশিত সংকলন 'সৰা শেৱালিৰ প্ৰেম' (১৯৭৮), 'প্ৰেম যুগে যুগে' (১৯৮০), প্ৰজাপতি মন (১৯৮৮), উপন্যাস - নৱজন্ম (১৯৮৭), চন্দন-সুবাস, ৰাক্ষসগণ (১৯৮৯)। এওঁৰ বহুতো গল্প হিন্দী ভাষালৈ অনূদিত হৈছে। ভ্ৰমণ কাহিনী- 'উদিত সূৰ্য্যৰ দ্বীপ আন্দামান' (১৯৮৯) |

# বিয়লিৰ ৰঙৰ জিলিকনিত ফুল বৰা

সেই আৱাহন – ৰামধেনু– প্ৰতিনিধি– নীলাচল যুগৰে পৰা আজিলৈকে অসমৰ বিভিন্ন পত্ৰ-পত্ৰিকা, আলোচনীত সদায়েই এটা পৰিচিত গল্পকাৰৰ বহুতো গল্প এতিয়ালৈকে পঢ়ি আছোঁ। তেওঁ হ'ল ফুল বৰা। সিদিনালৈকে গল্পকাৰৰ নামটো মই ছদ্মনাম বুলি ভাবি আছিলোঁ। এইজন গল্পকাৰৰ গল্প দেখিলেই পঢ়িবলৈ লোৱাৰ প্ৰথম আকৰ্ষণ আছিল গল্পকাৰৰ নামটো – যিটো মোৰেই মা-দেউতাই ঘৰত মতা নাম। মোৰ কল্পনাৰো অগোচৰ আছিল – গল্পকাৰ ফুল বৰা মোৰেই অন্তৰংগ বন্ধু প্ৰবীণ আৰু খ্যাতনামা কবি সমালোচক বিশিষ্ট জ্যোতিষী অবনীন্দ্ৰ চন্দ্ৰ বৰাৰ পত্নী।

বি. এ. পঢ়ি থকা কালতেই ফুল বৰাৰ প্ৰথম গল্পটো – 'বিলম্ব' প্ৰকাশ হৈছিল 'অসমবাণী'ত। সেয়েই আৰম্ভণি – আজিলৈকে ধৰি পঁয়ত্ৰিছ বছৰীয়া সাহিত্য সাধনাৰ ফুল বৰাৰ অৱদানৰাশিৰ। অজস্ৰ গল্পৰ উপৰিও ফুল বৰাই আমাৰ সাহিত্য-সংস্কৃতি, সমাজ-ব্যৱস্থাৰ ওপৰত অলেখ নিবন্ধ; কেইখনমান ভ্ৰমণ-কাহিনী; ডেৰকুৰিমান কবিতা, কুৰিখনমান ৰম্য-ৰচনা, শিশুৰ উপযোগী সাধুকথা আৰু জীৱনীও লিখিছে। অৱশ্যে কবি হিচাপে তেওঁৰ সৃষ্টিবোৰ শেহতীয়া।

একেবাৰেই ঘৰুৱা, সহজ-সৰল ভাষাত লিখা এওঁৰ কেইবাখনো গল্প-সংকলন ইতিমধ্যে কিতাপ আকাৰে প্ৰকাশ হৈছে ঃ 'প্ৰজাপতি মন', 'প্ৰেম যুগে যুগে', 'সৰা শেৱালিৰ সুৰভি' যথাক্ৰমে ১৯৮৮, ১৯৮০ আৰু ১৯৭৮ চনত। ১৯৮৭ চনত প্ৰকাশিত 'নৱজন্ম' তেওঁৰ প্ৰথম উপন্যাস। দুবছৰৰ পিছত ১৯৮৯ চনত 'চন্দন সুবাস' প্ৰকাশ হয়।

ওপৰত উল্লেখ কৰা সাহিত্যৰ বিভিন্ন ধাৰাত ফুল বৰাৰ অৱদান আছে যদিও, গল্পকাৰ হিচাপে তেওঁৰ কৃতিত্ব, কলা-নৈপুণ্য আৰু খ্যাতি প্ৰায় চাৰি দশকৰ। অসমীয়া ভাষাত প্ৰকাশিত গল্প-সংকলন কেইখনত – ত্ৰৈলোক্য গোস্বামীৰ সম্পাদনাৰ আৰু প্ৰকাশন পৰিষদে হোমেন বৰগোহাঞিৰ সম্পাদনাত উলিওৱা দুয়ো খণ্ডত ক'তো গল্পকাৰ হিচাপে ফুল বৰাৰ কথা উল্লেখ কৰা নেদেখি আচৰিত হৈছিলোঁ। হয়তো ফুল বৰাও ভৱ প্ৰসাদ ৰাজখোৱা, যতিনাৰায়ণ শৰ্মা, শশীকান্ত গগৈ, কালীপ্ৰসাদ বৰা, ইন্দীবৰ গগৈ, সুৰেন্দ্ৰ নাথ কটকী, দুলাল বৰপূজাৰী আদিৰ দৰেই অজান প্ৰান্তত তেওঁলোকৰ সাহিত্য প্ৰতিভাৰ সৌৰভ বিলাই মৰহি যোৱা অচিনাকি অনামিকা ফুল।

হোমেন বৰগোহাঞিৰ দ্বাৰা সম্পাদিত দ্বিতীয়খন সংকলনৰ গল্পকাৰসকলৰ সময় নিৰূপক ৰেখা ১৯৪০-৭০ৰ সময়ৰ। সূচীপত্ৰৰ ৩২ গৰাকী প্ৰসিদ্ধ

গল্পকাৰ আছে আব্দুল মালিকৰ পৰা। মাজত মামণি ৰয়চম গোস্বামী, নীলিমা শৰ্মা, নিৰুপমা তামুলী (বৰগোহাঁঞি), প্ৰবীণা শইকীয়াৰ লগত ফুল বৰাৰ নামটোও দেখা হ'লে ভাল পালোঁহেঁতেন। অৱশ্যে এয়া মোৰ ব্যক্তিগত অভিমতহে। চল্লিছ-সত্তৰৰ দশকৰ সাময়িক চৈতন্যৰ গাল্পিক ৰূপায়ণত ফুল বৰাৰ অৱদান নিশ্চয় আওকাণ কৰিব নোৱাৰি। অৱশ্যে 'ভাৰতীয় সাহিত্য সৰ্বেক্ষণ'ৰ হিন্দী সংকলনত ফুল বৰাৰ 'গতি' গল্পটো দেখি মোৰ ভাল লাগিছিল যিখন গ্ৰন্থ প্ৰকাশ হৈছিল ১৯৮০ চনত।

'প্ৰজাপতি মন'ৰ প্ৰথম গল্পটোত বৰাই মামনি ৰয়চম গোস্বামী, নীলিমা শৰ্মা আৰু নিৰুপমা বৰগোহাঁঞিৰ দৰেই নাৰী চৰিত্ৰৰ কথা কৈছে যিটো গল্পৰ আৰম্ভণিটোৱে পাঠকৰ মন তৎকালে আকৰ্ষণ কৰে :

'স্কুলৰ পৰা উভতি অহাৰ পথত পুলকেশ আৰু অনুপমাক দেখি মমতা কিছু ক্ষুণ্ণ হ'ল।" গল্পটোত বায়েক অনুপমাৰ অকাল বৈধব্য; মাক-দেউতাকে ইতিমধ্যে পুলকেশৰ লগত মমতাৰ বিয়া পতাৰ কথা স্থিৰ কৰা; মমতাক লগ ধৰিবলৈ আহি পুলকেশ অনুপমাৰ প্ৰতি আকৰ্ষিত হোৱা; বিধবা বায়েকৰ মতি-গতিৰ পৰিৱৰ্তন আৰু শেষত সকলোকে প্ৰৱঞ্চনা কৰি অনুপমা পুলকেশৰ লগত পলাই যোৱা; মমতাৰ মনত জাগি উঠা ভাব — এইবোৰৰেই সফল ৰূপায়ণ কৰিছে বৰাই অতি নিপুণতাৰে। ছয় পৃষ্ঠাতে শেষ হোৱা এই গল্পটোৰ আচৰিত আৰম্ভণি, উৎকণ্ঠাৰ অগ্ৰগতি আৰু পৰিসমাপ্তিত অনুপমা-পুলকেশৰ পলায়নৰ কথাৰ মাজেৰে ফুল বৰাই এই কথাষাৰকে প্ৰতিপন্ন কৰিছে যে উকা-সাজ আৰু সেন্দূৰ নথকা কপালখনে নাৰীৰ যৌন-আকাংক্ষাক গাপ দি বা ঢাকি ৰাখিব কেতিয়াও নোৱাৰি। এই প্ৰবৃত্তি চিৰন্তন। গল্পটোৰ কাহিনীটো আমাৰ সমাজৰে অলেখ অলিখিত বেদনাৰ মূৰ্তিমান ৰূপ, — যিবিলাক কাহিনীৰ পৰিসমাপ্তি ঘটে সাধাৰণতেই হোমেন বৰগোহাঞিৰ কোনোবা এজনী সুবালাৰ জীৱনত আঠগাঁও-লাইনত; নহলে মামণি ৰয়চম গোস্বামীৰ নীলকণ্ঠী ব্ৰজৰ হতভগীয়া ৰাধেশ্যামীহঁতৰ জীৱনৰ দৰে। অনুপমাৰ চৰম বিশ্বাসঘাতকতাৰ পিছত মমতাই হুকহুকাই কন্দাতেই যদিও, গল্পকাৰে তেওঁৰ কাহিনী শেষ কৰিছে — প্ৰকৃতাৰ্থত ফুল বৰাই সমাপ্তিৰ পিছত, তেওঁৰ পাঠকবৰ্গক চৈয়দ আব্দুল মালিক, মহিম বৰা, অতুলানন্দ গোস্বামীৰ দৰে — মমতাৰ কান্দোনৰ পিছত হোৱা অৱস্থা বা পৰিস্থিতিৰ বিষয়ে ভাবিবলৈ, কল্পনা কৰিবলৈ বাধ্য কৰাইছে — একো নকৈ। তাৰ পিছত মমতাৰ কি হ'ল? কাৰোবাৰ লগত বিয়া হ'লনে? নে অনুপমাই পিছত অনুতাপত দেইপুৰি মৰিছে? নে পুলকেশে বিধবা অনুপমাক পলুৱাই নি, নিজৰ কাম প্ৰবৃত্তি চৰিতাৰ্থৰ পিছত অনুপমাক এৰিছে? — এইদৰে প্ৰশ্ন-এবুৰি চিন্তাৰ সমলেৰে পাঠকক বিব্ৰত কৰি ফুল বৰাই গল্পৰ সামৰণি মাৰিছে। এইটো এটা অনন্য সুন্দৰ গল্প আমাৰ জীৱনৰে।

'ব্যৱধান' তেওঁৰে অন্য এটা গল্প য'ত বৰাই দেখুৱাইছে এখন গাঁৱলীয়া

ঘৰৰ ছবি। দৰিদ্ৰতাৰ সৈতে সংগ্ৰাম কৰি নগেন্দ্ৰ-ৰহিলাৰ ল'ৰা বাপুকণে মেট্ৰিকত চতুৰ্থ স্থান পাই কলেজত পঢ়া সময়ত মাজে মাজে ঘৰলৈ আহোঁতে মাক ৰহিলাই মৰমতে তাক মাছ এচকল আৰু কিবাকিবি বেছিকৈ দিয়া; একেখন মজিয়াতে বাপুকণে খাবলৈ টেবুল চকী দিয়া আৰু সৰু ভাই-ভনীকেইটাই তলত মজিয়াত খোৱা; ভাই-ভনীৰ ভাতৰ পাতত শাক-পাত মাত্ৰ দিয়া; বাপুকণক শুবলৈ দিয়া বিছনাত ঢকঢকীয়া বগা চাদৰ আৰু তেলচিকটি লগা গাৰু কেইটাত সোত-মোঁচ খোৱা লেতেৰা চাদৰ পৰা বিছনাত ভায়েক-ভনীয়েক শোৱা – এইবোৰ একেটা ঘৰৰে সৰু সৰু মনত দাগ লাগি যোৱা দৃশ্য। বাপুকণ তাৰ বিছনাৰ পৰা নামি গৈ তেল-চিকটিৰ গাৰুৰ গোন্ধ লৈ ভায়েক-ভনীয়কৰ লগত শোওঁতে সি তাৰ পৰা শেৱালিৰ সুৰভি পায়। এই দৃশ্যটোৱে মোৰ হোমেন বৰগোহাঞিৰ 'অস্তৰাগ'ৰ দিলীপৰ সৰু কালটো মনত পেলায় – যেতিয়া দিলীপে তাৰ জীৱনৰ মধ্যাহ্নত মুমূৰ্ষু দেউতাকৰ কাষত বহি তাৰ ককাদেউতাকৰ অতীতত শেতেলীৰ ফটা-কঁথাৰ উমৰ কথা সোঁৱৰে – যাৰ সোণসনা সোঁৱৰণিয়ে তাক তাৰ বৰ্তমান জীৱনৰ ধাৰাৰ মাজত প্ৰায় বিভ্ৰান্ত কৰি তোলে। ফুল বৰাই অতি ক্ষুদ্ৰ পৰিসৰতে বাপুকণৰ জীৱনৰ কেইটামান মুহূৰ্তৰ মাজেদি এই কথাকেই প্ৰতিপন্ন কৰি দেখুৱাইছে যে – শিক্ষা-দীক্ষাই ভাই-ভনীৰ মাজত কিবা প্ৰাচীৰৰ সৃষ্টি কৰিলেও সহোদৰৰ ধমনীৰ প্ৰবাহৰ আকৰ্ষণ অতি তীব্ৰ। এই গল্পটো পঢ়োঁতে মোৰ অতুলানন্দ গোস্বামীৰ 'ঢেকীশালৰ বিছনা' শীৰ্ষক গল্পটোলৈ মনত পৰিছিল। তেওঁৰ 'উপহাৰ' গল্পটোও প্ৰকৃতাৰ্থত চুটি গল্প। আকৰ্ষণীয় আৰম্ভণীৰে গল্পটো নিম্ন মধ্য-বিত্ত পৰিয়াল এটাৰ ঘৰুৱা জীৱনৰ খুটি-নাটি কথাৰে ভৰা। গল্পটোৰ সামৰণিও ব্ৰেট হাৰ্ট, নীলিমা শৰ্মা, চৈয়দ আব্দুল মালিক, অতুলানন্দ, গোস্বামী, স্নেহ দেৱীৰ গল্পৰ দৰে – পাঠকক এটা 'চাৰপ্ৰাইজ পেকেট' উপহাৰ দিয়াৰ দৰে। এয়া অ'-হেনৰীৰ গল্পৰ আকৰ্ষণৰ অন্যতম কাৰণ। 'উপহাৰ' শইকীয়া-শইকীয়ানীৰ জীৱনৰ এটা দিনৰ কথা। দিন মানে কেইটামান মুহূৰ্তৰ ব্যস্ততা, কেইটামান মুহূৰ্তৰ কল্পনা যিখিনি চূৰ্ণ-বিচূৰ্ণ হৈ যায় এখন চিঠি পোৱাৰ পাছতেই। 'উপহাৰ'ত ৰবাই ব্যৰ্থতাৰ বেদনা প্ৰতিভাত কৰা নাই – কৰিছে এটা দিনৰ পৰিকল্পনাৰ সমাপ্তি বাস্তৱতাৰ নিৰ্মম ৰূপায়ণেৰে। ইয়াত কোনো লুক-ঢাক নাই। ইয়াত আছে জীৱনৰ বাস্তৱ আলেখ্যৰ বৰ্ণনা। জীৱনৰ এনে ধৰণৰ তেনেই অকমাণি অংশ এটাক ৰবাই মাইক্ৰ'ছকপেৰে চোৱাদি চাইছে – আৰু সেই অকমানি অংশটোৱেই শইকীয়া-শইকীয়ানীৰ জীৱনৰ সম্পূৰ্ণ ছবিখন প্ৰতিফলিত কৰিছে। এনেধৰণৰ পিল এটাৰ সমান বিন্দুতেই যে বিশ্বজনীনতাৰ বীজ সোমাই থাকে আৰু থাকিব পাৰে তাৰ প্ৰয়োজনীয়তাৰ কথা গেটেই ক'ৰবাত কৈছিল যাৰ বিষয়ে আমেৰিকান সমালোচক জন কৰনাচে (John Cornos)এ 'এ ৱৰ্ল অব গ্ৰেট ষ্টৰিজ' (A World of Great Stories)ৰ পাতনিত বিস্তৃতভাৱে উল্লেখ কৰিছে।

চাৰি পৃষ্ঠীয়া 'পৰিশোধ' গল্পটোৰ পৰিসৰ অতুলানন্দ গোস্বামীৰ 'বাৎসল্য', মালিকৰ 'বাৰ খবৰ ববষুণ' অথবা 'ৰাণাজ্যোতি'ৰ 'পেটু' বা হেমচন্দ্ৰ শৰ্মাৰ 'মদাৰ ফুলৰ মালা'ৰ দৰে। উত্তৰ পশ্চিম ভাৰতৰ তিলক প্ৰথাই কেনেকৈ অদৃশ্যভাৱে এতিয়া আমাৰ অসমীয়া জন-জীৱনত সোমাই বিষ-ক্ৰিয়াৰ প্ৰভাৱ পেলাবলৈ আৰম্ভ কৰিছে তাকেই বৰাই নিঃসংকোচে কৈছে গল্পটোত।

'স্বীকৃতি' গল্পটো আমাৰ গাঁৱৰ নিখুঁত প্ৰতিচ্ছবি। পদুমফুলা গাঁওখনে, পাঠকৰ জন্ম অসমৰ যি গাঁৱতেই নহক, তেওঁ য'তেই নেথাকক – তেওঁৰ নিজৰ গাঁওখন মন-চকুৰ আগত দাঙি ধৰি তেওঁৰ অতীতৰ সোঁৱৰণিৰ সোঁতত উটুৱাই নিবই। গল্পটোৰ ভাষা আৰু বিৱৰণী মহিম বৰা, মহেন্দ্ৰ বৰঠাকুৰৰ দৰে। "গেৰ নসৰা ল'ৰা-ছোৱালী"ৰ দৰে থলুৱা কথাৰ প্ৰয়োগ ফুল বৰাৰ ভাষাৰ বৈশিষ্ট্য। গল্পৰ কন্দৰ্প বৰুৱাৰ গাঁৱত স্কুল পতাৰ উদ্যম, প্ৰস্তুতিয়ে যোৰহাটত সৰ্বানন্দ শৰ্মা, তুলসী নাৰায়ণ শৰ্মাই জগন্নাথ বৰুৱা কলেজ পাতিবলৈ লোৱা উদ্যম আৰু প্ৰস্তুতিৰ কথা মনত পেলায়। ফুল বৰাৰ কন্দৰ্প বৰুৱাই স্কুল আৰম্ভ কৰিবলৈ তেওঁৰ ঘৰৰ ভগা চকী, পুৰণা মেজ পঠোৱাৰ কথাই, জে. বি. কলেজত ঘণ্টা বজাবৰ কাৰণে সৰ্বানন্দ শৰ্মাই তেখেতৰ গোসাঁইঘৰৰ কাঁহখন দিয়াৰ কথা সোঁৱৰায়। ফুল বৰাৰ কাহিনীত অতিৰঞ্জন নাই। এয়া জীৱনৰ বাস্তৱ লিপিকা। এয়া জীৱনৰ সঁচা আবেগৰ জেতুকী জেতুকী বোল। গল্পটোত নিঃস্বাৰ্থ সেৱাৰ যে প্ৰতিদান আজিৰ ন-চহকী, নব্য শিক্ষিত সমাজে নিদিয়ে সেইটো ফুটি উঠা দেখোঁ যেতিয়া যজ্ঞেশ্বৰৰ মাকে আশা কৰা মতে স্কুলখনৰ নামকৰণ কন্দৰ্প বৰুৱাৰ নামত নহৈ চল্লিছ হেজাৰ টকীয়া দানৰ বিনিময়ত গিৰিধাৰী লালৰ স্মৃতিত হে হয়গৈ। এয়া আজিৰ সমাজ। এয়াই সত্য। এয়াই নিকৰুণ বাস্তৱ।

হেমচন্দ্ৰ শৰ্মাৰ দৰে ফুল বৰাই কেতিয়াবা হাস্য-ৰসেৰে ভৰা গল্পও লিখে। তেওঁৰ 'ভূত' গল্পটো তেনে হাস্য-ৰসৰ থুনুপাক। তাৰ আৰম্ভণিও আচম্বিত। যেন ফুল বৰাই অতি আপোনজনকহে কৈছে : –"যোৱা নিশা উত্তমৰ টোপনি নাহিল।" ভূত-প্ৰেতত বিশ্বাস কৰা বুঢ়ী আইতাৰ কোভ – তেওঁৰ পো-বোৱাৰীয়ে গুৰু-গোঁসাই নেমানে। ভূত-প্ৰেত বা কথা। আইতাৰ ৬৬ বছৰীয়া পুৰণি জীৱনৰ পৃথিৱীখনৰ নীতি-নিয়ম, গুৰু-গোঁসাই, ভূত-প্ৰেত, যকিনীৰ প্ৰভাৱ যে নতুন শিক্ষা, জীৱনধাৰাৰ পৰিবৰ্তিত সোঁতত ক্ৰমে আঁতৰ হৈ গৈছে – সেই উপলব্ধি জাজ্বল্যমান ৰূপত প্ৰকট হৈছে গল্পটোত। ফুল বৰাই পাঠকৰ মনটোক উৎকণ্ঠা, অনুসন্ধিৎসুতা আৰু আমোদৰ মাজেৰে লৈ গৈ শেষত ভেদ ভাঙি দি গল্পটোৰ সামৰণি মাৰিছে। এই গল্পটো পঢ়োঁতে মোৰ মাৰ্ক টোৱেইনৰ 'এ প্ৰিপলেছ নাইট' আৰু চৈয়দ আব্দুল মালিকৰ 'বাৰ খবৰ ববষুণ' গল্প দুটালৈ মনত পৰিছিল। ৰচনা শৈলী হেমচন্দ্ৰ শৰ্মাৰ 'যুগৰ পাচালি'ৰ দৰে। আপুনি পঢ়ি যক – আপুনি অকলে অকলে হাঁহি থাকিব। ফুল বৰাৰ গল্পকাৰ হিচাপে ইয়ো এক উল্লেখযোগ্য কৃতিত্ব। এয়া আইতাকৰ কথা :

—"দেও-ভূতত বিশ্বাস নাই। নালাগে বাখিব। ল'ৰা-ছোৱালী থকা ঘৰ। এনেয়ে নাম-গুণ অকণ মাজে মাজে গোৱাই থাকিব লাগে।"

এয়া বোৱাৰীৰ উত্তৰ :

— "নহয় মা। আমাৰ আঁঠুৱাৰ অ'ত ত'ত ফাটি এৰাইছে। মহ সোমায়। দুয়ো উঠি মহ মাৰিছিলোঁ। মতা মানুহৰ বল। এওঁৰ চাপৰি কেইটা ডাঙৰ হৈছিল হ'বলা।"

'দাগ', গল্পটোৰ আৰম্ভণিটোও সেই অতুলানন্দ গোস্বামীৰ 'পলাতক', 'বুনিয়াদ'; নীলিমা শৰ্মাৰ 'ফল্গু' 'প্ৰতিবিম্ব', গোবিন্দ প্ৰসাদ শৰ্মাৰ 'তুলতুলৰ জন্মদিনত' নিৰোদ চৌধুৰীৰ 'তেজ' আদি গল্পৰ দৰে পাঠকৰ সৈতে তাৎক্ষণিক অন্তৰংগতা সৃষ্টি কৰিব পৰা ধৰণৰ। — "হাতত আধাজ্বলা চিগাৰেটটো লৈ ৰমেন গেটখন খুলি গুজুংকৈ আলিবাটত উঠিলগৈ।"

নীলিমা শৰ্মা, ত্ৰৈলোক্য ভট্টাচাৰ্য্য, হোমেন বৰগোহাঁঞিৰ কিছুমান গল্পত প্ৰকৃতিৰ পটভূমিকাত একোটা পৰিবেশ সৃষ্টি কৰাৰ প্ৰয়াস থাকে। ফুল বৰাৰ ক্ষেত্ৰত তেনে ধৰণৰ কোনো প্ৰচেষ্টা নাই। তেওঁ খাৰাংখাচ — পোনচাটেই প্ৰথম বাক্যটোৰেই গল্প ক'বলৈ আৰম্ভ কৰে। সাধাৰণ মানুহৰ সাধাৰণ জীৱনৰ খুঁটি-নাতিৰে ভৰা জীৱন-পঁজাৰ বেৰৰ জলঙাইদি সোমাই আহে জোন-বেলিৰ পোহৰৰ ৰেখাৰ দৰে গল্পকাৰ ফুল বৰাৰ মনোজগতৰ জিলিকনিবোৰ। গল্পটোৰ কণমানি পৰিসৰতে দেখিবলৈ পাওঁ গ্ৰাম্য জীৱনৰ বিভিন্ন সময়ৰ, বিভিন্ন পৰিস্থিতিৰ নিখুঁত ৰূপায়ণ; চৰকাৰৰ দ্বাৰা বছৰি নিৰ্মাণ কৰা মথাউৰি ভগা, বানপানীৰ বিভীষিকা, বেমাৰ-আজাৰ, তথাকথিত চৰকাৰী সাহায্যৰ ভেকোভাওনা, ৰাইজৰ থকা-খুন্দা আৰু সম্প্ৰীতি, নিতৌ দিনৰ ভাগত নামঘৰত আইসকলৰ আৰু গধূলি বুঢ়া-মেথাসকলৰ নাম-প্ৰসংগ, মাহ-প্ৰসাদৰ ভাগ বিচাৰি যোৱা কণ-কণ ল'ৰা-ছোৱালীৰ খদমদম ইত্যাদি। কৈশোৰ পাৰ হৈ যৌৱনৰ দুৱাৰ দলিত ভৰি দিয়া সময়ত মাক-আইতাকহঁতৰ সতি-সন্তানৰ প্ৰতি জাগি উঠা মনোভাৱখিনি সুন্দৰকৈ প্ৰতিফলিত হৈছে যেতিয়া আইতাকে এদিন কথাৰ লাচতে ৰমলাক কয় :

"বাপধন আৰু কণবাপৰ কোঠা দুটা কলিমনেই সাৰি মচি আহিব। তই সোমাব নেলাগে ..." আকৌ যেতিয়া ফুল বৰাই লিখে :

"এইটো কৰিবি। সেইটো নকৰিবি। সেইফালে নেযাবি, কলিমনৰ লগত বৰকৈ চুপতি মাৰি নাথাকিবি।" এইবোৰ এশ এটা উপদেশে মোৰ নীলিমা শৰ্মাৰ 'অন্যসূঁতি' গল্পটো মনত পেলাই দিয়ে :

—"শুনচোন মিনু আই, সেই ঘুৰিটো কেলেই পিন্ধিছ? মেখেলা-চাদৰ-যোৰ পিন্ধচোন, কেনে শুৱনি দেখিব।" এইজনী ৰমলাকে আইতাজনীয়ে নিজৰ নাতিনী ৰিণিক দৰাঘৰীয়াই চাবলৈ আহি, ৰমলাক পছন্দ কৰি বোৱাৰী কৰি নিয়াৰ প্ৰস্তাৱ শুনাৰ পাছতেই, বুঢ়ীয়ে হিতাহিত জ্ঞান হেৰুৱাই ঈৰ্ষা আৰু ক্ৰোধত

ৰমলাৰ কুমলীয়া গালত তপত লোহাৰ দাগ দি দিছিল :

—"তই থাক মানে বিণিৰ বিয়া নহয়। বাটৰ কচু বুটলি লৈছিলোঁ মই।" এই বাক্যটোৰেই গল্পটোৰ আৰম্ভণিৰ সাদৰী আইতাজনীৰ আচল চৰিত্ৰ উদঙাই দিছে। ঋকবেদৰ কোনোবা এটা সূক্তত কোৱা কথা এটা এই প্ৰসংগত উল্লেখনীয়. : নাৰীৰ হিংস্ৰ স্বভাৱ কুকুৰনেচীয়া বাঘতকৈও ভয়ংকৰ।

ফুল বৰাই 'দাগ'ত তাৰেই সফল ৰূপায়ণ কৰিছে অতি নিপুণতাৰে।

হোমেন বৰগোহাঁঞি, মামণি ৰয়চম গোস্বামী অথবা টমাচ হাৰ্দিৰ দৰেই ফুল বৰাই দৈৱ বা ভাগ্যৰ ওপৰত বিশ্বাস কৰে। ভাগ্যৰ বলতেই সেই গালত তপত শলাৰ দাগ ল'ব লগা হোৱা ৰমলাৰ বিয়া হয় ৰমেনৰ লগত, যি পিছত এজন ডাঙৰ অফিছাৰ হয়গৈ। আংগিকৰ ফালৰ পৰা ফুল বৰাই গল্পটো বুঢ়ীয়ে ৰমলাৰ গালত তপত লোহাৰ দাগ দিয়াতেই শেষ কৰা হ'লে — চেতনাস্ৰোত পদ্ধতিত গল্পটোৰ শীৰ্ষ বিন্দু তাতেই থোৱা হ'লে — গল্পটোৰ কাহিনীৰ আকৰ্ষণ আৰু বেছি হ'লহেঁতেন — সৌন্দৰ্য্য অক্ষুণ্ণ হৈয়ো থাকিলেহেঁতেন।

'তাবিজ' গল্পটোৱে আমাৰ সমাজৰ সকলো স্তৰতে বৰ্তি থকা তাবিজৰ দৈনিক ক্ৰিয়া-কলাপ, জৰা-ফুকা মন্ত্ৰ আদিৰ প্ৰতি থকা অন্ধ আনুগত্যৰ দিশ ফুটাই তুলিছে।

'ফোঁট' গল্পটো পঢ়োঁতে ৰামধেনু যুগতে সেই কোন কাহানিয়ে পঢ়া ক্ষীৰোদ শইকীয়াৰ 'বৰষুণ' শীৰ্ষক গল্পটোৰ নায়ক-নায়িকা কাবেৰী-সৌবীৰৰ যুগ্ম জীৱনত আউল লগোৱা চিগাৰেটৰ জুয়ে পুৰি কাপোৰ এখনত কৰা ফুটা এটাৰ কথা মনত পৰিছিল। সেই গল্পটোত চাদৰৰ ফুটাটোৱে বহুতো পুৰণি বেদনাৰ কথা কয়। ক্ষীৰোদ শইকীয়াৰ 'বৰষুণে' পাঠকৰ মনটো বিষণ্ণ বেদনাৰে ভৰাই তোলে। তাৰ বিপৰীতে ফুল বৰাৰ 'ফোঁটে' কিন্তু সামৰণিত পাঠকক যথেষ্ট আমোদৰ খোৰাক যোগায় — শীৰ্ষ বিন্দুলৈ উৎকণ্ঠাৰ পথেদি লৈ গৈ।

'প্ৰত্যাৱৰ্তন' গল্পটোত বৰাই আজিৰ উচ্চ-শিক্ষিত তথাকথিত সম্ভ্ৰান্ত লোকে পদ মৰ্য্যাদা, পদোন্নতিৰ লোভত কেনেকৈ নিজৰ বিবাহিতা স্ত্ৰীকো ওপৰৱালা বিষয়াৰ যৌন ক্ষুধা তৃপ্তিৰ কাৰণে আগবঢ়াবলৈকো কুণ্ঠাবোধ নকৰে — তেনে এটা পৰিয়ালৰ কথা কৈছে। ফুল বৰাৰ নয়ন বৰুৱা যেন কামাখ্যা সভাপণ্ডিতৰ 'পতি দেৱতা'ৰ যুৱৰাজৰ অন্য এটা সংস্কৰণ। গল্পটোত কমলাৰ মহীয়সী চৰিত্ৰৰ ৰূপায়ণ ঘটা দেখোঁ যেতিয়া তেওঁ তেওঁৰ স্বামীৰ ওপৰৱালা বিষয়াৰ মুখলৈ ছেপেৰে দলিয়াই দম্ভ-দীপ্ত পদক্ষেপেৰে স্বামীৰ ঘৰলৈ আহি, পিছত সেই পদোন্নতি বিচৰা কুলাংগাৰক তিনিওটা সন্তানৰে সৈতে এৰি দেউতাকৰ ওচৰলৈ আহি, স্কুল মাষ্টৰণীৰ সৰু চাকৰি এটা যোগাৰ কৰি লৈ ল'ৰা-ছোৱালী কেইটাক ডাঙৰ দীঘল কৰে। নিজৰ ভুল বুজিব পাৰি অনুতাপত দগ্ধ হৈ নয়ন বৰুৱা যেতিয়া দামী মটৰ গাড়ীৰে কমলাৰ ঘৰত উপস্থিত হয় — কমলাক ঘূৰাই নিবলৈ, দৃঢ়মনা কমলাই নয়ন বৰুৱাৰ ঐশ্বৰ্য্য, বিভূতি প্ৰত্যাখ্যান

কবি বৰ·াক ঘূৰি যাবলৈ কয় – তেতিয়াই গল্পৰ যৱনিকা পৰে। এই গল্পৰ সন্দৰ্ভত 'দি চৰ্ট ষ্টৰী' (The short story) শীৰ্ষক নিবন্ধত বাৰী পেইনে (Barry Pain) কোৱা কথাখিনিৰ উল্লেখ অপ্ৰাসংগিক নহ'ব। পেইনে কৈছিল – উপন্যাসকাৰে পাঠকক বহুতো দিয়ে – পাঠকৰ পৰা যি বিচাৰে সি নগণ্য। গল্পৰ ক্ষেত্ৰত লেখকে কম দি, পাঠকৰ পৰা বহুতো কিবাকিবি বিচাৰে। উপন্যাসত পাঠকৰ মনটো এখন বিস্তীৰ্ণ ক্ষেত্ৰত বিচৰণ কৰিব পাৰে আৰু তেওঁ সেই বিস্তীৰ্ণ ক্ষেত্ৰৰ পৰিবেষ্টনীতেই আবদ্ধ হৈ থাকে। তেওঁ তাতেই সুখী। পঢ়িছিল। পঢ়োঁতে যি বিচাৰিছিল তাকেই পাইছিল বা পায়। কিন্তু গল্পকাৰে তেওঁৰ গল্পৰ সামৰণিৰে পাঠকৰ মনোজগতৰ দুৱাৰখন খুলি দিয়ে। এই সন্দৰ্ভত অতুলানন্দ গোস্বামী, চৈয়দ আব্দুল মালিক, মহিম বৰা বা কনৰাড (Conrad)ৰ দৰেই ফুল বৰাই তেওঁৰ গল্পৰ সামৰণিৰ পিছৰ কথাবোৰ, সম্ভাব্য ফলাফল বা প্ৰতিক্ৰিয়াৰ কথাবোৰ ভাবিবলৈ পাঠকক বাধ্য কৰায়। অতুলানন্দ গোস্বামীৰ 'ভুলে-ভটকে শিবিৰ'ৰ কিষাণ সংগমৰ পৰা বুঢ়ী মাকক এৰি থৈ অহাৰ পিছত কি হয়; চৈয়দ আব্দুল মালিকৰ 'কাঠফুলা'ত বেদানাই মমতাজ মিস্ত্ৰীক এৰি আহচান ডাক্তৰৰ পত্নী হ'বলৈ যোৱাত কি হয়; 'মৰমৰ দাগ'ত চৈচন মাষ্টৰণী গুচি যোৱাৰ পাছত মালভোগ পইণ্টমেনৰ কি হয়; কনৰাডৰ গল্পৰ জেকবাচৰ জীয়েকৰ কাহিনীত সময় আৰু দৃশ্যাৱলীৰ সীমাবদ্ধতা অতিক্ৰম কৰোৱাই লেখকে পাঠকক পাঠকৰেই কল্পনাৰ জগতখনলৈ টানি লৈ যায়। লেখকৰ কৃতিত্ব তাতেই। 'প্ৰত্যাৱৰ্তন'ত ফুল বৰাৰ সাফল্যও তাতেই।

'লখিমী' গল্পটোত বন কৰা ছোৱালীজনীৰ মালিকৰ ঘৰত থকা অৱস্থাৰ বৰ্ণনা কৰোঁতে ফুল বৰাই ইংগিতময়তাৰ আশ্ৰয় লৈ পাঠকক ভাবিবলৈ বাধ্য কৰাইছে; তাইৰ কি গতি হ'ব সেইখন ঘৰত? ঘৰৰ মালিকৰ তাইৰ প্ৰতি কিবা আকৰ্ষণ আছেনে? মালিকে জানো তাইক বিয়া কৰাব? আৰু যদি নকৰে? তাই যদি কামাতুৰ মালিকৰ পৰা অবৈধ সন্তানৰ মাতৃত্ব পায়? দহ বছৰতে বাপেক মৰা, মদ-ভাং-জুৱাত প্ৰায় সৰ্বস্বান্ত হোৱা বুঢ়ীৰ পুতেকৰ মতি-গতিৰ পৰিৱৰ্তনৰ কাৰণ পখিলাইনে কি? গল্পটোৰ শেষ বাক্য –"তাইৰ বাৰু এইখন ঘৰলৈ উভতি অহাৰ বাট বন্ধ হ'ল নেকি?" – তাৰ উত্তৰ বিচাৰিবলৈ ফুল বৰাই তেওঁৰ পাঠককহে কৈছে। কাহিনীৰ সামৰণিৰ দায়িত্ব পাঠকৰ। এয়া কৃতী গল্পকাৰৰ দক্ষতাৰ ধুনীয়া চানেকি।

'নিৰ্গনি' গল্পটো আমাৰ মধ্য-বিত্ত পৰিয়াল এটাৰ কথা – যিটো পৰিয়ালৰ মূল মানুহজন সাহিত্য অনুৰাগী জাতীয়; পঢ়া-শুনাতে ব্যস্ত থাকে। প্ৰায়বিলাক পত্ৰ-পত্ৰিকা আলোচনী অন্যান্য বহুমূলীয়া কিতাপৰ লগতে আটোম-টোকাৰিকৈ ৰখা মানুহ। নায়ক পূৰ্ণানন্দ বৰদলৈৰ কিতাপ-পত্ৰ, কাগজ আদিৰ প্ৰতি যি মোহ – তেওঁ যেনেকৈ কিতাপ-পত্ৰ ৰাখে – ঠাকে-ঠাকে, বিধে-বিধে – পঢ়ি যাওঁতে মই ভাবিছিলোঁ – এইজন পূৰ্ণানন্দ বৰদলৈ আন কোনো নহয়; নাম-ধাম, পোছাক-

পাতি অলপ বদলাই ফুল বৰাই তেওঁৰেই অধ্যয়নশীল কবি-সমালোচক জ্যোতিষী স্বামী প্ৰথিতযশী অৱনীন্দ্ৰ চন্দ্ৰ বৰাকে যেন ৰূপায়িত কৰিছে। মই জনাত অসমত পঞ্চাছৰ দশকৰ পিছত দুজন অধ্যয়ন পিপাসু সাহিত্যানুৰাগী আছিল। এজন নন্দ তালুকদাৰ। তেওঁ গ'লগৈ। আনজন অৱনীন্দ্ৰ চন্দ্ৰ বৰা। 'নিগনি'ৰ পূৰ্ণানন্দ বৰদলৈক সোধক – অমুক বছৰৰ জয়ন্তী, তমুক বছৰৰ আৱাহনত, অমুক লিখকৰ তমুক লিখনিটো ওলাইছিল। আপোনাক লাগে। দিব পাৰিবনে ঃ পূৰ্ণানন্দ বৰদলৈ অৰ্থাৎ অৱনীন্দ্ৰ চন্দ্ৰ বৰাই আপোনাক নিৰাশ নকৰে। তেওঁৰ শৃংখলাবদ্ধভাৱে ৰখা কিতাপ কাগজৰ মাজৰ পৰা আপুনি বিচৰা কবিতাই হওক বা গল্পই হওক উলিয়াই দিবই। আজিৰ ন-চহকীয়ে আৰু নতুন প্ৰজন্মই বিলাসী প্ৰাসাদৰ অতি আধুনিক সাজ-সজ্জাৰ ড্ৰইংৰূমত কোনোবা নামী শিল্পীৰ দামী তৈল-চিত্ৰ বা সুন্দৰকৈ বন্ধোৱা চেটৰ বহুতো কিতাপৰ আলমাৰিত সজাই ৰাখে। পঢ়িবলৈ নহয়। নিজৰ তথাকথিত সুৰুচি আৰু বিত্তীয় সাফল্যৰ বিজ্ঞাপন স্বৰূপে। কিতাপৰ লগত আজিৰ ডাইনিং ৰূমৰ এলাইবাদু শৰাই, বঁটা, বানবাতি, লোটা, ঘটি, জাপি দুটামানো দেখিবলৈ পাব। কিতাপবোৰ দামী আৰু ধুনীয়াকৈ পকাবন্ধা কাৰণেহে কিনে – পঢ়িবলৈ নহয়। তেনে ঘৰৰ গৃহস্থ-গৃহস্থনী, ল'ৰা-ছোৱালীৰ কাৰণে সেইবোৰ লোটা-ঘটি, শৰাই, বানবাতিৰ লগৰ ড্ৰইংৰূমৰ বস্তুহে।

পূৰ্ণানন্দ বৰদলৈৰ 'নিগনি-বধ' যজ্ঞত অৰিহণা যোগাবলৈ পুতেকহঁতৰ অনীহা। সহায় কৰিবলৈ আগবাঢ়ি আহিল জীয়েক। আশী টকা কিলোৰ বৌ মাছ আনি তাত প্ৰয়োগ কৰা হ'ল নিগনি মৰা দৰৱ আৰু তাৰ সংস্থাপন হ'ল বৰদলৈৰ কিতাপ কাগজৰ ৰেকে ৰেকে। নাই – বৰদলৈৰ টোপনি নাহে। আহে ক'ৰ পৰা? দুয়ো কাণ থিয় কৰি বৰদলৈয়ে আশা কৰি আছে বিহ লগোৱা মাছ খাই মৃত্যুৰ দুৱাৰ দলিৰ পৰা পৃথিৱীৰ পৰা নশ্বৰ নিগনি শৰীৰ এৰিব খোজা শ শ নিগনিৰ অন্তিম আৰ্তনাদ। চিঁচিয়নি নাই। ধৰফৰণি নাই। পিন দ্ৰপ চাইলেন্স। পূৰ্ণানন্দ বৰদলৈৰ ৰ'বৰ সময় নাই। মাজৰাতিয়েই উঠি ৰেকৰ পৰা ধুমধাম কিতাপ তললৈ পেলাইছে – নিগনি কুলৰ মৃতদেহ বিচাৰি। ঘৈণীয়েক, পুতেক -জীয়েক উঠি দেখে হাতত কিবা এটা লৈ বৰদলৈ বিছনাত। বৰদলৈয়নীয়ে গিৰীয়েকৰ কিবা অসুখ বুলি ওচৰলৈ গৈ সোধে – 'কি হ'ল হয়নে? অত হাক দিলে ল'ৰাই। নুশুনিলে।'

বৰদলৈয়ে বিছনাখনত ওলোটাকৈ পৰি থকা ফটোখন হাতত তুলি ল'লে। বৰদলৈয়নীৰো গাটো কিহবাই জোকাৰি থৈ যোৱা যেন লাগিল। ফটোখন নিজৰ হাতলৈ আনি একেথৰে চাই ৰ'ল মানুহজনীয়ে। ফটোখন নিগনিয়ে কুটি কুটি দুয়োৰো মুৰৰ ফালে নোহোৱা কৰি থৈছে। বচ – এয়াই সমাপ্তি। এই গল্পটোৰ পঢ়োঁতে মোৰ মাৰ্ক টোৱেইনৰ 'দি স্লিপলেছ্ নাইট' গল্পটোৰ অভাৱনীয় হাস্যৰসখিনিৰ কথা মনত পৰিছিল – যি ৰসৰ উদ্ৰেক কৰাত ফুল বৰাই টোৱেইনৰ দৰেই সফলতা লাভ কৰিছে তেওঁৰ 'নিগনি' গল্পত।

'বিৰিখৰ ছাঁ' গল্পটোত আমাৰ সামাজিক জীৱনৰ এটা দিশ প্ৰতিভাত হৈছে ভৃগু পণ্ডিতৰ দম্ভদীপ্ত সত্যনিষ্ঠা আৰু কণমইনাৰ দৰে দৰিদ্ৰতাৰ লগত যুঁজি ওখ খাপৰ অফিছাৰ হোৱা ব্যক্তিৰ প্ৰতিভাৰ গৌৰৱ দীপ্তিত। কণমইনাই মেট্ৰিক পৰীক্ষা দিবৰ সময়ত টকাৰ নাটনি হোৱাত ভৃগু পণ্ডিতে যিজন মানুহৰ পৰা টকা দুশও ধাৰলৈ নেপাইছিল – যিজন মানুহে ভৃগু পণ্ডিতৰ দৰিদ্ৰতাৰ কাৰণে 'বহ' বুলিও এবাৰ নকৈছিল – সেইজন মানুহেই তেওঁৰ জীয়েকক অফিছাৰ কণমইনাক দিব খোজা প্ৰস্তাৱ শুনি ভৃগু পণ্ডিতৰ খঙে মূৰৰ চুলি পোৱাত কয় :

—'নেলাগে। জাতে-পাতে মিলাৰ কোনো দৰ্কাৰ নাই। কণমইনা পঢ়ি-শুনি হাকিম হৈছে। জ্ঞানী-বুদ্ধিমান মানুহৰ জাত একেটাই। লাগিলে সি নীহকুলৰ পৰাই আহক ... দেশে জানক, এই ভৃগু পণ্ডিতে হাকিম পুতেকলৈ নীহকুলীয়া ছোৱালী আনিব খুজিছে। মানুহক মানুহ যেন জ্ঞান নকৰা অধৰ্মীহঁতৰ লগত মই মিতিৰ নেপাতোঁ।'

পণ্ডিতৰ সেই উক্তিৰ পিছত ফুল বৰাই গল্পৰ সামৰণি পেলাইছে – আজিৰ যুগত অবিশ্বাস্যভাৱে কণমইনাই পিতৃক কোৱা শ্ৰদ্ধাসূচক কথা দুষাৰিৰে :

'বিয়া-বাৰুৰ কথা ভাবিব নেলাগে। ময়ো নেভাবোঁ। তহঁতৰ অমতে নেযাওঁ।'

কণমইনাৰ সেই মুহূৰ্তৰ অকস্মাতে লোৱা সিদ্ধান্ত হয়তো, অন্য এক পৰিস্থিতি বা পৰিবেশত আন কিবাহে হ'লগৈহেতেন। এনেবোৰ চৰিত্ৰই চেকভৰ গল্পৰ মুহূৰ্তৰ ব্যক্তি বা খন্তেকৰ মানুহ – যিবিলাকৰ একো একোটা সিদ্ধান্ত বিশেষ একোটা সুযোগ, পৰিস্থিতি যাক অন্য ভাষাত ভাগ্য বা দৈব বুলিব পাৰি – তাৰ ওপৰত নিৰ্ভৰ কৰে। ফুল বৰাৰ 'বিৰিখৰ ছাঁ'ই আজিৰ শিক্ষাই বিব্ৰত কৰা নতুন প্ৰজন্মৰ মাজতো যে হোমেন বৰগোহাঁঞিৰ 'অস্তৰাগ'ৰ দিলীপতকৈও বেছি শক্তিমান ব্যক্তিত্বৰ পুৰুষ থাকিব পাৰে – তাক প্ৰতিফলিত কৰিছে। সংখ্যা নগণ্য হ'ব পাৰে। কিন্তু এতিয়াও শূন্য হৈ যোৱা নাই।

'নীলকণ্ঠ' শীৰ্ষক গল্পটোও সেই দৰেই আমাৰ গাঁৱলীয়া জীৱনৰে কথা, কাকতি পৰিয়ালৰ কথা। কাকতিয়ে নিজৰ ল'ৰা-ছোৱালীক শিক্ষা-দীক্ষা দি নিজে নিজৰ বাট ল'বলৈ, সা-সম্পত্তি ঘটিবলৈ ক'লে। তেওঁৰ ব্যক্তিত্বৰ আকৰ্ষণীয় দিশটো হ'ল তেওঁৰ কৰুণ উপলব্ধি – য'ত তেওঁ পায় যে পৈতৃক সম্পত্তিয়ে ককাই-ভাইৰ মাজত কন্দলহে সৃষ্টি কৰে। সেই কাৰণেই তেওঁ কয় :

– "তহঁতে নিজে নিজৰ প্ৰয়োজনীয় মাটি-বাৰী কৰি ল'বি। বাপেৰৰ সা-সম্পত্তিৰে তহঁত কেইটাৰ কাজিয়াৰ বাহ হ'ব।"

কি নিকৰুণ সত্য। আমাৰ আজিৰ ৰাজনীতিৰ ধুৰন্ধৰসকল মাত্ৰ সীমাহীন অৰ্থ-সম্পত্তি আহৰণত ব্যস্ত। কিন্তু খন্তেকৰ বাবেও যদি তেওঁলোকে কাকতিৰ দৰে নিজৰ পো-বোৱাৰীৰ ভৱিষ্যতৰ বাবে ভাবিলেহেঁতেন, তেতিয়া হ'লে আমাৰ

সামাজিক ৰাজনৈতিক জীৱন এতিয়াৰ দৰে পংকিল কেতিয়াও নহ'লহেঁতেন। নিজৰ পো-বোৱাৰীৰ লগতে ভাগিনীয়েক নীলকণ্ঠক লালন-পালন কৰি ৰখা; বাল-বিধৱা কাঞ্চনমতীৰ ল'ৰাটোক পঢ়ুৱাই হাকিম কৰা, নিজৰ সম্পত্তি, ঘৰ-বাৰী মইনা পাৰিজাতক দান দিয়া – এনেধৰণৰ গুণবিশিষ্ট লোক আজিৰ যুগত দৰবত দিবলৈও নাই। তেওঁলোক অচল মুদ্ৰা। ফুল বৰাই এই গল্পটোত এইটোকে প্ৰতিপন্ন কৰি দেখুৱাইছে অতি নিপুণতাৰে যে মুদ্ৰা অচল হৈ যোৱা মানে একেবাৰে নোহোৱা নহয়। ইয়াতো শূন্য নাই।

'বাণপ্ৰস্থ' গল্পটোৰ আৰম্ভণি ফুল বৰাই প্ৰথম পেৰাগ্ৰাফটো চৈয়দ আব্দুল মালিকৰ 'সংবাদ' গল্পটোৰ এয়াৰ ইণ্ডিয়া ইণ্টাৰনেছনেলৰ দুৰ্ঘটনাৰ কথা ক'বলৈ গৈ আৰম্ভ কৰাৰ দৰে কৰিছে ঃ – "এটা মুহূৰ্তৰ ভিতৰত বহুত কিবাকিবি ঘটিব পাৰে। এটা সুপ্ত আগ্নেয়গিৰিৰ উদগীৰণ হ'ব পাৰে। এটা প্ৰচণ্ড ভূঁইকঁপে তলৰ মাটি ওপৰ কৰিব পাৰে। আই বসুমতীৰ বুকু ফালি চিৰাচিৰ কৰিব পাৰে। শৈলশিখৰ খহি পৰিব পাৰে। ..." (বাণপ্ৰস্থ) এয়া 'সংবাদ'ত চৈয়দ আব্দুল মালিক ঃ

– "চান্দাদৰ স্বৰ্গ মাটিৰ তলত পোত গ'ল। ৰাৱণৰ স্বৰ্ণ লংকাৰ সোণ নাই, মাটি আছে।"

এনেধৰণৰ গল্পৰ আৰম্ভণিতেই, হয়তো প্ৰথম বাক্যতেই কাহিনীৰ বীজ নিহিত হৈ থাকে। ফুল বৰাই গল্পটোত নলিনী আইতাৰ এষাৰ কথাৰেই আইতা যে ন-কইনা চাবলৈ আহিছিল আওপকীয়াকৈ উল্লেখ কৰিছে। –"নলিনী আইতাই কথা কৈ থকাৰ মাজতে কণল'ৰাই নতুন কইনাজনী লৈ গপ্‌গপাই ওলাই গৈ গাড়ীত বহিলহৈ।"

কণল'ৰাৰ মাক স্তম্ভিত। এনে পৰিস্থিতিত নলিনী আইতাই অপমান অৱজ্ঞাখিনি নিজৰ মনতে থৈ কণল'ৰাৰ মাকৰ পৰা বিদায় লয় ঃ

–"হক হক। এইখন ঘৰৰ চাবি চুক সোনকালে চিনি নেপায় ন-ছোৱালীয়ে। চিনাই বুজাই লবা। ভাল হ'ব। কৃষ্ণ কৃষ্ণ।"

নতুন প্ৰজন্মৰ নতুন পুৰুষ কণল'ৰাই নিজৰ মাকক ন-কইনা চাবলৈ অহা গাঁৱৰে নলিনী আইতাক চাহ অকমান ন-ছোৱালীক দিবলৈ কওঁতে কয় ঃ

–"তোমালোকৰ কাম নাই আৰু। মানুহ আহিল বুলিয়ে পাকে পতি মাতি নি সেৱা কৰোৱা, চাহ-জলপান দিয়া। বোৱাৰী হ'ল বুলিয়ে, এইদৰে ভৰিত পৰি ফুৰিব লাগিবনে?"

ঠিক যেন পৰাণ বৰবৰুৱা প্ৰযোজিত লীলা গগৈৰ 'বৃকোদৰ বৰুৱাৰ বিয়া'ত ন-কইনাই শহুৰেক শৈল বৰুৱাক তামোলৰ বটাটো নে চাহকণ দিয়েই সেৱা সংকাৰ নকৰাকৈ ভিতৰলৈ গুচি যোৱা দৃশ্য এটাৰ দৰে পৰিস্থিতি। গল্পটোৰ সামৰণিত গৰ্ভত ধাৰণ কৰি, লালন-পালন কৰা উত্তৰ-পুৰুষ কণল'ৰাৰ হুটামাত শুনি মাকে নিজৰ মনতে নিজকেই কয় ঃ

—"ক'ৰবাত তীৰ্থ-চীৰ্থ কৰিবলৈ যাব পৰা হ'লে।" এয়াই আমাৰ অতীতৰ বাণপ্ৰস্থ। এয়া প্ৰতীচ্যৰ বৃদ্ধৰ কাৰণে ৰখা দৰিদ্ৰ-ভৱন – 'পুৱৰ হাউচ' – যি কথাটোকেই অতি নিপুণতাৰে ৰূপায়ণ কৰা দেখোঁ স্কটলেণ্ডৰ প্ৰখ্যাত গল্পকাৰ মৰ্লি জেমিছন (Morley Jamieson)ৰ 'দি অল্ড ৱাইফ' (The old wife) শীৰ্ষক গল্পত।

'বিনোদ চৌধুৰী সোঁৱৰণি পুথি ভঁৰাল' গল্পত ফুল বৰাই আমাৰ সমাজত আদিম কালৰে পৰা বঞ্চিত কৰি অহা কন্যাসন্তানৰ অধিকাৰৰ কথা মাধুৰীৰ মুখেৰে ব্যক্ত কৰি সমাজৰ কৰ্ণধাৰসকলক ভাবিবলৈ বাধ্য কৰাইছে – ইয়াৰ প্ৰতিকাৰ কি ঃ

—"সুধীবৃন্দ ... কিছুমান অধিকাৰ মই পাবলৈ বিচাৰিছিলোঁ, যদিও মই কন্যা সন্তান। এইবোৰ অধিকাৰ ছোৱালীবিলাকক দিয়া নহয়। ঘৰখনৰ পৰা ওলাই আহিল বুলিয়ে চিৰদিনৰ বাবে সেইখন ঘৰত তাইৰ প্ৰাপ্য দাবী বা অধিকাৰ হেৰাই যাব নালাগে ..."

'চণ্ডিকা আইতাৰ সাহিত্য সভালৈ যাত্ৰা' গল্পটো এতিয়াৰ মেলামুখী সাহিত্য সভা এখনৰ বাৰ্ষিক অধিবেশনৰ হুবহু ডকুমেণ্টৰী – যিখনত লাখ লাখ মানুহৰ সমাবেশ হয় আমাৰ মানুহৰ সহজাত অনুভূতি প্ৰৱণ মনটোৰ কাৰণে। শতকৰা নৱৈজন দৰ্শকে বুজি নাপায় সাহিত্য সভাখননো কি আৰু কিহৰ কাৰণে। কৰ্মকৰ্তাসকল ব্যস্ত – বিষয়বাবৰ খোৱা-কামোৰা কৰি–সভাপতিৰ প্ৰছেছন – নিৰ্দিষ্ট অতিথিৰ আগমন – বিশেষ সম্মানিত ৰাজনৈতিক নেতাৰ অভ্যৰ্থনা আৰু তেওঁৰ দ্বাৰা কোনোবাই লিখি দিয়া তথাকথিত ভাষণৰ পাঠ। কবি সন্মিলন হয় – য'ত কবিজনৰ বাহিৰে আন কোনেও তেওঁ কি গাইছে নুশুনে। নুবুজেও। মনোহাৰী দোকান, চকৰী, সভাপতি যোৱা হাতী চোৱা, চাহ-মিঠাই, ভাত-মাংস-পৰঠাৰ দোকানত দৰ্শকৰ ভিৰ। দা-কটাৰী, পাচি-খৰাহীৰ দোকান, ফিল্ম ষ্টাৰৰ ডাঙৰ ডাঙৰ ছবি, হৰেক ৰকমৰ ৰঙা-নীলা বেলুনৰ বাহাৰৰ সমাবেশেই আজিৰ অসম সাহিত্য সভাৰ ৰূপ। এয়া ফুল বৰাৰ নিষ্ঠুৰ ব্যৱচ্ছেদ।

তেওঁৰ 'বিদেশী আত্মাৰ উচুপনি'ৰ আৰম্ভণিও আচৰিত ঃ

"পদূলিমুখত গাড়ী এখন ৰ'লহি ..." এই গল্পটোত বৰাই তেওঁৰ বন্ধু অৰূপাক বহুত বছৰৰ মূৰত তেওঁৰ স্বামীৰে সৈতে তেওঁৰ ঘৰলৈ আহোঁতে চিনি নোপোৱাৰ কথা কৈছে। বিনন্দ চলিহা আৰু অৰূপাৰ ল'ৰা প্ৰাঞ্জলক দেখি, ফুল বৰাই প্ৰাঞ্জলৰ কথা-বতৰা, চেহেৰা, চাল-চলনত তেওঁৰ বন্ধুৰ পূৰ্বৰ প্ৰেমিক প্ৰবীৰক দেখা যেন অনুভৱ কৰে। বৰাই মনে মনে ভাবি আচৰিত হয় – কেনেকৈ ত্ৰিছ বছৰৰ পিছত সেই তেতিয়াৰ ডেকা-প্ৰেমিক প্ৰবীৰ ওলায়হি অৰূপাৰ লগত। চলিহা-অৰূপাৰ বৈৱাহিক জীৱন সুখৰেই আছিল। প্ৰাঞ্জলৰ জন্মৰ আগতেই মৃত প্ৰবীৰক অৰূপাই স্বপ্নত দেখোতে প্ৰবীৰে অৰূপাক

সপোনতে কৈছিল :

"মই তোমাৰ ওচৰলৈকে আহিম।" সেই সপোন দেখা সময়ত অৰূপা সন্তান-সম্ভৱা আছিল। গল্পটোৰ সামৰণিত প্ৰাঞ্জল-প্ৰবীৰৰ সাদৃশ্যৰ কথা ফুল বৰাই এনেদৰে কৈছে :

"কিতাপত পঢ়িছোঁ – বিদেহী আত্মাৰ অপূৰ্ণ কামনা-বাসনা বৈ গ'লে আকৌ দেহ ধাৰণ কৰে। সন্তান সম্ভৱা অৱস্থাত মনৰ মাজত কিহবাই সুগভীৰ সাঁচ বহুৱালে সন্তানৰ ওপৰত তাৰ প্ৰভাৱ পৰে ..."

আমাৰ পুৰাণ-মহাভাৰতৰ বহুতো কাহিনীত কাৰোবাৰ তপস্যাত কোনোবা দেৱতাই কাৰোবাৰ গৰ্ভত থিতাপি লৈ জন্ম গ্ৰহণ কৰে। মহাভাৰতৰ ধৃতৰাষ্ট্ৰ জন্মান্ধ হোৱাৰ কাৰণ আছিল – 'বেদব্যাসৰ ৰমণ কালৰ ভয়ংকৰ মূৰ্তি দেখি অম্বিকাই দুচকু মুদি হাতেৰে ঢাকি ধৰা।

তেওঁৰ 'অৱসৰৰ পিছত', 'খোপনি', 'বিয়লিৰ ৰং' এই গল্পকেইটা অৱসৰ লোৱা মানুহৰ বিষয়ে লিখা। প্ৰথম গল্পটোত অৱসৰৰ পিছত স্বাস্থ্যবান, কৰ্মঠ পুৰুষৰ জীৱনত সচৰাচৰ যি ঘটে তাৰে প্ৰতিফলন দেখোঁ। আৰম্ভণিটোৱেই আকৰ্ষণীয় :

– "পুৱাৰ ভাগতে বেজবৰুৱাৰ ঘৰত থিয় যুঁজ এখন লাগিল।"

সৰু পুতেক পুলিন ৮ বজালৈকে শুই থকা – ব্ৰহ্ম পুৱাতে উঠি ইটো সিটো লাংলিং কাম কৰি ফুৰা দেউতাকৰ ধমকি – বেজবৰুৱানীৰ প্ৰতিবাদ। যুদ্ধৰ কাৰণ এয়েই। বেজবৰুৱা খাৰাংখাচ মানুহ। তেওঁৰ চৰিত্ৰায়ণত ফুল বৰাই হাস্যৰসৰ সৃষ্টি কৰিছে। এয়া চক, ভাবী শহুৰ বেজবৰুৱাই ভাবী জোঁৱাই উচ্চ পদস্থ চৰকাৰী বিষয়াক কৰা প্ৰশ্নৰ নমুনা :

– "নাম কি তোমাৰ?"

– "কালিদাস।"

– "হেঃ হেঃ, কালিদাস কোন ৰজাৰ সভাকবি আছিল ক'ব পাৰানে?"

এইজন বেজবৰুৱা পুৱাৰ বেলা বেজবৰুৱানীৰ লগত খকা-খুন্দা লাগি ঘৰৰ পৰা ওলাই যায় ৰুদ্ৰমূৰ্ত্তি ধৰি। দুপৰীয়া হ'ল। আবেলি হ'ল। গধূলি পৰত ঘৰত হাজিৰ।

"পলম কৰিলে দেখোন। তাত নোখোৱাকৈ ..."

"ভাত খালোঁ। ভৰতৰ ঘৰত আজি ভোজ নাছিল জানো?"

পুতেকহঁতে এইবোৰ খবৰ নৰখা, বেজবৰুৱানী চুক-ভেকুলী হৈ থকা কাৰণে বেজবৰুৱাৰ যি আক্ষেপ – সি যুক্তিযুক্ত। এই অকণমান কাহিনীটোৰ মাত্ৰ ৮/১০ ঘণ্টাৰ ভিতৰতে ফুল বৰাই অতি নিপুণতাৰে এটা পৰিয়ালৰ ভিতৰৰ ছবিখন দাঙি ধৰিছে –য'ত কৃত্ৰিমতা একেবাৰে নাই। ঠিক প্ৰায় এনে

ধৰণৰ গল্প 'খোপনি'ৰ মূল চৰিত্ৰ অৱসৰপ্ৰাপ্ত বিধয়া হৰকান্ত চলিহা। 'বিয়লিৰ ৰং' গল্পত ফুল বৰাই প্ৰৌঢ়ত্ব প্ৰাপ্তিৰ সময়ত একালৰ সহকৰ্মী বন্ধু অৰিন্দমৰ লগত থকা তেওঁৰ বন্ধুত্বৰ কথা সুঁৱৰিছে – যি বন্ধুত্ব, বন্ধুত্বহে আছিল – যৌনাকাংক্ষাৰ অস্তিত্বই নাছিল। আমাৰ সমাজখন এনেকুৱা যে যৌন শক্তি থকা সময়লৈকে যেন মুনিহ-তিৰোতা, অথবা ডেকা-গাভৰুৰ অথবা স্ত্ৰী-পুৰুষৰ মাজত যেন স্বাভাৱিক বন্ধুত্ব থাকিবই নোৱাৰে! বহুত পৰিবৰ্তন আহিল আজিৰ জীৱনধাৰাত। কিন্তু তাৰ সোঁতে সেই ভাবনাটো – স্ত্ৰী-পুৰুষৰ মাজত যে স্বাভাৱিক বন্ধুত্ব থাকিব নোৱাৰে – তাৰ পৰিবৰ্তন এতিয়াও নহ'ল। হয়তো নহ'বও। গল্পটোৰ শেষৰ বাক্যটোৰ উপলব্ধি ফুল বৰাৰো। আপোনাৰো, মোৰো।

—"মানুহজনক মই বুজাই দিলোঁ – মই এজনী গৃহিণী, এজনী মাক। কাণ সমনীয়া ল'ৰাইতে যদি গম পায় – সিহঁতৰ মাকজনীয়ে ..."

মন্তব্য নিষ্প্ৰয়োজন।

ওপৰত আলোচনা কৰি অহা গল্পবোৰৰ সংকলনৰ বাহিৰেও ফুল বৰাৰ অন্য এক উল্লেখনীয় সংকলন হ'ল 'প্ৰেম যুগে যুগে' যিখনৰ সৃষ্টি – প্ৰকৃতাৰ্থত নৱসৃষ্টিৰ উৎস কৃষ্ণা মজুমদাৰৰ 'মহীয়সী নাৰী'খনৰ দৰে আমাৰ জনবিশ্বাস, জনশ্ৰুতি আৰু পুৰাণ, মহাভাৰত যুগৰ কালজয়ী কাহিনীসমূহ। 'মহীয়সী নাৰী' আৰু 'প্ৰেম যুগে যুগে'ৰ পাৰ্থক্য এয়েই যে ফুল বৰাই অকল দেহৰ মাজৰে দেহাতীত প্ৰেমৰ কথা কৈছে তেওঁৰ সংকলনখনিত। বৰাৰ এই প্ৰেম কাহিনীৰ অতল সমুদ্ৰৰ মুকুতা বোটলাৰ প্ৰয়াস সাৰ্থক হৈছে বুলি মই ভাবোঁ। সংকলনখনিয়ে আমাক ত্ৰৈলোক্য ভট্টাচাৰ্য্যৰ দৰেই দূৰ অতীতলৈ টানি লৈ যায় সাঁচিপাতৰ পুথিৰ কোনো উত্তৰাকাণ্ডৰ মৰ্মস্পৰ্শী কাহিনী ক'বলৈ – হয়তো মনচকুৰে চাবলৈ – য'ত দেখোঁ পুৰুষ-প্ৰকৃতিৰ মিলনৰ উন্মাদনা আৰু বিৰহৰ যন্ত্ৰণা।

গল্পকাৰ স্বৰূপে ফুল বৰাৰ ভাষাত নীলিমা শৰ্মাৰ প্ৰাঞ্জলতা, হাস্য-ৰসৰ সৃষ্টিত চৈয়দ আব্দুল মালিকৰ 'বাৰ-প্লৱৰ ৰৰষুণ'ৰ প্লাৱন আৰু হেমচন্দ্ৰ শৰ্মাৰ 'মদাৰ ফুলৰ মালা'ৰ মোহনীয়া ৰূপ। গ্ৰাম্য জীৱনৰ ৰূপায়ণত মহিম বৰাৰ দক্ষতা আৰু ৰচনা শৈলীত অতুলানন্দ গোস্বামীৰ বিচিত্ৰ বৈভৱ। আলোচনাৰ সামৰণিত ফুল বৰাৰ গল্পই মোৰ মনত সৃষ্টি কৰা প্ৰতিক্ৰিয়া অথবা মোৰ ইম্প্ৰেছন জন কৰনচে ইংৰাজী গল্পকাৰসকলৰ গল্প সম্পৰ্কে কৰা প্ৰতিক্ৰিয়াৰ দৰেই বুলি স্বীকাৰ নকৰিলে আলোচনাই পূৰ্ণতা নাপাব। জন কৰনচে 'এ ৱৰ্ল্ড অব গ্ৰেট ষ্টৰীজ' গ্ৰন্থৰ পাতনিত কৈছিল :

"ইংৰাজ গল্পকাৰসকলে কথা কম কয়; তেওঁলোকে নোকোৱাখিনি ইংগিতেৰে কয়; পাঠকক লিখি যোৱা কথাৰ মাজত নোকোৱাখিনি বিচাৰি ল'বলৈ কয়।"

ফুল বৰায়ো তাকেই কৰে।



## বীৰেশ্বৰ বৰুৱা

| | |
|---|---|
| জন্ম – | ১৯৩৩ চনত বৰপেটা জিলাৰ সুন্দৰীদিয়াত। শ্ৰীশ্ৰীশংকৰদেৱ আৰু শ্ৰীশ্ৰীমাধৱদেৱৰ সান্নিধ্য আৰু সম্প্ৰীতি-ধন্য শ্ৰীৰামৰল আৰু মাধৱমৰলৰ বংশধৰ। |
| শিক্ষা – | বৰপেটা চৰকাৰী হাইস্কুল, কটন কলেজ, গুৱাহাটী আৰু গুৱাহাটী বিশ্ববিদ্যালয়। |
| জীৱিকা – | ভাৰতীয় প্ৰশাসনিক সেৱাৰ (আই. এ. এছ) বিষয়া হিচাপে উপায়ুক্ত, শিক্ষাসচিব, সাংস্কৃতিক আৰু ক্ৰীড়াসচিব হিচাপে কাম কৰি অলপতে অৱসৰ গ্ৰহণ। |
| পুৰস্কাৰ-সন্মান – | অসম সাহিত্য সভা আৰু ভাৰতীয় ভাষা পৰিষদৰ (কলিকতা) দ্বাৰা সন্মানিত। ('নিৰ্বাচিত কবিতা' গ্ৰন্থৰ বাবে।) |
| সাহিত্য-সৃষ্টি – | সাতখন গল্পসংগ্ৰহ, কেইবাখনো উপন্যাস, কেইবাখনো কাব্যগ্ৰন্থ, অনুবাদ কবিতাগ্ৰন্থ, সাংস্কৃতিক বুৰঞ্জী, সাহিত্যিক বিষয়ক প্ৰবন্ধ-গ্ৰন্থ, শিশুসাহিত্য আদি একুৰি নখন (২৯) প্ৰকাশিত গ্ৰন্থৰ লেখক। |
| | অসমীয়া কাব্য-জগতত এক মৌলিক ধাৰাৰ আধুনিক কবি হিচাপে স্বীকৃত। |

# নিৰ্জন নাবিক বীৰেশ্বৰ বৰুৱা

চৈধ্যশ শতিকাত অসমৰ সুন্দৰীদিয়ালৈ আহি স্থায়ীভাৱে বাস কৰিবলৈ লোৱা চৰ্দাৰ বিজয় সিং – যি আছিল এজন ৰাজপুত সেনাপতিৰ বংশধৰ – তেওঁৰেই বংশানুক্ৰমত জন্ম হৈছিল কুৰি শতিকাৰ কবি বীৰেশ্বৰ বৰুৱাৰ, যিজন প্ৰতিভাশালী কবিয়ে আমাক ১৯৬১ চনতেই উপহাৰ দিছিল তেওঁৰ 'নিৰ্জন নাবিক'ক – যদিও পঞ্চাছৰ দশকৰ পৰাই তেওঁ অসমৰ আলোচনী, পত্ৰিকা আদিত নিৰবচ্ছিন্নভাৱে কবিতা লিখিয়েই আছিল। 'নিৰ্জন নাবিকে' কবিতা প্ৰেমীসকলৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হৈছিল কবিতাত আৰোপিত মৌলিক চিন্তাধাৰা, সাংগীতিক লয় আৰু নাটকীয় ব্যঞ্জনাৰে সমৃদ্ধ নতুন ৰচনা-শৈলীৰ কাৰণে যিবোৰ কবিতাত পঞ্চাছৰ দশকৰ আৰ্থ-সামাজিক জীৱন ধাৰাৰ কাব্যিক অনুভূতি প্ৰতিফলিত হৈছিল ঃ

– "মৃত্যুনীল আকাশত আমাৰ ডেউকা ভাগে ঃ
জীৱনৰ ফুজিয়ামা নহয়
স্মৃতিৰ তাপত দহে মানৱতা আৰু প্ৰশান্তিৰ
কেঁচা এৰাঁসূতা..."

বীৰেণ বৰগোঁহাইৰ 'সাধাৰণ মানুহৰ কবিতা'ৰ দৰেই বীৰেশ্বৰ বৰুৱায়ো জ্যোতিষ্মান নৱ-বিশ্বৰ জন্মৰ স্বপ্ন দেখিছিল সাময়িক ধ্বংসস্তূপৰ আৱৰ্জনাৰ পৰা। এয়া যুগৰ বাণী প্ৰতিফলিত হোৱা, প্ৰতাৰণাৰ কাৰচাজি আৰু অতি-বোধিত্বৰ বিজ্ঞাপন নথকা জনতাৰ কবি বীৰেণ বৰগোঁহাইৰ কথা ঃ

– "আমি স্ৰষ্টা
সৃষ্টিৰ সপোন বোলোৱা আমাৰ দুচকু আমি গঢ়োঁ, ভাঙো, ৰূপ দিওঁ –
নতুনৰ বিজয় যাত্ৰাক
যাত্ৰাৰ সম্বল মাথোঁ সাহ আৰু কপালৰ ঘাম"
(সাধাৰণ মানুহৰ কবিতা)

'সুন্দৰৰ পাতনি'ত বৰুৱাই মানৱীয় অনুভূতিৰ মৃত্যু আৰু শান্তিৰ অৱলুপ্তি দেখিছে। উজ্জ্বল ভৱিষ্যতৰ পুনৰাগমনৰ কোনো আশা নাই। মানুহৰ অৱস্থা দুখ লগা, শোচনীয়। একেবাৰে অসহায়। কিন্তু বীৰেশ্বৰ হেম বৰুৱাৰ 'জাৰৰ দিনৰ সপোন' অথবা 'চাইমুম'ৰ কথামালাৰ সুৰতেই উদ্বুদ্ধ হোৱা আশাবাদী কবি। অক্ষয় হাড়ৰ স্তূপৰ পৰা নৱ জন্ম সম্ভাৱনাৰ প্ৰতিশ্ৰুতি থকা এখন সুন্দৰ পৃথিৱীৰ কল্পনাত কবি বিভোৰ। হেম বৰুৱাই কয় ঃ

"সোণপাহী হেৰা
আমাৰ স্বপ্ন আমিয়ে ৰচিম"
(জাৰৰ দিনৰ সপোন – হেম বৰুৱা)

হেম বৰুৱাই তেওঁৰ 'চাইমুম'ত মানুহৰ হাড়ে 'মৃত্যু কিম্বা জয়'ৰ কথা কয় :
– 'আকাশৰ এন্ধাৰ
পোহৰ পোহৰ? পোহৰ ক'ত?
কেউফালে ষড়যন্ত্ৰ জাল।
নতুন জনম
সৌৱা পূবালীৰ বেলি
মানুহৰ হাড়ে কথা কয়
"মৃত্যু কিম্বা জয়।" –

তেওঁ 'মুখা-মুখি'ত বীৰেশ্বৰে পাঠকক এটা সুন্দৰ ৰূপকৰ সম্মুখীন কৰি কৈছে –

"তোমাৰ স্মৃতিৰ দৰে গাঢ় কৃষ্ণা এই অন্ধকাৰ

বোবা উদাস উজ্জ্বল ৰং, যেন ক'লী নিগাৰৰ চামৰাৰ প্ৰখৰ ৰ'দত চিক্‌মিকায়।"

এই কবিতাটো বদেলিয় (Baudalaire)ৰ পেৰিচৰ দৃশ্য আৰু পৰিবেশৰ আভাৰে দীপ্ত – য'ত মানৱীয়তা আৰু মানৱীয় ভ্ৰাতৃত্বৰ অপমৃত্যু ঘটিছে – য'ত সত্য আৰু সুন্দৰেই মৃত্যু দানৱৰ প্ৰথম লক্ষ্য বিনাশ আৰু বিলুপ্তিৰ। মোৰ ধাৰণা হয় বীৰেশ্বৰ বৰুৱাই সুধীন্দ্ৰ নাথ দত্তৰ দৰেই জীৱনৰ নিৰ্জন শৃংগৰ পৰা অৰ্থহীন মানৱ জীৱনৰ অসাৰতা আৰু সহায়হীন আৰু আশা বিলুপ্তিৰ কথা যেন অৱলোকন কৰিছে।

এই কবিতাটোত মই সুধীন্দ্ৰনাথ দত্ত, হৰি বৰকাকতি আৰু নৱকান্ত বৰুৱাৰ সংযমী ধাৰাৰ ইংগিত-ময়তা দেখোঁ – যি কবিতাৰ অপৰ্য্যাপ্ত প্ৰতীকৰ যথাৰ্থ অনুধাৱন কৰিবলৈ মোৰ মগজুত সিমানখিনি শক্তি আৰু সামৰ্থ্যৰ অভাৱৰ কাৰণে মই নিজেই লজ্জিত।

কবিতাটোৰ চতুৰ্থ স্তৱকত যেতিয়া বীৰেশ্বৰ বৰুৱাই ভগা আয়নাৰ ভগা কাচ ভাঙি অপৰূপ চেতনাৰ নীল আকাশ ৰচনাৰ কথা কয় তেতিয়া মোৰ ৰণাল্ড বট্ৰাল (RONALD BOTRAL)ৰ কবিতা এফাকিলৈ মনত পৰে :

– "ভৱিষ্যৎ ভাগি যোৱা ছায়াৰ টুকুৰা
প্ৰত্যেকেই প্ৰত্যেকৰে প্ৰতিবিম্ব প্ৰতিফলিত কৰে
এটুকুৰা ভগা আইনত।"

তেওঁৰ 'ডায়েৰী' কবিতাটোত মই টি. ই. হুম (T. E. HULME), হৰি বৰকাকতি আৰু হেম বৰুৱা, কেশৱ মহন্তৰ কবিতাৰ জোনৰ নতুন চিত্ৰকল্প দেখোঁ – যাৰ প্ৰকাশত ফুটি উঠিছে বীৰেশ্বৰৰ কল্পনাৰ অফুৰন্ত সৌন্দৰ্য ঃ

– "কালি ৰাতি খেৰী ঘৰৰ ওপৰেদি জোনটো উৰিছিল।" আৰু কেশৱ মহন্তৰ 'আঘোণৰ কুঁৱলী'ৰ গাঁৱলীয়া-গাঁৱলীয়া উৰণীয়া সুৰত লিখিছে ঃ

– "মই দেখিছিলোঁ কুঁৱলীৰ ধোঁৱা আৰু ধোঁৱা।" এই সন্দৰ্ভত মহেন্দ্ৰ বৰাৰ 'ৰূপৰ টিলিঙাৰ মাতৰ' 'আঘোণৰ কুঁৱলীত' আৰু বীৰেণ বৰকটকীৰ 'চিনাকি পৃথিৱী'ৰ 'আঘোণ' দ্ৰষ্টব্য।

তেওঁ তেওঁৰ 'প্ৰত্যাবৰ্তনৰ গান' কবিতাটো প্ৰায় হেম বৰুৱা আৰু অজিৎ বৰুৱাৰ ৰীতিতেই লিখা যেন লাগে – এই দুজনৰ বাদে আজি কালিৰ বহুতো তথাকথিত আধুনিকতাৰ ছাব মৰা কবিয়ে তেওঁলোকৰ 'লীলা গোঁহাইৰ কবিতা আবেলি' জাতীয় কবি সভা বা অজস্ৰ আলোচনীৰ পাতত অৰ্থহীন, উদ্দেশ্যহীনভাৱে কোনোবা বিদেশী কবিৰ কোনো কবিতাৰ কোনো পংক্তিৰ উদ্ধৃতি দি কবিতা লিখিবলৈ লৈছে। বৰুৱাই তেওঁৰ উল্লিখিত কবিতাটোৰ আৰম্ভ কৰিছে টি. এছ্. এলিয়টৰ (T. S. Eliot), 'ফেমিলি ৰি-ইউনিয়ন' (Family Reunion) শীৰ্ষক কবিতাৰ উদ্ধৃতিৰ উল্লেখ কৰি। কবিতাটোত, কবিয়ে এই কথাটোকে কৈছে যে মানৱ জীৱন হাঁহি আৰু কান্দোনৰ আচৰিত সমন্বয় –য'ত পোৱা আৰু নোপোৱাৰ বেদনা আছে – য'ত, জন্ম-মৃত্যুৰো অৱস্থিতি একে লগতেই। কবিতাটোৰ দ্বিতীয় স্তবকত কবিয়ে আৰাকান পাহাৰত ইংৰাজ কবি এলান লুই (ELAN Louis), দ্বিতীয় বিশ্বযুদ্ধত মৃত্যু বৰণ কৰা কবি চিডনি কিজ (Sydney Keyes) আৰু শেষত ব্ৰহ্মপুত্ৰত ডুবি মৰা তেওঁৰ অন্তৰংগ বন্ধুৰ জীৱনৰ অৱসানৰ কথা কৈছে। এই কবিতাটো গীতাত কোৱা 'জাতস্য হি ধ্ৰুবম মৃত্যু, ধ্ৰুবম্ জন্ম মৃতস্য চ' উক্তিৰ প্ৰতিধ্বনি। কবিতাটোৰ শৈলী আৰু অন্তৰ্লীন কথাই পাঠকৰ মনটো হেম বৰুৱাৰ কবিতালৈ টানি লৈ যাবই।

বীৰেশ্বৰে কয় ঃ

"এতিয়া চোৱাৰ পাল, জীৱনৰ প্ৰান্তৰে প্ৰান্তৰে  
ঘাঁহৰ সেউজী আভা, ধানৰ সোণালী ৰং,  
হালধীয়া পখী যেন সৰিয়হ ফুলবোৰ,  
ফাগুণৰ উতলা বাসনা ..."

বৰুৱাই তেওঁৰ আশাবাদী মনটোৰ ৰেঙণি দেখুৱাইছে এটি মৌলিক আৰু অভিনৱ চিত্ৰকল্পৰ মাধ্যমেৰে ধুমুহাৰ ফাঁকে ফাঁকে অহা বিজুলী যেন নিয়ন পোহৰ। এয়া মই পাহৰি গৈছিলোঁ – জন্ম, মৃত্যু, পুনৰ্জন্ম সম্পৰ্কে ভেলেৰী (Valery) য়ে কোৱা কথাবোৰ যেন বীৰেশ্বৰ বৰুৱাৰ অন্তৰৰ কোলাহলতো প্ৰতিধ্বনিত হৈছে ঃ

– "সকলোৰে বিনাশ হয়। মই মঙহ আৰু লোমকূপৰ সত্তা। দৈবিক অস্থিৰতাৰো হয় অৱসান।"

'লে চিমেটিৰে মাৰিন' (Le Cimetiere Marin)। ইয়াৰেই অনুৰণন আকৌ শুনো সুধীন্দ্র নাথ দত্তৰ 'অৰ্কেষ্ট্রা'ত ঃ

– 'উড়ায়ে মৰুৰ বায়ে ছিন্ন বেদ-বেদান্তেৰ পাতা
বলেছি পিশাচহস্তে নিহত বিধাতা।'
(অৰ্কেষ্ট্রা)

নৱকান্ত বৰুৱাৰ পদাংককে হয়তো অনুসৰণ কৰিয়েই বীৰেশ্বৰ বৰুৱাই তেওঁৰ 'নিৰ্জন নাবিক' লিখিছিল – য'ত, কবিয়ে কবিতাৰ এটা শাৰীত সৰু বাক্যাংশ বা বাক্যৰ প্ৰয়োগ কৰিছে। আনহাতে কবিতাটো অভিনৱ উপমাৰে সমৃদ্ধ ঃ মেঘৰ গাজনি কবিৰ কাৰণে আকাশত ব্যৰ্থ মৃগয়াৰ কোলাহল, বৰুৱাই 'সাগৰৰ ঢৌৰে ঢৌৰে তপত চকুলো' দেখে ; দুটা বেলেগ বাক্য তেওঁ এটা কৰি লিখে – "অন্ধকাৰ মৈদামৰ। কংকালে জোকায়"। উল্লিখিত উদাহৰণত এইটো প্ৰতীয়মান হয় যে যথাৰ্থ ৰূপত বৰুৱাৰ ৰচনাত বাক্য দুটাৰ গঠন হয়তো এনেদৰে হব লাগিছিল ঃ

'অন্ধকাৰ মৈদামৰ কংকালবোৰে জোকায়।'

এই কবিতাটোৰ ৰচনাটোৰ ৰচনাশৈলীয়ে সুধীন্দ্র নাথ দত্তৰ 'তন্বী'ৰ 'শ্ৰাবণ বন্যা' কবিতাটোলৈ মনত পেলায়। শেষৰ লাইনটো সুধীন্দ্র নাথ দত্তৰ 'সংবৰ্ত' কবিতাটোৰ ক্ষীণ আৰু অস্পষ্ট প্ৰতিধ্বনি ঃ

'তবে মাঝে মাঝে কেন মনে পড়ে
পালেৰ স্ফূৰ্ত্তি উদ্দাম ঝড়ে'
(উন্মাৰ্গ – "সংবৰ্ত্ত")

বীৰেশ্বৰ বৰুৱাৰ 'পাহাৰৰ চনটো' অন্য এটা সুন্দৰ কবিতা যিটো পঢ়োঁতে মোৰ নৱকান্ত বৰুৱাৰ 'বাৰিষাৰ ৰাতি তোমাৰ কবিক মনত পৰেনে অৰুন্ধতী?' আৰু হিলাৰী বেলক (Hillarie Belloc)ৰ 'দু ইউ ৰিমেম্বাৰ এন্ ইন্ মিৰাণ্ডা?' (Do you remember an Inn Miranda) আৰু বুদ্ধদেব বসুৰ 'কংকাৱতী'ৰ 'সেৰিনেড' কবিতা কেইটালৈ মনত পৰিছিল। মোৰ ভাব হয়, বৰুৱাৰ 'চনাটো'ত ওপৰোক্ত কবিতা কেইটিৰ অন্তৰ্নিহিত অনুভূতিৰ সাদৃশ্য আৰু জোঁৱাৰ ভাটাৰ প্ৰভাৱ পৰিছে। কবিতাটোৰ দ্বিতীয় স্তৱকৰ

'পাহাৰৰ জোন পিক্-বাংলাত আলহী হয়

অমানিশাৰ" – এই অনন্য সুন্দৰ মৌলিক চিত্ৰকল্পটোৱে আমাৰ হৃদয় আৰু মনত অসম্ভৱ ধ্বকাৰ জোকাৰণি অনাত সফল যে হৈছে – তাত সন্দেহ নাই। কবিতাটোৰ অপূৰ্ব সাংগীতিক লয় আৰু তালে চিত্ৰকল্পৰ মাধ্যমত পাঠকক

তৎক্ষণাতে বিমোহিত কৰে। কবিতাটোৰ এটা স্মৰণীয় খণ্ডবাক্যই – 'বতাহত এয়া কাৰ কান্দোন মৰ্মৰিত' – পাঠকৰ মনটো বুদ্ধদেব বসুৰ 'সেৰিনাদ'লৈ লৈ যাবই :

'হাহাকাৰ কৰে বেহায়া হাওয়াৰ বেহালাখনি কংকাবতী!'

(সেৰিনাদ – কংকাবতী)

তেওঁৰ 'চেমনীয়াৰ বেলেড' কবিতাটো আৰম্ভ হৈছে নতুন ধৰণৰ বিশেষণৰ ব্যৱহাৰেৰে – 'কেঁচা কুমলীয়া বতাহ – যাৰ দ্বাৰা তেওঁ কবিতাটোৰ চাৰিওটা স্তৱক আৰম্ভ কৰিছে 'সপোনৰ ভীৰ ছন্দৰ পতা'ত খণ্ডবাক্যটোৱে – নৱকান্ত বৰুৱাৰ 'সৰ্বে প্ৰাণং এজতি'ৰ 'টোপনিৰ হিম চকুৰ পাহিত কঁপে' খণ্ডবাক্যটোলৈ মনটোক টানি নিয়ে।

নৱকান্ত বৰুৱাৰ প্ৰভাৱ আকৌ দেখিবলৈ পাওঁ তেওঁৰ 'ক্ষণ বসন্ত' কবিতাত য'ত তেওঁ কৈছে :

– "তোমাৰ চুলিত সান্ধ্য কুঁৱলী
ৰঙীণ ফুলৰ ধোঁৱা।"

যেতিয়া নৱকান্তই কয় :

– "বাৰিষাৰ ৰাতি তোমাৰ কবিক
মনত পৰেনে অৰুন্ধতী?"

তেতিয়া বীৰেশ্বৰে ভাবে :

"নীৰৱ গধূলি তোমালৈ মাথোঁ মনত পৰে।"

এই বিশৃঙ্খল, বিধ্বস্ত পৃথিৱীত শান্তি আৰু প্ৰণোচ্ছল মুহূৰ্তৰ আকুল আকাংক্ষা বীৰেশ্বৰে প্ৰকাশ কৰিছে 'দেবদূত' কবিতাত। আনহাতে 'বেতাল পঞ্চবিংশতি'ৰ শেষৰ স্তৱকটোত কবিৰেই 'সুন্দৰৰ পাতনি'ৰ অনুৰণন শুনো :

– "দেৱালত ছায়া দোলে অতীতৰ মোৰ ভীৰুতাৰ
ছাঁয়া দোলে অপূৰণ বহুতো ইচ্ছাৰ"

আৰু তেওঁ কয় :

– "মোৰ জীৱনৰ পঁচিশ বছৰ ক্ৰমাগত কুৰুক্ষেত্ৰ আৰু খোজে খোজে
জীৱনত ভাল পোৱা
বেদনাৰ নীৰৱ স্বাক্ষৰ।"

(উত্তৰ-পঞ্চবিংশতি)

হেম বৰুৱাৰ 'বালিচন্দা'ৰ 'চাইমুম'ৰ ৰীতিতেই বীৰেশ্বৰ বৰুৱাৰ 'কাদম্বিনী দেৱী' অজস্ৰ সৰু সৰু সুন্দৰ চিত্ৰৰে সমাকীৰ্ণ।

– 'খোজত উচপ খায় দুপাশৰ অৰণ্য সতেজ।"

আকৌ – "আকাশ উজলি মাথোঁ ম্লানছায়া একেটি তৰাৰ।" আকৌ – "আকাশ উদ্ভাসি এক স্নিগ্ধমুখ শ্যামাংগী নাৰীৰ।" ইত্যাদি।

চীনা কবিতাৰ কেপচুল অথবা জাপানী হাইকুৰ দৰে – তেনে ৰীতিতে, বীৰেশ্বৰ বৰুৱাই 'নিশাৰ এই ৰাতিৰ বাঁহীত', 'পোহৰৰ পিনে', 'জংছন', 'আমিও তোৰদৰেই', 'এজোপা ফুলৰ হাঁহি', 'তোমাক আকৌ দেখিবলৈ', 'এটি প্ৰাৰ্থনা', 'তাই আৰু তেওঁলোক', 'যাৰ হাতৰ শস্যৰ এমুঠি', 'আন্ধাৰৰ মাজেদি', 'চৰাই', ' 'শামুক আৰু নক্ষত্ৰ', 'জানো যে এদিন' লিখিছে। এই কবিতাবোৰ হেম বৰুৱাৰ 'গতিশীল মানৱ, 'আধা ডজন কবিতা' অথবা চীনা কবি ইউ. টি. চু কান, লু কাই, ৱাং জাং, ফেন য়ুণ, ৱাং চি আদিৰ কবিতাৰ দৰে। এনে কবিতাবোৰত কবিয়ে তেওঁৰ অনুভূতি প্ৰবাহৰ মাত্ৰ এচলুমান লৈ তেওঁৰ প্ৰতীকী প্ৰকাশ কৰে নিপুণতাৰে। এনেধৰণৰ প্ৰতীক কিছুমান মই অলপ অলপ বুজোঁ। কিন্তু বেছি ক্ষেত্ৰত, মোক তেওঁৰ কবিতা কিছুমান অজিত বৰুৱা, নীলমণি ফুকন বা হৰেকৃষ্ণ ডেকাৰ কিছুমান ষ্টেনগ্ৰাফিক লিখা যেন লাগে। এনেধৰণৰ কাব্যিক প্ৰকাশৰ মাথা-মুণ্ডু মই বুজি নাপাওঁ আৰু মোৰ অসমৰ্থতা আৰু অপাৰগতা দ্বিধাহীনভাৱে মই প্ৰকাশ নকৰি নোৱাৰোঁ। কিন্তু যেতিয়াই তেওঁৰ প্ৰতীকী মুখাখন আঁতৰাই লৈ কবিতা লিখে – তেতিয়াই তেওঁ বীৰেণ বৰকটকী, পদ্ম বৰকটকী, চৈয়দ আব্দুল হালিম বা 'অঘৰী' (প্ৰমোদ বৰদলৈ)ৰ দৰে অনন্য সুন্দৰ কবিতা লিখে। ই নিৰ্ঘাত সত্য।

'আমি কোনোৱে নেযাওঁ' কবিতাটিত বীৰেশ্বৰ বৰুৱা ভগৱানৰ অস্তিত্ব সম্পৰ্কে সন্দিহান হৈছে – বিশ্বাস কৰিবলৈ গৈ সংশয়ৰ দোমোজাত পৰিছে। গীতাত কোৱা ধৰ্মৰ গ্লানি আৰু অধৰ্মৰ অভ্যুদয়ৰ সময়ত ভগৱানৰ আৱিৰ্ভাৱো যে সন্দেহৰ সন্দেশ যি আমাক আমাৰ অশান্তি আৰু যাতনাৰ পৰা মুক্তি দি অসুৰৰ বিনাশ কৰিব সেই দেৱদূত বা দেৱতা বা ভগৱানৰ মানৱী আৱিৰ্ভাৱে পৃথিৱীত সুন্দৰৰ পাতনিৰ নৱ-উন্মোচন কৰিব – তাৰেই অপেক্ষা কৰি আছে কবিয়ে আৰু কৈছে ঃ

'আজিলৈকে এই পৃথিৱীলৈ সেই দেৱদূত
নামি অহা নাই।'

'কপিকল'ৰ চিত্ৰকল্পবোৰ অতি মনোমোহা যেতিয়া কবিয়ে কয় ঃ

"বহুতো সৰু আশাৰ দলং সাজি নৈ পাৰ হ'ব খুজিছিল তেওঁ।"

কবিয়ে তেওঁৰ নিদ্ৰামগ্না প্ৰেয়সীক শেষবাৰলৈ চাই বিদায় লোৱা চিত্ৰকল্পৰ ৰূপায়ণ অনন্য সুন্দৰ ঃ

– "বুদ্ধৰ নিচিনা নহয়। কিন্তু প্ৰায় একেদৰে
শেষ নিশা নিদ্ৰিতা যুৱতী স্ত্ৰীৰ পিনে চাই

নীৰৱে শেষ বিদায় লয় তেওঁ
আৰু দুৱাৰ খুলি ওলাই যায় সন্তৰ্পণে
যেন বেৰৰ কেলেণ্ডাৰৰো
টোপনি ভাগিব পাৰে।”

‘কেৰ্কেটুৱা’ কবিতাটোতো কবিয়ে তেওঁৰ ভগৱানৰ অস্তিত্ব সম্পৰ্কে থকা মনৰ বিমূঢ় অৱস্থাৰ কথা প্ৰকাশ কৰিছে তেওঁৰ তেনেই সৰু পোনাকণৰ অবুজ প্ৰশ্নৰ মাধ্যমেৰে :

– “মই বুদ্ধি ভাৰাক্ৰান্ত আৰু দিশহাৰা। কিন্তু মোৰ
দুবছৰীয়া ল’ৰাটো এই সম্পৰ্কত নিশ্চিন্ত আৰু শান্ত ।

সি মোক সোধে :

‘দেউতা কেৰ্কেটুৱাটো ঈশ্বৰ নেকি?’

আমাৰ সাময়িক জগতখনৰ ৰাজনৈতিক দেৱ-দেৱতাসকলৰ প্ৰতি থকা কবিৰ বিদ্ৰূপাত্মক অভিব্যঞ্জনা প্ৰকাশ পাইছে তেওঁৰ ‘দেশপ্ৰেমিক’ত। এয়া আশী-নৱৈৰ দশকৰ অসমৰ জনজীৱনৰ নিৰ্মম প্ৰতিচ্ছবি :

– “মৃত্যু অৱধাৰিত বুলি জানিও
মোৰ মনটোৱে চালে-জাৰে :
কোন বেছি দেশ প্ৰেমিক?
এই আততায়ী যুৱক নে মই?”

আনহাতে ‘কেতিয়াকৈ তোমাৰ’ কবিতাটোত এতিয়াৰ অৰ্থলিপ্সু ৰাক্ষসী সভ্যতাৰ গ্ৰাসত থকা ধনিক শ্ৰেণীটোৰ প্ৰতি কবিৰ ঘৃণা, বিদ্বেষ আৰু বিতৃষ্ণা প্ৰতিফলিত হৈছে অতি নিকৰুণ বাস্তৱতাৰে :

– “নিষিদ্ধ বস্তিৰ পৰা শিশুৰ কান্দোন ভাঁহি আহে
অনাহাৰ অনিদ্ৰা আৰু অসহায়তাৰ বিৰতিহীন এই কান্দোনে
হে বিত্তৱতী ৰমণী,
বিচলিত কৰিব নোৱাৰে তোমাক।”

অসম ধ্বংস আন্দোলনৰ সোণাৰী মহাবীৰসকলৰ আগ্ৰাসী অৰ্থ আহৰণৰ কৰুণ পৰিণতিত সৃষ্টি হোৱা অসমৰ সাময়িক অৱস্থাৰ কথা বীৰেশ্বৰ বৰুৱাই ১৯৮১ চনৰ ২৬ মে’ তাৰিখেই সঞ্জয় দৃষ্টিত দেখি তাকে তেওঁৰ মৰ্মস্পৰ্শী কবিতাত নিৰ্ভীকভাৱে উল্লেখ কৰিছে ‘প্ৰতিটো ৰাতিপুৱাতে’। সেই একে অনুভূতিৰেই প্ৰকাশ হৈছে ‘তুমি কেৱল’, ‘এটি প্ৰাৰ্থনা’, ‘আমি কেৱল আৰম্ভ কৰোঁ’, ‘ৰাতি’ আদি কবিতাত। কবিয়ে কৰুণ উপলব্ধিৰে কয় :

– "আজি আমাৰ মানুহ আমাৰ মানুহ নহয়।
কাষৰ ঘৰৰ মানুহেই
আমাৰ বুকুত প্ৰথম খোচটো মাৰিব পাৰে
তেওঁৰ গোপন অস্ত্ৰেৰে।"
(ৰাতি)

'আমি কেৱল আৰম্ভ কৰোঁ'ত বীৰেশ্বৰ বৰুৱাই আমাৰ ৰাজনীতিৰ মুখা পিন্ধা ভণ্ড দেশপ্ৰেমিকবোৰে ধন-সম্পত্তি অন্যায় আৰু অবৈধভাৱে আহৰণ কৰা নির্লজ্জ প্ৰচলিত, ব্যৱস্থাসমূহৰ প্ৰতি তীব্ৰ ব্যংগোক্তি কৰিছে। বীৰেশ্বৰ বৰুৱাৰ 'কৈশোৰৰ দিন' কবিতাটো পঢ়োঁতে মোৰ সুধীন্দ্ৰ নাথ দত্তৰ 'তন্বী'ৰ 'চিৰন্তনী' শীর্ষক কবিতাটোলৈ মনত পৰিছিল :

– "তোমাৰ ভ্ৰূকুটি তাই শতমুখী চাবুকেৰ মতো
গগনে আভাসে ..."

আৰু এয়া বীৰেশ্বৰৰ অনুভূতিৰ ৰোমন্থন :

– "বতাহৰ চাবুকে
শিলৰ মূৰ্তিবোৰত কোবাইছে।
শতাব্দীৰ পেটীকোট ফাটি ছিৰা-ছিৰ।"
(কৈশোৰৰ দিন)

বীৰেশ্বৰ বৰুৱাৰ কবিতাত মই সুধীন্দ্ৰ নাথ দত্তই যেনেকৈ ব্যৱহাৰ কৰে, তেনেকৈ অপ্ৰচলিত, মানুহে পাহৰি যোৱা শব্দৰ ব্যৱহাৰ দেখোঁ। সুধীন্দ্ৰনাথ দত্তই "স্বগত"ত কৈছিল :

– "শব্দৰ স্বভাৱ টকাৰ দৰে; বৰ বেছিকৈ ব্যৱহাৰ কৰিলে ক্ষয় হৈ যায়; ইহাত-সিহাত বাগৰি ফুৰোঁতে তাত ধূলি-মাকটি-ময়লা জমে। সময়ে তাক অচল কৰে আৰু বহুত বছৰৰ পিছত সেই মুদ্ৰাৰ স্থান হয় যাদুঘৰৰ গ্লাচ কেচত (Glass case)। কিন্তু মিউজিয়মত সোমোৱাটো বা থোৱাটো বিলুপ্তিৰ নামান্তৰ নহয়; অপ্ৰচলিত শব্দও অৱস্থাবিশেষে কামত আহে।"

তেওঁৰ ৰচনা-শৈলীৰ আৰু এটা বৈশিষ্ট্য হ'ল – তেওঁৰ কবিতাৰ সৌন্দৰ্য্য সমুজ্জ্বল খণ্ড বাক্যৰ ঠিক তলতেই তেনেই সাধাৰণ, সৰু-সুৰা, তুচ্ছ কথাৰ অৱতাৰণা কৰা। তেওঁৰ 'এই শতাব্দীত' তেওঁ কৈছে :

– "হে নির্জন নাবিক, বতাহৰ সশব্দ উপদ্ৰৱ
তোমাৰ ঘৰৰ চকোৰাত।
দুৱাৰ মুখত,
এটা প্ৰকাণ্ড নিগনিয়ে চিক্ চিকাইছে।"

এয়া মহেন্দ্ৰ বৰাৰ শৈলী :

— "ৰঙা এটি কৰবীৰ ফুল বিজ্ঞাবালাৰ ভৰিৰ তলত বিনাই মৰে"। এনে ধৰণৰ অভাৱনীয় চিত্ৰকল্পৰ উপস্থাপনাৰে কবিয়ে পাঠকক প্ৰথমতে চক্ খুৱাই লৈ, পিছত পাঠকৰ অন্তৰত কিবা বুজাব নোৱাৰা, আগেয়ে অনুভৱ নকৰা, আগেয়ে নভবা ভাবৰাশিৰ উদ্ৰেক কৰে।

এনেধৰণৰ শৈলীত পঞ্চাছৰ দশকত কোনোবাই 'মৃণালিনী' ছদ্মনামত কবিতা এটা লিখি যথেষ্ট আলোড়নৰ সৃষ্টি কৰিছিল ঃ

— "দাৰি, কমা, টৰে-টক্কা ব্ৰেকেটৰ কচুৰনি পাৰ হৈ
মোৰ যৌৱনত তোমাৰ
আওপকীয়া দৃষ্টিপাত।"

'যৌৱনৰ দিন', 'লিলিৰ আবেলি' — এই কবিতা দুটাত, কবিয়ে তেওঁৰ অন্তৰৰ বিষাদ, প্ৰেমৰ ব্যৰ্থতা, দুখ আৰু তেওঁৰ জীৱনত প্ৰাপ্তিৰ অসম্ভাব্য ভাৱৰাশি — অন্য অৰ্থত তেওঁৰ হিয়াহীনা প্ৰেয়সীৰ প্ৰেম বিচাৰি হোৱা ব্যাকুল প্ৰচেষ্টা — এইবোৰ প্ৰকাশ কৰিছে অতি হতাশাত। এই কৰুণ হতাশা, এই বিষাদে বিবশ কৰা বিফলতা বীৰেশ্বৰ বৰুৱাৰ ব্যক্তিত্বৰে আভা — যিখিনি হয়তো তেওঁৰেই পূৰ্বপুৰুষ ৰাজপুতনাৰ চৈধ্য শতিকাৰে সৈনাধ্যক্ষ চৰ্দাৰ বিজয় সিঙৰ ধমনী স্ৰোতত গত ছশ বছৰ ধৰি প্ৰবাহিত হৈ আহিছে। বীৰেশ্বৰ বৰুৱাৰ চকুযুৰি, ত্ৰৈলোক্য ভট্টাচাৰ্য্যৰ চকুযুৰিৰ দৰেই মোহনীয়া। একে সময়তে হাঁহি কান্দি থকা নিৰ্মল নয়ন। হয়তো বীৰেশ্বৰে নিজেই নেজানে তেওঁৰ কবিতাৰ দৰেই তেওঁৰ চকুযুৰিৰ সন্মোহনী শক্তিৰ কথা।

তেওঁৰ 'এটা বিমান দুৰ্ঘটনাৰ পিছত' কবিতাটোৰ বৰ্ণনাই পাঠকৰ অন্তৰতন্ত্ৰীত আঘাত নকৰাকৈ কেতিয়াও নেথাকে। তেওঁৰ 'কপিকলে' পাঠকৰ মনটোক সুধীন্দ্ৰনাথ দত্তৰ 'অৰ্কেষ্ট্ৰা'ৰ নিকৰুণ সত্যৰ সন্মুখীন কৰাবই ঃ

"মৃত্যু কেবল মৃত্যুই ধ্রুব সখা
যাতনা শুধুই যাতনা সুচিৰসাথী।"

('অৰ্কেষ্ট্ৰা' — "অৰ্কেষ্ট্ৰা")

'য'লৈকে যাওঁ' শীৰ্ষক কবিতাটিত দেৱকান্ত বৰুৱা, গণেশ গগৈ, যতি নাৰায়ণ শৰ্মা, বিষ্ণু ৰাভা, জ্যোতিপ্ৰসাদ আগৰৱালাৰ সুৰতেই দেশমাতৃকাৰ প্ৰতি থকা তেওঁৰ প্ৰেম-মমতা-আকৰ্ষণ প্ৰকাশ কৰিছে।

'কল্লোল'ত নৱকান্ত বৰুৱাৰ 'সৰ্বে প্ৰাণং এজতি'ৰ অনুভূতি আৰু সাংগীতিক লহৰৰ প্ৰতিধ্বনি শুনো। এই কবিতাটো বিৰাট বিশ্বৰ যেন এটা সৰু কেপচুল — যাক ডিম্বেশ্বৰ নেওগৰ ভাষাত ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ তাণ্ডৱণ বুলিব পাৰি। কবিতাটোৰ নিচেই ক্ষুদ্ৰ পৰিসৰতে কবিয়ে নিয়তি, দৈৱ, ভাগ্য — যি নামেৰেই

মাতক, তাৰ কথা; জন্ম-মৃত্যু; মানুহৰ জীৱনৰ হাঁহি আৰু কান্দোনৰ মাজৰ অজস্ৰ বাধাৰ প্ৰাচীৰক বিৰামবিহীন আৱৰ্তনো দেখোঁ ঃ

– "তনুৰ তাৰুণ্য জহে
আম্ৰমুকুলৰ। জবাৰ আভাই আনে পৰিচয়
মানুহৰ তপত তেজৰ
নপুংসক প্ৰজাপতি দলে
পাখিৰ প্ৰভাৱে নাশে পৃথিৱীৰ হৰিৎ বৰ্ণাভা
মানুহৰ হাট-বাট দল-ভঙা অস্থিৰ গতিৰ
সাৱলীল ছন্দ উঠা-নমা শেষ হ'লে, শেষ হয়
একোটি গৰ্ভাংক।
ৰাতিৰ সুৰভি অনা কোমল হাঁহিত মানুহৰ বেচা-কিনা চলে।"

এই কবিতাটোৱে মোৰ মনলৈ তৎক্ষণাৎ বুদ্ধদেৱ বসুৰ 'কংকাবতী'ৰ 'কাল' শীৰ্ষক কবিতাটিৰ লাইন কেইটামানৰ কথা মনলৈ আনে য'ত ফুটি উঠিছে আধুনিক নায়কৰ প্ৰতীক্ষাৰ সুন্দৰ উদ্বেগ ঃ

"আৰো স্পষ্ট – আৰো স্পষ্ট – দ্ৰুত শব্দ, দ্ৰুত পদক্ষেপ,
উৎসুক হাতেৰ ঠেলা, খুলে গেছে ভেজানো দুয়াৰ।
প্ৰথম ফুলেৰ গন্ধ – বায়ু তাৰে কৰিছে লেহন
আবাৰ চুলেৰ গন্ধ – বাতাস কি এখনো বলিছে?"
(কাল – কংকাবতী)

কবিতাটোত নৱকান্তি উন্মেষ দেখোঁ পৰিবেশ সৃষ্টি আৰু ছন্দৰ ভংগিমাত। নৱকান্তই কয় ঃ

"স্তব্ধ
নিশাৰ বতাহ নীৰব নগ্ন
আকাশ স্বপ্নৰতা
ৰাতি জিলমিল, তৰা জিলমিল
মাণিক তৰাৰ থাল।

কবিতাটোৰ আবেগৰ উজ্জ্বলতাক বুদ্ধিৰ উজ্জ্বলতা আৰু সাংগীতিক নাটকীয় হিল্লোলে অনুপম ৰূপ প্ৰদান কৰিছে। আৰু এটা অনন্য, অপূৰ্ব, মৌলিক উপমা দেখোঁ যেতিয়া বীৰেশ্বৰে পাঠকে চক খাই যোৱাকৈ জোনৰ পোহৰক বেশ্যাৰ সৈতে ৰিজায় ঃ

– "গণিকা জ্যোৎস্নাৰ আভা ম্লান হয়। ম্লান হৈ আহে
অগণিত মানুহৰ
দৃষ্টিৰ প্ৰসাৰ।...

বাঘিনীৰ চকু স্থিৰ...” বাঘিনীৰ এই স্থিৰ চকুযোৰে আপোনাৰ মনটো নৱকান্ত বৰুৱাৰ 'সন্ধ্যাৰ চিলঙ'ৰ 'চাৰ্কাচৰ বাঘিনীৰ চকুৰ অক্ষম জ্বালা'ৰ কথা মনলৈ আনিবই। কিন্তু তথাপিও বীৰেশ্বৰ বৰুৱাৰ এই কবিতাৰ সামৰণিত এটা আশাবাদী সুৰ শুনো :

– “আমাৰ পাছত অহা
উদাসীন অনুজৰ সন্ধানী চকুৱে পাব
অনুপম উষাৰ পোহৰ।”

তেওঁৰ 'জন্মৰ আগৰ প্ৰাৰ্থনা' কবিতাটো লুই মেকমিছ (Louis McNeice)ৰ 'প্ৰেয়াৰ বিফ'ৰ বাৰ্থ' কবিতাটোৰ অনুবাদিত নাম। এই কবিতাটোত কবিয়ে পঞ্চাছৰ দশকৰ পিছৰ গুৱাহাটীখনৰ কুৎসিৎ আৰু বীভৎস ৰূপ দাঙি ধৰিছে। চল্লিছ বছৰ পাৰ হৈ যোৱাৰ পিছতো আজি পৰ্য্যন্ত গুৱাহাটীত দলিতৰ, শোষিতৰ, পীড়িতৰ আৰু বুভুক্ষু জনতাৰ জীৱন ধাৰণৰ প্ৰক্ৰিয়াত উন্নতিৰ সলনি অৱনতিহে দেখা গৈছে। এই সন্দৰ্ভত, পাঠকৰ পদ্ম বৰকটকীৰ সোণাগাছি, অমূল্য বৰুৱাৰ বেশ্যা, নৱকান্ত বৰুৱাৰ শোঁতা মুখৰ হেনা-অলকানন্দা আৰু আঠগাঁৱৰ লাইনৰ হোমেন বৰগোহাঞিৰ সুবালাৰ নাৰকীয় জীৱনলৈ মনত পৰিব।

তেওঁৰ 'যতীন দুৱৰা' কবিতাটো হতাশা আৰু নিৰাশাই ঘেৰি থকা কবিজনৰ উদ্দেশ্যে লিখিছে হাইকু-কবিতাৰ শৈলীত। 'বন্ধদুৱাৰ'ৰ বাক্যাংশ যেনে 'জোনাকৰ বেঞ্চি', 'আলিবাটৰ নিয়ন পোহৰ পাইন গছৰ ছায়াত বন্দী', 'একোছা হেৰোৱা ছাবি ঘূৰাই পোৱাৰ হাউচ' আদি মৌলিক, অভিনৱ, সুন্দৰ – যিবোৰে পাঠকৰ মগজুতো আকস্মিক আলোড়নৰ সৃষ্টি কৰি কবিৰ অনুভূতিক মন আৰু অন্তৰেৰে অনুভৱ কৰাত সহায় কৰে।

'ৰাতি' কবিতাটোত আজিৰ যান্ত্ৰিক নাগৰিক সভ্যতাই মানৱতাক শেষ কৰি ৰাক্ষস-ক্ষুধা আৰু তাড়নাই যে আগ ঠাই লৈছেহি – তাৰেই যথাৰ্থ প্ৰকাশ দেখোঁ।

বীৰেশ্বৰ বৰুৱাৰ 'অচিন আৰাও' সংকলনখনিৰ চাৰিটা সংস্কৰণ প্ৰকাশ হোৱাটো অন্ততঃ অসমীয়া কবিৰ কাৰণে কম কৃতিত্ব আৰু সৌভাগ্যৰ কথা নহয়। কিয়নো আমাৰ কবিতা কোনেও নপঢ়ে – কিনি চোৱাটো দূৰৈৰ কথা – যিটো কাৰণত প্ৰায় ৪০/৫০ বছৰ আগতে সম্ভৱতঃ চৈয়দ আব্দুল মালিকে খেদ আৰু ব্যংগোক্তি কৰি লিখিছিল :

“আমাৰ কবিতা কোনেও নপঢ়ে হে কবি নৱকান্ত!' এই সংকলন সন্দৰ্ভত মই হীৰেণ গোঁহাই আৰু বিমল কুমাৰ হাজৰিকাদেৱৰ পাণ্ডিত্যপূৰ্ণ বিশ্লেষণ পঢ়িছোঁ য'ত তেওঁলোকে সংকলনটোৰ মহাকাব্যিক গাম্ভীৰ্য্যৰ কথা উল্লেখ কৰিছে।

এইটো এটা দীঘলীয়া কবিতা য'ত কবিয়ে ছুটা শতিকা জুৰি তেওঁৰ মানসিক আলোড়নৰ কথা ব্যক্ত কৰিছে – যাৰ আৰম্ভণি হৈছে ১৪ শতিকাতে তেওঁৰ পূৰ্বপুৰুষ চৰ্দাৰ বিজয় চিঙৰ অসম আগমন আৰু বৰপেটাৰ সুন্দৰী দিয়াত থিতাপি লোৱা দিনৰে পৰা। চৰ্দাৰ বিজয় সিং এজন ৰাজপুত সেনাপতি আছিল। বীৰেশ্বৰ বৰুৱাৰ পঞ্চমজন পূৰ্বপুৰুষ মাধৱ মৱল সুন্দৰীদিয়াতে থকা মহাপুৰুষ মাধৱদেৱৰ বন্ধু আছিল যাৰ চৌহদতে মহাপুৰুষজনাই ঠাই লৈছিল। তেওঁৰ দশম স্থানৰ পূৰ্বপুৰুষ উদ্ধৱ সিঙৰ কথাৰ পৰা মহাপুৰুষ শংকৰদেৱৰ পত্নীৰ বিষয়েও জানিব পাৰি – যাক স্বৰ্গদেউ চন্দ্ৰকান্ত সিংহই ১৮১৬ চনত এখন তাম্ৰপত্ৰ দিছিল আৰু আহোম চৰকাৰৰ অধীনত এটা চাকৰিও দিছিল।

সংকলনটোৰ প্ৰথম নটা সৰ্গত বীৰেশ্বৰে তেওঁৰ ৰাজপুতনাৰ পূৰ্বপুৰুষ-সকলৰ কথা বৰ্ণাইছে আৰু বীৰেশ্বৰ – যি চৰ্দাৰ বিজয় সিঙৰ পিছৰ ষষ্ঠদশ প্ৰজন্মৰ সন্তান আছিল – তেওঁৰ নিজৰ কথা কাব্যিক অনুভূতিত প্ৰকাশ কৰিছে – দশম সৰ্গত। এই গোটেই কৰ্মৰাজি সঁচাকৈ প্ৰশংসনীয় বীৰেশ্বৰ বৰুৱাৰ কাৰণে – যি ৰাজস্থানী মূলোদ্ভৱ জ্যোতিপ্ৰসাদ আগৰৱালাৰ দৰে – তেওঁৰ পূৰ্বপুৰুষসকলৰ ইতিহাস লিপিবদ্ধ কৰাৰ বাহিৰেও সুন্দৰীদিয়া, নখন্দা আদি ঠাইবোৰৰ নাম বুৰঞ্জী প্ৰসিদ্ধ কৰি তুলিলে।

এই কবিতাটো অসমীয়া সাহিত্যৰ এক অনন্য অনুপম সৃষ্টি য'ত সংমিশ্ৰণ হৈছে সৰল আৰু জটিল অনুভূতিৰ জোঁৱাৰ। লিখা হৈছে প্ৰায় অজিৎ বৰুৱাৰ 'ব্ৰহ্মপুত্ৰ ইত্যাদি পদ্য'ৰ গতত। সুধীন্দ্ৰনাথ দত্তৰ কবিতা কিছুমানৰ দৰেই এই কবিতাটো আৰ্যা-প্ৰয়োগ, অপ্ৰচলিত, ব্যৱহাৰ নকৰা আৰু ক'বলৈ বা লিখিবলৈ এৰি দিয়া শব্দেৰে ভৰপূৰ। টি. এছ্. এলিয়ট (T. S. Eliot) বা আমাৰ অজিৎ বৰুৱাৰ কবিতাৰ বৈশিষ্ট্যৰ ৰহস্যাত্মক পৰিবেশে ঘেৰা প্ৰতীকেৰেও এই কবিতাটো সমৃদ্ধ। অৱশ্যে কেইবাবাৰো মনে মনে বা আবৃত্তি কৰি পঢ়িলে পাঠকে হয়তো কবিৰ অনুভূতিৰ উমখিনিৰ অলপ নহয় অলপ উমান পাব। বোধহয় বীৰেশ্বৰ বৰুৱাই কেতিয়াবা কেতিয়াবা মালাৰ্মৰ (Mallarme) ইংগিতময়তাৰ সূত্ৰ অথবা ৰহস্যবাদী প্ৰকাশ ব্যঞ্জনাত বিশ্বাস কৰে। হীৰেণ গোঁহাই আৰু বিমল হাজৰিকাদেৱৰ মূল্যৱান অভিমতখিনি পঢ়াৰ পাছত, মোৰ এয়া বিনম্ৰ উপলব্ধি যে বৰুৱাৰ 'অচিন আৰাও' আত্মাই পৰমাত্মাৰ সান্নিধ্য বিচৰা বা পৰমাত্মাৰ সন্ধানৰ প্ৰয়াস। এই প্ৰচেষ্টাত নিহিত হৈ আছে তেওঁৰ পূৰ্বপুৰুষসৰ্কিলক বিশ্ব-সত্তাৰ এক ক্ষুদ্ৰ অংশ হিচাপে স্থায়িত্ব দিয়াৰ বাসনা। এই বিষয়ত বীৰেশ্বৰ বৰুৱাই যেন অজিৎ বৰুৱাৰ দৰেই তেওঁৰ অনুভূতি ৰাশিৰ কাব্যিক ৰূপায়ণ কৰিছে। অৱশ্যে 'অচিন আৰাও'ৰ ৰচনাকাল, জুন ১৯৭০ আৰু 'ব্ৰহ্মপুত্ৰ ইত্যাদি'ৰ প্ৰকাশ হয় ১৯৮৯ চনত। ব্যৱধান ১৯ বছৰৰ।

আস্তাবল নথকা আৰু ঘোঁৰাৰ খুৰাবোৰ পানীত তিতি শিয়ৰি উঠা এটা অদ্ভুত প্ৰতীকেৰেই বৰুৱাই তেওঁৰ 'অচিন আৰাও'ৰ কাব্যিক বিৱৰণী আৰম্ভ

কৰিছে – যি বিৱৰণীয়ে ছটা শতাব্দী সামৰি লৈছে – আৰু প্ৰায় বাণভট্টৰ কাদম্বৰী শৈলীতে লিখা এই দীঘলীয়া কবিতাটোৰ সামৰণিত কৈছে :

"আজি আকাশ ফৰকাল। মই উভতি আহিছোঁ প্ৰথম মানুহৰ ওঁঠৰ ভাষালৈ। ক্ৰমশঃ শব্দ আৰু বাক্যৰ এপৰীয়া ভাকুৰ মই খুলি দিছোঁ অভিধানৰ জেওৰাৰ অতিৰিক্ত কিবা এটাৰ প্ৰয়োজনৰ বাবে। লিপিবদ্ধ কৰিছোঁ –

সকলো হেৰুৱাই ঘূৰাই পোৱাৰ কাহিনী।"

বীৰেশ্বৰ বৰুৱাৰ শেহতীয়া কাব্যসংকলন 'অন্য এক জোনাক' তেওঁ ১৯৮৫-১৯৯০ চনৰ সময়ছোৱাত লিখা কবিতা গুচ্ছ। এই কবিতাবোৰত জীৱনৰ বিভিন্ন ক্ষণৰ অনুভূতিৰ উচ্ছ্বাসত ভাঁহি আহিছে তেওঁৰ নিজৰ বিষয়েই উপলব্ধি কৰা সন্দেহ আৰু অবিশ্বাস।

তেওঁৰ 'নিৰলে কেতিয়াবা' কবিতাটো অতীতৰ সোঁৱৰণি সোণসনা আধা আলো আধা ছাঁৰ প্ৰতিবিম্ব। কবিতাটো কৰুণ-ক্ৰন্দনৰ অতুলনীয় আলেখ্য য'ত কৰিয়ে দুখেৰে অনুভৱ কৰিছে মানৱ জীৱনত প্ৰকৃতিৰ অনিবাৰ্য্য প্ৰভাৱৰ পৰিণতি।

'যেন শেষ নাই' কবিতাটিত কৰিয়ে তেওঁৰ মানসিক সংঘাত বা আলোড়নবোৰৰ যে পৰিসমাপ্তি নাই – তাকে প্ৰকাশ কৰি কবিতাটিৰ সামৰণিত চক খোৱাকৈ কৈছে :

– "হৃদয়ৰ বৰ্বৰতাৰ যেন শেষ নায়েই!"

এই নিকৰুণ উপলব্ধিত জানো সত্যৰ অৱস্থিতি নাই?

'অন্য এক জোনাক'ৰ প্ৰায়বিলাক কবিতাতেই বৰ্তমান আমাৰ আৰ্থ-সামাজিক, ৰাজনৈতিক অৱস্থাৰ কথা কবিৰ অনুভূতিত প্ৰকাশ পাইছে। তেওঁৰ 'আমি কোনেও' নামৰ কবিতাটো সম্ভৱতঃ আমাৰ সাহিত্যৰ আটাইতকৈ চুটি কবিতা – য'ত কৰিয়ে তেওঁৰ জীৱন সংগিনীৰ লগত তেওঁৰ সম্পৰ্কৰ কথা কৈছে – মাত্ৰ তিনিটা সৰু লাইনৰ পৰিসৰত :

– "আমি কোনেও কাকো লগ নেপাওঁ
যেন একেটা মুদ্ৰাৰ আমি দুপিঠি
পৰস্পৰ অদৃশ্য।"

আজিৰ নগৰমুখী সভ্যতাৰ যৱনিকাৰ অন্তৰালৰ প্ৰকৃত সত্য এয়েই স্বামী-স্ত্ৰীৰ সম্বন্ধ আৰু যুগ্মজীৱনৰ। বাস্তৱতাৰ এয়া নিৰ্মম নিকৰুণ আৰু নিদাৰুণ সূৰ্য্য সত্য।

'ৰতাহ', 'নক্ষত্ৰ আৰু তুমি' – এই দুটা কবিতা অতীতৰ স্মৃতিৰে সজীৱ। 'নতুন গজালি'ত তেওঁৰ প্ৰেয়সীৰ দেহজ-মনোজ প্ৰেমৰ অবলুপ্তিৰ কথা কৈ হুমুনিয়াহ কাঢ়িছে যদিও তেওঁক নিৰাশাই জৰ্জৰিত কৰিব পৰা নাই। তেওঁ সেয়ে কয় :

– "মই আগবাঢ়ি গৈ আছোঁ
কিন্তু, উভতি চাই দেখোঁ
শিলনিৰ ফাঁকেদি নতুন গজালি ওলাইছে।"

তেনেধৰণৰ হতাশাত ভাগি পৰি এক অসহায় অৱস্থাত, উপনীত হোৱাৰ মানসিকতাকেই তেওঁ 'যেন আৰু এক প্ৰজন্ম' কবিতাত প্ৰতিফলিত কৰিছে আৰু তেওঁৰ জীৱনৰ ধ্বংস স্তূপৰ পৰা নতুন প্ৰজন্মৰ সৃষ্টিৰ স্বপ্ন দেখিছে :

– 'যেন মোৰ জীৱনৰ ভগ্নাৱশেষৰ মাজেদি
মোৰ আৰু এক প্ৰজন্ম।'

বীৰেশ্বৰ বৰুৱাৰ কবি-কৃতিৰ প্ৰায় আটাইকেইখন সংকলন পঢ়ি মোৰ এনে ভাব হয় বীৰেশ্বৰ বৰুৱাই যেন তেওঁৰ কাব্য-সৃষ্টিত মালাৰ্মে (Mallarme)ৰ পদ্ধতিকেই নিজৰ অজ্ঞাতসাৰেই অনুসৰণ কৰে – যি পদ্ধতি বা প্ৰক্ৰিয়াৰ কথা জিয়ফ্ৰে ব্ৰেৰেটনে (Geoffrey Breton)৷ তেওঁৰ 'ইণ্ট্ৰ'ডাকছন টু ফ্ৰেন্স পয়েট্ৰী' (Introduction to French Poetry) শীৰ্ষক গ্ৰন্থত উল্লেখ কৰিছে :

– "কোনো এটা কথা বা পদাৰ্থৰ নাম উল্লেখ কৰি কবিতা লিখিলে, কবিতাৰ আস্বাদনৰ ক্ষেত্ৰত পাঠকে পোৱা আনন্দ বা তৃপ্তিৰ চাৰি ভাগৰ তিনিভাগ তাতেই শেষ হৈ যায়। পূৰ্ণানন্দ প্ৰাপ্তিৰ সম্ভাৱনা থাকে অকণ অকণ কৈ, অলপ অলপকৈ বুজি উঠাৰ পাছত। এই ইংগিত বা সূচনা দিয়াটোৱেই হ'ল আদৰ্শ পন্থা।"

বীৰেশ্বৰৰ বাস্তৱতা-ৰূপায়ণৰ অন্তৰালত তেওঁৰ কোনো নিৰ্দিষ্ট বা পূৰ্ব-পৰিকল্পিত ভাবৰ অৱস্থিতি থাকে – যি তেওঁৰ কাৰণে যুগমীয়া, চিৰন্তন – কালজয়ী। তেওঁ তেওঁৰ সেই বাস্তৱতাক অসম্পূৰ্ণ, সংগতিহীন আৰু যোগসূত্ৰহীন প্ৰত্যক্ষ বাস্তৱতাৰ মাধ্যমেৰে আৱিষ্কাৰ কৰিবলৈ প্ৰয়াস কৰে সম্পূৰ্ণ, পৰিপূৰ্ণ আৰু চিৰন্তন বাস্তৱতাক।

বীৰেশ্বৰ বৰুৱাৰ কবিতাৰাজিৰ এই বিনম্ৰ অনুধ্যানৰ সামৰণিত এডগাৰ. এল. মাষ্টাৰছে (Edgar L. Masters) তেওঁ তেওঁৰ 'স্পুন ৰিভাৰ এন্থলজী' (Spoon River Anthology)ত তেওঁ নিজে লিখা স্মৃতি ফলকৰ কথা কেইষাৰি উল্লেখ কৰাৰ লোভ সামৰিব নোৱাৰিলোঁ :

– "এই কথাবোৰ হয়তো সঁচা কথা। কিন্তু, মোৰ কাৰণে, মই নিশ্চয়কৈ জানো যে মই স্পুন নৈৰ ওপৰত কিছুমান ঢৌৰ সৃষ্টি কৰি গলোঁ – আৰু সেয়াই হ'ল মোৰ প্ৰকৃত সোঁৱৰণি লিপিকা।"

আৰু ঠিক তেনেদৰেই বীৰেশ্বৰ বৰুৱায়ো ন-খন্দাৰ পানীতেই তেওঁৰ সোঁৱৰণি লিপিকাখনি উত্তৰ পুৰুষলৈ আগবঢ়াই থৈছে – সময়ৰ বহুত আগতেই।



## হিৰণ্য কুমাৰ ভট্টাচাৰ্য্য

| | |
|---|---|
| জন্ম – | নলবাৰী ১৯৩৪ |
| শিক্ষা - | গৰ্ডন হাইস্কুলৰ পৰা মেট্ৰিক পাছ্ কৰি এলাহাবাদ বিশ্ববিদ্যালয়ৰ পৰা বি এ., এম. এ পৰ্যন্ত অধ্যয়ন।<br>১৯৫৮ চনত আই পি. এছ্<br>১৯৭২ চনত অষ্ট্ৰেলিয়াৰ এডিলেইডৰ পুলিচ একাডেমীত যোগদান ভাৰতৰ হৈ। |
| সাহিত্যকৃতি – | তুঁহৰ জুই (কাব্য-সংকলন) ১৯৮১,<br>কাৰাৰুদ্ধ জীৱনৰ বাক্‌ৰুদ্ধ কাহিনী – (আত্মজীৱনীমূলক কাহিনী (১৯৮৩)<br>চিন্তা দুঃচিন্তা (১৯৯৩) – (আত্ম জীৱনীমূলক কাহিনী)<br>ইয়াৰ উপৰিও তেওঁ অসমৰ বিভিন্ন কাগজ-পত্ৰত ৰাজনৈতিক, সমাজতাত্বিক – সাহিত্য সম্পৰ্কীয় প্ৰবন্ধাদি লিখি আছে। তেওঁৰ বহুতো কবিতা পত্ৰ-পত্ৰিকাত প্ৰকাশ হৈ আছে। |

## 'অন্য এক দৃষ্টিত হিৰণ্য কুমাৰ'

এসময়ত এলাহাবাদ বিশ্ববিদ্যালয়ৰ ৰাজনীতি বিষয়ত এম. এ. পৰীক্ষাত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান অধিকাৰ কৰি দুটাকৈ সোণৰ মেডেল পোৱা ; ফুটবল, ভলীবল, টেনিছ, বেডমিণ্টনত স্কুলৰ পৰা বিশ্ববিদ্যালয় পৰ্য্যন্ত অসামান্য কৃতিত্ব দেখুওৱা আই. পি. এছ. চাকৰিত চমকৰ সৃষ্টি কৰি সহযোগীসকলৰ ঈৰ্ষাৰ পাত্ৰ হোৱা ; ১৯৭২ চনত অষ্ট্ৰেলিয়ান পুলিচ একাডেমীত বিশ্বৰ ৩৩খন দেশৰ পুলিচ বিষয়াসকলৰ প্ৰশিক্ষণৰ অন্তত প্ৰতিভাৰ যোগেৰে প্ৰথম স্থান অধিকাৰ কৰি সোণৰ মেডেল পোৱা ; দুৰ্ধৰ্ষ চিকাৰী ; জীয়া-ভৰলী, কপিলী, দিয়ুঙত ৫৭ কেজি ওজনৰ মাছ বৰশীত ধৰি চুইডেনৰ আন্তৰ্জাতিক বৰশী বোৱা প্ৰতিযোগিতাত সোণৰ পদক লাভকৰা ; আকস্মিক বক্তৃতা আৰু আবৃত্তিৰে শ্ৰোতাক সম্মোহিত কৰিব পৰা অনন্য ব্যক্তিত্বৰে সমৃদ্ধ হিৰণ্য কুমাৰ ভট্টাচাৰ্য্যই আমাৰ সাহিত্যত লেখক স্বৰূপে আত্মপ্ৰকাশ কৰে আশীৰ দশকত তেওঁৰ 'কাৰাৰুদ্ধ জীৱনৰ বাক্‌ৰুদ্ধ কাহিনী' খনেৰে – যিখন ডায়েৰী প্ৰকাশ হোৱাৰ লগে লগেই অসমৰ সাহিত্য আৰু ৰাজনৈতিক জীৱনত 'চেৰাজেভো হত্যা' সদৃশ্য আলোড়নৰ সৃষ্টি হৈছিল।

তেতিয়া অসম আন্দোলন তুংগত। মোৰ যিমান দূৰ মনত পৰে হোমেন বৰগোহাঞি আৰু হীৰেণ গোহাঁই - এই দুজনৰ বাহিৰে, সমগ্ৰ অসম উপত্যকাত, বৃহত্তৰ অসমীয়া সমাজৰ প্ৰায় সকলোৱেই আবেগৰ প্ৰবাহৰ তৰংগমালাত। কি কু-গ্ৰহৰ চাকনৈয়াত পৰি হিৰণ্য ভট্টাচাৰ্য্যৰ দৰে এজন প্ৰতিভাশালী চিন্তাবিদ অধ্যয়নপুষ্ট মানুহে কিয় যে সোণৰ অসম গঢ়া খনিকৰসকলৰ লগত পৰি আত্মজাহ দিবলৈ গৈছিল - সেইটো মোৰ বোধগম্য নাছিল।

মাজে মাজে অসমৰ বিভিন্ন কাগজ-পত্ৰত হিৰণ্য কুমাৰৰ ৰাজনৈতিক, অৰ্থনৈতিক বিষয়ৰ ওপৰত ভেটি কৰি লিখা তথ্য বোধি সমৃদ্ধ প্ৰবন্ধপাতি পাওঁ আৰু আগ্ৰহেৰে পঢ়ি থাকোঁ। ৰাজনীতি-অৰ্থনীতি এই সম্পৰ্কে মোৰ জ্ঞানৰ পৰিসৰ অতি সীমিত আৰু দুখলগা কাৰণে সেইবিলাক লিখনিৰ ওপৰত মোৰ মানসিক প্ৰতিক্ৰিয়াখিনি মই মোৰ মনতেই সামৰি থৈছোঁ। যাযাবৰী ভঙ্গীত লিখা তেখেতৰ 'কাৰাৰুদ্ধ জীৱনৰ বাক্‌ৰুদ্ধ কাহিনী'য়ে মোক বাক্‌ৰুদ্ধ কৰি ৰাখিছে। মনে মনে, অকলে কান্দি কান্দি মোৰ মনৰ প্ৰতিক্ৰিয়া মই মোৰ মনতে ৰাখি থোৱাৰ বাহিৰে প্ৰকাশৰ মাধ্যম আন কোনো মোৰ হাতত নাই। ইয়াৰ বাহিৰে তেখেতৰ অন্তস্পৰ্শী কবিতা কিছুমানৰ 'নজৰুল-প্ৰবাহ' আৰু 'জ্যোতি-প্ৰপাত'ৰ তুমুল কলৰোল মই শুনি থাকোঁ মাজে মাজে সমুখৰ ব্ৰহ্মপুত্ৰখন আৰু সুদূৰৰ সীমনাত থকা কাঞ্চনজংঘাৰ শাখা-প্ৰশাখাৰ বিস্তীৰ্ণ বিশাল বলয়প্ৰান্তলৈ

অসহায়ভাৱে চাই চাই। সংকলন স্বৰূপে এতিয়াও আত্মপ্ৰকাশ নকৰা চুটি গল্পবোৰ প্ৰায়েই পঢ়িবলৈ পাওঁ, কেতিয়াবা মনটো বেয়া লাগি যায়। এই সম্পৰ্কে মোৰ উপলব্ধি এয়েই যে তেখেতৰ বেছিভাগ গল্পয়েই তেখেতৰ নিজৰ জীৱনৰে বিভিন্ন অভিজ্ঞতাৰ অকৃত্ৰিম ৰূপায়ণৰ প্ৰচেষ্টা। 'দিন-কণা', 'বলো-কাকা', 'উদ্যোগ পৰ্ব', 'নিবনুৱা বোপা', 'পৰিত্ৰাণ', 'স্বপ্ন-ভংগ', 'উত্তৰা' , 'পদত্যাগ' এই গল্পবোৰৰ মাধ্যমেৰে হিৰণ্যকুমাৰে আশীৰ দশকৰ 'অসমৰ অস্তিত্ব ৰক্ষাৰ সৰ্বনাশী, হুতাশনী বীভৎসতাৰে পৰিসমাপ্তি ঘটা আন্দোলনটোৰ প্ৰতি তেখেতৰ স্বপ্ন-ভংগ, শ্লেষ, বক্ৰোক্তি আৰু ব্যংগাত্মক ৰূপায়ণ কৰাই আমাক দেখুৱাইছে - য'ত প্ৰতিফলিত হৈছে তেখেতৰ মোহভংগৰ বাস্তৱ প্ৰতিচ্ছবি।

'দিন-কণা' গল্পটো ১৯৮৩ চনৰ যেতিয়া সোণৰ অসম গঢ়া সোণাৰীসকলৰ ব্যস্ততা তুংগত। অতি সীমিত পৰিসৰতে হিৰণ্য কুমাৰে উগ্ৰ অসমীয়া জাতীয়তাবাদৰ হাস্যকৰ আৰু নিন্দনীয় পৰিণতি, অতি নিপুণতাৰে আঁকি দেখুৱাইছে । পানী-কলৰ মিস্ত্ৰী, পেইণ্টাৰৰ সন্ধানত বিব্ৰত অসম-প্ৰেমীৰ পৰিশ্ৰান্ত, বিভ্ৰান্ত অৱসাদ ; আন্দোলনৰ অগ্ৰণী নেত্ৰীৰ ঘৰত নেত্ৰী গৰাকীৰ দ্বাৰা বাংলাদেশী তিৰোতাৰ দ্বাৰা ধান-জৰা, ধান-খুন্দা কামত লুকাই-চুৰকৈ নিযুক্তি দিয়া ; আমাৰ ৰাজনৈতিক জীৱনৰ কৰ্ণধাৰ এম. এল. এ. সকলে নিৰ্বিবাদে, নিঃসংকোচে, অকুণ্ঠ আৰু অনুশোচনাহীন চিত্তেৰে গতানুগতিক প্ৰক্ৰিয়াৰে বাংলাদেশীসকলক নাগৰিকত্বৰ প্ৰমাণ পত্ৰ দিয়া – এইবোৰ ৭০ আৰু ৮০ দশকৰ আমাৰ দৈনন্দিন জীৱনৰ জ্বলন্ত সমস্যা। পৃথিৱীৰ ভিতৰতে এই এটা মাত্ৰ জাতি-সত্তা যিটো সত্তাৰ এক বৃজন সংখ্যক কৰ্মবিমুখ, এলেহুৱাক ৰাজনৈতিক পৃষ্টপোষকতা, চৰকাৰী বেৰেকত ৰাখি চৰকাৰী ভঁৰাল উদং কৰি খুৱাই থকা হৈছিল - সেই পৰম পূজ্যপাদ 'ধোদ' সকলৰেই উত্তৰাধিকাৰী আমি সকলোৱেই বৃহত্তৰ অসমৰ, সকলোৱেই সকলো জন-গোষ্ঠীয়েই – যি কৰ্মৰ প্ৰতি সম্পূৰ্ণ বিমুখ- যি পৰৰ মূৰত কঁঠাল ভাঙি, আনক দোষ জাপি দি–খাই-বই আৰামত জীৱন নিৰ্বাহ কৰিবলৈ বিচাৰে, যি শ্ৰমৰ বিকল্প হিচাপে আলস্যক গ্ৰহণ কৰি, আবেগৰ ভোৱাৰত উটি ভাঁহি গৈ কেইদিনামানৰ কাৰণে হয়তো জামাতুল্লা ভৱনৰ বাৰাণ্ডাত বহিলৈ জোতা পালিছ কৰি আঠ অনাৰ ঠাইত দহ-বিছ টকা লৈ অসম প্ৰেম তথা দেশ প্ৰেমৰ চূড়ান্ত নিদৰ্শন দেখুৱাই সন্তীয়া জনপ্ৰিয়তা অৰ্জন কৰি নিজকেই ধন্য মানিছিল আৰু আমাৰেই শীৰ্ষস্থানীয় বুদ্ধিজীৱী সাংবাদিকৰ একাংশই তেওঁলোকক মূৰত তুলি লৈ কৃতাৰ্থ হৈছিল।

'বলোকাকা' গল্পটোৰ মাত্ৰ দুটা চৰিত্ৰ - বলোকাকা আৰু জেমছ্। এলেহুৱা, এলাইবাদু, পৈতৃক অৰ্জনত খাই-বৈ আৰামপ্ৰিয় জীৱন-যাপন কৰি সময় কটোৱা জেমছৰ বলোকাকাক কোৱা কথাষাৰ 'তুমি বুঢ়া বয়সত আৰাম কৰিব পাৰিবা' আৰু বলোকাকাৰ নিৰ্লিপ্ত প্ৰত্যুত্তৰ 'এতিয়ানো মই কি কৰিছোঁ?' ইয়াৰ দ্বাৰাই হিৰণ্য কুমাৰে কৰ্মবিমুখতাই পংগু কৰা আমাৰ জন-জীৱনৰ নতুন চাম পুৰুষৰ অহেতুক দম্ভ, আনক উপদেশ দি ফুৰা মানসিকতাক বলোকাকাৰ

দৰে এজন তথাকথিত অশিক্ষিত পৌঢ় ব্যক্তিৰ মাত্র 'এতিয়ানো মই কি কৰিছোঁ'ৰেই নিষ্ঠুৰভাৱে উদঙাই দেখুৱাইছে।

'উদ্যোগ পৰ্ব'ত আমাৰ সোণৰ অসম গঢ়া চৰকাৰখনৰ কাৰ্য্যকলাপৰ প্রতি ভট্টাচাৰ্য্যৰ তীব্র, তিৰ্য্যক ব্যংগ আৰু বিদ্রূপৰ জয়দৌল উঠিছে। এই গল্পটোৰ মাধ্যমেৰে হিৰণ্যকুমাৰে আমাৰ প্রশাসন যন্ত্রটোৰ ওপৰত নিৰ্মম অস্ত্রোপচাৰ কৰি দেখুৱাইছে – নিৰ্মম এই কাৰণেই যে এই অস্ত্রোপচাৰত 'এনাছ্থেছিয়া' দিয়া হোৱা নাই। যাৰ অস্ত্রোপচাৰ কৰা হৈছে সেইসকলে বিবেকৰ দংশনত অৰ্দ্ধমৃত নিশ্চয় হৈছে – যদি বিবেক বা আত্ম-সমালোচনা বোলা অশৰীৰী অৱস্থিতি এটাৰ কথা তেখেতসকলৰ জীৱনযাত্ৰাৰ অভিধানত এতিয়াও আছে। এই বাস্তৱভিত্তিক গল্পটোত হিৰণ্যকুমাৰৰ ব্যক্তিগত অভিজ্ঞতাৰ বোলৰ পৰশ লাগি আছে। অসমৰ থলুৱা লোকক শ্রম-মুখী, উদ্যোগমুখী কৰিবলৈ প্ৰচাৰ-সৰ্বস্ব প্রচাৰেই বহুতো উদ্যোগীৰ অকাল আৰু অপমৃত্যু ঘটোৱাইছে – যাৰ কৃতিত্ব চৰকাৰে গ্রহণ কৰি গৌৰৱান্বিত হৈ আত্মপ্ৰবঞ্চনা কৰিব পাৰে। বাস্তৱভিত্তিক এইকাৰণেই বুলিছোঁ – কিয়নো মোৰ ঘৰৰ নিচেই কাষৰেই বোন্দা অঞ্চলৰ উদ্যোগীসকলৰ তলা-বন্ধ উদ্যোগবোৰৰ উৎপাদনবোৰ মই সদায়েই নিজ চকুৰে যোৱা কেইবছৰে দেখি আহিছোঁ। 'নিবনুৱা বোপা' শীৰ্ষক গল্পটোতো হিৰণ্যকুমাৰে এসময়ৰ হেমচন্দ্র বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা, লক্ষ্মীনাথ ফুকন, মহীচন্দ্ৰ বৰা, দণ্ডিনাথ কলিতা, চন্দ্ৰধৰ বৰুৱা এই প্রাতঃস্মৰণীয় ব্যক্তিসকলৰ দৰেই নিৰ্ভীকভাৱে আমাৰ শিক্ষিত যুৱকসকলৰ শ্ৰম-বিমুখতা, শাৰীৰিক শ্রম কৰিবলৈ থকা জন্মগত বিতৃষ্ণা আৰু মাত্র অফিচত বহি আৰামী চকীৰ পৰা অসমৰ উদ্যোগৰ দ্রুত উন্নয়নৰ স্বপ্ন দেখা বিলাসিতাক অতি নিষ্ঠুৰভাৱে ক্ষত-বিক্ষত কৰি উলংগ কৰি দেখুৱাইছে। লক্ষ্মীনাথ বেজবৰুৱা – ভোলানাথ বৰুৱাই সম্বলপুৰকে মুখ্য কাৰ্য্যালয় কৰিও যে উদ্যোগ পৰিচালনা কৰিব পাৰি আমাক দেখুৱাই থৈ গৈছে। আমি কিন্তু এতিয়াও একো নকৰাকৈয়েই বিৰলা-টাটা-দালমিয়া হ'বলৈ বিচাৰোঁ আৰু একো কৰিব নোৱাৰি আনক আমাৰ দুৰৱস্থা আৰু শোচনীয় অৰ্থনৈতিক অনগ্রসৰতাৰ কাৰণে জগৰীয়া কৰি দেশপ্ৰেমৰ পৰিচয় দি আত্মসন্তুষ্টি লভোঁ।

'পৰিত্ৰাণ' গল্পটোৰ মৌজাদাৰৰ চৰিত্ৰ ৰূপায়ণ বেছ সুন্দৰ হৈছে। এই মৌজাদাৰজন বেণুধৰ শৰ্মাৰ 'আলহী কেইবিধ'ৰ বজ্ৰলেপ গোষ্ঠীৰ যদিও এইজন বজ্ৰলেপ 'ওফৰা-জেং-বজ্ৰলেপ'হে। পৰৰ মূৰত কঁঠাল ভাঙি খোৱা মৌজাদাৰক চুঙা চাই সোপা দিয়া চেমনীয়া মুকুলৰ চৰিত্ৰটোৰ ৰূপায়ণ সফল হৈছে।

'স্বপ্ন ভংগ'ৰ উদ্দেশ্যধৰ্মিতা বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যৰ দৰে উৎকটভাৱে প্রকট। এই গল্পটোৰ অন্তৰ্নিহিত বাণীত বৰ্তমানৰ সন্ত্রাসবাদিতাক আঁকোৱালি লোৱা এচাম দিক্‌ভ্ৰান্ত যুৱকৰ প্রতি ভট্টাচাৰ্য্যৰ সকীয়নি প্রতিস্ফুট হৈছে। এই গল্পটো যেন ভট্টাচাৰ্য্যৰ জীৱনৰ কোনো এটা মুহূৰ্তৰ প্রতিবিম্ব। 'উত্তৰণ' গল্পটোত আশীৰ দশকৰ দেশোদ্ধাৰ আৰু সোণৰ অসম গঢ়া অসম হিতৈষীসকলে

কেনেকৈ এটা প্ৰজন্মক সম্পূৰ্ণভাৱে ধ্বংস কৰিলে হিৰণ্যকুমাৰৰ আত্মোপলব্ধি আৰু বক্তব্যত সুন্দৰকৈ ফুটি উঠিছে সাংবাদিক যোগেন্ শৰ্মাৰ চৰিত্ৰায়ণত। 'দেশপ্ৰেম কাৰো একচেটিয়া সম্পত্তি নহয়' – এয়া যেন প্ৰকৃতাৰ্থত বিগত চৰকাৰৰ চৰ্দাৰ বল্লভ ভাই পেটেল সদৃশ কৰ্ণধাৰসকলৰ প্ৰতি কৰা হিৰণ্য কুমাৰৰ তেজোদীপ্ত তীব্ৰ ঘৃণা আৰু বিষোদগাৰৰ নিৰ্ভীক প্ৰকাশ। ইয়াত হিৰণ্য কুমাৰে 'সাংবাদিকতা'ৰ মাধ্যমেৰে, পৰীক্ষা নিদিয়াকৈ প্ৰথম শ্ৰেণীৰ প্ৰথম হোৱা দেৱী সৰস্বতীৰ পুত্ৰ কেইজনমানক মূৰৰ ওপৰত তুলি লৈ, সময়ত নিজে চৰকাৰী পুৰস্কাৰ, ৰাছৰ, কাঠৰ পাৰ্মিট লোৱা এচাম শিয়াল সাংবাদিকৰ, মুখায়েই নহয়, ছালবোৰো চেলাই দিছে। ওপৰোক্ত গল্প কেইটাত হিৰণ্যকুমাৰে কনকসেন ডেকাৰ দৰেই সত্য আৰু অপ্ৰিয় সত্য কৈ নিৰ্ভীক আৰু এটা দুঃসাহসী চিন্তাশীল ভাবধাৰাৰ পৰিচয় দি আশীৰ দশকৰ অসমৰ আৰ্থ-সামাজিক-ৰাজনৈতিক জীৱনৰ প্ৰতিফলন খুব নিপুণতাৰে দেখুৱাইছে। এই লিখনিবোৰে এই কথাটো স্পষ্টভাৱে দেখুৱায় যে কনকসেন ডেকাৰ দৰেই হিৰণ্যকুমাৰে নিজৰ ভুল স্বীকাৰ কৰি আত্মবিশ্লেষণ কৰিবলৈ কুণ্ঠিত নহয়।

ঠিক সেইদৰে 'পদত্যাগ' গল্পটোৰ যোগেদি হিৰণ্য কুমাৰে আমাৰ কিছুমান ভণ্ড ৰাজনীতি-ব্যৱসায়ীৰ মুখাবোৰ অতি নিপুণতা আৰু আয়াসেৰে খুলি দিছে। হিৰণ্যকুমাৰৰ বেছিভাগ গল্পতেই তেওঁৰ জীৱন দৰ্শনৰ আলেখ্য ফুটি উঠিছে। বহু ক্ষেত্ৰত কিছুমান গল্প যেন অতি-ব্যক্তিকেন্দ্ৰিক হৈ পৰিছে! তেখেতৰ 'ড্ৰাইভাৰ প্ৰবৰ' এটা সুন্দৰ গল্প য'ত লিখনিৰ ভঙ্গীত মই বিজয় শংকৰ শৰ্মাক দেখিছোঁ। গল্পটোত অসমীয়াৰ কৰ্ম-বিমুখী মানসিকতা, অহংকাৰ, মিছা ভেম- এই সকলোখিনি 'প্ৰতিভা' ভট্টাচাৰ্য্যই তেখেতৰ হাস্য-ব্যংগ-বিদ্ৰূপৰ বাণেৰে সমৃদ্ধ কৰি তুলি নতুন পুৰুষক আত্মবিশ্লেষণ কৰি চাবলৈ যেন অনুৰোধ কৰিছে।

ওপৰত উল্লেখ কৰা কেইটিমান গল্পৰ উপৰিও, হিৰণ্যকুমাৰে দুখনমান উপন্যাসিকা পাঠকলৈ আগবঢ়াইছে। মই অৱশ্যে এই উপন্যাসিকা কেইখনক উপন্যাসিকা বুলি ল'বলৈ টান পাইছোঁ। প্ৰকৃতাৰ্থত এই কেইটা এফ্ স্কট্ ফিটজেৰাল্ড (F. Scott Fitzerald)-ৰ 'দি বেবী পাৰ্টী (The Baby Party),বা কেথেৰিণ এন পৰ্টাৰ (Katherine Anne Porter)-ৰ 'এ দে'জ ৱৰ্ক' (A Day's Work) বা ডেনমাৰ্কৰ গল্পকাৰ মাৰ্টিন এন্দাৰছন নেকছ (Marin Anderson Nexo)-ৰ 'বাৰ্ডছ অব পেছেৰ্জ' (Birds of Passage)-ৰ দৰে সমাকাৰৰ বা সমগোত্ৰীয় গল্প দীৰ্ঘতাৰ ফালৰ পৰা। আমাৰ মালিক ককাইটিৰ দীঘল গল্পবোৰৰ বাহিৰেও অসমীয়া আধুনিক গল্পকাৰ ভবেন্দ্ৰনাথ শইকীয়াৰ 'গ্ৰহণ', মেদিনী চৌধুৰীৰ 'মই, ইদ্ৰিছ আৰু বাবুলাল' অথবা মহেন্দ্ৰ বৰঠাকুৰৰ 'বৰনামঘৰত দুঃশাসন বধ'ৰ দৰে হিৰণ্যকুমাৰৰ 'উইল' আৰু 'বিকৰ্ষণ' দুটা সুন্দৰ দীঘলীয়া গল্প। 'উইল'খন পঢ়িয়েই মই তেখেতক মোৰ

শলাগনি জনাই কৈছিলোঁ যে 'উইল'ৰ কাহিনীটোত বিবৰ্দ্ধনৰ যথেষ্ট থল আছে। সেই একেটা কথায়েই 'বিকৰ্ষণ'ৰ ক্ষেত্ৰতো খাটে। হিৰণ্য কুমাৰৰ এই দীঘল গল্প দুটা পঢ়াৰ পিছত মোৰ এলিজাবেথ বৱেন (Elizabeth Bowen)-ৰ দুখন উপন্যাস, সম্ভৱতঃ 'হাউচ্ ইন পেৰিছ' (House in Paris) আৰু 'দেথ অব দি হাৰ্ট' (Death of the Heart)-ৰ ৰচনাশৈলীৰ কথা মনত পৰিছিল। হিৰণ্যকুমাৰৰ দুয়োটা গল্পৰেই বৰ্ণনাত মানুহৰ কামনা-বাসনাৰ কথা অ'ত-ত'ত টুকুৰা-টুকুৰকৈ প্ৰকাশ কৰা ধৰণটো বৱেনৰ দৰে। পাঠকক উত্তেজনাৰ শীৰ্ষলৈ অকোৱা-পকোৱা বাটেদি লৈ গৈ বিমোৰত পেলায়। হাইক'ৰ্টত উইলখন পঢ়াৰ পিছতেই সগৰ্বে দিলীপ-গীতা ওলাই যোৱাৰ পিছতো সৰ্বহাৰা হৈ যোৱা, উইল পঢ়াৰ আগলৈকে মোৰ সহানুভূতি বা সমবেদনাৰ পৰা বঞ্চিত হৈ থকা, দীপালীজনীলৈচোন মোৰ আটাইখিনি কৰুণা, দয়া, সহানুভূতি একে সময়তে প্ৰচণ্ড গতিত ওলাই আহিছিল। এই শতিকাৰ অন্যতম মহাকাব্য বিমল মিত্ৰৰ 'কড়ি দিয়ে কিনলাম'ৰ অন্তৰ্নিহিত বাণী- যি মৰ্ম মই উপলব্ধি কৰিছিলোঁ ৰামচন্দ্ৰ সত্তাৰ দীপংকৰৰ চৰিত্ৰায়ণৰ মাধ্যমেৰে, সেই নিষ্ঠুৰ সত্য প্ৰতিভাত হৈছিল হাইক'ৰ্টত একেবাৰে অকলশৰীয়া হৈ এটা প্ৰচণ্ড ভূমিকম্পত বিধ্বস্ত হৈ যোৱা দীপালীৰ অৰ্থ আৰু সম্পদৰ প্ৰতি থকা লালসাৰ চৰম পৰাজয়, যি পৰাজয়ে দীপালীৰ অন্তৰাত্মা কঁপাই তুলি ভাবিবলৈ হয়তো বাধ্য কৰাইছিল – টকাৰে সকলো কিনিব পাৰিলেও সুখ আনন্দ কেতিয়াও কিনিব নোৱাৰি। প্ৰমথনাথ বিশীৰ কথাযাৰ বাৰে বাৰে মোৰ মনলৈ আহিছিল 'কড়ি দিয়ে অন্ততঃ জীবনের আনন্দ কেনা যায় না'। এনে এটা সময়ত মোৰ দীপালীৰ আগৰ বেয়া কামবিলাক পাহৰি যাবৰ মন যায় – তাইক নতুন চকুৰে নতুনকৈ চাবৰ মন যায়। এয়াই হ'ল হিৰণ্যকুমাৰৰ কৃতিত্ব গল্পকাৰ হিচাপে – চৈয়দ আব্দুল মালিকৰ দৰে একো আৰু নকৈ – বহুতো কৈ দিয়াৰ অপ্ৰত্যক্ষ শৈলীৰ কলাসুলভ প্ৰয়োগৰ নিদৰ্শন।

ঠিক এনে এটা শৈলীৰেই আধাৰত হিৰণ্যকুমাৰে লিখিছে 'বিকৰ্ষণ' শীৰ্ষক দীঘলীয়া গল্পটো। এই গল্পটোৰ শেষ অংশত যেতিয়া প্ৰশান্তই অশান্ত মূৰ্তি ধৰি তাৰ জীৱনক লৈ খেলা কৰা পাৰুলক ওলাই যাবলৈ কয় –

'শুনা পাৰুল, তুমি মোৰ বাবে আছিলা অনাঘ্ৰাত কুমাৰী – তাৰ প্ৰমাণ তুমি বহুবাৰ পাইছা। আজি মোৰ বাবে তুমি এগৰাকী কামোন্মত্তা পতিতা বাদে আন একো নহয়। উচ্ছৃঙ্খল হোৱা সহজ, কিন্তু অনুগত পতি, পত্নী বা মাতৃ হোৱা কষ্টসাধ্য।'

হিৰণ্যকুমাৰৰ 'বিকৰ্ষণ'ৰ যৱনিকা পতন ইয়াতেই নহ'ল। কিয়নো যি শাৰী কথাৰে পৰিসমাপ্তি ঘটাইছে – সেয়েই আকৌ মোৰ দৰে পাঠকক বিমোৰত পেলাইছে। অশান্ত প্ৰশান্তৰ ৰুদ্ৰমূৰ্তিৰ অন্তৰালত মই দেখিবলৈ পাওঁ এটা নিৰালম্ব, অসহায়, প্ৰত্যাখ্যাত চক্ৰান্তৰ বলিৰ মুমূৰ্ষু সত্তা এটাক – যি অন্তৰাত্মা কঁপোৱাই কান্দি কান্দি কয় ঃ

'উৎকণ্ঠ আমাৰ লাগি
কেহ যদি প্ৰতীক্ষিয়া থাকে
সে ধন্য কৰিবে আমাকে।"

দিলীপ-দীপালী, গীতা-সিদ্ধাৰ্থ, পুনৰ দিলীপ-গীতা, প্ৰশান্ত-পাৰুল, পাৰুল-হান্দা, প্ৰশান্ত-পাৰুল এওঁলোকৰ জীৱনৰ কথাবোৰ, সমস্যা আৰু জটিল সংঘাতবোৰ হিৰণ্যকুমাৰে চেকভ, মোপাছা, মম, শীলভদ্ৰ, চৈয়দ আব্দুল মালিক, ভবেন শইকীয়া, মহিম বৰা, হোমেন বৰগোহাঞিৰ দৰেই বাস্তৱৰ ওপৰত ভেটি কৰি লিখা আৰু সেই কাৰণেই প্ৰাণৱন্ত আৰু মৰ্মস্পৰ্শী ৰূপায়ণ। এওঁৰ এইকেইটা গল্পত ভাবালুতা নাই। দৃষ্টিভঙ্গীত তাচ্ছিল্য বা নিন্দাসূচক অৱজ্ঞাখিনি প্ৰণৱজ্যোতি ডেকাৰ গল্পবোৰৰ দৰেই তীক্ষ্ণ, ক্ষুৰধাৰ আৰু জ্বালাময়ী। এওঁৰ 'বিকৰ্ষণ'ত মই ৰমা দাশৰ 'দুৰ্যোগৰ ৰাতি'ৰ দীপিৰ অভিনয় আৰু ছলনা, আব্দুল মালিকৰ 'কাঠফুলা'ৰ বেদানাৰ বিশ্বাসঘাতকতাৰ প্ৰতিবিম্বৰ অস্পষ্ট ৰেঙণি দেখিবলৈ পাওঁ।

এই গল্প দুটাৰ চৰিত্ৰসমূহৰ মনস্তাত্বিক সংঘৰ্ষৰ লগতে বহিৰ্দ্বন্দ্বৰো সূক্ষ্ম ৰূপায়ণ ঘটিছে আৰু তাত বিশ্বাসযোগ্যতা আৰু বাস্তৱতা হাতত ধৰা-ধৰিকৈ গৈছে। এই গল্প দুটাৰ চৰিত্ৰ বিবৰ্দ্ধনত হিৰণ্যকুমাৰে মিছ্ আইভি কম্পটন বাৰনেটৰ দৰে সংযত সংলাপৰ মাধ্যম শৈলীৰ সুন্দৰ প্ৰয়োগ কৰিছে।

বহুমুখী প্ৰতিভাৰ হিৰণ্যকুমাৰ প্ৰকৃতাৰ্থত এজন অনুভূতি সম্পন্ন কোমল হৃদয়ৰ মানুহ – এওঁৰ অনুভূতিবোৰ পাতাল-সলিলা। 'কাৰাৰুদ্ধ জীৱনৰ বাক্‌ৰুদ্ধ কাহিনী' লেখক হিৰণ্য ভট্টাচাৰ্য্য মানুহজন সেই বিখ্যাত কিতাপখনৰ বেটুপাতৰ বিক্ষুব্ধ বিদ্ৰোহী নহয় – যাৰ চকুৰেদি ধাৰাসাৰে, নিৰৱচ্ছিন্নভাৱে নিৰ্গত হৈছে অগণন অগ্নিস্ফুলিংগৰ বেদনাৰ্ত যমদগ্নি জ্যোতি। এইজন হিৰণ্যকুমাৰৰ কবি-সত্তাটোৱে তেওঁৰ বিভিন্ন গল্পৰ মাজে মাজে বিজুলীৰ দৰে এই জ্বলে – এই মৰে ঃ

–'উত্তৰৰ দিশে হিমালয়ৰ দুই এটা শৃংগই মেঘৰ ওৰণিখন গুচাই হঠাতে ভুমুকি মাৰিছে।' (উদ্যোগ পৰ্ব)

– 'ঘন কুঁৱলীৰ বিৰুদ্ধে ফেৰ মাৰি নিস্তেজ বেলিটো লাহে লাহে উঠি আহিল।' (স্বপ্নভংগ)

–'নৰাবোৰৰ ওলমি থকা নিয়ৰৰ টোপালবোৰত ৰ'দৰ জিলিকনিয়ে সমগ্ৰ পথাৰখনকে মণিমাণিক্য খচিত বাদামী ৰঙৰ এখন কাৰ্পেটৰ ৰূপ দিছে' (স্বপ্নভংগ)

– 'অন্তৰৰ ৰিক্ততাই আকাশৰ শূন্যতাক গ্ৰাস কৰি পেলাব খুজিছে' (মৰহি নোযোৱা ফুল)

হিৰণ্যকুমাৰৰ গল্প, ডায়েৰী আৰু অসংখ্য কবিতাৰ মাজে মাজে মই অ'ত-ত'ত হোমেন বৰগোহাঞিৰ অস্পষ্ট প্ৰতিমূৰ্তিটোৱে ভুমুকি মৰা দেখোঁ। এজন অসাধাৰণ অধ্যয়নশীল মানুহ, হিৰণ্যকুমাৰৰ লিখনিত অস্কাৰ ৱাইল্ড, এমিল

লুডউইগ, টলষ্টয়, এডগাৰ এলেন প', চার্চিল, জন ৰাছেলৰ বাহিৰেও লক্ষ্মীনাথ বেজবৰুৱা, সত্যেন বৰকটকী, মেদিনী চৌধুৰী, হেম বৰুৱা, হীৰেণ গোহাঁই, শৰৎ চাটাৰ্জী, মৈত্ৰেয়ী দেৱী, যাযাবৰ আৰু সৰ্বশেষত ৰবীন্দ্ৰনাথৰ প্ৰতিধ্বনি শুনোঁ। ৰাজনৈতিক চিন্তাধাৰাৰ লিখনিসমূহত মই হিৰণ্যকুমাৰৰ এটা প্ৰচেষ্টা দেখিবলৈ পাইছোঁ – য'ত তেওঁ তেওঁৰ বক্তব্যৰ যোগেদি এম. এন. ৰায়, জয়প্ৰকাশ নাৰায়ণ আৰু দীনদয়াল উপাধ্যায় – এই ত্ৰিমূৰ্তিৰ ৰাজনৈতিক চিন্তাধাৰাৰ সমন্বয় সাধনৰ প্ৰতি একাগ্ৰতা দেখুৱাইছে। তথাপি হোমেন বৰগোহাঞিৰ কাব্যিক ব্যক্তিত্বৰ উন্মেষ এওঁৰ লেখাত পাওঁ যিটো ভট্টাচাৰ্য্যৰ গল্পবোৰত সিঁচৰতি হৈ আছে হোমেন বৰগোহাঞিৰ লিখনিবোৰত থকাৰ দৰেই :

– 'বহাগীৰ মুখত যেন হঠাৎ এক অপাৰ বিস্ময় ফুটি উঠিল আৰু পাছ মুহূৰ্ততে সেই বিস্ময়ৰ উত্তুংগ শৃংগ জলমলাই উঠিল, এক নতুন প্ৰভাতৰ স্বৰ্ণ স্পৰ্শত, এক নতুন চেতনাৰ আনন্দ উন্মেষত।' (পিতা-পুত্ৰ)

–'জীৱনৰ বাটত সি গৈ থাকোতে হঠাৎ সি একোবাৰ থমকি ৰৈ যাব আৰু হেমন্তৰ আবেলিৰ দৰে বহাগীৰ মুখখন মনত পৰি এক কৰুণ বিষণ্ণতাত তাৰ মনটো সেমেকি উঠিব। নদীৰ লাৱণ্যই তাক বহাগীৰ কথা মনত পেলাই দিব। ডাৱৰীয়া আকাশৰ তলত বতাহে ঢৌ খেলাই থকা সেউজীয়া ধাননিয়ে তাক বহাগীৰ কথা মনত পেলাই দিব, বাঁহ গছৰ আগত ওলমি ৰোৱা দশমীৰ জোনে তাক বগাহীৰ কথা মনত পেলাই দিব ...' (পিতা-পুত্ৰ)

শান্তিৰ গংগোত্ৰীৰ কৰুণা বিচাৰি হাহাকাৰ কৰি কান্দি কান্দি গৈ আছিল 'ব্যথাবিষে নীলকণ্ঠ' অশান্ত প্ৰশান্ত।

এই ক্ৰন্দনতেই প্ৰশান্তৰ চৰম পৰাজয়ৰ গ্লানি আৰু পাৰুলৰ পূৰ্ণ বিজয়ৰ জয়জয়ন্তী বৈভৱ। যিজনী পাৰুলক প্ৰশান্তই বেশ্যাতকৈও অধম বুলি, নীচ, পতিতা বুলি, কামাসক্তা কামিনী বুলি নিজৰ কোঠাৰ পৰা অভাৱনীয়ভাৱে দুৰ্ব্যৱহাৰ কৰি উলিয়াই দিছিল – সেইজনী বেশ্যাৰেই, সেইজনী পতিতাৰেই জয় হ'ল অৱশেষত। এয়া যেন যৌৱন-উদ্ধতা কামনা-কাতৰ পাৰুলৰ অস্পষ্ট প্ৰতিমূৰ্তিৰ পিছত থিয় দিছেহি যাযাবৰৰ 'জনান্তিক'ৰ মলী সেন আৰু যেন অৱজ্ঞা, বিদ্ৰূপ (আছিল) আৰু আত্মপ্ৰসাদৰ সুৰত প্ৰশান্তক ওৰে বাটে কৈ আহিছে, প্ৰতি ক্ষণে প্ৰতি ক্ষণে, অবিৰাম অবিৰত সংগতৰ নিষ্ঠুৰতাৰে।

–'শুনা প্ৰশান্ত, তুমি মোক খেদি দিলেও তোমাৰ মনোজগতৰ পৰা মোক নিৰ্বাসন দিব কেতিয়াও নোৱাৰা – কেতিয়াও নোৱাৰা। সেই ক্ষমতা তোমাৰ নাই কোনো পুৰুষৰেই নাই। মই নাৰী, মই প্ৰকৃতি, ময়েই মোহিনী। তুমি য'তেই নেথাকা – য'লৈকে নোযোৱা, মোৰ মায়াজালে তোমাক কেতিয়াও কোনো পথে মুক্তি নিদিয়ে। হে বন্ধু, বিদায়। –

এইখিনি হিৰণ্যকুমাৰৰ বক্তব্য নহয়। 'বিকৰ্ষণ'ৰ এয়াই আকৰ্ষণ। ইয়াতেই নিহিত হৈ আছে হিৰণ্যকুমাৰৰ কাহিনীৰ অকথিত বেদনাৰ কথা।



## অমৰজ্যোতি বৰুৱা

| | |
|---|---|
| জন্ম – | ১৯৬৫ চন। উত্তৰ গুৱাহাটী। বিখ্যাত সংস্কৃত পণ্ডিত আৰু ভাৰতৰ পঞ্চম চিভিলিয়ান আনন্দৰাম বৰুৱাৰ বংশৰ। |
| শিক্ষা – | গুৱাহাটী। অভিযন্তা উঃ পূঃ বিদ্যুৎ নিগম। |
| সাহিত্যকৃতি – | 'পৰাজিত সম্রাট', 'মন দাপোণৰ খেলা'। তেওঁৰ বহুত গল্প উৰিয়া আৰু মালয়ালম ভাষালৈ অনূদিত হৈছে। |

## পৰাজিত সম্ৰাট — অমৰজ্যোতি বৰুৱা

বিশ্ববিখ্যাত সংস্কৃত পণ্ডিত আৰু ভাৰতৰ পঞ্চমজন চিভিলিয়ান আনন্দৰাম বৰুৱাৰ বংশৰেই অমৰজ্যোতি বৰুৱাই যোৱা দহ-পোন্ধৰ বছৰৰ ভিতৰত আমাক বহুতো চুটি গল্প বিভিন্ন পত্ৰিকা আৰু আলোচনীৰ যোগেদি উপহাৰ দিছে। 'মন দাপোণৰ খেলা' আৰু 'পৰাজিত সম্ৰাট' নামৰ দুখন মনোমোহা গল্প সংকলনো তেওঁ ইতিমধ্যে পাঠক সমাজলৈ আগ বঢ়াইছে। চাকৰিৰ ক্ষেত্ৰত ইঞ্জিনিয়াৰ, অমৰজ্যোতি বৰুৱা একাধাৰে এজন চিত্ৰকৰ, উপন্যাসকাৰ, গল্পকাৰ আৰু প্ৰকৃতি-প্ৰেমী। এইখিনিৰ উপৰি বৰুৱাই শেহতীয়াভাৱে জনজাতিসকলৰ জীৱন-ধাৰাৰ ওপৰত অধ্যয়ন আৰম্ভ কৰিছে।

এডৱাৰ্ড অ-ব্ৰায়েন (Edward O' Brien)ৰ পৃথিৱী বিখ্যাত চুটি গল্পৰ যি সংজ্ঞা — সেই সংজ্ঞাৰ লগত সম্পূৰ্ণৰূপে খাপ খাই যোৱা অমৰজ্যোতিৰ কিছুমান গল্প মই আশীৰ দশকতে পঢ়িবলৈ পাইছিলোঁ। হেমচন্দ্ৰ শৰ্মাৰ 'মদাৰ ফুলৰ মালা' বা 'যুগৰ পাচালী'ৰ দৰেই সেই কেইটা প্ৰকৃত অৰ্থৰ চুটি গল্প আছিল।

চাৰ হিউ ৱালপলে (Sir Hugh Walpole) চুটি গল্পৰ যিবোৰ বৈশিষ্ট্যৰ কথা উল্লেখ কৰিছে, বৰুৱাৰ চুটি গল্পবোৰত সেই বৈশিষ্ট্যসমূহ দেখিবলৈ পাওঁ। চাৰ ৱালপলৰ মতে চুটি গল্প হৈছে এনে এক কাহিনী বা কথা য'ত থাকে কোনো এক কথাৰ বিৱৰণী — যি বিৱৰণী অপ্ৰত্যাশিত আৰু আচম্বিত ঘটনাৰে ভৰা — য'ত ঘটনা প্ৰবাহৰ ক্ষিপ্ৰ গতি থাকে — য'ত বিষয়বস্তুৰ অপ্ৰত্যাশিত বিবৰ্দ্ধন পৰিলক্ষিত হয় আৰু য'ত উৎকণ্ঠাপূৰ্ণ অনিশ্চয়তা সৃষ্টি হৈ শেষত প্ৰত্যয়জনক অথবা বিশ্বাসযোগ্য পৰিণতি ঘটে। গল্পকাৰ হিচাপে অমৰজ্যোতিক মোৰ অন্য এজন কনকসেন ডেকাৰ দৰে লাগে — যিজনে তেওঁৰ 'তিনি পুৰুষ', 'মাপ-কাঠি' ইত্যাদি গল্পৰ যোগেৰে গল্পকাৰ হিচাপে যথেষ্ট জনপ্ৰিয়তা অৰ্জন কৰিছে।

বৰুৱাৰ গল্পৰ প্ৰতি মই আকৰ্ষিত হোৱাৰ মুখ্য কাৰণ হ'ল — তেৱেঁই বোধহয় আমাৰ ভাষাত একমাত্ৰ চুটি গল্পকাৰ — যি দুই/তিনি পৃষ্ঠাৰ পৰিসৰতে সংগতিপূৰ্ণ আৰু আকৰ্ষণীয় গল্প লিখি আছে। তেওঁৰ প্ৰত্যেকটো গল্প পঢ়িবলৈ পাঠকক মাত্ৰ দুই বা তিনিমিনিট সময়হে লাগে। সমালোচক ৱেলচ (Wells)ৰ মতে যিটো কাহিনী এজনে আধা ঘণ্টাৰ ভিতৰত পঢ়ি শেষ কৰিব পাৰে সেইটোৱেই হ'ল চুটি গল্প। এই সংজ্ঞাৰ আধাৰত দেখা যায় যে ৱেলচে চুটি গল্প

পঠনৰ কাৰণে যি সময় নিৰ্দ্ধাৰণ কৰিছে, বৰুৱাই তেওঁৰ গল্পবোৰ তাতোকৈ ২৭ মিনিট কম সময়ৰ ভিতৰত পঢ়িব পৰাকৈ লিখি অসাধাৰণ নৈপুণ্য দেখুৱাইছে।

উত্তৰ গুৱাহাটীৰ পৰা আৰম্ভ কৰি, গুৱাহাটী, বৰপেটা, উত্তৰ লক্ষীমপুৰ, ধেমাজি, তেজপুৰ, খাচি আৰু জয়ন্তীয়া পাহাৰৰ বিভিন্ন ভিতৰুৱা অঞ্চল আৰু অৰুণাচলৰ সোৱণশিৰীৰ ৰঙা-নদী প্ৰকল্পলৈকে ঘূৰি ফুৰোঁতে তেওঁ বিচিত্ৰ অভিজ্ঞতা লাভ কৰিছিল। অৰুণাচলৰ প্ৰস্তাৱিত জলবিদ্যুৎ প্ৰকল্পৰ কামত তেওঁ বহুতো দুৰ্গম ঠাইলৈ যাব লগা হৈছিল আৰু সেই সময়তেই তেওঁ নিশি, আপাটানি আৰু মিছিঙসকলকে ধৰি বহুতো জনজাতি গোষ্ঠীৰ ঘনিষ্ঠ সম্পৰ্কলৈ আহিছিল। সেই সংসৰ্গৰ ফলশ্ৰুতিতেই সৃষ্টি হ'ল জনজাতীয় জীৱনৰ আধাৰত লিখা কেইবাটাও সুন্দৰ চুটি গল্প। ভাৰতৰ বিভিন্ন প্ৰান্তৰ পৰা অৰুণাচলৰ বহুতো ভিতৰুৱা ঠাইলৈ নানা ধৰণৰ মানুহ গৈছে। তেওঁলোকে তালৈ বহন কৰি নিছে আধুনিক জীৱন-যাত্ৰাৰ ধ্যান-ধাৰণা। পৰম্পৰাগত জনজাতীয় জীৱন-যাত্ৰাত সেই আধুনিকতাই সংঘাতৰ সৃষ্টি কৰিছে। তেওঁৰ 'পোহৰৰ এন্ধাৰ' এনে এটা গল্প য'ত আধুনিক জীৱন-যাত্ৰাৰ সংসৰ্গৰ ফলত কিছুমান সহজ সৰল নিশি যুৱকৰ স্বাভাৱিক সৰলতা কেনেকৈ হেৰাই গৈছে আৰু আধুনিকতাৰ আগ্ৰাসত জনজাতি পৰিয়ালত বহুতৰে ক্ষেত্ৰত কেনেকৈ সাংঘাতিক বিপৰ্য্যয় ঘটিছে – সেই কথা অতি মৰ্মস্পৰ্শী ভাষাত সহৃদয়তাৰে প্ৰকাশ কৰা হৈছে। গল্পটোৰ বৰ্ণনাৰ অগ্ৰগতিত পাঠকৰ উৎকণ্ঠাও ধাবিত হৈছে।

বৰুৱাৰ 'পৰাজিত সম্ৰাট' শীৰ্ষক গল্পটোৰ নামটোৱেই পাঠকক তৎকালে আকৰ্ষিত কৰে। গল্পটোৰ নায়ক নীলম আছিল অৰ্থনীতি আৰু ব্যৱসায় পৰিচালনাৰ স্নাতক। বিখ্যাত অৰ্থনীতিবিদসকলে নিৰ্দিষ্ট ৰূপত প্ৰকাশ কৰা অসংখ্য ব্যৱস্থাপনাৰ সূত্ৰাৱলীৰ লগত তেওঁৰ যথেষ্ট ব্যুৎপত্তি আছিল। কিন্তু আমাৰ দেশৰ বৰ্তমান জীৱন ধাৰণৰ প্ৰক্ৰিয়াত অনুপ্ৰৱেশ ঘটিছে কিতাপত নথকা অন্য কিছুমান সূত্ৰৰ। এই নতুন সূত্ৰবোৰৰ প্ৰচলন আৰু কাৰ্য্যকাৰিতা দেখাৰ পাছত কিতাপত পোৱা পাণ্ডিত্যপূৰ্ণ নিৰ্দেশনাবোৰৰ ওপৰত নীলমৰ আস্থা হেৰাই যায়। ফলত তেওঁ দুৰ্ঘোৰ মানসিক সংঘাতত আক্ৰান্ত হৈ পৰে। সেই মানসিক আত্মবিশ্লেষণবোৰ তেওঁ আকৰ্ষণীয়ভাৱে তেওঁৰ কাহিনীত সন্নিবিষ্ট কৰি দেখুৱাইছে। তেওঁৰ চেতন আৰু অৱচেতন মনৰ অহৰহ সংঘাতৰ ফলশ্ৰুতি স্বৰূপে এদিন তেওঁ এটা সপোন দেখে। কোনোবাই তেওঁক সপোনত দাঁত নিকটাই কৈছে ঃ "নীলম, তই পৰাজিত। পৰাজিত।" তেওঁ যিটো কম্পেনীত চাকৰি কৰিছিল, সেই চাকৰিত আৰু ব্যৱসায়ত সাফল্য লাভ কৰাৰ যিটো উপায় তেওঁ দেখা পাইছিল সেয়েই তেওঁৰ নৈতিক পৰাজয় আছিল। গল্পটোৰ অন্তৰ্নিহিত বাণী এয়েই য'ত সাময়িক চৈতন্যৰ উৎকট ৰূপ প্ৰতিফলিত হৈছে।

'বৰটোকোলা' শীৰ্ষক গল্পটোত তেওঁ আমাৰ তথাকথিত জনপ্ৰিয় চৰকাৰে বছৰি বছৰি বানে জুৰুলা কৰা ৰাইজক দিয়া সাহায্যৰ ভেকোভাওনাৰ বাস্তৱ

ৰূপায়ণ কৰিছে য'ত বানপানীৰ গৰাহত মুমূৰ্ষু আৰু জৰ্জৰিত হোৱা ৰাইজৰ কৰুণ অৱস্থিতি আৰু চৰকাৰী ব্যৱস্থাৰ চৰম ব্যৰ্থতা। গল্পটো বৰুৱাই নীতিবাগীশৰ মুখা নিপিন্ধি নিকৰুণ বাস্তৱতাক প্ৰকৃত ৰূপত দেখুৱাই পাঠকক ভাবিবলৈ বাধ্য কৰাইছে। আনহাতে, সংশ্লিষ্ট কৰ্তৃপক্ষৰ কাম-কাজৰ ধৰণ-কৰণত বিতৃষ্ণা প্ৰকাশ কৰাৰ লগে লগে, প্ৰশাসনীয় বিষয়া আৰু ৰাজনৈতিক নেতাসকলৰ চূড়ান্ত ভণ্ডামিৰ মুখাবোৰ খুলি দিছে অতি নিৰ্মমভাৱে। কৰ্তৃপক্ষৰ দ্বাৰা প্ৰযোজিত আৰু বিভিন্ন প্ৰচাৰ মাধ্যমৰ দ্বাৰা বহুলভাৱে প্ৰচাৰিত এনে এখন সাহায্যদানৰ চিনেমা আমি প্ৰতিবছৰে দেখোঁ। যি জনসাধাৰণক শোষণ কৰা হয়, তেওঁলোকৰ কাৰণেই এই চিনেমাখন উলিওৱা হয়। এনেধৰণৰ কূট-কৌশল প্ৰয়োগৰ দ্বাৰা মানুহক বোধশক্তিহীন কৰি ৰখাত প্ৰশাসন কৃতকাৰ্য্য হয়।

আনন্দ আৰু বিষাদে ঘেৰা সমসাময়িক জীৱনৰ নৈতিক, সামাজিক আৰু ৰাজনৈতিক নাটকবোৰৰ টুকুৰা-টুকুৰ ছবিৰ যোগেদি দক্ষতাৰে প্ৰতিফলন কৰিব পৰাটোৱেই হ'ল অমৰজ্যোতিৰ গল্পৰ বৈশিষ্ট্য। সামাজিক জীৱনৰ মৰ্মন্তুদ অৱক্ষয় কৃতিত্বৰে বৰুৱাই তেওঁৰ 'মন দাপোণৰ খেল' শীৰ্ষক গল্পটোত প্ৰকাশ কৰিছে।

'আত্মসাৎ' গল্পটো স্মৰণীয় এই কাৰণেই যে তেওঁ আমাৰ গ্ৰাম্য-জীৱনৰ কিছুমান বিসংগতিপূৰ্ণ নিকৃষ্ট আৰু নিন্দনীয় ৰূপ নিৰ্মমভাৱে উদঙাই দেখুৱাইছে। দেখাত সহজ সৰল নিৰীহ যেন লাগিলেও এই মানুহবোৰ প্ৰকৃততে নীতিজ্ঞানশূন্য ধুৰন্ধৰ ব্যক্তি-সমষ্টি। এনে ধৰণৰ ধুৰন্ধৰবোৰৰেই ভণ্ডামি গল্পটোত চিত্ৰায়িত হৈছে।

দেশপ্ৰেমৰ গোলাপী আঁতৰ ঘঁহি, শব্দৰ মায়াজালেৰে এই নিকৃষ্ট আৰু জঘন্য তথাকথিত ৰাইজৰ সেৱকসকলে তেওঁলোকৰ কু-কৰ্মবোৰ কেনেকৈ বিধিসম্মত কৰে তাক দেখি অমৰজ্যোতি আচৰিত হৈছে, বিৰক্ত হৈছে। মানুহক বিভিন্ন চল-চাতুৰিৰে ফাকি দি কেনেকৈ বিপুল সম্পত্তি আৰু ধনৰ আহৰণ কৰা হয়, ৰাইজৰ উন্নতিকল্পে খৰচ কৰাৰ নামত কেনেকৈ সেই ৰাজহুৱা ধন আত্মসাৎ কৰা হয় – সেইবোৰ বৰুৱাৰ তীক্ষ্ণ পৰ্য্যবেক্ষণত ধৰা পৰিছে আৰু তাকেই তেওঁ 'আৱৰ্জনা', 'সীমাবদ্ধতা' আৰু 'তহবিল' নামৰ গল্পত দেখুৱাইছে। এই গল্পকেইটা পঢ়োঁতে মোৰ প্ৰখ্যাত গল্পকাৰ আৰু ৰম্য-ৰচনাকাৰ হেমচন্দ্ৰ শৰ্মাৰ 'ফৰেইন কোট', 'দূৰদৰ্শী', 'ভয়ৰ কাৰণ' আদি গল্পকেইটালৈ মনত পৰিছিল।

'আৱৰ্জনা' গল্পটোত পাঠকে প্ৰত্যক্ষ কৰিব আমাৰ মহানগৰ-নগৰৰ আধুনিক বিহু-সন্মিলনবোৰৰ নিখুঁত বৰ্ণনা। সন্মিলনবোৰৰ উদ্যোক্তাসকলৰ তথাকথিত সাংস্কৃতিক মন আৰু দৃষ্টি-ভংগীৰ ওপৰত বৰুৱাৰ যথাৰ্থ বিদ্ৰূপ আৰু কটাক্ষ গল্পটোত প্ৰতিফলিত হৈছে। বিহুৰ 'ব' টোও নজনা-নুশুনা বম্বে-মাৰ্কা শিল্পীৰ নামত হাজাৰ হাজাৰ টকা খৰচ কৰা হয়। কিন্তু থলুৱা ঢুলীয়াজন কিন্তু নিশা দুই বজালৈকে কলমটিয়াই, হামিয়াই-হেকটিয়াই বহি থাকিব লগা হয়। এই দুখীয়া থলুৱা ঢুলীয়াজনক কিন্তু বিহু-সন্মিলনে মাত্ৰ মাননি দিয়ে পঞ্চাছ টকাৰ।

আমাৰ তথাকথিত জাতীয় উৎসৱ বিহুৰ এনে দৃশ্য সমগ্ৰ ৰাজ্যৰ চুকে-কোণে বছৰি দেখিবলৈ পোৱা যায়। হেম শৰ্মাৰ দৰেই অমৰজ্যোতিয়ে তেওঁ তীব্ৰ ব্যংগাত্মক দৃষ্টি বিহু-সম্মিলনবোৰৰ সংগঠকসকলৰ ওপৰত নিক্ষেপ কৰিছে।

তেওঁৰ উৰ্দ্ধমুখী পৰিকল্পনাত পুনৰ প্ৰকাশ পাইছে আমোলাতান্ত্ৰিক সংস্কৃতিৰ অন্য এটা জঘন্য পৰম্পৰা। তেওঁ দেখুৱাইছে কেনেকৈ দেশখনৰ অতি সন্মানিত ৰাজনৈতিক নেতাই কিবা অনুষ্ঠান উদ্বোধন কৰিবলৈ গলে, ফিটা কাটিবলৈ গলে, অৰ্থহীন আধাৰ-শিলা স্থাপন কৰি ৰাইজক প্ৰতাৰণা কৰিবলৈ যোৱাৰ সময়ত উচ্চ-পদস্থ ধুৰন্ধৰ অৰ্থলিপ্সু বিষয়াবোৰে লাখ লাখ টকা সংগ্ৰহ কৰি আত্মসাৎ কৰে। জনসাধাৰণ এইখন ধাৰাবাহিকৰ স্থায়ী দৰ্শক – যিখন প্ৰযোজনা কৰে তথাকথিত জনপ্ৰিয় চৰকাৰে আৰু পৰিচালনা কৰে মাৰ্কামৰা ধুৰন্ধৰ চামচা-জাতীয় মেৰুদণ্ড হীন, ব্যক্তিত্বহীন আমোলাই।

ঠিক তেনেদৰে 'চাকৰি' শীৰ্ষক গল্পটোতো বৰুৱাৰ তীব্ৰ বিদ্বেষ, ঘৃণা আৰু বিদ্ৰূপ প্ৰকাশ পাইছে। আজিৰ 'ৰামজন্মভূমি-বাবৰি মছজিদ'ৰ প্ৰসংগত এই গল্পটো উল্লেখনীয়। পাৰ্টিৰ ৰং আৰু লেবেল যিয়েই নহওক লাগে পলিটিচিয়ানসকলৰ যি লুভীয়া মন আৰু গাদী ৰাখিবলৈ তেওঁলোকে কৰিব নোৱাৰা কাম যে ব্ৰহ্মাণ্ডতেই নাই – তাকে বৰুৱাই নিৰ্মমভাৱে প্ৰকাশ কৰিছে। 'ৰাজনীতিয়েই হ'ল ধুৰন্ধৰৰ শেষ অৱলম্বন' – জৰ্জ বাৰ্ণাড শ্ব (George Bernard Shaw)ৰ সেই বিশ্ববিখ্যাত উক্তিৰ কথা এই গল্পটোৱে আমাৰ মনত পেলাই দিয়ে।

প্ৰেমৰ কাৰণে মানুহৰ যি চিৰন্তন আকুলতা, তাক অমৰজ্যোতিযে 'এঞ্জেলাৰ সংবাদ' আৰু 'পোহৰৰ আন্ধাৰ'ত সুন্দৰকৈ প্ৰকাশ কৰিছে। ভণ্ড আৰু মতলবী প্ৰেমিকসকলৰ প্ৰকৃত স্বৰূপটো উদঙাই দেখুউৱাত অমৰজ্যোতি সফলকাম হৈছে। এঞ্জেলাৰ স্বামী ৰছিদে যেতিয়া এঞ্জেলাক ত্যাগ কৰি অন্য এজনী ছোৱালীক বিয়া কৰায়, তেতিয়া এঞ্জেলাৰ দুৰৱস্থা দেখি পাঠকৰ মনত দুখ নলগাকৈ নেথাকে।

কৈশোৰত প্ৰেমৰ সৃষ্টি হোৱা কথাটো সুন্দৰকৈ ৰূপায়ণ কৰিছে 'অংকুৰ' গল্পটোত। তেওঁৰ 'বৰপেৰা' গল্পটো লক্ষ্মীনাথ বেজবৰুৱাৰ 'ভদৰী' গল্পটোৰ ৰূপায়ণৰ পৰিপ্ৰেক্ষিতত উল্লেখ কৰিব পাৰি। ভদৰীয়ে তেওঁৰ স্বামীক ৰক্ষা কৰিবলৈ চেষ্টা কৰিছিল যাৰ দ্বাৰা ভদৰীৰ চৰিত্ৰৰ মহিমান্বিত পতিব্ৰতা ৰূপটো প্ৰতিভাত হয়। 'বৰপেৰা'ৰ মুখ্য চৰিত্ৰ ৰুচিনাথে বৰপেৰাটোত বাগৰ দি ভাবে যে তেওঁৰ সংকীৰ্ণ মন আৰু গোৱাঁৰামিৰ কাৰণে তেওঁৰ পত্নীৰ মৃত্যু ঘটিবলৈ পালে।

তেওঁৰ 'সৰাফুল-ফুলাফুল' গল্পটোত প্ৰকাশ পাইছে ন-চহকীৰ মানসিক অৱক্ষয় আৰু মূৰ্খামি। আজিৰ যুগৰ দৈনন্দিন জীৱনৰ মূল আধাৰ হৈছে সীমাহীন দুৰ্নীতি। অহংকাৰ, প্ৰাসাদোপম ঘৰ-বাৰী আৰু প্ৰচুৰ সম্পত্তিৰ আহৰণেই হ'ল

সেই দুৰ্নীতিৰ মূৰ্ত-প্ৰকাশ। এই মানুহ যেন লগা প্ৰাণীবোৰে তেওঁলোকৰ মানৱীয় অনুভূতি সম্পূৰ্ণৰূপে হেৰুৱাই পেলাইছে। যি কোনো প্ৰকাৰে ধন-সম্পত্তিৰ লজ্জাহীন প্ৰদৰ্শনতেই তেওঁলোকৰ আত্ম-সন্তুষ্টি।

তেওঁৰ 'দ্বিতীয় মৃত্যু' হ'ল দৰিদ্ৰতাৰ কৰাল গ্ৰাসত জৰ্জৰিত হোৱা ভেলি বুঢ়াৰ জীৱনৰ কৰুণ কাহিনী। হোমেন বৰগোহাঞিৰ গল্প বা উপন্যাসত মজে মাজে ভুমুকি মৰা অনুভূতিৰ কাব্যিক প্ৰকাশ – অমৰজ্যোতিৰ এই গল্পটোত দেখিবলৈ পাওঁ। গল্পৰ শেষ অনুচ্ছেদৰ কথাখিনিয়ে পাঠকৰ হৃদয়-তন্ত্ৰী নকঁপোৱাকৈ নিশ্চয় নেথাকে। পুহমহীয়া হাড় কঁপোৱা জাৰকো নেওচি ৰাতি দহবজাত কপিলী নৈৰ পাৰৰ জলাশয়টোৰ কাষলৈ আহি আজি বৰুৱা চাহাবে জুইৰ উত্তাপ লৈছে। কিন্তু সেই উত্তাপ জাৰকালি হীটাৰৰ আগত বহি লোৱা জুইৰ মৃদু উত্তাপ নহয়। সেই উত্তাপ হ'ল এটা খাটি খোৱা দিন-মজুৰৰ মৃতদেহৰ পৰা জ্বলি উঠা জুইৰ লেলিহান শিখাৰ উত্তাপ!

বৰুৱাৰ 'সন্ধিয়া-সংগম' গল্পটোৰ নায়ক হ'ল এজন টংগাৱালা। জীৱন দৰ্শনৰ এক মুহূৰ্তৰ জিলিকনিত সেই টংগাৱালাই এলাহাবাদৰ বেশ্যাবোৰৰ পংকিলময়, দুঃসহ জীৱন-যাত্ৰাৰ কথা উল্লেখ কৰিছে। এই গল্পটোৱে পাঠকৰ মনত হোমেন বৰগোহাঞিৰ আঠগাঁও লাইনৰ সুবালাৰ কথাই জুমুৰি মাৰি ধৰিব।

'সহানুভূতি' গল্পটোত প্ৰায় সঘনে উচ্চাৰিত হোৱা আমাৰ 'পাৰছেজ-বৰ্ড' বোৰক উপলুঙা কৰাৰ উপৰিও ৰচনা-শৈলীত বৰুৱাই বিখ্যাত বঙালী সাহিত্যিক যাযাবৰে তেওঁৰ 'ৰাজকুলেষু'ত অৱলম্বন কৰা শৈলীকেই ব্যৱহাৰ কৰিছে। হোমেন বৰগোহাঞিৰ 'পাৰ্টি' শীৰ্ষক গল্পটোৰ কথাও মনলৈ আহে।

'আনন্দাশ্ৰু' প্ৰকৃত প্ৰেমৰ কাহিনী। সেই স্বৰ্গীয় প্ৰেমৰ উন্মেষ হৈছিল কেন্সাৰ ৰোগত আক্ৰান্ত হোৱা ফৰিদা নামৰ ছোৱালীজনীক পৰিচৰ্য্যা কৰিবলৈ কোনো নথকা এক অসহায় বেদনাদায়ক পৰিস্থিতিত। প্ৰকৃত প্ৰেমে মানুহৰেই সৃষ্টি ধৰ্ম আৰু জাত-কুলৰ বাধা নেমানে। এই গল্পটোৰ আনন্দদায়ক পৰিসমাপ্তিয়ে অতুলানন্দ গোস্বামীৰ বিখ্যাত গল্প 'আশ্ৰয়'ৰ কথা মনত পেলাই দিয়ে – য'ত অৰবিন্দ শৰ্মাই দুয়োখন ভৰি কটা যোৱা ৰাণীক বিয়া কৰাইছিল।

'ৰিক্সাৱালা'ত বৰুৱাই হেম শৰ্মাৰ ব্যঙ্গাত্মক আৰু বিদ্ৰূপাত্মক কথনভংগী গ্ৰহণ কৰিছে। আমাৰ দেশৰ শাসন ব্যৱস্থাত পুলিচবোৰৰ আটাইতকৈ সুবিধাজনক শোষণ নিপীড়নৰ লক্ষ্য ব্যক্তিবোৰ হ'ল জাহনুৰৰ দৰে দৰিদ্ৰ ৰিক্সাৱালাবোৰ। গল্পটোৰ বিভিন্ন চিত্ৰৰ টুকুৰাৰ মাজত আমাৰ বৰ্তমান প্ৰজন্মৰ যুৱ-মানসিকতাৰ উল্লেখো আছে। সোণৰ অসম গঢ়া সোণাৰীবোৰে আশীৰ দশকত অসম ধ্বংস আন্দোলন সৃষ্টি কৰাৰ পৰিণতি স্বৰূপেই সৃষ্টি হ'ল জাহনুৰ ৰিক্সাৱালাৰ দিনটোৰ আৰ্জনখিনি কাঢ়ি নিবলৈ কোনো সংকোচ নকৰা, নিৰ্লজ্জ দৈত্যৰ দল। জাহনুৰৰ পইচাখিনি জোৰ-জবৰ্দস্তি কৰি কাঢ়ি নিয়াৰ পিছতেই অমৰজ্যোতিয়ে গল্পটোৰ

সামৰণি মাৰিছে ৰেডিঅ'ত প্ৰচাৰিত কোনোবা এজন ভণ্ড এম. এল. এ অথবা ধুৰন্ধৰ মন্ত্ৰীৰ দৰিদ্ৰনাৰায়ণৰ সেৱাত নিজকে উছৰ্গা কৰি দিয়া উদাত্ত ভাষণ।

অমৰজ্যোতি বৰুৱাৰ প্ৰত্যেকটো গল্পয়েই বৰ্ত্তমান সময়ৰ নিখুঁত প্ৰতিচ্ছবি। আজিৰ যুগৰ সামাজিক, ৰাজনৈতিক জীৱনৰ ভাব-ভংগী, কথা-বতৰা তেওঁৰ গল্পবোৰত মূৰ্তিমান হৈ উঠিছে। যোগেশ দাসৰ লগত মই একমত যে অমৰজ্যোতিয়ে গল্পৰ বিভিন্ন চৰিত্ৰবোৰক পৃথিৱীৰ অন্তহীন সমস্যাবোৰৰ মাজত উপস্থাপন কৰি বাস্তৱৰ লগত সম্মুখীন হ'লে মানুহৰ যি অভিজ্ঞতা আৰু প্ৰতিক্ৰিয়া হয় – তাক বৈচিত্ৰ্যময় ভাষাত প্ৰকাশ কৰিছে। অমৰজ্যোতি বৰুৱাই বিগত দশকটো, মানুহৰ জীৱনৰ অভিজ্ঞতা সম্পৰ্কত, মানুহৰেই যি ধাৰণাৰ উদ্ভৱ হৈছে – তাকে গল্পৰ মাধ্যমেৰে প্ৰকাশ কৰাত বহুপৰিমাণে সফল হৈছে। প্ৰচুৰ সম্ভাৱনাৰ গল্পকাৰ অমৰজ্যোতিয়ে আমাক আৰু বহুতো 'পৰাজিত সম্ৰাট'ৰ লগত পৰিচয় কৰাই দিয়াৰ আশা মোৰ নিশ্চয় নিষ্ফল ন'হব।



**ৰবীন্দ্ৰ চন্দ্ৰ বৰা**

১৯৩৯ চনৰ ১ম এপ্ৰিলত নগাঁৱৰ ফৌজদাৰী পট্টিত জন্ম।

ষাঠিৰ দশকৰ পৰাই অসমীয়া/ইংৰাজী দুয়োটা ভাষাতে লিখা ৰবীন্দ্ৰ চন্দ্ৰ বৰাৰ সংখ্যাধিক প্ৰবন্ধ, সমীক্ষা, পৰ্য্যালোচনা অসমৰ বিভিন্ন সাহিত্য আলোচনী, সংবাদ পত্ৰিকা, স্মৃতিগ্ৰন্থ আদিত প্ৰকাশিত হৈ আছে। সাম্প্ৰতিক কালৰ অসমীয়া সাহিত্য আলোচনা সমালোচনাৰ প্ৰচলিত 'ব্যক্তিধৰ্মী ধাৰাৰ ব্যতিক্ৰম' ৰূপে এই লেখকৰ সাহিত্য আলোচনা সমালোচনাত 'এক বস্তুনিষ্ঠ, উদাৰ, ইতিবাচক দৃষ্টিভংগী' প্ৰতিফলিত হৈছে। আনহাতে সংখ্যাত তাকৰ হলেও 'আত্মানুসন্ধান', 'সন্ধিক্ষণ' 'মহানগৰ' নিঅ'ট্ৰেজিক' আদি ইতিমধ্যে প্ৰকাশিত কবিতাই এই লেখক-সমালোচকজনৰ 'মননশীল কাব্যপ্ৰতিভা'ৰ স্বাক্ষৰ বহন কৰিছে।

'সাহিত্য সমীক্ষা (১ম/২য় সংস্কৰণ) প্ৰকাশিত গ্ৰন্থ। 'কবি আৰু কবিতা' 'মহীচন্দ্ৰ বৰা : জীৱন আৰু প্ৰতিভা' শীৰ্ষক দুখন গ্ৰন্থ প্ৰকাশৰ পথত। সাহিত্য বিষয়ক প্ৰবন্ধৰ উপৰিও ৰাজনৈতিক-সামাজিক বিষয়ক কেইবাটাও তথ্যগধুৰ প্ৰবন্ধ তেওঁ লিখিছে।

বেনাৰস হিন্দু ইউনিভাৰ্সিটিৰ পৰা ইংৰাজী সাহিত্যৰ স্নাতকোত্তৰ আৰু আইনৰ স্নাতক ডিগ্ৰী প্ৰাপ্ত বৰ্তমান নগাঁৱৰ আনন্দ ৰাম ঢেকিয়াল ফুকন মহাবিদ্যালয়ৰ ইংৰাজী বিভাগৰ মুৰব্বী অধ্যাপক ৰূপে কৰ্মৰত।

# নিৰ্ভীক সমালোচক ৰবীন্দ্ৰ চন্দ্ৰ বৰা

এজন সাধাৰণ লেখকে এজন প্ৰসিদ্ধ সমালোচকৰ বিষয়ে মতামত আগ বঢ়াবলৈ খোজাটো অতি দুৰূহ কাম আৰু এনে এটা দুঃসাহসিক কামকেই কৰিবলৈ আগ বাঢ়িছোঁ এই লিখনিটোত – এজন সুপ্ৰসিদ্ধ লেখক সমালোচকৰ সাহিত্য-কৰ্ম আৰু কৃতিৰ বিষয়ে মোৰ মনৰ কথাখিনি আগবঢ়োৱাৰ প্ৰচেষ্টাৰ যোগেদি। এই লেখক-সমালোচকজনেই হৈছে ৰবীন্দ্ৰ চন্দ্ৰ বৰা – নগাঁৱৰ আনন্দৰাম ঢেকীয়াল ফুকন কলেজৰ ইংৰাজী বিভাগৰ মুৰব্বী অধ্যাপক আৰু আৱাহন যুগৰ খ্যাতনামা গল্পকাৰ, বিশিষ্ট সাহিত্যিক মহীচন্দ্ৰ বৰাৰ সুযোগ্য পুত্ৰ। আনহাতে বেনাৰস হিন্দু ইউনিভাৰ্চিটিৰ এজন প্ৰাক্তন ছাত্ৰ হিচাপে ৰবীন্দ্ৰ চন্দ্ৰ বৰাৰ লগত মোৰ এক আত্মিক সহৃদয়তাও আছে – যিহেতু তেওঁ বেনাৰসৰে এম. এ. – মোৰ খন কলেজৰে। এওঁৰ কথা লিখিবলৈ যাওঁতে মোৰ আজি ৪০ বছৰ আগৰ মই এৰি থৈ অহা চেণ্ট্ৰেল হিন্দু কলেজখনৰ সোঁৱৰণিয়ে ব্যাকুল কৰি তুলিছে।

অধ্যাপক ৰবীন্দ্ৰ চন্দ্ৰ বৰাই ষাঠিৰ দশকৰ পৰা বৰ্তমান সময়লৈকে, সাহিত্য-সমালোচনা, আলোচনাত্মক সমীক্ষাকে ধৰি ৰাজনৈতিক চেতনা সমৃদ্ধ, ইংৰাজী অসমীয়া দুয়োটা ভাষাতে লিখা বহুতো প্ৰবন্ধ মই পঢ়িবলৈ পাইছিলোঁ – যিবিলাক অসমৰ প্ৰায়বিলাক সংবাদপত্ৰ, আলোচনী আদিত প্ৰকাশ হৈ গৈছে। ইতিমধ্যে তেওঁৰ সাহিত্য-সমালোচনাত্মক প্ৰবন্ধৰ সংকলন 'সাহিত্য-সমীক্ষা'ৰ দুটা সংস্কৰণ প্ৰকাশ হৈছে। তেওঁৰ ৰাজনৈতিক, আৰ্থ-সামাজিক পৰ্য্যালোচনামূলক লিখনিসমূহৰ ভিতৰত বিশেষ উল্লেখনীয় হৈছে "গান্ধীজীৰ দৃষ্টিত অস্পৃশ্য তথা হৰিজন" 'আইডেনটিটি ক্ৰাইসিচ, এণ্ড এথনিক আনৰেষ্ট', 'বিষ্ণুপ্ৰসাদ ৰাভা ব্যক্তিত্ব আৰু প্ৰতিভা', 'বিপ্লৱ আদৰ্শ আৰু বাস্তৱ' আদি। উল্লেখযোগ্য যে প্ৰধানকৈ এজন সাহিত্যৰ আলোচক, সমালোচক ৰূপে পৰিচিত হোৱা বৰা এজন কবিও – তেওঁৰ একাধিক কবিতা আলোচনী, সংকলনতো প্ৰকাশিত হৈছে। অসম কবি সমাজৰ মুখপত্ৰ 'কবি আৰু কবিতা'ই তেওঁক এজন 'মননশীল কবি-সমালোচক' ৰূপে চিহ্নিত কৰিছে।

পাশ্চাত্যৰ সাহিত্য সমালোচনাৰ দুটা উল্লেখযোগ্য দিশ হৈছে কাণ্ট কলেৰিজীয়ান সূত্ৰ (Kant Coleridgian Doctrine) আৰু ইমেজিষ্ট ধৰ্মী বিচাৰ ধাৰা। তদুপৰি এডমাণ্ড উইলচন আৰু এ. উডহাউচৰ ইতিহাসভিত্তিক সাহিত্য সমালোচনাও আন এটা স্মৰণযোগ্য দিশ বুলি ক'ব পাৰি। সেইদৰে জাঙৰ অৱচেতন (Unconscious) ব্যাখ্যাৰ ওপৰত গঢ়ি উঠা 'আৰ্কিটাইপেল'

(Archtypal) সাহিত্য আলোচনাও প্ৰণিধানযোগ্য দিশ হৈ ৰৈছে। ইয়াৰ উপৰি প্লেটো, এৰিষ্টটোল, বেনজনচন, এডিচন, ডঃ জনচন, চাৰ ৱাল্টাৰ ৰেলে, ডি কুইন্সি, মেথু আৰ্নল্ড, ড্ৰাইদেন, টি এছ্. এলিয়ট আদি লেখক-সমালোচকসকলে সাহিত্য সমালোচনা সম্পৰ্কীয় বিভিন্ন ব্যাখ্যা, সংজ্ঞা আৰু বিশ্লেষণ আগবঢ়াইছে। সংস্কৃত সাহিত্যত বিশেষকৈ কাব্যালোচনাৰ চাৰিটা দিশ হৈছে অলংকাৰ (Figure) অৱয়ব (Form), নন্দনতাত্ত্বিক সুখবোধ (Aesthetic pleasure) আৰু ইঙ্গিতধৰ্মিতা (Suggestion)। দুজন খ্যাতনামা পণ্ডিত ভামোহৰ 'কাব্যালংকাৰ' উদ্ভতৰ 'অলংকাৰ সংগ্ৰহ' এই সন্দৰ্ভত দুখন উল্লেখযোগ্য আলোচনা গ্ৰন্থ। ইয়াৰ উপৰি কাব্যিক প্ৰকাশভংগী, শব্দানুষংগৰ দিশৰ পৰা দণ্ডিনৰ 'কাব্যদৰ্শন', বামনৰ 'কাব্যালংকাৰ সূত্ৰ', আৰু নন্দনতাত্ত্বিক ব্যাখ্যাৰ দিশৰ পৰা লল্লাট, অভিনৱগুপ্ত, ভট্টদেৱ আদিৰ বিশ্লেষণধৰ্মী আলোচনা উচ্চস্তৰৰ সাহিত্যকৰ্ম ৰূপে বিদ্যমান হৈ ৰৈছে। সেইদৰে বাংলা সাহিত্যত সাহিত্যৰ সমালোচক-আলোচকৰ সুদীৰ্ঘ সূচীৰ ভিতৰত আছে বঙ্কিমচন্দ্ৰ, অক্ষয়চন্দ্ৰ, ৰাজকৃষ্ণ মুখোপাধ্যায, চন্দ্ৰনাথ বসু, ঠাকুৰদাস মুখোপাধ্যায়, হৰপ্ৰসাদ শাস্ত্ৰী, ৰমেন্দ্ৰসুন্দৰ ত্ৰিবেদী, কালী প্ৰসন্ন ঘোষ, কেশৱচন্দ্ৰ সেন, দ্বিজেন্দ্ৰ নাথ ঠাকুৰ আদি। কবি-সমালোচকসকলৰ ভিতৰত কবিগুৰু ৰবীন্দ্ৰনাথৰ উপৰিও বিশেষ উল্লেখনীয় কেইজন হৈছে – আবু চৈয়দ আবু, বীৰেন্দ্ৰ নাথ মুখোপাধ্যায, (আধুনিক বাংলা কবিতা) ডঃ শশীভূষণ দাশগুপ্ত, বিষ্ণু দে (বাংলা সাহিত্যে প্ৰগতি), জীৱনানন্দ দাশ (কবিতাৰ কথা) বুদ্ধদেৱ বসু (পাউণ্ড প্ৰসঙ্গে), ডঃ নীহাৰ ৰঞ্জন ৰয় (ৰবীন্দ্ৰ সাহিত্যেৰ ভূমিকা)।

অসমীয়া সাহিত্যত প্ৰকৃতাৰ্থত সাহিত্য আলোচনা-সমালোচনা আৰম্ভ হয় লক্ষ্মীনাথ বেজবৰুৱা, ডিম্বেশ্বৰ নেওগৰ সময়ৰ পৰা আৰু এইসকলে সূচনা কৰা সাহিত্য আলোচনা-সমালোচনা ধাৰাই পৰৱৰ্তী কালত বিস্তাৰ লাভ কৰে। ডঃ সত্যেন্দ্ৰ নাথ শৰ্মা, ডঃ মহেশ্বৰ নেওগ, ত্ৰৈলোক্য গোস্বামী, ভৱানন্দ দত্ত, বীৰেণ বৰকটকী, ডঃ মহেন্দ্ৰ বৰা আদি সকলৰ হাতত – যিসকল লেখক সমালোচকৰ অৱদান উত্তৰমুখীসকলে কৃতজ্ঞতাৰে স্মৰণ কৰিব লাগিব। এই স্মৰণযোগ্য লেখক-সমালোচকৰ পৰৱৰ্তী পৰ্য্যায়ত অসমীয়া সমালোচনা সাহিত্যত যদিও এটা সুবিৰতাৰ পৰিবেশ প্ৰকট হৈ পৰিছিল তথাপি শেহতীয়াভাৱে কেইজনমান নিৰপেক্ষ, বস্তুনিষ্ঠ অধ্যয়নশীল সমালোচক-আলোচকৰ লিখনি উৎসাহজনক হৈ পৰিছে। আৰু এইসকলৰ ভিতৰত দুটা বিশেষ স্মৰণযোগ্য নাম হৈছে ৰাম গোস্বামী, ৰবীন্দ্ৰ চন্দ্ৰ বৰা।

সাহিত্যাচাৰ্য্য যজ্ঞেশ্বৰ শৰ্মাদেৱে ৰবীন্দ্ৰ চন্দ্ৰ বৰাৰ ইতিমধ্যে প্ৰকাশিত সাহিত্য আলোচনামূলক গ্ৰন্থ 'সাহিত্য সমীক্ষা'ৰ সন্দৰ্ভত দিয়া অভিমতৰ যোগেদি লেখক-সমালোচকজনৰ ৰচনা ৰীতিৰ এটা স্পষ্ট আভাস পাব পাৰি, তদুপৰি গ্ৰন্থখনৰ আগকথাত দাঙি ধৰা বক্তব্যৰ পৰাও তেওঁৰ সাহিত্য আলোচনা-

সমালোচনা দৃষ্টিভংগীৰ পৰিচয় পাব পাৰি। আজি প্ৰায় এছৰমানৰ আগতেই বৰাৰ 'সাহিত্য সমীক্ষা' গ্ৰন্থখনৰ দ্বিতীয় সংস্কৰণৰ কপি এটা মোৰ হাতত পৰিছিল। আৰু এই গ্ৰন্থখনত সংকলিত হোৱা পাশ্চাত্য আৰু অসমীয়া সাহিত্যৰ আলোচনামূলক কুৰিটাৰো অধিক প্ৰবন্ধৰ লগতে বিভিন্ন বাৰ্তালোচনী আলোচনীত প্ৰকাশিত সংখ্যাধিক প্ৰবন্ধ আৰু গ্ৰন্থ সমালোচনাৰ কাটিংসমূহ পঢ়ি থাকোতে বিশিষ্ট সাহিত্য-সমালোচক স্পিন গাৰ্ণৰ সমালোচনা সম্পৰ্কে দিয়া অভিমতটো চকুৰ আগত জিলিকি উঠিছিল। যেন বৰাই স্পিন গাৰ্ণৰ অভিমতটোৰ দৰেই সাহিত্য আলোচনা-সমালোচনাৰ ক্ষেত্ৰত স্ৰষ্টাৰ উদ্দেশ্য আৰু প্ৰচেষ্টা অনুধাবন, সেই উদ্দেশ্যৰ ৰূপায়ণ আৰু পঢ়ুৱৈৰ ওপৰত প্ৰতিক্ৰিয়াৰ দিশবোৰ তেওঁৰ সাহিত্য আলোচনাত বিচাৰ বিশ্লেষণ কৰিছে। প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে সাম্প্ৰতিক কালত প্ৰত্যক্ষিত হোৱা আমাৰ সাহিত্য আলোচনা-সমালোচনাৰ এটা বিসদৃশ দিশ এয়ে যে কোনো কোনো তথাকথিত সাহিত্য সমালোচকৰ হাতত কোনো এজন লেখক আকাশলঙ্ঘী প্ৰশংসাৰ পাত্ৰ হৈ পৰিছে। আৰু ইয়াৰ বিপৰীতে আন কোনো এজন লেখকক কটু সমালোচনা, নিন্দাবাদৰ অটল গহ্বৰত নিক্ষেপ কৰা হৈছে। আৰু ক্ষেত্ৰবিশেষে এনে সাহিত্য আলোচনা-সমালোচনাই এক পক্ষপাতদুষ্ট, কুঅভিসন্ধিমূলক ব্যক্তি বিদ্বেষলৈ ৰূপান্তৰিত হৈছে। অৱশ্যে সমালোচনা সাহিত্যৰ ইতিহাসত এনে ধৰণৰ বিধ্বংসী আক্ৰমণাত্মক সমালোচনা আৰু ইয়াৰ ফলত উদ্ভৱ হোৱা ব্যক্তিগত বিদ্বেষ, বিৰূপ প্ৰতিক্ৰিয়াৰ উদাহৰণ নোহোৱা নহয়। সেয়ে বোধহয় Sydney Smith নামৰ এজন লেখকে কোনো এজন সমালোচকক উদ্দেশ্য কৰি লিখিছিল – The whole effort of your mind is to destroy. Because others build slightly and eagerly; you employ yourself in kicking down their houses ..." চেমুৱেল, টি. কলৰিজে আনকি সামগ্ৰিকভাৱে সমালোচকসকলক বক্ৰোক্তি কৰি লিখিছিল 'Reviewer's are usually people who would have been poets, historians, biographers, if they could. They have tried their talents at one or the other and have failed. Therefore they turn critics' সেইদৰে কবিলেখক বাইৰণৰ 'The English Bards and Scotch Reviewers' তো সমালোচক আৰু সমালোচনা সম্পৰ্কে বিৰূপ মন্তব্য কৰা হৈছে। এই কথাখিনি প্ৰসঙ্গক্ৰমে অৱতাৰণা কৰাৰ উদ্দেশ্য হৈছে সমালোচনা সাহিত্যৰ বিভিন্ন ৰূপ বা এজন সমালোচকৰ দৃষ্টিভংগীৰ আভাস দাঙি ধৰাটো।

এজন সাহিত্যৰ আলোচক-সমালোচক ৰূপে ৰবীন্দ্ৰ চন্দ্ৰ বৰাৰ দৃষ্টিভংগীৰ কথা ইতিমধ্যে উল্লেখ কৰা হৈছে। আৰু তেওঁৰ এই দৃষ্টিভংগীৰ সম্যক প্ৰতিফলন দেখা যায় তেওঁৰ 'সাহিত্য সমীক্ষা' গ্ৰন্থখনৰ দুয়োটা সংস্কৰণতে। প্ৰকৃততে বৰাই তেওঁৰ আলোচনা সমালোচনাত কোনো এজন গ্ৰন্থকাৰৰ গ্ৰন্থৰ,

লেখকৰ লিখনিৰ বৈশিষ্ট্যৰ উপৰিও গ্ৰন্থকাৰ আৰু লেখকজনৰ দৃষ্টিভংগী আৰু সাহিত্যিক বৈশিষ্ট্যৰ বস্তুনিষ্ঠ বিশ্লেষণাত্মক বিশ্লেষণ আগবঢ়াইছে। আৰু তেওঁৰ সাহিত্য আলোচনাৰ আন এটা উল্লেখনীয় বৈশিষ্ট্য হৈছে অতি বিস্তৃত আলোচনাযোগ্য বিষয়বস্তুৰ বিভিন্ন দিশৰ স্বয়ং সম্পূৰ্ণ সংক্ষিপ্ত অবয়বত উপস্থাপন। তেওঁৰ লিখনিসমূহৰ আন এটা বৈশিষ্ট্য হৈছে কোনো এটা আলোচ্য বিষয়ৰ বিভিন্ন মতামত পৰ্যালোচনা কৰি স্বকীয় অভিমত ব্যক্ত কৰা বা কোনো ক্ষেত্ৰত প্ৰচলিত মতামত খণ্ডন (Rebutt) কৰি নতুন অভিমত দাঙি ধৰা। আৰু সেয়ে বোধহয় সাম্প্ৰতিক কালৰ এজন বিশিষ্ট কবি সমালোচক দিনেশ গোস্বামীয়ে 'সাহিত্য সমীক্ষা' গ্ৰন্থখনৰ প্ৰবন্ধ সমূহ অসমীয়া আৰু বিদেশী সাহিত্যৰ বিভিন্ন দিশ, ধাৰা বা বিবৰ্তনৰ ওপৰত আগবঢ়োৱা প্ৰকৃতাৰ্থতে 'সাহিত্যৰ সমীক্ষা' (Survey in Literature) আখ্যা দিছে। এই সংকলনটোত আনন্দৰাম ঢেকিয়াল ফুকন আৰু হেমচন্দ্ৰ বৰুৱাৰ ওপৰত লিখা প্ৰবন্ধ দুটাত অতি সংক্ষিপ্তভাৱে ইঙ্গিতধৰ্মিতাৰে সমকালীন অসমৰ সমাজ আৰু বৌদ্ধিক ক্ষেত্ৰত ক্ৰমে অনুপ্ৰবেশ কৰিবলৈ আৰম্ভ কৰা পাশ্চাত্যৰ সংস্কাৰধৰ্মী পৰিবৰ্তনকামী উদাৰনৈতিক ভাবধাৰাৰ এটা আভাস দাঙি ধৰিবলৈ লেখক সক্ষম হৈছে – যিটো উক্ত প্ৰবন্ধ দুটাৰ প্ৰধানতম বৈশিষ্ট্য বুলি ক'ব পাৰি। সেইদৰে নৱন্যাস আন্দোলনৰ পটভূমিত অসমীয়া কাব্য সাহিত্য আৰু সমালোচকৰ দৃষ্টিত কবি ৰঘুনাথ চৌধাৰী শীৰ্ষক প্ৰবন্ধত অসমীয়া কাব্য-আন্দোলনৰ প্ৰভাৱ, প্ৰকৃতি-প্ৰীতিৰ মানৱীয় তাৎপৰ্য্য, ফৰাচী চিন্তানায়ক ৰুছোৰ মুক্তি, সমতা আৰু ভাতৃত্বৰ ভাবাদৰ্শৰ পৰিপ্ৰেক্ষিতত উদ্বেলিত হোৱা ভাবাবেগ আৰু ৰচনাৰীতিৰ এটা আভাস দাঙি ধৰি এই গৰাকী খ্যাতনামা অসমীয়া প্ৰকৃতি কবিৰ কবিতা সম্পৰ্কে প্ৰচলিত ধাৰণাৰ পৰ্যালোচনা কৰি নতুন সিদ্ধান্ত দাঙি ধৰিবলৈ লেখকে প্ৰচেষ্টা কৰিছে। এই লেখকৰ ব্যক্তিগত ধাৰণা সত্ত্বেও এজন কবিৰ 'স্বতঃস্ফূৰ্ত ভাবধাৰাৰ উন্মুক্ত প্ৰকাশ' আৰু যুদ্ধক্ষেত্ৰৰ পৰা পলায়ন কৰা এজন সৈনিকৰ মানসিকতাৰ মাজৰ সীমাৰেখাডাল চিহ্নিত কৰিব নোৱাৰাটো মূঢ়তা বা অত্যুৎসাহী সাহিত্য সমালোচনাৰেই পৰিচায়ক। স্মৰণযোগ্য যে কেতেকী, দহিকতৰা, গোলাপ আদি কাব্যৰ স্ৰষ্টা এই গৰাকী প্ৰকৃতি কবিক এই লেখকে চন ১৯৫৪ তে ব্যক্তিগতভাৱে নিবিড়ভাৱে লগ পাইছিল আৰু মানৱ জীৱন আৰু প্ৰকৃতি সম্পৰ্কে তেওঁৰ দৃষ্টিভঙ্গীৰ পৰিপ্ৰেক্ষিতত এই গৰাকী কবিৰ 'জীৱন বিমুখিতা'ৰ পৰিবৰ্তে 'জীৱন-জিজ্ঞাসা' কথাটোহে অধিক তাৎপৰ্য্যপূৰ্ণ বুলি ক'ব খোজে – সিটো দিশৰ আভাস অধ্যাপক বৰাই তেওঁৰ আলোচনাত বুদ্ধিদীপ্তভাৱে উল্লেখ কৰিছে। আগতেই উল্লেখ কৰাৰ দৰে ৰবীন্দ্ৰ চন্দ্ৰ বৰাৰ সাহিত্য আলোচনাৰ এটা বৈশিষ্ট্য হৈছে কোনো এজন লেখক সাহিত্যিকৰ সম্পৰ্কে প্ৰচলিত অভিমত, ধাৰণাৰ পৰ্য্যালোচনা কৰি এটা নতুন দিশ উন্মোচন কৰা। 'সাহিত্য সমীক্ষা' সংকলনৰ আন এটা প্ৰবন্ধ 'মহীচন্দ্ৰ বৰাৰ গল্পৰ বৈশিষ্ট্য' এনে প্ৰচেষ্টাৰেই এটা উজ্জ্বল নিদৰ্শন। এই প্ৰবন্ধটোত মহীচন্দ্ৰ বৰাৰ গল্প সম্পৰ্কে ইতিমধ্যে আলোচিত

নোহোৱা দিশসমূহ উপস্থাপন কৰি প্ৰচলিত অভিমত খণ্ডন কৰি আৱাহন যুগৰ এই গৰাকী জনপ্ৰিয় গল্পকাৰৰ হাস্য-ব্যঙ্গৰসৰ লগতে আন কেইবাটাও ইতিবাচক দিশ দাঙি ধৰা হৈছে। সেইদৰে তিনিজন গল্পকাৰ আৰু অসমীয়া গল্প সাহিত্যৰ এটা ধাৰা শীৰ্ষক আলোচনাত এটা বিশেষ ধাৰাৰ পৰিপ্ৰেক্ষিতত মহিম বৰা, ভবেন্দ্ৰ নাথ শইকীয়া, লক্ষ্মীনন্দন বৰাৰ তুলনামূলক আলোচনাৰ যোগেদি গল্পকাৰ কেইজনৰ গল্পৰ এটা পৰ্য্যালোচনা দাঙি ধৰিছে। কিন্তু এই লিখনিটোৰ সন্দৰ্ভত আলোচক বৰাই ডিম্বেশ্বৰ নেওগৰ (New Light in the history of Assamese literature) গ্ৰন্থখনৰ এটা উদ্ধৃতিৰ আধাৰত লক্ষ্মীধৰ শৰ্মা, ত্ৰৈলোক্য গোস্বামী, ৰমা দাশ আৰু চৈয়দ আব্দুল মালিক আদি সুখ্যাত গল্পকাৰ সম্পৰ্কে দাঙি ধৰা অভিমত এই লেখকৰ বাবে অগ্ৰহণযোগ্য হৈ ৰৈছে। তেনেদৰে অধ্যাপক বৰাই কথা সাহিত্যিক বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যৰ আৰু তেওঁৰ জ্ঞানপীঠ বঁটা বিজয়ী উপন্যাস সম্পৰ্কে কৰা মূল্যায়ণৰ সন্দৰ্ভতো এই লেখকৰ মনত দুটা মান প্ৰশ্নই ভুমুকি মাৰিছে – যেনে, 'মৃত্যুঞ্জয়' উপন্যাসখনতকৈ সাহিত্যিকজনৰ আন কেইখনমান উপন্যাসে অধিক কৃতিত্বৰ দাবি কৰিব নোৱাৰেনে? 'মৃত্যুঞ্জয়' উপন্যাসখন প্ৰকৃতাৰ্থত এখন উচ্চ মানৰ সাহিত্য সৃষ্টি সম্পৰ্কে অনুসন্ধিৎসু জনৰ মনত সন্দেহৰ অৱকাশ বৈ যোৱা নাইনে? অৱশ্যে 'অসমীয়া জাতীয় জীৱনৰ দুটা অধ্যায় আৰু দুখন অসমীয়া উপন্যাসত সমালোচক বৰাই অসমীয়া উপন্যাস সাহিত্যক্ষেত্ৰৰ অপেক্ষাকৃতভাৱে কম খ্যাতিসম্পন্ন দুজন ঔপন্যাসিক ইন্দ্ৰেশ্বৰ গোস্বামীৰ 'কেঁচামাটিৰ গোন্ধ' আৰু ত্ৰৈলোক্য ভট্টাচাৰ্য্যৰ 'সাঁচিপাতৰ পুথি'ত অসমীয়া জাতীয় জীৱনৰ দুটা সময়ৰ ইতিহাস-সন্মত আলোচনা আগবঢ়াইছে, যি আলোচনাই অসমীয়া জাতীয় ইতিহাসভিত্তিক এনে সাহিত্য ৰচনা কৰিবলৈ নতুন লেখকক নিশ্চিতভাৱেই উৎসাহিত কৰিব। আনহাতে অম্বিকাগিৰি ৰায়চৌধুৰী আৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ বৈপ্লৱিক দৃষ্টিভঙ্গী সম্পৰ্কে গতানুগতিকতা পৰিহাৰ কৰি বৰ্তমানৰ লগত সঙ্গতিপূৰ্ণ সময় সাপেক্ষ আলোচনা আগবঢ়োৱা হৈছে। 'সাহিত্য সমীক্ষা' সংকলনটোৰ আন এটা বিশেষ মূল্যৱান প্ৰবন্ধ হৈছে 'যজ্ঞেশ্বৰ শৰ্মাৰ পাশ্চাত্য সাহিত্য অধ্যয়নৰ পৰিধি' শীৰ্ষক লিখনিটো। পণ্ডিত কৃষ্ণকান্ত সন্দিকৈ, ডঃ সূৰ্য্যকুমাৰ ভূঞা, ডঃ বাণীকান্ত কাকতি আদি সকলৰ সমপৰ্য্যায়ৰ এগৰাকী বিশিষ্ট পণ্ডিত লেখকৰ সাহিত্য কৰ্মৰ এই বিশ্লেষণাত্মক প্ৰবন্ধটোৰ বাবে সমালোচক বৰাক মই ব্যক্তিগতভাৱে ধন্যবাদ জনাইছোঁ কাৰণ এনে এটা আলোচনামূলক প্ৰবন্ধ মই প্ৰথমবাৰৰ বাবে পঢ়াৰ সুযোগ পালোঁ। সেইদৰে আন এখন বাৰ্তালোচনীত প্ৰকাশিত 'জনতাৰ গল্পকাৰ বিষ্ণুপ্ৰসাদ ৰাভা' নামৰ লিখনিটো এই লেখকৰ বাবেও এটা নতুন তথ্য সম্বলিত আলোচনা হৈ ৰৈছে। 'সাহিত্য সমীক্ষাত' সংকলিত সমালোচক বৰাৰ 'অসমীয়া নাট্য সাহিত্য আৰু পাশ্চাত্য নাট্য আন্দোলনৰ প্ৰভাৱ' শীৰ্ষক লেখাটোৱে লেখক-সমালোচকজনৰ কষ্টসাধ্য, পাণ্ডিত্যপূৰ্ণ অধ্যয়নপুষ্ট সাহিত্য আলোচনাৰ পৰিচয় দিয়ে। লগতে এই গ্ৰন্থখনত সংকলিত আন এটা নিৱন্ধত পাশ্চাত্য

সাহিত্যৰ বিভিন্ন ধাৰা, যেনে – ক্লাছিচিজম, ৰোমাণ্টিচিজম, চাৰ ৰিয়েলিজম, চিম্বলিজম, ইম্প্রেচনিজম, একস্প্রেচনিজম, এক্সিচটেনচিয়েলিজম, হিউমেনিজম, আদিৰ সংক্ষিপ্ত অথচ সম্যক পৰিচয়মূলক আলোচনা সকলো সাহিত্যৰে অনুসন্ধিৎসু পঢ়ুৱৈৰ বাবে প্রয়োজনীয় হৈ ৰৈছে।

এজন সাহিত্যৰ আলোচক বা সমালোচক ৰূপে বৰাই টমাচ এডিচনৰ দৃষ্টিভঙ্গী বা নীতি-নির্দেশনাৰ প্রতি অধিক আগ্রহশীল যেন ধাৰণা হয়। তেওঁৰ সাহিত্য আলোচনা-সমালোচনাই পক্ষপাতমূলক দৃষ্টিভঙ্গীৰ কোনো আভাস নিদিযে। 'সাহিত্য সমীক্ষা' গ্রন্থখনত উদ্ধৃত কৰা অলিভাৰ এল্টনৰ উক্তিটোৰ তাৎপর্য্যৰ দ্বাৰা তেওঁ স্পষ্টভাৱে প্রভাৱান্বিত বুলি ক'ব পাৰি – এই উক্তিটো হৈছে – সমালোচক হৈছে এজন ত্রাণকর্তা, আৰু সমালোচনা হৈছে অনুসন্ধিৎসুতা, সততাৰে স্রষ্টাৰ দৃষ্টি প্রতিফলন কৰা আৰু স্রষ্টাৰ সৃষ্টিত এই দৃষ্টি কেনেদৰে ৰূপায়ণ হৈছে তাৰ বিচাৰ কৰা' [The critic is a rescuer, and his work is to elicit, to mirror as truely as he can the poet's vision and to judge of its realisation in his handiwork] আৰু সমালোচক বৰাৰ অসমীয়া ইংৰাজী দুয়োটা ভাষাতে লিখা সংখ্যাধিক গ্রন্থ সমালোচনাৰ মাজত এই দৃষ্টিভঙ্গীৰ সম্যক প্রতিফলন প্রত্যক্ষিত হয়। এই আলোচিত গ্রন্থসমূহৰ ভিতৰত বিশেষ উল্লেখযোগ্য হৈছে – চৈয়দ আব্দুল হেলিমৰ 'চেনিৰাম বায়নৰ বিশ্বৰূপ দর্শন, দিনেশ গোস্বামীৰ 'স্তব্ধতাৰ কণ্ঠস্বৰ', ডঃ প্রয়াগ শইকীয়াৰ 'বাউসীত দুখন ডেউকা', বিষ্ণুপ্রসাদ ৰাভাৰ গল্প সংকলন, 'সোণপাহি', জীৱনীগ্রন্থ শিক্ষাবিদ উমাকান্ত গোস্বামীদেৱৰ স্মৃতিগ্রন্থ, কলাৰত্ন ভূপেন হাজৰিকা, স্বর্ণ বৰাৰ উপন্যাস 'লুইত পাৰৰ কণ্ঠ', চেলিমা হাজৰিকাৰ গল্প সংকলন 'প্রাণৰ পিয়লা' আদি।

সামৰণিত ক'ব খোজোঁ, আপাতদৃষ্টিত যদিও এজন সৃষ্টিশীল লেখক আৰু এজন সমালোচকৰ মাজত সৃষ্টি আৰু সমালোচনাৰ ব্যৱধান বিদ্যমান তথাপি এজন সৃষ্টিশীল লেখক আৰু এজন সমালোচকৰ অৱস্থান সম্পূর্ণ ভিন্ন বুলি ক'ব নোৱাৰি। প্রকৃততে এজন সৃষ্টিশীল লেখক আৰু এজন সমালোচক এক অর্থত মানৱ জীৱনৰেই পর্য্যবেক্ষক বা পর্য্যালোচক। গতিকে জীৱন জিজ্ঞাসাই দুয়োজনৰে লিখনিৰ প্রধানতম উৎস বুলিও কব পাৰি। যদি এজন লেখকে জীৱনৰ বৈচিত্র্যপূর্ণ ছবি তেওঁৰ লিখনিত প্রতিফলিত কৰে, এজন সমালোচকে সেই ছবি পুনৰ আলোকিত কৰে তেওঁৰ সমালোচনাৰ যোগেদি। এই অর্থত এজন লেখক আৰু এজন সমালোচকৰ অৱদান পৰস্পৰৰ পৰিপূৰক (Complimentary) বুলিও ক'ব পাৰি।



## দিনেশ শৰ্মা

| | |
|---|---|
| জন্ম – | ১৮ আগষ্ট ১৯৪৫, সোণকুৰিহা, কালাগ, নলবাৰী |
| শিক্ষা – | গুৱাহাটী বিশ্ববিদ্যালয়ৰ এম এ পৰ্যন্ত। |
| নাটক – | চিনেমাৰ সৈতে জড়িত। শিশুৰ চিনেমা 'অবুজ বেদনা'ৰ আৰু 'আপোনজন'ৰ কাহিনীৰ লেখক আৰু চিত্ৰ নাট্য ৰচয়িতা। যাত্ৰাভিনয়ৰ নিৰ্দেশক ১৯৬৫ চনৰ পৰা। |
| সাহিত্যকৃতি – | চাৰিখন উপন্যাস – 'কানে কাণে কৈ যাওঁ', 'পলৰীয়া মেঘ', 'আপোনজন', 'মাউখে ওপঙি যাম'। |
| গল্প সংকলন – | নিকিমণিৰ চিকিমিকি, গল্পৰ গাছপেৰা, নৈয়ে এৰা সুঁতি, মৰম প্ৰপাত, সেই ৰূপ অপৰূপ, জিলিৰ জোনাক। |
| প্ৰবন্ধ – | এনেদৰে ঃ একে সূত্ৰে বান্ধিয়াছি (বাংলা) ইয়াৰ উপৰিও অসমৰ বিভিন্ন পত্ৰ পত্ৰিকা, আলোচনীত তেওঁৰ গল্প, কবিতা, চিন্তামূলক প্ৰবন্ধ প্ৰকাশ হৈ আছে। |
| শিশুগ্ৰন্থ – | নিকিমণিৰ চিকিমিকি, মাউখে ওপঙি যাম। |

# দিনেশ শৰ্মাৰ নৈয়ে এৰা সুঁতিৰ বিননি

ষাঠিৰ দশকতে 'কাণে কাণে কৈ যাওঁ' কিতাপখন পঢ়োঁতে মই ধৰিবই পৰা নাছিলোঁ এইখন ডঃ হেম বৰুৱা, ডঃ ললিত বৰা, কীৰ্তিনাথ হাজৰিকা, হেমচন্দ্ৰ শৰ্মা, তিলক হাজৰিকা আৰু কপলিঙ চিঙা যোৰহাট ৰেলৰ দুলাল বৰঠাকুৰ আদিয়ে লিখা ব্যক্তিমুখী ৰচনা-জাতীয় লিখাইনে, চৈয়দ আব্দুল মালিকৰ 'প্ৰাণ পোৱাৰ পিছত', বীৰেণ ভট্টাচাৰ্য্যৰ 'কলঙ আজিও বয়', চন্দ্ৰপ্ৰসাদ শইকীয়াৰ 'এদিন', যোগেশ দাসৰ 'পপীয়া তৰা'ৰ দৰে দীঘলীয়া গল্পইনে, জেমচ জয়ছ (James Joyce)ৰ ইউলিছিছ (Ullysis) অথবা গোপাল হালদাৰৰ 'একদা'ইনে, ই. ভি. লুকাছ (E. V. Lucas)ৰ এনটাৰটেইনমেণ্ট (Entertainment) জাতীয় কিবানে অথবা চৈয়দ আব্দুল মালিকৰ 'ৰূপতীৰ্থ'ৰ যাত্ৰী', বিৰিঞ্চি কুমাৰ বৰুৱাৰ 'জীৱনৰ বাটত', নৱকান্ত বৰুৱাৰ 'কপিলীপৰীয়া সাধু'ৰ দৰে উপন্যাস নে কি? কলেজীয়া ডেকা ল'ৰা দিনেশ শৰ্মাৰ এই কিতাপখন মোৰ চেমুৱেল পেপিচ, (Samuel Pepys) জন ইভলিন (John Evelyn)ৰ ডায়েৰী ডায়েৰী যেন লাগিছিল। কলেজত পঢ়ি থকা সময়তেই ডেকা-তেজে লিখা ডায়েৰীখনত দিনেশ শৰ্মাই সেই ষাঠিৰ দশকতেই যেন দেখিবলৈ পাইছিল অসমীয়া জাতি-সত্তাৰ অৱক্ষয়ৰ আৰম্ভণী – য'ত প্ৰতিস্ফুট হৈছে স্বজাতিৰ ঐতিহ্যবহনকাৰী ৰীতি-নীতি-সংস্কৃতি-সংস্কাৰৰ প্ৰতি ঘৃণা, অৱজ্ঞা, বিতৃষ্ণা আৰু মোহ-ভংগ। তেওঁৰেই 'নৈয়ে এৰা সুঁতি'খন ১৯৬৮ চনত মই গুৱাহাটীত অবিভক্ত কামৰূপ জিলাৰ এছ. পি. হৈ থকা সময়ত পঢ়া মনত আছে। ১৯৭০ চনত পঢ়িছিলোঁ 'সেই ৰূপ অপৰূপ' আৰু ১৯৭৩ চনত 'পলৰীয়া মেঘ'। ১৯৮২ চনত তেওঁৰ বহু-প্ৰশংসিত উপন্যাস 'আপোনজন'ত পাগলাদিয়া নৈৰ বিস্তীৰ্ণ পাৰৰ বিস্তৃত বিৱৰণী পঢ়ি খুব ভাল লাগিছিল।

মোৰ মনত আছে, গোলাপ বৰবৰা আৰু হিতেশ্বৰ শইকীয়াৰ মুখ্যমন্ত্ৰীত্বৰ (প্ৰথমবাৰৰ) কালত মানুহ এজনক প্ৰায়েই মুখ্যমন্ত্ৰীৰ বাসভৱনত বা জনতা ভৱনৰ অফিছত লগ পাইছিলোঁ। মই ডি. জি. পি. থকা কালতো তেওঁক খুব সঘনাই লগ পাইছিলোঁ। নামটো তেওঁৰ দিনেশ শৰ্মা বুলি জানিছিলোঁ। কথা-বতৰাত, ব্যৱহাৰত অমায়িক; তেনেই নিৰহ-নিপানী নিৰহংকাৰী; মুখখনত কোমল-কৰুণ-বিষণ্ণতাৰ আৱৰণীত মিঠা হাঁহিৰ বিজুলী জিলিকনি। মোৰ উপস্থিতি মুখ্যমন্ত্ৰীক জনোৱা সময়ত মানুহজনৰ দৈনন্দিন স্বভাৱ-কোমল সাদৰ সম্ভাষণ আৰু মোৰ কাম হৈ যোৱাৰ পিছত "ছাৰ, যায়নেকি?" ৰে মোক যথাবিহিত সন্মানপূৰ্বক এইদৰে বিদায় দি থকা মানুহজনেই যে প্ৰখ্যাত গল্পকাৰ দিনেশ শৰ্মা

বুলি জানি মই স্তম্ভিত হৈছিলোঁ ১৯৯১ চনত তেওঁৰ 'গল্পৰ গাছপেৰা' খনৰ বেটুপাতৰ পিছফালে থকা লেখক পৰিচিতিৰ ওপৰত দিয়া লেখকৰ ফট'খন দেখি। ইমান বছৰ ওচৰতে বহি লাং-লিং – কেনে আছে – ভাল নে ধৰণৰ সৌজন্যসূচক শব্দ বিনিময়ৰ বাহিৰে সাহিত্য সম্পৰ্কীয় ওঁম-তৎ-সৎ কোনো কথাৰেই আমাৰ মাজত আদান প্ৰদান হোৱা নাছিল। জীৱনত লেখক-সাহিত্যিক সাংবাদিক কবি গল্পকাৰ বহুতকে লগ পাইছোঁ। কিন্তু দিনেশ শৰ্মা সম্পূৰ্ণ ব্যতিক্ৰম। 'বিদ্যা দদাতি বিনয়ম' কথাষাৰৰ মৰ্মৰ সম্যক উপলব্ধি হ'ল – ১৯৮০ চনৰে পৰা অত বছৰে সঘনাই লগ পাই অহা দিনেশ শৰ্মাৰ আচল ৰূপটোৰ আকস্মিক আৱিষ্কাৰৰ পিছত।

দিনেশ শৰ্মা মুখ্যতঃ এজন সুদক্ষ গল্পকাৰ তাৰ প্ৰমাণ পাওঁ তেওঁৰ 'গল্পৰ গাছপেৰা', 'মৰম-প্ৰপাত' এই সংকলন দুখনত। এই গল্পবোৰৰ উপৰিও অসমৰ প্ৰায়বোৰ পত্ৰিকা-আলোচনীত প্ৰকাশ হোৱা বহুতো গল্প পঢ়া মোৰ ৰিণিকি ৰিণিকি মনত পৰে। তেওঁৰেই 'আপোনজন' উপন্যাসখনৰ চিত্ৰৰূপ দি সফলতা অৰ্জন কৰিছে গৌৰী বৰ্মনে যোৱা বছৰত। অলপতে তেওঁৰ 'গাছপেৰা'ৰ গল্পকেইটা অতুলনান্দ গোস্বামীৰ 'পলাতক', 'নামঘৰীয়া', মহিম বৰাৰ 'এখন নদীৰ মৃত্যু', যোগেশ দাসৰ 'টেমেকা' লক্ষ্মীনন্দন বৰাৰ 'ভাওনা', 'সখা দামোদৰ', ৰোহিণী কাকতিৰ 'মৃত্তিকা', আব্দুল মালিকৰ 'শেহ ৰাতিৰ জোনাক', 'সিও মৰিল' আদিৰ দৰে পঢ়ি ভাল লগা গল্প।

অতুলানন্দ গোস্বামীয়ে তেওঁৰ 'পলাতক' গল্পৰ আৰম্ভণী কৰিছিল যাৰ দ্বাৰা পাঠকৰ মনচোক প্ৰথমেই কিবা এটা নতুন কথা জনাৰ আগ্ৰহৰ সৃষ্টি কৰিব পাৰিছিল ঃ

... "মোৰ আজি সেয়ে হৈছিল।
আজি এটা ছাঁ আহিছিল মোৰ ঘৰলৈ ..."

আমেৰিকাৰ বিখ্যাত গল্পকাৰৰ বহুতো গল্পতেই এই শৈলী। তেওঁৰ 'এন অকাৰেন্স এট অউল ক্ৰীক ব্ৰীজ' (An Occurrence at Out Creek Bridge) আৰম্ভ কৰিছে এনেকৈ ঃ

"উত্তৰ আলাবামাৰ এখন ৰেলৰ দলঙত থিয় হৈ এটা মানুহে বিছ ফুট তলৰ পানীৰ কোবাল সোঁতলৈ চাই আছে। মানুহটোৰ হাত দুখন এডাল ৰছীৰে পিছফাললৈ বন্ধা। তাৰ ডিঙিটোত এডাল পঘা মেৰিয়াই থোৱা আছিল।"

দিনেশ শৰ্মাই 'মৰম-প্ৰপাত'ৰ আৰম্ভণীৰ চতুৰ্থ লাইনটোৰেই পাঠকৰ উৎকণ্ঠা, অনুসন্ধিৎসুতাৰ জাগৃতিৰ সৃষ্টি কৰিছে ঃ

– "জীপ গাড়ীখন চলাই যোৱা চালকৰ কোলাত একৰাকী মৃত নাৰীদেহ তেজেৰে লুতুৰি-পুতুৰি হৈ শুই থকা অৱস্থাত দেখা গ'ল ..."

এই গল্পটোতে বিৱৰণী ক্ৰমত শৰ্মাই এতিয়াও আমাৰ সমাজ-ব্যৱস্থাত

বেজবৰুৱাৰ যুগতে দেখা সমাজৰ ভিতৰত থকা উচ্চনীচ, জাত-পাত, ইত্যাদিৰ উপৰিও আমাৰ নিৰৰ্থক নীচাত্মিকাবোধ প্ৰসূত অনুকৰণপ্ৰিয়তাৰ প্ৰতি তীব্ৰ শ্লেষ আৰু ব্যংগোক্তিৰে সমাজৰ কৰ্ণধাৰসকলক থকা-সৰকা কৰিছে। দীনপ্ৰাণ মহন্ত এজন উচ্চবৰ্গৰ হিন্দু। এজন মহন্তই। হয়তো কোনোবা এজন সত্ৰাধিকাৰৰ বংশধৰ। বিয়া কৰালে মন মিলা এজনী নমঃশূদ্ৰ ছোৱালীক। হ'ল এৰবীয়া — যিটো অৱশ্যে সৌ বাঠিৰ দশকত আৰু এতিয়াও অসমৰ জাত-পাত, বামুণ-শূদিৰেৰে ভৰা সমাজখনক কৰা প্ৰচণ্ড অপমান, প্ৰত্যাহ্বান অপদস্থ আৰু অসম্মান দেখি আছোঁ। মভাভাৰতত উল্লেখ কৰা আদ্ৰিকা অপ্সৰা কন্যা সত্যৱতী যাৰ শৰীৰৰ গন্ধৰ কাৰণে মৎস্যগন্ধা নাম আছিল। তেওঁক লালন পালন কৰিছিল ধীবৰ-ৰাজে। এই সত্যৱতী আৰু পৰাশৰ মুনিৰ মিলনতেই জন্ম হয় দ্বৈপায়ন — ব্যাসদেৱৰ। মহাৰাজ শান্তনুৱে চিকাৰ কৰিবলৈ আহি মোহিত হৈ সত্যৱতীক বিয়া কৰোৱাৰ পৰিণতিত সত্যৱতী হৈ পৰে কুৰু-পাণ্ডৱৰ ৰাজমাতা। ঋকবেদোক্ত পুৰুষ-সূক্তৰ মহৰ্ষি পৰাশৰেই আছিল সেই প্ৰাচীন শ্ৰম-কৰ্ম বিভাজনৰ মূল যি সেই কোন দূৰ অতীতৰ পৰা আজিলৈকে ভাৰতৰ সকলো প্ৰান্ততে সামাজিক-ৰাজনৈতিক বিভীষিকাৰ সৃষ্টি কৰি আহিছে। সমাজক অৱজ্ঞা কৰি দীনপ্ৰাণে যি মহৎ আদৰ্শৰে অনুপ্ৰাণিত হৈ হীনকুলীয়া ছোৱালী এজনীক লৈ এখন নতুন সংসাৰৰ পাতনি মেলিছিল — সেই কাহিনীটোৰ বহুলাংশ শৰ্মাই ফ্লাচ-বেক পদ্ধতিত কৈছে ঃ দুৰ্ঘটনাত মৃত্যু হোৱাৰ আগলৈকে মহন্ত-দম্পতিৰ যুগ্ম-জীৱনৰ মোহনীয় কথা, ধূলি-বালি নলগা ভেণ্টিলেটৰৰ গ্লাচত জন্মৰ পিছতেই মাকক হেৰুওৱা শিশুটিক কিছুদিনলৈকে বাগানৰ কৰ্মী বিপলী বাচফৰে তাইৰ নিজৰ তথাকথিত নীহকুলীয়া মাতৃৰ স্তনৰ গাখীৰ খুৱাই জীয়াই ৰখা অসম্ভৱ-অদ্ভুত মাতৃত্বৰ, নাৰীত্বৰ মহিমামণ্ডিত ৰূপৰ প্ৰতিবিম্ব দেখা গল্পটোৰ মৌলিকতা, নাটকীয়তা, প্ৰকাশ শৈলীত ভাষাৰ প্ৰাঞ্জলতাই গল্পকাৰ স্বৰূপে শৰ্মাৰ দক্ষতা আৰু কৃতিত্ব শলাগিব লগীয়া। গল্পটোৰ দীনপ্ৰাণ মহন্তৰ অন্তৰ্ভেদী উপলব্ধিবোৰ দিনেশ শৰ্মাৰেই — এজন উচ্চ বংশৰ ব্ৰাহ্মণ সন্তানৰেই — আমাৰ আটাইৰেই ঃ

... "আধা নাঙঠ আৰু আধা-পেটী' ভাত খোৱা মানুহবোৰৰেইহে সমাজত মাতৃত্ব আৰু ভাতৃত্বৰ আচল পৰিচয় দিয়াৰ অধিকাৰ আছে।"

তেওঁৰ 'আকাশ নীলা সাগৰ নীলা' গল্পটোৰ আৰম্ভণিৰ — "পিতাই, জলপান আনিছোঁ" — এই তিনিটা শব্দেৰেই দিনেশ শৰ্মাই চৈয়দ আব্দুল মালিকৰ 'আন্ধাৰ ৰাতিৰ আলহী', 'দ্বিতীয় পুৰুষ', 'সোণৰ আঙঠি' অথবা অতুলানন্দ গোস্বামীৰ 'আশ্ৰয়', 'পুলকেশ বৰুৱা', 'প্ৰতিশোধ' আদি গল্পৰ দৰেই তেওঁৰ পাঠকৰ মনোযোগ তৎকালেই আকৰ্ষণ কৰিব পৰাৰ শিল্পীসুলভ দক্ষতা দেখুৱাইছে। আৰম্ভণিতেই পাঠকে মহিম বৰা, লক্ষ্মীনন্দন বৰাৰ গল্পৰ অথবা কেশৱ মহন্ত-ৰুদ্ৰ বৰুৱাৰ কবিতাৰ গাঁৱৰ নিখুঁত প্ৰতিচ্ছবি দেখিবলৈ পায়। এই

গল্পটোত দিনেশ শৰ্মাই লক্ষ্মীনাথ বেজবৰুৱা, মহীচন্দ্ৰ বৰাৰ দৰেই হাস্য, ব্যংগৰ লগতে কাহিনীৰ মূল সূত্ৰত মিলি যোৱাকৈ তিৰ্য্যক উক্তিৰ প্ৰতিধ্বনি প্ৰতিফলিত কৰিছে। চেতনা-স্ৰোতৰ প্ৰবাহত পাঠকে তেওঁৰ মন-চকুত সম্বৰুৰ অতীতৰ, যৌৱনৰ মাদকতা ভৰা সময়ৰ ছবি দেখিবলৈ পায় ঃ

– "আজি হেমলতাৰ বয়স চৈধ্য বছৰ। তেতিয়া তাইৰ মাকৰ বয়স আছিল পোন্ধৰ বছৰ। আকাশৰ জ্বলা জুয়ে যেনেদৰে সম্বৰুৰ পিঠি পুৰিছিল, তেনেদৰে চৌকাৰ জ্বলা জুয়ে হেমলতাৰ মাকৰ বুকু পুৰিছিল। সেই জুইৰ তাপ শীতল কৰিবলৈ সিহঁতক লাগিছিল, দীঘলীয়া একোটা ৰাতি।"

গল্পটোৰ আহু-ধাননিত প্ৰদীপ-হেমলতাৰ শাৰীৰিক সান্নিধ্যৰ প্ৰাক-মুহূৰ্তৰ কথা কওঁতে দিনেশ শৰ্মাই হেমলতাৰ দৈহিক সৌন্দৰ্য্যৰ বৰ্ণনা কৰোঁতে মন ভাল লগা নতুন নতুন উপমা এটা সৃষ্টি কৰি কৈছে ঃ

– "প্ৰদীপে তাইৰ ঢকুৱা খহি পৰা তামোল গছৰ দৰে বগা দুই উৰুৰ মাজত, পেটত, বুকুত, কপালত গাহৰিয়ে বোকাপানী হোৰোকা দি হুৰকি হুৰকি গাৰ কাপোৰ-কানি আজুৰি থাকে ..."

ভাল লগাটোও ভাল নাইপোৱা যেন দেখুৱাবলৈ গৈ দিনেশ শৰ্মাৰ হেমলতাই অখ্যাত গাঁও এখনৰ যৌৱনে গজালি মেলা ছোৱালী এজনীৰ স্বাভাৱিক ভাষাৰেই কয় ঃ

– "ইস্ আই চিকৌ। বিকচানা নালাগেনে?" এনেধৰণৰ শব্দৰ ব্যৱহাৰে বেণুধৰী শৈলীলৈ মনত পেলায়।

গল্পটোত শিক্ষাগত অৰ্হতাৰ দিশত প্ৰদীপো আজিৰ অসমৰ লক্ষ লক্ষ নিবনুৱা শিক্ষিত ডেকাৰে এটা। তাৰ কথা-বতৰাত আজিৰ কপট ৰাজনীতি-বাগীশৰ প্ৰতি থকা ক্ষোভ, ঘৃণা, বিৰক্তি কুণ্ঠাহীনভাৱে প্ৰকাশ পাইছে। মেট্ৰিক পাছ্ কৰা ল'ৰা যদিও দিনেশ শৰ্মাৰ প্ৰদীপৰ উপলব্ধিত সত্যনাথ বৰা বা লম্বোদৰ বৰাৰ ৰচনাত পোৱা জ্ঞান-গৰ্ভ সত্যৰ সন্ধান পাওঁ ঃ এযা হোজা হালোৱা সম্বৰুৰ জ্ঞানগৰ্ভ উক্তি ঃ

"হেৰৌ পৰিশ্ৰমৰ আন এটা নাম সফলতা, তইঁতে পৰিশ্ৰম কৰিবলৈ বাদ দি ক'ত ঘূৰি ফুৰ? বোলো ঠেঙা আৰু ফুটফুটীয়া চোলা পিন্ধিযে ধান কাটিবি। একো সন্মান নেযায়।"

দিনেশ শৰ্মাৰ চফল ডেকা প্ৰদীপৰ আত্ম বিশ্লেষণবোৰো বিতৃষ্ণা, অনীহা ঘৃণা প্ৰতিফলিত হৈছে ষাঠিৰ দশকৰ পিছতেই ধৰা পৰিবলৈ আৰম্ভ হোৱা ৰাজনীতি কৰা ধুৰন্ধৰবোৰৰ প্ৰতি ঃ

– "ৰাজনৈতিক বন্ধু, শত্ৰুতকৈ বেছি ভয়াবহ।"

– "সকলো নেতাই একোজন ভাল অভিনেতা।"

আশীৰ দশকতেই শুভ-উদ্বোধন হোৱা দুৰ্ভগীয়া চাকৰি-প্ৰাৰ্থী একালত মন্ত্ৰী-এম. এল.-এৰ বুকুৰ আগমঙহ – মন্ত্ৰী. এম. এল. এ.-ক দেখা কৰিবলৈ যোৱা দৈনিক 'চিৰিয়েল' অথবা ধাৰাবাহিকৰ উদ্দীপ্ত আৰু ঘৃণনীয় ৰূপায়ণ দেখোঁ প্ৰদীপৰ উন্নত শিৰেৰে কোৱা নিৰ্ভীক উক্তিত ঃ

– "মই অনুগ্ৰহ-প্ৰাৰ্থী নহয়, প্ৰাৰ্থীহে।"

এই গল্পটোত কথা-বতৰাৰ মাধ্যমত আমাৰ ভাৰত চৰকাৰে তথাকথিত ৰক্ষণাবেক্ষণ, সংৰক্ষণ প্ৰক্ৰিয়াটো উন্নয়নৰ নামত দহবছৰৰ পৰা মাত্ৰ ভোটৰ আশাত – মৰিও মৰ কামোৰ নেৰা এজাক তেলীয়া, মেৰুদণ্ডহীন বিষয়াক দেশৰ সুপৰিচালনাৰ তথাকথিত স্বাৰ্থত চাকৰিৰ বিষ্ণুৰ দশ-অৱতাৰৰ দৰে বিভিন্ন ৰূপত ম্যাদ বঢ়াই দিয়াৰ দৰে চোচোৰাই চোচোৰাই মৰা-গৰু নিয়াদি চল্লিছ বছৰ পাৰ কৰা কথা নিৰ্ভীক ৰূপায়ণ দেখোঁ।

– "সমাজৰ আগবঢ়া বুলি চিহ্নিত হোৱা শ্ৰেণীটোক পিছলৈ টানি ধৰা কাৰবাৰ এতিয়াও চলি আছে। সেইবোৰত মিছাকৈ সাক্ষাৎকাৰ দিবলৈ গৈ একো লাভ নাই। জাত-পাতৰ বিচাৰত ওপৰুৱাকৈ নম্বৰ যোগ দিয়া হৈছে, প্ৰমোচন হৈছে, চাকৰি হৈছে, স্কুল-কলেজত নাম ভৰ্তি হৈছে। ফলত কোনেও কাকো নমনা হৈছে। জাতপাতৰ বিচাৰত স্কুল-কলেজত নাম লিখিব নোৱাৰা চোকা ল'ৰা-ছোৱালীয়ে মনে মনে কৰ্মময় জীৱনত প্ৰতিশোধৰ প্ৰতিজ্ঞা কৰিছে ...।

সম্বৰু হালোৱাৰ কথাই সঁচা ঃ

"মেধা শক্তিক দলিয়ালে – অকল দেশৰে অপকাৰ নহয়, গোটেই মানৱ জাতিৰ বাবেই অমংগল ... মুঠতে এইবোৰ হ'ল ফটা বস্তাৰ সোপা।"

সম্বৰু-প্ৰদীপৰ কথাখিনিয়ে মোৰ 'অগ্ৰদূত'ৰ প্ৰথিতযশী সম্পাদক, নিৰ্ভীক নিবন্ধকাৰ কনকসেন ডেকাই তেওঁৰ "অসমৰ গোষ্ঠীদ্বন্দ্ব আৰু সামাজিক বিৱৰ্তনৰ ধাৰা"ত কোৱা কথাখিনিলৈ মনত পৰিছিল ঃ

"মুঠ কথা ঃ জনজাতীয় লোকসকলে যদিহে নিজৰ ঐতিহ্য ৰক্ষা কৰিব বিচাৰে, তেন্তে কেৱল আত্ম-সংৰক্ষণৰ মনোভাৱ ৰাখি চলিলেই নহ'ব – আত্ম-সংৰক্ষণৰ লক্ষ্য আগত লৈহে আগ বাঢ়িব লাগিব। সংৰক্ষণৰ অৰ্থই হ'ল ক্ষয়িষ্ণু, বিকাশহীন, মৃত্যুমুখী।"

ওপৰোক্ত উদ্ধৃতিৰ "জনজাতীয়" শব্দটোৰ লগতে যদি নিম্নবৰ্ণ আৰু অন্যান্য পিছ পৰি থকা সম্প্ৰদায় শব্দ-কেইটাৰ সংযোজন কৰি দিয়া হয় – তেতিয়া হলে দিনেশ শৰ্মা আৰু ডেকাৰ মৰ্মবাণী একে তৰংগৰে হ'ব। দিনেশ শৰ্মাই কৈছে সম্বৰুৰ মাধ্যমেৰে ঃ

– অনুগ্ৰহ প্ৰাৰ্থীবোৰ সদায় অনুগ্ৰহৰ ভাগী হৈয়ে থাকিব। প্ৰতিযোগিতাৰ কথা সিহঁতৰ মনলৈ কোনো দিনেই নাহিব। ফলত দিনক দিনে পৰমুখাপেক্ষী,

অনুগ্ৰহৰ ভাগী হৈয়ে থাকিব লাগিব। জীৱনৰ সকলো দুখ-কষ্টকে প্ৰত্যাহ্বান বিচাৰি লবলৈ চেষ্টা কৰিবি। কৰ্মেৰে সেই প্ৰত্যাহ্বানৰ মুখামুখি হ'বি। দেখিবি, ব্যক্তিগত অন্যায় দূৰৈৰ কথা – চৰকাৰী অন্যায় অবিচাৰেও একো কৰিব নোৱাৰে।"

এই সন্দৰ্ভত বিশ্ব-বিশ্ৰুত গল্পকাৰ নিকোলাই গগল (NICOLAI GOGOL)ৰ কথাখিনি প্ৰণিধানযোগ্য : "সাধাৰণ মানুহবোৰৰ – ধনীয়েই হক বা দুখীয়াই হক, তেওঁলোকৰ কথা-কাণ্ডবোৰ বিপদজনকেই হক বা সংকীৰ্ণই হক, ভালেই হক বা বেয়াই হক একেবাৰে নিৰসেই হক বা উত্তেজনাপূৰ্ণই হক – এনেধৰণৰ সমলকে লৈ লেখকে (গল্পকাৰে) লিখিব লাগে।"

নিকোলাই ভাচিলিয়েভিচ গগলে (NICOLAI VASILIEVITC GOGOL)এ গল্প লিখিবলৈ সমল বিচাৰি বিশ্ব-পৰিক্ৰমা নকৰি দিকাংকাত (DIKANKA) থকা তেওঁৰ মাকৰেই ফাৰ্মখনৰ জীৱন-যাত্ৰাৰ বিভিন্ন বৈচিত্ৰ্যৰ সংঘাত-সংঘৰ্ষৰেই ৰূপায়ণ কৰিছিল তেওঁৰ লিখনিত। দিনেশ শৰ্মায়ো সম্বৰুৰ আহু-ধানৰ পথাৰত তাকেই কৰিছে। কিন্তু তেনে কৰোঁতে তেওঁৰ নিজস্ব বক্তব্য, নিৰীক্ষণ আৰু তিৰ্য্যক ব্যংগোক্তিৰ ভৰত গল্পটোৰ আকৰ্ষণ বিন্দু হেমলতা-প্ৰদীপৰ প্ৰেমাবৰ্তৰ পৰা যেন আঁতৰি আহিল, যেন অকমান নিস্তেজ হৈ পৰিল সুন্দৰ কাহিনীটোৰ বিৱৰণীটো, যেন দিনেশ শৰ্মাই গগলক এৰি থৈ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যৰ উদ্দেশ্যধৰ্মী, উপদেশাত্মক সংস্কাৰকী শৈলীকেই গ্ৰহণ কৰি ললে গল্প ক'বলৈ যাওঁতে। এই সন্দৰ্ভত বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্যৰ 'এজনী জাপানী ছোৱালী' আৰু 'আজি বিয়া পৰহিলৈ গাঁও পঞ্চায়ত" শীৰ্ষক গল্প দুটা দ্ৰষ্টব্য।

নৰ-নাৰীৰ দৈহিক আকৰ্ষণ আৰু প্ৰেমৰ তীব্ৰতা শৰ্মাই কোনো দ্বিধা বা সংকোচ নোহোৱাকৈ দেখুৱাইছে সম্বৰু আৰু হেমলতাৰ চেনেহৰ এনাজৰীডালত :

... "সম্বৰু পাছফালৰ পৰা মনে মনে আহি হেমলতাৰ মাকৰ তপিনা দুটাতে খামুচি ধৰি দাঙি দিলে।

: কি নিধক ঐ এইটো? – হেমলতাৰ মাক ৰঙা-চিঙা পৰি গ'ল।

: ভাল লাগিছে অ'। তোৰ তপিনা দুটাই সসাগৰা পৃথিৱীখন আগুৰি আছে।"

এয়া মোৰ আচৰিত হোৱাৰ পাল। শিক্ষা-দীক্ষা বিশেষ একো নথকা দিনেশ শৰ্মাৰ সম্বৰু হালোৱাই কলিন উইলচন (Colin Wilson)ৰ বিতৰ্কিত উপন্যাস দি গড্ অব দি লেবিৰিনথ্ (The God of the Labyrinth)ৰ নায়কে প্ৰেমিকা নৰ্মা (NORMA)ৰ দৈহিক বৰ্ণনা প্ৰসংগত নৰ্মাক উৰুযুগলৰ আনন্দ দিব পৰা বসুন্ধৰাৰ অৱতাৰ বুলি কোৱা দৰেইচোন কৈছে।

হেমলতাৰ মাকৰ উত্তৰ দিনেশ শৰ্মাই পটন্তৰ এটাৰে দিয়াইছে হিৰণ্যকুমাৰ ভট্টাচাৰ্য্যই তেওঁৰ গল্পবোৰত দিয়াৰ দৰে। এনে ধৰণৰ পটন্তৰৰ উপস্থাপনা

তেওঁৰ 'প্ৰেম আৰু সত্ত্বাবে'ৰ বাহিৰে আন বহুতো গল্পত আছে। এয়া শুনক মাইচেনাৰ মাকৰ কথা ঃ

'হৰি হৰি। এইমাত্ৰ মচি দিয়া মজিয়াখন গোটেই গেলেপ কৰি থ'লে। এনেয়েনো কওঁনে? ঘৰ নষ্ট কৰে চোকা, ঘৰ নষ্ট কৰে ঢোকা, ঘৰ নষ্ট কৰে হোকা।"

এওঁৰ 'মৰম দিলে মৰম নিলে' গল্পটো নমিতা, পবন আৰু বছিৰ মিঞাহঁতৰ জীৱনৰ কথা। চৈয়দ আব্দুল মালিকৰ বহুতো গল্পৰ দৰেই, শৰ্মাৰ এই গল্পটোৰ নামকৰণতেই কাহিনীৰ বীজ সোমাই আছে। গল্পটোৰ আৰম্ভণিৰ তিনিটা চিঞৰ 'নমিতা', 'নমিতা', 'নমিতা'ই তৎকালেই পাঠকৰ অনুসন্ধিৎসু মনটোক গল্পটোলৈ টানি নিয়ে। গল্পটোত অতি নিৰ্মমভাৱে শৰ্মাই সংৰক্ষণৰ নামত যোৱা চল্লিছবছৰে ভোটখকুৱা পলিটিচিয়ানবোৰে চলাই অহা বঞ্চনা আৰু প্ৰতাৰণাৰ দিশবোৰ উদঙাই দেখুৱাইছে। বছিৰ মিঞাৰ উদাৰতা আৰু মানবীয়তাত মই লক্ষ্মীধৰ শৰ্মাৰ 'ছিৰাজ'ৰ অস্পষ্ট প্ৰতিমূৰ্ত্তিটোৱে ভুমুকিওৱা দেখোঁ। ধুৰন্ধৰ পলিটিচিয়ানবোৰে আত্ম-সংস্থান, আত্ম-সম্বৰ্দ্ধন আৰু আত্মসাতৰ কাৰণে সংৰক্ষণৰ নামত চল্লিছ বছৰে বঞ্চনা আৰু প্ৰতাৰণা কৰি অহা মেধাবী কিন্তু পিঠিত 'উচ্চ-বৰ্ণ'ৰ ছাব মাৰি থোৱা পৱনৰ দুৰ্গতি দেখি তাৰ অন্নসংস্থানৰ ব্যৱস্থা কৰি দিয়াৰ মহানুভৱতা আৰু বদান্যতাৰ কাৰণে 'ব্ৰেকদাউন গেৰেজ'ৰ মালিক বছিৰ মিঞাৰ লেখাংকনটো দিনেশ শৰ্মাৰ অনুপম সৃষ্টি। সেই বছিৰ মিঞা হজ কৰিবলৈ যাওঁতে 'চি-চিকনেচ'ত মৃত্যুৰ মুখত পৰাত সকলোকে স্তম্ভিত কৰিলে জীৱনৰ সিপাৰৰ পৰা – যেতিয়া মানুহে জানিলে যে বছিৰ মিঞাই তাৰ গেৰেজটো পৱনৰ নামতেই দি কাগজপত্ৰ ঠিক কৰি গৈছিল। ধৰ্মান্ধতা, স্বাৰ্থপৰতাই পংগু কৰা আজিৰ প্ৰজন্মলৈ বছিৰ মিঞাৰ বাণী আছিল আজান পীৰৰেই –

"হিন্দু কি মুছলমান
একে আল্লাৰ ফৰমান
আখিৰতে একে আল্লাৰ নাম।"

দিনেশ শৰ্মাই প্ৰখ্যাত গল্পকাৰ ব্ৰেট হাৰ্ট (Bret Harte)ৰ দৰেই ভালকৈ জানে যে পৃথিৱীৰ সকলো মানুহে বাহিৰৰ খহটা আৰু আপচু ব্যক্তিত্বৰ ভিতৰত সোমাই থকা সোণ-জুৰি অন্তৰখনৰ পৰশ অনুভৱ কৰিবলৈ খুব ভাল পায়। সেই অনুভূতিৰ জাজ্বল্যমান ৰূপায়ণেই হ'ল শৰ্মাৰ বছিৰ মিঞা। এই ধৰ্মপ্ৰাণ বছিৰ মিঞা অতুলানন্দ গোস্বামীৰ বিখ্যাত গল্প 'বছিৰৰ বোজাটো'ৰ কণী বেপাৰী বছিৰৰ দৰেই। কণীবেপাৰী, ডিমৱালা বছিৰ হজ কৰিবলৈ যাবলৈ নেপালে – ধৰ্ম-কৰ্মৰ প্ৰতি অনীহা বা তাচ্ছিল্যৰ কাৰণে নহয় – তাৰ দৰিদ্ৰতাৰ কাৰণে। যি কাৰণত তথাকথিত 'জনপ্ৰিয়' চৰকাৰে প্ৰস্তুত কৰা হজ-যাত্ৰীৰ চৰকাৰী লিষ্টত তাৰ নাম নাছিল।

এই গল্পটোৰ আনপিঠিত সনা-পিঠাকৈ লাগি থকা তিনিটা চৰিত্র – পৱনৰ পেহীয়েক, পৱন-নমিতা। ষাঠিৰ দশকৰ আগতেই হুক বা এতিয়াৰ নৱৈৰ দশকতেই হুক, আমাৰ ক্ষয়িষ্ণু সমাজখনত বিয়া-বাৰুৰ ক্ষেত্রত আগভাগ লয় আমাৰেই অজস্র মাহী, পেহী-শাহু জাতীয় চৰিত্রবোৰে। দিনেশ শৰ্মাৰ পৱনৰ পেহী কিন্তু অনন্যা। নমঃশূদ্র ছোৱালী নমিতাক বিয়া কৰাবৰ ইচ্ছাৰে পেহীয়েকৰ মত বিচাৰোঁতে, পেহীযেকে কয় যিখিনি কথা, তাতে তেওঁৰ ব্যক্তিত্বৰ সৌন্দৰ্য্য ফুটি উঠিছে ঃ

"বেলেগ জাতিৰ ছোৱালী ঘৰ সুমুৱালে মানুহবোৰৰ দায়িত্ব বেছিকৈ বাঢ়ে – বিশেষকৈ স্বামীৰ। ছোৱালীজনীয়ে মোক ভাত-সাজ, চাহৰ বাটিটো আগবঢ়াই দিওঁতে তই মানা কৰিব নালাগিব। কোনো পিতৃস্থানীয় ব্যক্তিয়ে তাইৰ হাতেৰে খাব নুখুজিলে, তেওঁৰ বাবে বেলেগ একো যতন কৰিব নেলাগিব। মুঠতে ছোৱালীজনীক আমাতকৈ কিবা বেলেগ বুলি ভাবি তাইক উপলব্ধি কৰিবলৈ দিব নালাগিব। নহ'লে ইয়েই হ'বগৈ ছোৱালীজনীৰ ওপৰত মানসিক অত্যাচাৰ। এইখিনি যদি তই কৰিব পাৰ, তেনেহলে মোৰ আপত্তি কৰিবলগীয়া একো নাই।"

এইবিলাকৰ উপৰিও গল্পটোত বিগত ১৯৭৯ চনতে আৰম্ভ হোৱা অসম ধ্বংস আন্দোলনে সৃষ্টি কৰা বন্ধ-দুষ্কৃতিৰ কু-পৰিণামৰ প্ৰতি কৰা শৰ্মাৰ ব্যংগ, শ্লেষ আৰু বক্রোক্তি লক্ষণীয়।

গল্পটোৰ ভাষাৰ সহজ সৰল গাঁৱলীয়া ঠাচৰ জতুৱা কথাৰ প্রয়োগত বেণুধৰী শৈলীৰ প্রভাৱ দেখোঁ ঃ

– "আজি তিনি-চাৰিদিন একেৰাহে বৰষুণ পৰি আছে। কাঠীৰ কুকুৰ নলৰা বৰষুণ" ইত্যাদি।

নিজৰ হাতেৰে গঢ়া পাষাণী প্রতিমা নমিতাৰ চূড়ান্ত বিশ্বাসঘাতকতা আৰু প্রতাৰণাৰ কথাই মোৰ চৈয়দ আব্দুল মালিকৰ দুৰ্ভগীয়া মমতাজ মিস্ত্রীৰ অৱস্থাটো মনচকুত পৰি খলকনি লগায়। পাৰ্থক্য এয়ে যে মমতাজ মিস্ত্রীয়ে বেদানাক বিয়া কৰোৱাৰ সপোন দেখিছিল। পৱনৰ স্বপ্ন-ভংগ হ'ল বিয়াৰ পিছত। অতুলানন্দ গোস্বামীৰ 'নংকমৰ প্ৰেম'ৰ নংকমে সেই স্বপ্ন দেখিয়েই থাকিল। এয়া পোৱা আৰু নোপোৱাৰ বেদনা। এয়া পাই হেৰুওৱাৰ কৰুণ উপলব্ধি। এয়া বাস্তৱৰ মণিকৰ্ণিকাত স্বপ্ন-দাহৰ মৰ্মভেদী ব্যঞ্জনা।

শৰ্মাৰ 'প্ৰেম আৰু সন্তাৰে' গল্পটো গতানুগতিক ধাৰাৰ গল্প নহয়। আৰম্ভণী ঠিক ব্ৰেট হাৰ্ট (Bret Harte), চৈয়দ আব্দুল মালিক আৰু অতুলানন্দ গোস্বামীৰ গল্পবোৰৰ দৰেই চক খাই যাব লগীয়া ধৰণৰ।

– "হেম্ - বা - হ। হেম্ - বা - হ।"

– "অ'ই কোনে গৰুৰ দৰে হেম্বা, হেম্বা কৰিছে অ'।

বোলো নগুলা মুখৰ শলখা কোনো গুচাইছে?" এয়া গাঁওবুঢ়াৰ চিঞৰ।

এতিয়া শুনক দিনেশ শৰ্মাই কোৱা কথাবোৰ। গল্পটোৰ পৰিবেশ আৰু পৰিস্থিতিৰ বৰ্ণনাত শৰ্মাৰ হাস্যৰসৰ উপস্থাপনাবোৰ নীলিমা শৰ্মাৰ গল্প বা ব্ৰেট হাৰ্ট (Bret Harte)ৰ গল্পবোৰৰ দৰে।

— "গাঁওবুঢ়া-গাওঁবুঢ়ানীৰ কাজিয়া গৈ যোঁতয়া নাগাৰা নামৰ খৰ ঘাটি মৰা পৰ্য্যায় পায়গৈ তেতিয়া মানে নঙলামুখৰ হৈ-হাল্লা কাণত নপৰা হ'ল।..."

আকৌ — "চিলিমৰ ধোঁৱাবোৰ এইবাৰ পৰশু গাঁওবুঢ়াৰ ডিঙিৰ নলীয়েদি নগৈ, চিলিমৰ নলীয়েদি গোহালিত জাগ দিয়া ধোঁৱাৰ দৰে ওলাবলৈ ধৰিলে।"

'মৰম দিলে মৰম নিলে'ৰ পেহীৰ নাম 'লেডীজ' হোৱা দৰে নীলিমা শৰ্মাৰ 'ফল্লু'ত বৰ্ণনা কৰা 'দুৱাৰ চুকত জাবৰে সৃষ্টি কৰা পচন সাৰ' এনে ধৰণৰ সৰু সৰু কথাৰ যোগেদি শৰ্মাই পাঠকক আমোদৰ যোগান দিয়ে। ওপৰত উল্লেখ কৰা প্ৰথম দুটা দৃষ্টান্তৰ বাক্য-ৰচনা শৈলীয়ে ডঃ হেম বৰুৱাৰ 'চপনীয়া', 'মোৰ ঘৰখন' আৰু 'জহৰা'ৰ প্ৰকাশ ভংগীলৈ মনত পেলায়।

কেতিয়াবা শৰ্মাই তেওঁৰ গল্পবোৰৰ মাজত পদ্ম বৰকটকী, হোমেন বৰগোহাঞি আৰু নীলিমা শৰ্মাৰ দৰে 'কাদম্বৰী' শৈলী প্ৰয়োগ কৰে। এয়া চক শৰ্মাৰ কাদম্বৰী-গদ্য ঃ

— "বুকুত তাইৰ ব'হাগৰ বৰষুণৰ দৰেই এক আমেজ ভৰা মন। নাৰীৰ ভিতৰৰ নাৰীত্বক ফুটাই তুলিব পাৰে কেৱল নাৰীয়ে।"

এয়া পদ্ম বৰকটকী ঃ

— "নাৰীৰ দেহাটোত এনে কিছুমান ঠাই আছে য'ত পুৰুষৰ পৰশ পৰিলে, নাৰীৰ সকলো আত্ম-সংযমৰ যন্ত্ৰ কিছু সময়ৰ কাৰণে হলেও অকামিলা হৈ পৰে।" (মনৰ দাপোণ)

এয়া নীলিমা শৰ্মা ঃ

— "পৃথিবীলৈ নহয়, মিনুৰ যৌৱনে গৰকা দেহলৈ এক মহা প্ৰলয় আহিল।"

— "ফুলনিৰ ৰাঙলি চিলভিয়াবোৰে অভদ্ৰৰ দৰে হাঁহিছে।"

এয়া হোমেন বৰগোহাঞি ঃ

— "জীৱন আকৌ জাগি উঠিব মাটিৰ বুকুৰ পৰা — নৱ নৱ ৰূপান্তৰৰ মাজেদি চিৰ প্ৰবাহিত হৈ থাকিব জীৱনৰ অনন্ত ধাৰা।" (অস্তৰাগ) গল্পটোত অসম ধ্বংস আন্দোলনৰ লগতেই সৃষ্টি হোৱা সন্ত্ৰাসবাদিতাৰ উল্লেখ পাওঁ মাইচেনা কমলৰ কথোপকথনৰ মাজত। কনকসেন ডেকাৰ সুৰেৰেই মাইচেনাই কয় ঃ

"প্ৰতিজন নাগৰিক কৰ্মেৰে স্বাধীন হ'লেহে দেশ স্বাধীন হোৱাৰ সাৰ্থকতা হয়।"

এই সন্দৰ্ভতে দিনেশ শৰ্মাই 'আলফা' আদি সশস্ত্ৰ বিপ্লবীৰ অসাৰতা প্ৰতিপন্ন কৰি দেখুৱাইছে ঃ

– "নহয় কমলদা। নিজৰ ভুলখিনি দেখুৱাবৰ কাৰণে শত্ৰুৰো প্ৰয়োজন আছে। আজি ধৰ্মীয় নেতাই ধৰ্মীয় নেতাৰ লগত যুদ্ধ কৰিছে। আজি দেশপ্ৰেমিকে দেশপ্ৰেমিকৰ লগত যুদ্ধ কৰিছে। তুমিও দেশক ভাল পোৱা আৰু যিবোৰ মানুহক মাৰি ফুৰিছা – তেওঁলোকেও দেশক ভাল পায়। সাধাৰণ মানুহে এনেবোৰ কথা নুবুজা হৈছে। নুবুজা বাবেই প্ৰতিবাদ কৰিব নোৱাৰে।"

আজিৰ নব্বৈৰ দশকৰ আৰম্ভণিত অসমৰ, উত্তৰ-পূৰ্ব ভাৰতৰ সামগ্ৰিক ৰাজনৈতিক-সামাজিক অৱস্থা অতি নিপুণতাৰে চিত্ৰায়িত কৰিছে এই গল্পটোত গল্পকাৰ দিনেশ শৰ্মাই।

গল্পটোৰ 'গো-বেধা'ৰ আচল পৰিচয়ৰ উন্মোচনৰ লগে লগেই উৎকণ্ঠাৰ সমাপ্তি ঘটে নবীন কাকতিৰ উদ্দেশ্যধৰ্মী উক্তিবোৰত। ঠিক প্ৰায় এনে ধৰণৰ গল্প এটা পঢ়া মনত আছে নীলিমা শৰ্মাৰ 'অন্যস্মৃতি'ত – 'সহযাত্ৰী'। নীলিমা শৰ্মাই সেই গল্পটোত ব্ৰেট হাৰ্ট, অ'হেনৰী, বিয়েৰছ, মোপাছা, অতুলানন্দ গোস্বামী, আব্দুল মালিকৰ ৰীতিৰেই গল্পৰ শীৰ্ষবিন্দুতে উৎকণ্ঠাৰো পৰিসমাপ্তি দেখুৱাইছে। নবীন কাকতিৰ পৰিচিতিৰ লগতেই সংহতি ৰাখি গল্পটো শেষ কৰা-হেঁতেন গল্পটোৰ সৌন্দৰ্য্য, আংগিকৰ ফালৰ পৰা বাঢ়িলেহেঁতেন নিশ্চয়। গল্পটোৰ শেষৰ নবীন কাকতিৰ কথাবোৰত কনকসেন ডেকাৰ 'নতুন পুৰুষে যুক্তিৰ আধাৰত নতুন সমাজ গঢ়ক' শীৰ্ষক গ্ৰন্থখনিৰ ভাৱৰাশি প্ৰতিফলিত হোৱা যেন লাগে। জেন অষ্টেন (JANE AUSTEN)ৰ লিখনি সম্পৰ্কে আলোচনা কৰোঁতে এঠাইত মিছ্ এলিজাবেথ বৱেনে (Miss Elizabeth Bowen)-এ কৰা মন্তব্যটো, শৰ্মাৰ এই গল্পৰ আলোচনাৰ পৰিপ্ৰেক্ষিতত উল্লেখ কৰা হয়তো অপ্ৰাসংগিক ন'হব। মিছ্ বৱেনে কৈছিল ঃ

– "শিল্পী হিচাপে দক্ষতা বা কৃতিত্ব দেখুৱাবলৈ হ'লে, শিল্পীজন নিজেই আধা-আধি সমালোচক হ'ব লাগিব। কল্পনা আৰু যুক্তি দুয়োৰে মাজত সমতা থাকিব লাগিব।" এনে ধৰণৰ কাহিনীৰ অন্তৰ্গত যুক্তিত হয়তো বহুতে প্ৰচাৰ-ধৰ্মিতা বা উদ্দেশ্যবাদিতাৰ অৱস্থিতি দেখাটোও স্বাভাৱিক। চেকভ (Tchekov)ৰ গল্পবোৰ ঘটি যায়, ঘটি থাকে। চেকভে পোনপটীয়াকৈ নকয়। কয় ইংগিতেৰে। এই ইংগিতময়তাৰে ভৰা গল্পবোৰ উৎকণ্ঠাৰ পৰিসমাপ্তি অথবা গল্পৰ শীৰ্ষবিন্দুতেই শেষ হৈ নাযায়। তাৰ প্ৰতিক্ৰিয়া, বিবৰ্দ্ধন ঘটি থাকে পাঠকৰ মনোজগতত। বচ। গল্পকাৰৰ কামো তাতেই শেষ।

'সহযাত্ৰী' গল্পটোৰ মুখ্য-চৰিত্ৰকেইটা হ'ল চোটকা-বাটচু – দুটা দৰিদ্ৰপীড়িত অনাথ শিশু আৰু তেলতেলী বাই। এই ধৰণৰ তেলতেলী বাই ৰ অসমৰ গাঁওবোৰৰ প্ৰত্যেকখনতেই পাব – যাৰ কাম গাঁৱৰ কাৰোবাৰ ত কিবা পাতিলে, জলপান খোৱা পাত-পটুৱা পেলোৱা, লেতেৰা বাচন খোৱা, দিয়া ইত্যাদি। আমাৰ গাঁৱৰ অৱস্থাবান তথাকথিত ভব্য-গব্যসকলৰ কাৰণে হীন অনাথ ভিক্ষাৰীবোৰে বাস কৰি থকা 'হিউম-পাইপ' ঘৰৰ পৰা সিহঁতক

অপসাৰণ কৰাটোৱেই সমাজৰ উন্নতিৰ হকে কৰা প্ৰাথমিক চিন্তা। তেলতলীবাই কুষ্ঠৰোগত আক্ৰান্ত হোৱাৰ পিছত – মাত্ৰ লেই-লেই ছেই-ছেই – যিজনী নাথাকিলে কাৰো ঘৰত বিয়া-সবাহৰ কাম সুকলমে নহৈছিলেই। ঘটনা-প্ৰবাহৰ অগ্ৰগতিত দিনেশ শৰ্মাই তেওঁৰ তীব্ৰ শ্লেষ, বক্ৰোক্তি আৰু ব্যংগোক্তিৰে সমাজৰ কৰ্ণধাৰসকলক আৰু পলিটিচিয়ানসকলক থকা সৰকা কৰিছে অতি নিষ্ঠুৰ ভাৱে। ডঃ বৰাৰ উপদেশধৰ্মী বক্তব্যখিনি সামৰণিত নিদিয়া হলেই হয়তো ভাল হ'লহেতেন। 'মদাৰ্ন চৰ্ট ষ্টৰী' (Modern Short Story) শীৰ্ষক সমালোচনাত্মক কিতাপখনত এইচ.ই. বেটচে (H. E. Bates) এঠাইত কৈছিল যে গল্পত যেতিয়াই গল্পকাৰৰ নিজস্ব মত, জীৱন-দৰ্শন, পৰ্য্যবেক্ষণ, নৈতিক দৃষ্টিভংগীৰ উপস্থাপনাত প্ৰগলভতা বা বাহুল্যৰ প্ৰভাৱ বেছি হয় – তেতিয়াই গল্পটোৰ কলাত্মক আকৰ্ষণ বহুগুণে কমি যায়। কেইটামান গল্পৰ বাহিৰে, প্ৰায় আটাইবোৰ গল্পতেই মই দিনেশ শৰ্মাৰ গল্পত পৰিৱেশ সৃষ্টিত চিত্ৰকৰৰ দক্ষতা দেখোঁ চৈয়দ আব্দুল মালিক, অতুলানন্দ গোস্বামী, মহিম বৰা, লক্ষ্মীনন্দন বৰা, মহেন্দ্ৰ বৰঠাকুৰৰ গল্প কিছুমানৰ দৰেই। দিনেশ শৰ্মাৰ গল্পবোৰৰ ৰূপায়ণত পূৰ্ব পৰিকল্পিত মঞ্চ-সজ্জাৰ ব্যৱস্থাপনা নাই। তেওঁৰ গল্পবোৰ আমাৰ জীৱনৰে বেলেগ বেলেগ অৱস্থাৰ, বেলেগ বেলেগ পৰিস্থিতিৰ কাৰণে সৃষ্টি হোৱা সৰু সৰু ঘটনাৰ ৰূপায়ণ – যাৰ যোগসূত্ৰতাতেই সন্নিবিষ্ট হৈ আছে গল্পকাৰ হিচাপে দিনেশ শৰ্মাৰ কৃতিত্ব আৰু দক্ষতা।



## কামাখ্যা সভাপণ্ডিত

| | |
|---|---|
| নাম – | কামাখ্যা সভাপণ্ডিত |
| জন্মস্থান – | নাজিৰা/১৯৩৬, মাৰ্চ |
| শিক্ষা – | নাজিৰা |
| প্ৰকাশিত গল্প-পুথি – | তিনিখন |
| | আলোচনী-বাতৰিকাকত আদিত প্ৰকাশিত গল্প – ১৫০ৰো অধিক। |
| প্ৰকাশিত উপন্যাস – | ৩৪ খন। তাৰ ভিতৰৰে উল্লেখযোগ্য কেইখনমান ঃ |
| | (১) জীৱনৰ দাবী (১ম, ২য় খণ্ড) (২) জীৱনখন (৩) এখন বিয়াৰ ছবি (৪) জন্ম-মৃত্যু-বিবাহ (৫) এক প্ৰহৰৰ খেলা (৬) পংকতিলক (৭) চকুলোৰে পৃথিৱী নিতিতে (৮) আশা-আকাংক্ষা (৯) ৰাজকন্যাৰ সপোন (১০) নতুন অধ্যায় (১১) অজান পখীৰ গান (১২) স্মৃতিৰ শ্ৰুতিলিপি (১৩) মায়াবী লগ্ন (১৪) অগ্নি বিহঙ্গ (১৫) মৃগতৃষ্ণা (১৪) বকুলপুৰৰ চকুপানী (১৫) পতিদেৱতা। |

# কামাখ্যা সভাপণ্ডিতৰ অনেক প্ৰহৰৰ খেল

ষাঠিৰ দশকৰ ভাতৃঘাতী ভাষা-আন্দোলনৰ পিছৰে পৰাই অসমৰ বিভিন্ন পত্ৰিকা-আলোচনী আৰু খবৰ-কাগজত মাজে মাজে পঢ়ি ভাল লগা গল্প কিছুমান পঢ়িবলৈ পাইছিলোঁ। ঠিক সেই সময়তেই 'জীৱনৰ দাবী' নামৰ দুটা খণ্ডত প্ৰকাশিত উপন্যাস এখনো পঢ়িবলৈ পাইছিলোঁ। মাজে-সময়ে আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ যোগে প্ৰচাৰিত ৰেডিঅ'-নাট 'মায়াবী লগ্ন', 'এক প্ৰহৰৰ খেলা' শুনা ৰিণিকি ৰিণিকি মনত পৰে।

অসমীয়া সাহিত্যৰ উপন্যাসৰাজিৰ কথা ভাবোঁতে মোৰ একেলেথাৰিয়ে বহুতো উপন্যাস লিখা দুজন প্ৰথিতযশী উপন্যাসকাৰৰ কথা মনলৈ আহে। এজন চৈয়দ আব্দুল মালিক আনজন পদ্ম বৰকটকী।

এতিয়ালৈকে বিগত তেত্ৰিছ বছৰত তেত্ৰিছখন উপন্যাস লিখা মানুহজন হ'ল কামাখ্যা সভাপণ্ডিত। ইয়াৰ উপৰিও তেওঁৰ প্ৰকাশিত গল্প সংকলন তিনিখন। আলোচনীত প্ৰকাশিত গল্প এশৰো অধিক। এইজন জনপ্ৰিয় লেখকক সোঁ-শৰীৰে দেখিবলৈ পাইছিলোঁ আমগাঁৱৰ আমাৰ নিজা ঘৰত। তেখেত আহিছিল আমাৰ ঘৰলৈ কিবা ঘৰুৱা কামত। গায়ে-গাঁৰিয়ে আমাৰ নাহৰণিৰ মালিক ককাইটিৰ দৰে সৰু-ফুটীয়া। গাৰ ৰঙো দুয়োৰে প্ৰায় একেই। তেখেতৰ পৰিচয় সোধাত মই যেতিয়া তেখেতক প্ৰশ্ন কৰিছিলোঁ – জীৱনৰ দাবী, পতিদেৱতা, পংকতিলক – সেই উপন্যাসবোৰ লিখা কামাখ্যা সভাপণ্ডিতজন তেখেতেই নেকি – তেতিয়া তেখেতে মোৰ মুখলৈ নেচাই, তল-মু কৰি, এষাৰ মাত্ৰ কথা কৈছিল ঃ 'এৰা, মোৰে লেখা।'

এইবাৰ মোৰ আচৰিত হোৱাৰ পাল। কামাখ্যা সভাপণ্ডিতৰ লিখনি কাগজেপত্ৰই পালেই পঢ়িছোঁ ওপৰে ওপৰে হ'লেও। তেত্ৰিছখন উপন্যাস অৱশ্যে পঢ়িবলৈ পোৱা নাই। দহখন মানহে পঢ়া মনত পৰে। উপন্যাস পঢ়িবলৈ লোৱাৰ সময়ত – এতিয়াৰ বা আমাৰ সাহিত্যৰে ৰজনীকান্ত বা পদ্মনাথ গোহাঞি বৰুৱাৰ যুগৰেই হক – মোৰ দুজন প্ৰখ্যাত লেখকৰ উক্তিলৈ মনত পৰে। প্ৰথমজন হ'ল টমাচ হাৰ্ডি (Thomas Hardy) যিজনে কোনো দ্বিধা বা সংকোচ নোহোৱাকৈ ক'ৰবাত কৈছিল "উপন্যাস জীৱন সম্পৰ্কে এটা ধাৰণাহে– বিচাৰ নহয়।" আনগৰাকী আছিল এলিজাবেথ ড্ৰু (Elizabeth Drew) যি কৈছিল ঃ

"উপন্যাস মানুহৰ জীৱনৰ ঘাত-প্ৰতিঘাতৰ কথা যিবোৰ সৰ্বসাধাৰণ মানুহৰ জীৱনত ঘটি থকা ঘটনা ... আমি আটায়েই দেখি থকা মানুহবোৰৰ কাম-কাজ অনুৰাগ-আসক্তি, সংকট-সংঘাতৰ বিবৰণি, ঘটনা, চৰিত্ৰ আৰু

পৰিস্থিতিৰ ৰূপায়ণত লেখকে আওপকীয়াকৈ বা সূক্ষ্ম ইংগিতেৰে হ'লেও মানৱ-জীৱনৰ কিঞ্চুমান নৈতিক প্ৰমূল্যৰ প্ৰতি থকা তেওঁৰ নিজস্ব ধাৰণাখিনি প্ৰকাশ কৰি যায়েই।" টমাচ হাৰ্ডিৰ "ধাৰণা" শব্দটোতেই তেওঁৰ নিজস্ব বিচাৰ ধাৰা বা বক্তব্যৰ বীজ নিহিত হৈ আছে। চৈয়দ আব্দুল মালিক, পদ্ম বৰকটকী প্ৰমুখ্যে ফণীন্দ্ৰ দেৱচৌধুৰী, চন্দ্ৰ কটকী, অৰুণ শৰ্মালৈকে প্ৰায়বোৰ উপন্যাসকাৰৰ লিখনিতেই উপৰোক্ত কথাখিনি প্ৰতিফলিত নোহোৱাকৈ থকা নাই। এই সূত্ৰ কামাখ্যা সভাপণ্ডিতৰ উপন্যাসৰ ক্ষেত্ৰটো প্ৰযোজ্য আৰু মই পঢ়িবলৈ পোৱা তেওঁৰ প্ৰত্যেকখন উপন্যাসেই একোখন প্ৰমাণৰ দলিল।

কামাখ্যা সভাপণ্ডিতৰ 'জন্ম-মৃত্যু-বিবাহ' উপন্যাসখন ১৯৭৬ চনৰে। ইয়াত ষাঠিৰ দশকলৈকে থকা আমাৰ সামাজিক জীৱনৰ প্ৰতিফলন দেখোঁ। উপন্যাসখনৰ ঘটনা-পুঞ্জ মাত্ৰ দুটা পৰিয়ালৰ ভিতৰতেই সীমাবদ্ধ ঃ ভোগেশ্বৰ বৰা, তেওঁৰ বৰ ল'ৰা তপন, জীয়ৰী জয়ন্তী, বাসন্তী আৰু অৱন্তী, আনটো হ'ল পুলিন বৰঠাকুৰ, বৰপুত্ৰ মেদিনীহঁত। ব্ৰাহ্মণসন্তান মেদিনী আৰু ভোগেশ্বৰ বৰাৰ বৰজীয়ৰী জয়ন্তীৰ প্ৰেম উপন্যাসৰ কেন্দ্ৰবিন্দু। সভাপণ্ডিতে তেতিয়াৰ সমাজখনলৈ অহা পৰিবৰ্তন আৰু সংস্কাৰকামী যুৱ-মানসৰ প্ৰতি পাঠকৰ দৃষ্টি আকৰ্ষণ কৰিব পাৰিছে। নৈষ্ঠিক ব্ৰাহ্মণ আৰু জ্যোতিষ শাস্ত্ৰত অগাধ বিশ্বাসী পুলিন বৰঠাকুৰৰ আকোৰ-গোজ মনোভাৱৰ পৰিবৰ্তনে দৈৱৰ বিধানকে সাৰোগত কৰে যদিও – উপন্যাসখনত তেতিয়াৰ দিনৰ বিয়া-বাৰু সম্পৰ্কে নতুন প্ৰজন্মৰ প্ৰত্যাহ্বান উল্লেখনীয়। উপন্যাসখনৰ ৰচনাশৈলীৰ বিশেষত্ব এয়ে যে আৰম্ভণিতেই সমাপ্তিৰ বীজ নিহিত হৈ থকাটো। সভাপণ্ডিতে উপন্যাসখন লিখাৰ ১১ বছৰৰ পিছত হোমেন বৰগোহাঞিৰ 'মৎস্যগন্ধা'ৰ ৰচনাৰ ক্ষেত্ৰটো সেই শৈলীকেই প্ৰয়োগ কৰা দেখোঁ। সভাপণ্ডিতে আৰম্ভ কৰিছে চক খাই যাব লগীয়া কথা এষাৰেৰে ঃ

– "তপনৰ কি হৈছে, কোনেও একো ধৰিব পৰা নাই।" – এয়া উপন্যাসৰ প্ৰথম লাইন।

– "কিন্তু শ-টোৰ শৰীৰ আৰু মুখ ইমান বিকৃত হৈ পৰিছিল যে সেইটো প্ৰকৃততে তপন নে আন কোনোবাৰ ধৰিব পৰা নগল।"

আমাৰ সমাজত, ধৰি বান্ধি, জোৰ-জবৰদস্তি কৰি, যোৰা-ফোৰা চাই বিয়া-পাতি দিয়াৰ পৰিণতি যে কেতিয়াবা ভয়াবহ হয় – সেই কথাটো উপন্যাসখনত প্ৰকট হৈছে তপন-ইনাৰ বিচ্ছেদত তাৰেই প্ৰত্যাহ্বান জনাই শেষত জয়ী হয় জয়ন্তী।

১৯৭৯ চনতে লিখা তেওঁৰ 'এখন বিয়াৰ ছবি' উপন্যাসখন প্ৰায় ঠিক সেই দশকতে আৰম্ভ হোৱা আমাৰ অসমৰে চহৰ আৰু উপকণ্ঠ নগৰীৰ বাসিন্দাসকলৰ জীৱনৰ সংঘাত, প্ৰতিঘাত, সংঘৰ্ষ, আবেগ-অনুৰাগ-আসক্তি বিদ্বেষৰ কথা। উপন্যাসখনৰ আৰম্ভণিতেই মানুহক আকৰ্ষণ কৰিব পৰা সাধাৰণ বাক্য এটা ঃ

"মানুহৰ বুঢ়া হলে হেনো প্ৰকৃতি লৰে।" এয়া যেন চৈয়দ আব্দুল মালিকৰ আৰম্ভণি এটা ঃ

"এজনী ছোৱালী আছিল। ..." (প্ৰাণ পোৱাৰ পিছত) অথবা পদ্ম বৰকটকীৰ 'বিচাৰৰ বাবে''ৰ আৰম্ভণি ঃ

– "ডেম ট্ৰেচাৰাচ্ ... শ্যালা ... ছেঃ"

অথবা ব্ৰেট হাৰ্ট (Bret Harte)ৰ আৰম্ভণি কোনোবা এটা লিখনিৰ

– "চেন্দীয়ে মদ খাই একেবাৰে টং হৈ আছিল।" উপন্যাসখনিৰ প্ৰথম অধ্যায়তে বিশ্বলোক গোস্বামী, তেওঁৰ পৰিবাৰ আৰু বৰপুত্ৰ অবন, তপন আৰু সৰু ছোৱালী সুৰঞ্জনাৰ ভিতৰত বিয়া পতা-নপতালৈ হোৱা ঘৰখনৰ ভিতৰত হোৱা অশান্তিয়েই যেন নতুন প্ৰজন্মই সত্তৰৰ দশকত পিতৃ-পুৰুষলৈ জনোৱা প্ৰত্যাহ্বান বা বিদ্ৰোহৰ আগ-জাননী। সুৰঞ্জনা আৰু অনুপমৰ কথোপকথনতেই সুৰঞ্জনাৰ পুৰুষ-শাসিত সমাজ-ব্যৱস্থাৰ বিধি-বিধানৰ বিৰুদ্ধে উদগাৰ কৰা বিদ্ৰোহাত্মক ধ্বনি শুনিবলৈ পাওঁ। এনে ধৰণৰ আধুনিক অধিকাৰৰ প্ৰতি সচেতন হৈ উঠা নাৰীকণ্ঠৰ ধ্বনি প্ৰবীণা শইকীয়া আৰু নীলিমা শৰ্মাৰ গল্পত শুনিবলৈ পাওঁ। সভাপণ্ডিতে পাঠকৰ উৎকণ্ঠা ধীৰ স্থিৰভাৱে জটিল সমস্যা আৰু ঘটনাৱলীৰ মাজেৰে পৰিসমাপ্তিলৈকে লৈ যোৱাত কৃতিত্ব দেখুৱাইছে। প্ৰেমৰ উপন্যাসৰ গাঁথনিৰ ত্ৰিভুজত থকা দুলালী, সুৰঞ্জনা আৰু অনুপমৰ চৰিত্ৰায়নো শলাগিব লগীয়া। ঘটনাৰ জটিলতা অনাত সহায় কৰিছে অনন্তৰ দৰে এটা খলনায়কে। অৱশ্যে অনুপমো সৰ্বাংগসুন্দৰ পুৰুষচৰিত্ৰ নহয়। প্ৰথম অৱস্থাত গৌতমীক প্ৰতাৰণা কৰি দুলালী-সুৰঞ্জনা দুয়োৰে লগত প্ৰেমৰ কাৰ্বন-কপি অভিনয় কৰিছিল যদিও – অনুপমৰ বিশ্বাসঘাতকতা উপন্যাসৰ সামৰণিত ধৰা পৰি যায়। সভাপণ্ডিতৰ কাহিনীৰ অন্তৰ্নিহিত বাণীত সেই নিষ্ঠুৰ নিয়তি বা অদৃষ্টৰ লগত সৃষ্টিৰ আদিম পুৰাৰে পৰা মানৱৰ সংঘৰ্ষ আৰু পৰাজয়ৰ কথাই যেন শুনো। হাতত কেইবাদিনো ৰছী লৈ বকুল গছত উঠি আত্মহত্যা কৰিবলৈ যোৱা তপনৰ মনোবেদনাৰ কথা – বায়েক-ভনীয়েক, মাক-দেউতাক কোনেও আন্তৰিকতাৰে আৰু সহানুভূতিৰে বুজাৰ চেষ্টা নকৰিলে। কৰা হ'লে হয়তো ইনাক লৈয়ো তপনে সুখৰ মুখ দেখিলেহেঁতেন বা দেখিব পাৰিলেহেঁতেন। কি বিশেষ কাৰণত বিয়াৰ পিছতেই সভাপণ্ডিতৰ তপনে স্ত্ৰী ইনাক মাকৰ ঘৰত ফুৰিবলৈ গৈ ত্যাগ কৰি আহিব লগা হ'ল তাৰ বিশেষ কোনো কাৰণৰ উল্লেখ উপন্যাসখনত দেখিবলৈ নেপাওঁ। ইনাৰ চৰিত্ৰই বেয়া আছিল নে তপন পুৰুষত্বহীন আছিল এই কথাৰ সাঁথৰ মাত্ৰ সভাপণ্ডিতেহে ভাঙিব পাৰে আৰু পাৰিলেহেঁতেন।

– "মই যাওঁ ইনা আৰু হয়তো এইখন ঘৰলৈ মই কোনো দিনেই নাহিম। তুমিও যাব নেলাগে। যিখন ঘৰত তোমাৰ কোনো ভৱিষ্যৎ নাই, তোমাৰ সপোনবোৰ, আশাবোৰ ফলৱতী হোৱাৰ কোনো সম্ভাৱনা নাই, সেইখন ঘৰলৈ

উভতি গৈ তুমি কি কৰিবা? অৱশ্যে তোমালৈ মোৰো বেয়া লাগিছে ইনা। তুমিতো কোনো অন্যায় কৰা নাছিলা। কিয় তেন্তে এই বিচ্ছেদৰ অন্ধকাৰ নামি আহিল তোমাৰ জীৱনলৈ?" ওপৰত উল্লেখ কৰা তপনৰ বক্তব্যই তপনৰ দুৰ্বল ব্যক্তিত্বৰ কথাকে সূচায়। ভোগেশ্বৰ বৰাৰ সামাজিক প্ৰতিপত্তি আৰু আঢ্যৱন্ত মোমায়েক গিৰীন ৰাজখোৱাৰ আত্মীয় সুলভ বদান্যতাৰ পৰা বঞ্চিত নোহোৱা, আৰু এটা চাকৰি কৰি থকা তপনে ইনাক বিয়া কৰাইছিল কিয়? তপনৰ ইনা-বিসৰ্জন. আৰু তপনৰ আত্মহত্যাৰ কথাখিনিয়ে উপন্যাসখনৰ সৌন্দৰ্য্য যথেষ্ট ম্লান কৰি পেলালে বুলি ভবাৰ অৱকাশ আছে। সভাপণ্ডিতৰ কৃতিত্ব এয়েই যে খলনায়কৰ প্ৰচ্ছন্ন ৰূপত অনুপমৰ আৰু প্ৰকটৰূপত অনন্তৰ প্ৰতি তেওঁ পাঠকৰ ঘৃণা আৰু ক্ৰোধৰ সৃষ্টি কৰাত সক্ষম হৈছে। আনহাতে আটাইৰে সহানুভূতি আৰু সহৃদয়তাৰ সোঁত ক্ৰমে গৌতমী-সুৰঞ্জনা আৰু দুলালীলৈ গৈছে। উপন্যাসখনত বিয়াৰ উদুলি-মুদুলি, পৰিবেশ আৰু ব্যস্ততাৰ ৰূপায়ণো সুন্দৰ হৈছে। অৱশ্যে এই কথা অনস্বীকাৰ্য্য যে এনেধৰণৰ বিয়া-বাৰুৰ পৰিবেশ আজিকালি নগৰবোৰত বা উপকণ্ঠী চহৰবোৰত প্ৰায় নিঃশেষ হৈ গৈছে।

সেই একে বছৰতে ১৯৭৬ চনৰ জুলাই মাহত তেওঁৰ 'অজান পখীৰ গান' নামৰ উপন্যাসখন ওলায়। তেতিয়া এতিয়াৰ বিভীষিকা সন্ত্ৰাসবাদৰ জন্ম অসমত হোৱাই নাছিল। অৱশ্যে যুৱ-মানসিকতাৰ দৃষ্টিভংগীৰ পৰিৱৰ্তনৰ লক্ষণবোৰ এটা দুটাকৈ দেখা গৈছিল। উপন্যাসৰ আৰম্ভণিৰ প্ৰথম বাক্য – "প্ৰায় তিনি বছৰৰ আগতে গুৱাহাটী মহানগৰীৰ বুকুৰ পৰা বৰুণ শৰ্মা নামৰ এজন চৌবিছ-পঁচিশ বছৰীয়া ডেকা ৰহস্যজনকভাৱে নিৰুদ্দেশ হৈছিল।" ৰ পৰা সামৰণিৰ শেষ বাক্যটোলৈকে সভাপণ্ডিতে পাঠকৰ উৎসুকতা, অনুসন্ধিৎসুতা, উৎকণ্ঠা, উত্তেজনা অব্যাহত ৰখাত সফল হৈছে বুলিব পাৰি। উপন্যাসখন আগাথা ক্ৰিষ্টি (Agatha Christie), জেমছ্ হেডলী ছেজ (James Hadley Chase) জাতীয় দিটেক্টিভ সূত্ৰৰ ৰূপৰ যদিও এই কথাত সভাপণ্ডিতৰ কৃতিত্ব স্বীকাৰ কৰিব লাগিব এই কাৰণেই যে ১৯৮০-৯০ ৰ পৰা দুৰন্ত গতিত আগবাঢ়ি অহা সন্ত্ৰাসবাদী কাৰ্য্য-ক্ৰমণিকাৰ ভয়াবহ উপলব্ধিৰ প্ৰাৰম্ভিক ৰূপায়ণ আমাৰ উপন্যাসত প্ৰথমেই দেখোঁ কামাখ্যা সভাপণ্ডিতৰ 'অজান পখীৰ গান'ত – তাকেই দেখি আহিছোঁ নেলী, গহপুৰ, চৰাইপুঙ, দীপিলা, নৈপাম, ডাঙৰীৰ মৰ্মন্তুদ ঘটনাৱলীত।

সভাপণ্ডিতৰ দৃষ্টি দিগন্তত ৭৬ চনতেই হত্যা-প্ৰতিহত্যা, হিংসা-প্ৰতিহিংসা, ৰাজনৈতিক অসততা আৰু দুৰ্নীতিৰ পয়োভৰ। 'অজান পখীৰ গান' এখন নতুন দিনৰ ৰামায়ণ – যাৰ ৰচনা হৈছিল অসমত সন্ত্ৰাসবাদৰ জন্মৰ আগতেই। এইখন সংক্ষিপ্ত ৰামায়ণী দলিলত ৰাৱণ-ৰূপী কাংকাৰিয়া, পুনম চন্দ আগৰৱালা আৰু এম. এল. এ. হিৰণ্য চৌধুৰীৰ দলটোক দেখিবলৈ পাব। হেৰল্ড ৰবিনছ্ (Harold Robins), সমৰেশ বসু বা পদ্ম বৰকটকীৰ দৰে দুই এঠাইত সভাপণ্ডিতে দেহে দেহক বিচৰাৰ কথা উনুকিওৱাত নৈষ্ঠিকতা দেখুউৱা নাই।

– "তাইৰ আজিও মনত আছে – মেদিনীয়ে যেতিয়া কেতিয়াবা কোনেও নেদেখাকৈ তাইক খুব মৰমেৰে সাৱটি ধৰি তাইৰ ফ্ৰকটোৰ তলত থকা সৰু বুকুখনত হাত বুলাই দিছিল, কিবা এক অপূৰ্ব অনুভূতিৰ শিহৰণত, কিবা এক বৰ্ণনাতীত তৃপ্তিৰ মাদকতাত তাইৰ মনটো নাচি উঠিছিল।"

উপন্যাসখনত সভাপণ্ডিতে আৰু এটা চিৰন্তন সত্যৰ উল্লেখ কৰিছে বাসন্তী আৰু অৱন্তীৰ তৰ্কাতৰ্কিত ত্ৰয়োদশ অধ্যায়ত। সেই সত্য হ'ল নাৰীয়েই নাৰীৰ আটাইতকৈ ডাঙৰ শত্ৰু। কোনো তিৰোতাৰ কোনো তিৰোতাৰেই লগত প্ৰকৃত বন্ধুত্ব নহয় – নেথাকেও। সেই কথাখিনিকে প্ৰকাশ কৰিছে তপনে :

"একো বেয়া হোৱা নাই বাসন্তী, বন্তিয়ে যি কৰিছে বৰ ভাল কাম কৰিছে। তাই আজিৰ পৃথিৱীখন চিনি পাইছে। বুজি পাইছে মানুহে কেনেকৈ নিজৰ সুবিধা আদায় কৰি ল'ব লাগে ..." এই সন্দৰ্ভত কোনোবা কালতে পঢ়া ঋকবেদৰ সূক্ত এটালৈ মনত পৰিছে :

"ন বৈ স্ত্ৰৈনানি সখ্যানি সন্তি

সালবৃকানাং হৃদয়ন্যেতা।"

[তিৰোতাৰ লগত বন্ধুত্ব হ'ব নোৱাৰে। তেওঁলোকৰ অন্তৰ কুকুৰনেচীয়া বাঘৰ অন্তৰ]

আৰু এটা উল্লেখনীয় উক্তি হ'ল নৈষ্ঠিক ব্ৰাহ্মণ বৰঠাকুৰৰ যি তেওঁৰেই সৰু পুতেক জিতেনক – নতুন প্ৰজন্মক প্ৰত্যাহ্বান জনাই কোৱা কথাখিনি :

"সমাজ? কোনখন সমাজ? সেইখন সমাজৰ কিবা সংবিধান আছেনেকি? সেইখন সমাজে ক'ব পাৰিবনে কি শূদ্ৰৰ ছোৱালী বামুণৰ ল'ৰাই বিয়া কৰোৱাত কোনো নৈতিক অধিকাৰ নাই? ক, মোৰ প্ৰশ্নৰ যথাযথ উত্তৰ দে।"

১৯৭৬ চনতে লিখা 'পংক-তিলক' উপন্যাসখনৰ বাটচ'ৰাতে সভাপণ্ডিতে নিজেই উপন্যাসখন উদ্দেশ্যধৰ্মী বুলি কৈছে। সভাপণ্ডিতক জৰ্জ অৰৱেল (George Orwell) অথবা এইচ. জি. ৱেলচ (H. G. Wells) জাতীয় অনাগত ভৱিষ্যৰ আধাৰত নিজস্ব দূৰদৃষ্টিৰে ১৯৭৬ চনতেই আজি ১৯৯৩-৯৪ চনত আমাৰ অসমৰ তথা উত্তৰ-পূব-ভাৰতত পাকিস্থানৰ আই. এছ. আইৰ ষড়যন্ত্ৰ আৰু অনুপ্ৰৱেশ আৰু সেই ধৰণৰ সংস্থাৰ দ্বাৰা সন্ত্ৰাসবাদী কাৰ্য্যৰ দ্বাৰা উত্তৰ-পূৰ্ব অঞ্চলত কিয় পশ্চিম ভাৰতৰ বম্বেত অনুষ্ঠিত হৈ যোৱা আৰু এতিয়াও বিক্ষিপ্তভাৱে অ'ত-ত'ত তেনে ধৰণৰ ৰাজনৈতিক-সামাজিক অস্থিৰতাৰ কথা তেওঁৰ ডিটেকটিভ-জাতীয় উপন্যাসখনত ৰূপায়ণ কৰাৰ কাৰণে ধন্যবাদ। জেমছ্ হেডলী চেজ (James Hedley Chase)ৰ শৈলীকেই হয়তো অনুসৰণ কৰি সভাপণ্ডিতে উপন্যাসখনত পাঠকৰ উৎকণ্ঠা নিৰবচ্ছিন্নভাৱে ৰাখিবলৈ সমৰ্থ হৈছে। মাজে মাজে হেডলী ছেজৰ দৰেই অ'ত-ত'ত অকণ অকণ যৌন-গন্ধী মছলাও সানি দিছে সুপৰ্ণা-অনিন্দিতৰ কথোপকথন আদিত।

১৯৮১ চনৰ 'স্মৃতিৰ শ্ৰুতলিপি'খন চেকভ (Chekov)ৰ 'দি ব্লেক মংক' (The Black Monk), অথবা চৈয়দ আব্দুল মালিকৰ 'প্ৰাণ পোৱাৰ পিছত" অথবা মেদিনী চৌধুৰীৰ 'মই, ইদ্ৰিচ আৰু বাবুলাল" নাইবা অতুলানন্দ গোস্বামীৰ 'নামঘৰীয়া'ৰ দৰে এটা দীঘল গল্পৰ নিচিনা। এইখন উপন্যাস সভাপণ্ডিতে অস্বাভাৱিক মানসিকতা (abnormal Psychology)ৰ ওপৰত ভেটি কৰি লিখিছে। সৌৰভ-আভাৰ আঠবছৰীয়া যুগ্ম-জীৱনত সন্তান-প্ৰাপ্তিৰ ব্যৰ্থতাৰ মূল কাৰণটো যাৰ স্মৃতিৰ শ্ৰুতলিপিয়েই আভাৰ গৰ্ভধাৰণৰ অক্ষমতাৰ মূল কাৰণ। তাকেই শিল্পীসুলভ পাৰদৰ্শিতাৰে শীৰ্ষবিন্দুলৈ নি কাহিনীটো শেষ কৰিছে। অৱশ্যে এই কাহিনীতো ঋকবেদৰ সেই চিৰন্তন সত্যটো ওলাই পৰিছে যে নাৰীয়েই নাৰীৰ প্ৰধান শত্ৰু। জিংকুৰ প্ৰতি সন্তান-হীনা নাৰী আভাৰ, স্বাভাৱিক প্ৰবৃত্তিৰ মাতৃ-স্নেহৰ আকুলতাক, জিংকুৰ আইতাকে – এগৰাকী নাৰীয়েই – সংকীৰ্ণ দৃষ্টিৰে চোৱাৰ কাৰণতেই দুটা পৰিয়ালৰ মাজত মনোমালিন্যৰ প্ৰাচীৰ গঢ়ি উঠে। কাহিনীৰ আৰম্ভণিত কোনো জটিলতা নাই ঃ

– "আবেলি অফিচৰ পৰা আহি সৌৰভে ঘৰত একেটা দৃশ্যই দেখিবলৈ পায়হি ঃ সৰু ল'ৰাৰ নানাপ্ৰকাৰ খেলাৰ সামগ্ৰী লৈ আভাই জিংকুৰ সৈতে ড্ৰইংৰুমত অথবা আগফালৰ সৰু চোতালখনত উমলি আছে।"

উপন্যাসখনিৰ সামৰণিও মাৰিছে সভাপণ্ডিতে এক মৌলিক উপমাৰ মাধ্যমেৰে ঃ

– "কামচৰাইৰ পাখিৰ দৰে তেওঁৰ মনৰ মাজত ভৱিষ্যতৰ এখন সুন্দৰ ছবি জিলিকি উঠিল।" এইবাৰ সভাপণ্ডিতে চৈয়দ আব্দুল মালিকৰ দৰে কাহিনী শেষ কৰিও, পাঠকক অনুক্ত ভৱিষ্যতৰ কথা ভাবিবলৈ বাধ্য কৰাইছে। এই উপন্যাসখন পঢ়োঁতে মোৰ নীলিমা শৰ্মাৰ প্ৰখ্যাত গল্প 'ধূলিৰ মৰম'ৰ শ্যামাংগ-দিতিমিশ্ৰাৰ কথা আৰু 'সাঁথৰ' গল্পৰ দীক্ষা-অমৰৰ যুগ্মজীৱনত সন্তান-হীনতাই সৃষ্টি কৰা পৰিস্থিতি দুটালৈ মনত পৰিছিল। 'স্মৃতিৰ শ্ৰুতলিপি' খনৰ দৰেই সভাপণ্ডিতে ১৯৮৪ চনত তেওঁৰ 'নতুন অধ্যায়' শীৰ্ষক উপন্যাসখন লিখে অস্বাভাৱিক মানসিক প্ৰবৃত্তিৰ আধাৰত। মাত্ৰ ৪৯ পৃষ্ঠাৰ এইখন কিতাপক উপন্যাসিকা অথবা দীঘল গল্প বোলাই ভাল। ঘটনাৰ সূত্ৰপাত ৰঞ্জনাই গৰ্ভধাৰণ কৰিব নোৱাৰাত। খুঁত ক'ত, কাৰণ কি, এইবোৰৰ বিবেচনা কৰাৰ ক্ষমতা প্ৰবীৰৰ মাকৰ – প্ৰকৃততে কোনো শাহুৱেকৰেই নাই। বিয়াৰ কেইবছৰমানলৈকে যদি সন্তানৰ জন্ম নহয় – সম্পূৰ্ণ দোষ হতভগীয়া বোৱাৰীজনীৰ। তেহেলৈ তাই পৃথিৱীৰ য'ৰেই নহক। সভাপণ্ডিতে ৰঞ্জনাৰ শহুৰেকৰ ঠেক মনটো সুন্দৰকৈ দেখুৱাইছে ঃ

– "তুমি মোক আৰু সহায় কাৰ নিদিলেও হ'ব ৰঞ্জনা। তোমাৰ হাতৰ বন-কৰা খোৱাও পাপহে। আগতে জনা হ'লে সেইখন ঘৰৰ লগত মিতিৰেই নেপাতিলোঁহেঁতেন। এতিয়া তাৰ জীৱনটোহে নষ্ট কৰা হ'ল।" এইখন ছবি আশীৰ

দশকৰ শিক্ষিত-আঢ্যৱন্ত পৰিয়ালৰ। শিক্ষা-দীক্ষাৰ পোহৰ নথকা ঘোকোট-গাঁৱৰ এনে এজনী বোৱাৰীৰ অৱস্থাৰ কথা কল্পনা কৰিবলৈকে ভয় লাগে। প্ৰবীৰ-ৰঞ্জনাই ততালিকে আন ঘৰ এটাত থাকিবলৈ লৈ হয়তো শাহুৱেকৰ কৰ্কৰ্থনাৰ পৰা অব্যাহতি পালে। কিন্তু পৰিণতি? তাকেই কৈছে সভাপণ্ডিতে শংকৰ-চলিহা আৰু ৰঞ্জনাৰ কলিকতা ভ্ৰমণ আৰু তাৰ পিছতেই ৰঞ্জনা অন্তঃসত্ত্বা হোৱাৰ কথা কৈ। কিন্তু তাৰ বহুত আগতেই প্ৰবীৰে জানিছিল তাৰ পিতৃত্ব-প্ৰাপ্তিৰ অক্ষমতাৰ কথা। সকলোকে প্ৰতাৰণা কৰি ৰঞ্জনাই মাতৃত্ব লাভ কৰিলে কিহৰ বিনিময়ত? তেওঁ তাতকৈ বেছি সাহসিকতা প্ৰদৰ্শন কৰিব পাৰিলেহেঁতেন – বিবাহ-বিচ্ছেদৰ যোগেদি; এই শংকৰ চলিহা জাতীয় পশুৰ অভাৱ আমাৰ নাই। এনে ধৰণৰ এটা পশুক লগ পাইছিলোঁ পদ্ম বৰকটকীৰ 'মনৰ দাপোণ'ত জানুক ধৰ্ষণ কৰা কোনোবা বৰুৱা এটাৰ ভিতৰত। ৰঞ্জনা যিমান তললৈ নামিছিল পদ্ম বৰকটকীৰ জানুৰ অধঃপতন সিমান নাছিল – স্বেচ্ছাকৃতও নাছিল। অনীতাৰ জন্ম শংকৰ চলিহাৰ ঔৰসত আৰু সেই সন্তান অনীতা গাভৰুকালত সেই একেটা জানোৱাৰ শংকৰ চলিহায়েই গৰ্ভ ধাৰণ কৰোৱাই পিছত গৰ্ভপাতৰ ব্যৱস্থা কৰোৱালে। এনেধৰণৰ কথা-কাণ্ড গৰু-ছাগলী-কুকুৰ-মেকুৰী-গাহৰিৰ ক্ষেত্ৰত হয় – নিজকে সভ্যতা, আধুনিকতাৰ অধিকাৰী বুলি দাবী কৰি ফুৰা শংকৰ চলিহাবোৰৰ পাল-খোৱা দমৰাৰ বাহিৰে অন্য পৰিচয় নাই। ৰঞ্জনাই সন্তানৰ প্ৰতি যি বাসনাৰ তাড়নাত শংকৰৰ সৈতে অবৈধ সংগমত লিপ্ত হৈছিল সেইখিনি ক্ষমা কৰিব পাৰিলেও, নৰ-পশু শংকৰৰ প্ৰৰোচনাত চিলঙত গৈ হোটেল এখনত তাইৰ দেহটো দুহেজাৰ টকীয়া চেকৰ বিনিময়ত বিক্ৰী কৰা কাৰ্য্যক কেতিয়াও কোনো পধ্যে ক্ষমা কৰিব নোৱাৰি। সকলো দিও, সকলোখিনি ত্যাগ কৰিও বেচেৰা প্ৰবীৰে জীৱনটোত একোৱেই নেপালে। এইষাৰ কথা অনীতাৰ গৰ্ভপাত কৰা ডাক্তৰজনৰ মনৰ কথা। সভাপণ্ডিতৰো। আমাৰো। এই সন্দৰ্ভত স্কটলেণ্ডৰ লেখক মৰ্লি জেমিছন (Morley Jamieson)ৰ 'দি অল্ড ৱাইফ' (The old wife) দ্ৰষ্টব্য।

১৯৯০ চনত প্ৰকাশ হোৱা 'আন্ধাৰত আপোন সত্তা' খনত নিম্ন-মধ্য-বিত্ত চহৰবাসী যুটীয়া পৰিয়ালৰ অৱক্ষয় আৰু প্ৰায় সম্পূৰ্ণ বিলুপ্তিৰ ৰূপায়ণ কৰা হৈছে। সভাপণ্ডিতৰ মাণিক ভাগৱতী যেন হোমেন বৰগোহাঞিৰ 'পিতাপুত্ৰ'ৰ শিবনাথ আৰু 'অস্তৰাগ'ৰ দিলীপৰ দেউতাকহে। আজিৰ প্ৰজন্মই বিগত প্ৰজন্মৰ বয়োবৃদ্ধসকলক অৱজ্ঞা, অসম্মান আৰু অৱমাননা কৰা দৈনন্দিন সাধাৰণ ঘটনা হৈ পৰিছে আৰু তাকেই সভাপণ্ডিতে ৰূপায়ণ কৰিছে দক্ষতাৰে। একেটা পৰিয়ালতে নিজ মাতৃৰ পক্ষপাতিত্ব আৰু অন্ধ স্নেহৰ কাৰণে একোটা সন্তানৰ জীৱন ধ্বংস হৈ যায় – তাৰ দৃষ্টান্ত মাণিক ভাগৱতীৰ ল'ৰা হিতেশ। হিতেশ যেন হোমেন বৰগোহাঞিৰ 'পিতাপুত্ৰ'ৰ লক্ষ্মীনাথ। এয়া সভাপণ্ডিতৰ হিতেশৰ কথা নিজ পিতৃক উদ্দেশি কোৱা ঃ

– "এই বুঢ়া, তোক ইয়ালৈ কোনে মাতিছে? একেটা ঘোঁচাতে দুই পাৰি লগাই লোৱা দাঁত সকলোৱাই দিম বুলি জনা নাই।"

এয়া শুনক হোমেন বৰগোহাঞিৰ 'পিতা-পুত্ৰ'ত শিবনাথনন্দন লক্ষ্মীনাথৰ কথা :

– "মই এনেয়েও পাপী, তেনেয়েও পাপী, আজি মই পিতৃবধৰ পাপী হ'ম। কোন ক'ত আছ আহ, আজি শিবনাথ বুঢ়াক মোৰ হাতৰ পৰা ৰক্ষা কৰ।" সামাজিক অবক্ষয় আৰু নতুন প্ৰজন্মৰ পূৰ্ব-পুৰুষৰ প্ৰতি কৰা উক্তি এতিয়া শতকৰা নব্বৈভাগ ভুক্ত-ভোগীৰ ঘৰে ঘৰে প্ৰতিধ্বনিত হৈ আছে। তাক অস্বীকাৰ কৰিবলৈ সাহস নাই কোনো ভুক্তভোগীৰ – তথাকথিত সম্ভ্ৰান্ত সমাজত তেওঁলোকৰ মান-সম্মান-প্ৰতিপত্তি জহন্নামে যোৱাৰ ভয়ত।

এই সন্দৰ্ভত বৰগোহাঞিৰ দৰেই কামাখ্যা সভাপণ্ডিতকো অনাগত ভৱিষ্যই শ্ৰদ্ধাৰে সুঁৱৰিব।

তেওঁৰ একেবাৰে শেহতীয়া উপন্যাসখন হ'ল 'মৃগতৃষ্ণা' যাৰ জৰিয়তে তেওঁ অসমৰ লেখক-সাহিত্যিকৰ দৰিদ্ৰতা, প্ৰকাশকসকলে চিৰদিন লেখক সকলক শোষণ আৰু বঞ্চনা কৰাৰ কথা ৰূপায়ণ কৰিছে। 'সাহিত্য-অকাদেমী'ৰ পুৰস্কাৰ প্ৰত্যাখান কৰা নৈতিক প্ৰমূল্যক উচ্চ স্থান দিয়া বিশ্বজিৎ বৰুৱাৰ দৰে লেখক খুব কমেইহে আছে। অন্ততঃ সাহিত্য জগতত প্ৰখ্যাত সাংবাদিক নিখিল চক্ৰৱৰ্ত্তীৰ দৰে 'পদ্মভূষণ' প্ৰত্যাখান কৰোতা মানুহ ভাৰতত বিৰল। উপন্যাসখনিৰ অন্য এটা সুঁতিত ব্যৱসায়ী কম্পেনীবোৰৰ ওপৰ মহলৰ দুৰ্নীতিৰ উল্লেখ দেখোঁ। আজিৰ পৃথিৱীত দুৰ্নীতি অকল পলিটিচিয়ান আৰু আমোলাতন্ত্ৰতেই নাই – ইয়াৰ প্ৰভাৱ সৰ্বগ্ৰাসী। বকুলৰ যোগেদি বিশ্বজিৎ বৰুৱাৰ শালপতি হেমন্তৰ মুখাখন খুলি দিছে। খলনায়ক স্বৰূপে সঞ্জয়ৰ অৱস্থিতি আৰু কাহিনীৰ শেষত বিয়া-বাৰু কৰোৱা সঞ্জয়ে বিশ্বজিৎ বৰুৱাৰ গাভৰু জীয়েক নীতাৰ সৰ্বনাশ কৰিবলৈকে যে ঘৰ-ভাৰা লোৱাৰ পৰিকল্পনা কৰিছিল – সেই চাতুৰিখিনিও সঞ্জয়ৰ দেউতাকৰ আচম্বিত আবিৰ্ভাৱে নস্যাৎ কৰি দিয়ে। এই ৫২ পৃষ্ঠীয়া কাহিনীটোত বিবৰ্দ্ধন আৰু সম্প্ৰসাৰণৰ লগতে জটিলতা সৃষ্টি কৰিব পৰাৰ যথেষ্ট সম্ভাৱনা আছিল যিটো কৰা হ'লে 'মৃগ-তৃষ্ণা'খনৰ মূল্য পাঠকৰ কাৰণে বহুতো বাঢ়িলেহেঁতেন।

চাৰ হেনৰী ৰাইদাৰ হেগাৰ্ডৰ আফ্ৰিকাৰ পটভূমিত লিখা উপন্যাস এখনৰ জুমুঠিটো লৈ সভাপণ্ডিতে নিজৰ কল্পনা, ভাষা আৰু অনুভূতিৰ তুলিকাৰে 'অগ্নিবিহংগ'খন পাঠকক দিয়া কাৰণে – সভাপণ্ডিত ধন্যবাদাৰ্হ।

পাঠক সমাজত হোমেন বৰগোহাঞিৰ 'সুবালা' আৰু পদ্ম বৰকটকীৰ 'মনৰ দাপোণ'ৰ দৰে ভীষণ চাঞ্চল্য সৃষ্টি কৰা, কামাখ্যা সভাপণ্ডিতৰ উল্লেখযোগ্য উপন্যাস খন হ'ল 'পতিদেৱতা'। এই উপন্যাসখন বিখ্যাত আমেৰিকান লেখক এমব্ৰছ বিয়েৰছ (Ambrose Bierce)ৰ লিখনিবোৰৰ দৰে অস্বাভাৱিক

মানসিকতা অথবা বিকাৰগ্ৰস্ত মনৰ ওপৰত ভেটি কৰি লিখা। উপন্যাসখন পঢ়োঁতে মোৰ মোপাছা (MAUPASSANT)ৰ দীঘল গল্প 'বউল দে চুইফ' (BOULE DE SUIF)ৰ কাহিনীটোলৈ মনত পৰিছিল। এই সন্দৰ্ভত এইচ. ই. বেটছে (H. E. BATES) মোপাছাৰ গল্প সম্পৰ্কে কৰা উক্তি প্ৰণিধানযোগ্য - এইকাৰণেই যে সভাপণ্ডিতৰ 'পতিদেৱতা'খন পঢ়োঁতে উপন্যাসখনৰ সামগ্ৰিক ৰূপৰহে ধাৰণা কৰিব লাগিব। পাঠকে যৌন-বাসনা চৰিতাৰ্থৰ ভাল ভাল অংশখিনিকেই লৈ সন্তুষ্ট হৈ থাকিলে নহব। মানুহ নামধাৰী জন্তুটোৰ পশুত্ব, সংকীৰ্ণ মানসিকতা, নিৰ্দয়তা, প্ৰতাৰণা, প্ৰবঞ্চনা আৰু মিথ্যাচাৰখিনিৰো বিচাৰ কৰিব লাগিব। মোপাছাৰ মিছ্ হেৰিয়েট (Miss Harriet)ৰ দৰে প্ৰায়বোৰ কুমাৰীয়েই নিৰপৰাধী-আজলী। মধুমতীও তেনে এজনী আজলী গাভৰুৰেই আছিল – যাৰ জীৱনলৈ পপীয়াতৰাৰ দৰে নামি আহিছিল নৰ-কলংক যুৱৰাজ নামৰ জানোৱাৰ এটা। জেমচ. দি. পেজ (JAMES D. PAGE)কে প্ৰমুখ্য কৰি ডঃ এচ. পি. চৌবে, ডঃ এছ্. কে মংগল আদিৰ অস্বাভাৱিক মনোবৃত্তিৰ সম্পৰ্কে লিখা কিতাপবোৰত থকা অজস্ৰ কেছ্-হিষ্ট্ৰী (Case History)ত যুৱৰাজৰ মনোবৃত্তিৰ আটাইকেউটা দিশকেই প্ৰতিনিধিত্ব কৰা মানুহ মই হ'লে বিচাৰি পোৱা নাই। মনোবিজ্ঞানী মাইকেল গিলবাৰ্ট (Michael. M. Gilbert)ৰ বিখ্যাত গ্ৰন্থ 'টুৱেন্টি-ওৱান এবনৰমেল চেক্স কেছেজ' (Twentyone Abnormal Sex Cases) অতো যুৱৰাজক বিচাৰি পোৱা টান। মই অৱশ্যে এই কথাত নিশ্চিত যে কামাখ্যা সভাপণ্ডিতৰ যুৱৰাজৰ দৰে বিকৃত যৌন মানসিকতা থকা পুৰুষ আমাৰ সমাজখনতেই অজস্ৰ আছে। তেওঁলোকে মাত্ৰ একোখন মুখা পিন্ধি থাকে। তেওঁলোকৰ অত্যাচাৰৰ কবলৰ পৰা উদ্ধাৰ পাবলৈ হয়তো বহুতো মধুমতীয়ে বিচাৰে। কিন্তু নোৱাৰে। দৈৱৰ লিখন বুলি কদৰ্য্য জীৱনকেই তেওঁলোকে তেওঁলোকৰ প্ৰাপ্য বুলি লৈ জীৱনতে নৰকৰ যন্ত্ৰণা উপলব্ধি কৰে অতি অসহায়ভাৱে। উপন্যাসখনিত মানুহৰ যৌন-ক্ষুধাৰ বিকৃত বা অস্বাভাৱিক পৰিতৃপ্তি বিচৰা যুৱৰাজৰ দৰে অবিশ্বাস্যভাৱে অসম্ভৱ চৰিত্ৰ সৃষ্টি, মধুমতীৰ যন্ত্ৰণাদায়ক জীৱনৰ কৰুণ পৰিণতি, স্বপ্না-ৰজতৰ দৰে দাৰিদ্ৰ্যই পংগু কৰি পেলোৱা চৰিত্ৰাযণত কামাখ্যা সভাপণ্ডিত সফল কাম হৈছে – তাত সন্দেহ নাই।



## নির্মলপ্রভা বৰদলৈ

| | |
|---|---|
| জন্ম | ১৯৩৩, শিৱসাগৰ |
| শিক্ষা – | শিৱসাগৰ আৰু পিছত গুৱাহাটী বিশ্ববিদ্যালয়ত এম. এ. আৰু পি এইচ ডি |
| সাহিত্যকৃতি – | কলেজ বিশ্ববিদ্যালয়ৰ ১৫ খন পাঠ্যপুথি, বনফৰিঙৰ ৰঙ, সমীপেষু, অন্তৰংগ, দিনৰ পাছত দিন, (সাহিত্য-সভাৰ বঁটা বিজয়ী), সুদীর্ঘ দিন আৰু ঋতু (সাহিত্য-অকাদেমী বঁটা বিজয়ী), দি দন (The Dawn), ১৪ খন কাব্য-নাটক-অপেৰা-নৃত্য-নাটিকাৰ স্রষ্টা, ৰেডিঅ'ত ৩খন পূৰ্ণ দৈৰ্ঘ্যৰ আলেখ্য, দেৱী (গৱেষণাত্মক পুথি) |
| প্ৰতিভাৰ স্বীকৃতি – | দেশে বিদেশে ৪২ খন সাহিত্য সম্পৰ্কীয় আলোচনা চক্ৰত যোগ দান। |
| | কাৰ্য্যকৰী সভ্য-সাহিত্য-অকাদেমী, সভাপতি-অসম সাহিত্য সভা (দুধনৈ অধিবেশন) |
| | শিশুসাহিত্যৰ কাৰণে ১৯৫৮ চনত ৰাষ্ট্ৰপতিৰ পুৰস্কাৰ প্ৰাপ্তি ভাৰতৰ জাতীয় কবি হিচাপে স্বীকৃত, 'দেৱী'ৰ ৰচনাৰ কাৰণে 'সৰস্বতী' উপাধি প্ৰাপ্তি, ১৫০০ৰো অধিক গীতৰ লেখিকা। |
| চাকৰি – | গুৱাহাটী বিশ্ববিদ্যালয়ত চাকৰি জীৱন আৰম্ভ কৰি শেষত অসমীয়া বিভাগৰ আচাৰ্য্য আৰু 'জৱাহৰলাল নেহৰু অধ্যাপক'ৰ আসনত অধিষ্ঠিতা হৈ অলপতে অৱসৰ গ্ৰহণ। |

# বন-ফৰিঙৰ ৰঙত অসীমক বিচাৰি নিৰ্মলপ্ৰভা বৰদলৈ

১৯৫৩ চনতেই বংগদেশৰ প্ৰখ্যাত কবি বুদ্ধদেৱ বসুৱে আধুনিক কবিতা সম্পৰ্কে কৈছিল ঃ

– "এই আধুনিক কবিতা এনে কোনো বস্তু নহয় যাক কোনো এটা সংকেতেৰে অবিকলভাৱে চিনাক্ত কৰিব পাৰি। ইয়াক ক'ব পাৰি বিদ্ৰোহৰ, প্ৰতিবাদৰ কবিতা; সংশয়ৰ, ক্লান্তিৰ, সন্ধানৰ আৰু তাৰেই ভিতৰত প্ৰকাশিত হৈছে বিস্ময়ৰ জাগৰণ, জীৱনৰ আনন্দ, বিশ্ববিধানত আস্থাবান চিত্তবৃত্তি। আশা আৰু নিৰাশা, অন্তৰ্মুখিতা বা বহিৰ্মুখিতা, সামাজিক জীৱনৰ তৃষ্ণা, এই আটাইবোৰ একেলগে বিচাৰি পোৱা যাব কেৱল বেলেগ বেলেগ কবিতাত নহয়; কেতিয়াবা হয়তো বিভিন্ন সময়ত একেজন কবিৰেই ৰচনাত।"

ৰবীন্দ্ৰ নাথেও 'সাহিত্যেৰ পথে'ত কৈছিল ঃ 'পঞ্জিকা মিলাই আধুনিকতাৰ সীমা নিৰ্ণয় কোনে কৰিব?' তেওঁৰ মতে নদীয়ে সুঁতি সলোৱাৰ দৰে সাহিত্যৰো গতি সলনি হয়। সেই সুঁতি সলোৱা গতিয়েই হ'ল আধুনিক – মদাৰ্ণ। "এই আধুনিকতা সময় লৈ নহয়, মৰ্জিৰ ওপৰত।"

১৯৩৩ চনত প্ৰথম চকু মেলা শিৱসাগৰৰ নিৰ্মলপ্ৰভা বৰদলৈৰ পিতৃ-গৃহ এক সম্ভ্ৰান্ত নৈষ্ঠিক ৰক্ষণশীল পৰিয়ালৰ। ক্লাচ ফাইভত পঢ়ি থকা এঘাৰ বছৰীয়া নিৰ্মলপ্ৰভাৰ বিয়া হয় ১৯৪৬ চনত। তেৰ বছৰ বয়সতে আইজনীক জন্ম দি মাতৃত্বৰ গৌৰৱৰ অধিকাৰিণী হয় নিৰ্মলপ্ৰভা। লৱাৰ প্ৰাইমাৰী স্কুলৰ পৰা ক্লাচ ফাইভলৈকে সদায়েই ক্লাচত প্ৰথম হৈ থকা প্ৰচুৰ বৌদ্ধিক সম্ভাৱনা থকা এই অধ্যয়ন পিপাসু তেৰ বছৰীয়া ছোৱালীজনী আছিল প্ৰকৃতাৰ্থতেই সৰস্বতী দুহিতা। দেউতাকৰ অনুপ্ৰেৰণাতেই নিৰ্মলপ্ৰভাই সাংসাৰিক জীৱনৰ মায়ামোহ এৰি নিজকেই বাগ্দেৱী বীণাপাণিৰ অৰ্চনাত সম্পূৰ্ণভাৱে নিয়োগ কৰি শিক্ষাব্ৰতী জীৱনক আঁকোৱালি ল'লে – সেই সংঘাতপূৰ্ণ বৈচিত্ৰ্যৰ মাজতেই নৱ-জন্ম হ'ল 'সৰস্বতী' নিৰ্মলপ্ৰভাৰ – যাৰ সাহিত্য সাধনাৰ অবিৰত যাত্ৰাৰ এতিয়াও শেষ হোৱা নাই।

সেই ক্লাচ ফাইভত থাকোতেই কইনা হোৱা সৰু ছোৱালীজনীয়ে আজীৱন অক্লান্ত সাধনা আৰু পৰিশ্ৰমৰ মাজেৰে আহি স্নাতক পৰীক্ষাত সৰ্বোচ্চ স্থান লাভ কৰি সেই একে গুৱাহাটী বিশ্ববিদ্যালয়ৰে পৰা ডক্টৰেট ডিগ্ৰী লোৱা; 'অসমৰ লোক-সংস্কৃতিকে আদি কৰি ১৫ খন কলেজ –ইউনিভাৰচিটিৰ পাঠ্যপুথি লিখা; ৭ খনকৈ কাব্য-সংকলন লিখা; ১৫ খনকৈ নাটক-অপেৰা-কাব্য-নাটকৰ প্ৰণয়ন

কৰা; ৰেডিঅ'ৰ ফিছ্যাৰ ফিল্ম, ৰেডিয় নাট সৃষ্টি কৰা; ২৪ খনকৈ শিশু চেমনীয়াৰ কাৰণে কিতাপ লিখা; ১৫০০ কৈও অধিক গীত ৰচনা কৰা; পৃথিৱীৰ বিভিন্ন প্ৰান্তত সময়ে সময়ে সাহিত্য সম্পৰ্কীয় আলোচনা চক্ৰত যোগ দিয়া; সাহিত্য-অকাডেমী, অসম সাহিত্য সভাৰ পৰা কেইবাটাও পুৰস্কাৰ পোৱা; অসম সাহিত্য সভাৰ দুখনৈ অধিবেশনৰ সভাপতি হোৱা; গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ প্ৰধান আচাৰ্য্য জৱাহৰলাল নেহৰু অধ্যাপকৰ আসন অলংকৃত কৰি সৌ সিদিনা অৱসৰ লোৱা, গাৰ্গী-মৈত্ৰেয়ীৰ পাণ্ডিত্যৰ প্ৰখৰতাৰে সমুজ্জ্বল নিৰ্মলপ্ৰভা বৰদলৈৰ অসমীয়া সাহিত্যলৈ যি অৱিহণা, তাৰ বিশাল পৰিব্যাপ্তিয়ে মোক অবাক বিস্মিত কৰি আহিছে এতিয়ালৈকে – যদিও নিৰ্মল বয়সত মোতকৈ পাঁচ বছৰৰ সৰু – তেওঁলৈ মোৰ অকুণ্ঠ অভিনন্দনৰ অজস্ৰ অঞ্জলি।

নিৰ্মলপ্ৰভাৰ সাহিত্যিক অৱদানৰ ক্ষেত্ৰ বহুধা বিভক্ত। মই অসম্ভৱক সম্ভৱ কৰিব নোৱাৰোঁ আৰু সেই কাৰণেই এই ক্ষুদ্ৰ উপলব্ধিৰ প্ৰয়াসত মই কবি নিৰ্মলপ্ৰভাকহে বিচৰাৰ চেষ্টা কৰিম।

১৯৬৭ চনতেই প্ৰকাশিত কবিতা কবিতা লগা নামৰ 'বন-ফৰিঙৰ ৰঙ' খনেই তেওঁৰ প্ৰথম কাব্য সংকলন। তাৰ প্ৰথমটো কবিতা 'তোমালৈ' নিৰ্মলপ্ৰভাৰ অগতানুগতিক শৈলীৰ প্ৰকৃতি বন্দনা য'ত চিত্ৰকল্প আৰু ভাষাত কেশৱ মহন্তৰ 'দিশ ধৱলী বৰণ'ৰ চিনাকি চিনাকি গোন্ধ পাওঁ। দূৰ নীলিমাত প্ৰিয়জনৰ চকুৰ নীলা দেখা, চুলিৰ পৰা সৰি পৰা টোপালত তিতা শুকান ওঁঠ' – বৰ্ষাৰ লগতে ছয় ঋতুৰ বৰ্ণনা প্ৰাণৱন্ত হৈছে নিৰ্মলপ্ৰভাৰ তুলিকাৰ শব্দৰ এখোন এখোজাল স্পষ্ট অস্পষ্ট আঁকত :

– 'তোমাৰ চুলিৰ পৰা সৰি পৰা টোপালত
তিতিব শুকান ওঁঠ।'

এয়া চিত্ৰকল্প একে সময়ৰে – প্ৰকৃতিৰ – গ্ৰীষ্ম ঋতুৰ কেশৱ মহন্তৰ 'সি তাতে আছে'ৰ:

–'কপালৰ ৰদ তিৰবিৰ ঘাম শুকালত

কানিমুনি সন্ধিয়াটো ক'লা পৰি আহিছিল।' এনেধৰণৰ চিত্ৰকল্পত নিৰ্মলপ্ৰভা আৰু কেশৱ মহন্তই প্ৰকৃতিৰ বিভিন্ন সময়ৰ বিভিন্ন ৰূপৰ প্ৰকাশত মানৱীয় ব্যক্তিত্ব আৰোপ কৰা দেখোঁ। নিৰ্মলপ্ৰভাৰ হেমন্তৰ "ৰ'দে পোৱা সোণ আৰু কুঁৱলীৰ খেলি-মেলি"য়ে কেশৱ মহন্তৰ "আঘোণৰ কুঁৱলী"লৈ মনটো টানি নিয়ে। এই কবিতাটোত মই মহেন্দ্ৰ বৰাৰ 'গাঁৱৰ গধূলি'ৰ 'ৰূপৰ টিলিঙাৰ মাত' শুনো। পৰিৱেশ সৃষ্টিৰ 'গাঁৱৰ পুখুৰী যেন নিৰুদ্বেগ স্থিৰ বিশ্বাস', 'ধানখেৰ নৱানিৰ কুঁহমীয়া উম সনা তোমাৰ কোলাত' – এনেধৰণৰ মৌলিক উপলব্ধিবোৰৰ ৰূপায়ণৰ খণ্ড বাক্যবোৰে মনত দাগ বহুৱাই যায়।

"এনালিচিছ্" কবিতাটোত হেম বৰুৱাৰ প্ৰভাৱ স্পষ্ট। প্ৰচলিত ইংৰাজী শব্দৰ ব্যৱহাৰে মহেন্দ্ৰ বৰা, আৰু হৰি বৰকাকতিৰ 'মন্দাক্ৰান্তা'লৈ মনত পেলায়। কবিতাটোত জীৱন, প্ৰেম, শান্তি আৰু পৃথিৱীৰ পৰিচিতি পাওঁ। অসমীয়া কাব্য জগতত যেতিয়া হেম বৰুৱা, অমূল্য বৰুৱা, পদ্ম বৰকটকী, হৰি বৰকাকতি, মহেন্দ্ৰ বৰা, বীৰেশ্বৰ বৰুৱাই চল্লিছ পঞ্চাছৰ দশকৰ জোঁৱাৰ আনিছিল – মই ভাবোঁ নিৰ্মলপ্ৰভাৰ 'এনালিচিচ'ৰ জন্মৰ বেদনা সেই সময়ৰে।

'জাৰ্ণেলিষ্টৰ ডায়েৰীৰ পৰা' কবিতাটো হেম বৰুৱাৰ 'অন্যান্য কবিতা'ৰ অন্তৰ্গত আধা ডজন কবিতাৰ আৰ্হিত লিখা। তিনিটা স্তৱকত তিনিটা বিভিন্ন উপলব্ধি ৰূপায়ণ কৰিছে তেনেই কম শব্দ-সংযোজনাৰ মাধ্যমেৰে। শেষৰ স্তৱকত তেওঁ পাঠকক ব্ৰেট হাৰ্টৰ দৰে চক খুৱাই কৈছে :

– 'এনেতে দেখিলোঁ
দূৰৰ গেলেৰীত
কাপোৰেৰে মুখ ঢাকি উচুপি উচুপি থকা
প্ৰথম কেঁচুৱা মৰা তিৰোতাৰ বুকুৰ কান্দোন।
ইকি! মুখ ঢাকি কান্দি থকা সেয়াচোন
আমাৰ ঈশ্বৰ।"

'হয়তো সময় হ'ল' কবিতাটোৰ তাল লয় কেশৱ মহন্তৰ কবিতাৰ দৰে। ছটা স্তৱকৰ আৰম্ভণিৰ খণ্ড বাক্য "হয়তো সময় হ'ল," "কাৰণ সময় হ'ল" – এইবোৰ কেশৱ মহন্তৰ 'বাঁহৰ কাঠী তুলাই'ৰ 'চোতালখন', 'মা-কণ', 'সমাজখন' শব্দৰ ব্যৱহাৰলৈ মনত পেলাই দিয়ে। নিৰ্মলপ্ৰভাই ভাবিছে 'হয়তো সময় হ'ল'। মহন্তই কৈছে 'এতিয়া সময় হ'ল' (দিশ ধ্বৱলী বৰণ দ্ৰষ্টব্য)। পঞ্চম স্তৱকৰ

"ল'ৰা পুথিত পৰি থকা
'দয়া' বোলা 'স্নেহ' বোলা
ৰিফিউজী শবদবোৰৰ
গৃহহীন কান্দোন"ৰ উপলব্ধিৰ ব্যঞ্জনা মৌলিক আৰু অৰ্ন্তভেদী।

হেম বৰুৱাৰ কবিতাৰ কিছুমান অনাৱশ্যাক বন্ধনী, ব্ৰেকেটৰ সমাৰোহ নিৰ্মলপ্ৰভাৰ 'অপৰাজিত' 'অকণ সময় হ'ব', 'প্ৰফেছাৰ', গান্ধাৰী', 'উপহাৰ – মোৰ বুঢ়া দেউতালৈ' কবিতাত স্পষ্ট। 'আজৰিৰ গীত'ত হেম বৰুৱাৰ চিত্ৰকল্পই ভুমুকি মাৰিছে :

"মেটমৰা বোজা কঢ়িয়াই হ'লোঁ
ছাগলীশিঙীয়া জোন।"

এয়া হেম বৰুৱা – "ছাগলীশিঙীয়া জোনটোৰ জীৱন সত্তা মৰ আউসীৰ এন্ধাৰত মৰে।"

এয়া যেন কেশৱ মহন্তই 'আঁউসীৰ গৰ্ভত দেখা পূৰ্ণিমাৰ জোন।" নিৰ্মল প্ৰভাৰ 'আইতা'জনীৰ বেদনা হেম বৰুৱাৰ 'মন-ময়ুৰী'ৰ 'আইতা'ৰ বেদনাৰ একে পৰ্য্যায়ৰ নহ'লেও অন্তৰ্ভেদী। নিৰ্মলপ্ৰভাৰ 'ফিৰিঙতি হাঁহি', 'লাই ফুলা বতৰ' – খণ্ড বাক্যবোৰ অনন্য সুন্দৰ।

'নতুন বোৱাৰী'ত অকালতে বিধৱা হোৱা এজনী ফুল-কুমলীয়া ছোৱালীৰ পুনৰ্বিবাহৰ কথা কৈছে। কবিতাটোৰ 'এশৰীৰ লাজ আৰু ভীৰু ভীৰু খোজ', 'সোণোৱালী গহনাৰ ঠেলা হেঁচা ভীৰ' খণ্ড বাক্যবোৰো অতি সুন্দৰ। তেনেই সাধাৰণ শব্দৰ গাঁথনিৰে পাঠকৰ মন মুহি পেলায়। থৌকি-বাথৌ লগায়। খণ্ডবাক্য কেইটা এবাৰ দুবাৰ মনে মনে চুহি থাককচোন। নিৰ্মলপ্ৰভাৰ কাব্যিক অনুভূতিয়ে আপোনাকো অভিভূত কৰিবই।

'বন-ফৰিঙৰ ৰঙ'ৰ পিছত 'সমীপেষু', অন্তৰংগ', 'দিনৰ পাছত দিন', 'সুদীৰ্ঘ দিন আৰু ঋতু' আৰু 'শব্দৰ ইপাৰে শব্দৰ সিপাৰে' আৰু ইংৰাজীত লিখা 'দি ডন' কাব্য সংকলনৰ অৰিহণাৰে সমৃদ্ধ এই গৰাকী কবিৰ কাব্যিক প্ৰতিভাৰ মৰ্ম উপলব্ধি কৰিবলৈ লৈ মই অলপ বিপাঙত পৰিছোঁ। 'বন-ফৰিঙৰ ৰং' গাত সানি লোৱাৰ পাছত এওঁক বাকী সংকলন কেইখনত প্ৰতিভাৰ অগ্ৰগতি আৰু উত্তৰণ বিশ্লেষণ কৰোতে নিৰ্মলপ্ৰভাক কবি হিচাপে কি নাম দি মাতিম? ক'ত থম? কিয়নো এওঁৰ কবিতাবোৰ সম্পূৰ্ণ গণেশ গগৈ – ৰত্নকান্ত বৰকাকতি দেৱকান্ত বৰুৱা – শশীকান্ত গগৈ – কালীপ্ৰসাদ বৰা – ভৱপ্ৰসাদ ৰাজখোৱা যতিনাৰায়ণ শৰ্মাৰ ধাৰাৰ নহয়। নিৰাশাই আচ্ছন্ন কৰা যতীন দুৱৰাৰ দৰেও নহয় – যদিও বিষণ্ণ বেদনাৰ কৰুণ অনুভূতিৰে সিক্ত হৈ আছে – এওঁৰ বহুতো কবিতা। আৰু কেতিয়াও নহয় অজিৎ বৰুৱাৰ পিছৰছোৱাৰ 'ব্ৰহ্মপুত্ৰ ইত্যাদি পদ্য' বা নীলমণি ফুকনৰ 'আঃ কি নৈশব্দ' বা হৰেকৃষ্ণ ডেকাৰ 'স্বৰবোৰ'ৰ দৰে। 'বন-ফৰিঙৰ ৰঙ'কে ধৰি আটাইকেইটা কবিতাত এটা কথা স্পষ্টভাৱে প্ৰতিভাত হৈছে মই ওপৰত উল্লেখ কৰি অহা বুদ্ধদেৱ বসুৰ বক্তব্যৰ যথাৰ্থ ব্যঞ্জনা। প্ৰথম কবিতা 'জন্মদিনত', 'নিৰন্তৰ', 'স্থিতি', 'শেষ প্ৰহৰ', 'এতিয়া' আৰু 'অভিজ্ঞান' শীৰ্ষক কবিতা কেইটা কাদম্বৰী শৈলীৰ গদ্যত লিখা। 'নিৰন্তৰ'ৰ ভাষাত ঠিক আধা সংস্কৃতীয়া আধা একেবাৰে গাঁৱৰ ঘৰুৱা ভাষাৰ অৱস্থিতি। বিষ্ণু দেৰ 'চোৰাবালি', 'নাম ৰেখেছি কোমল গান্ধাৰ'ৰ বহুতো কবিতাৰ দৰে। 'নিৰন্তৰ'ত অন্তৰ্দ্বন্দ্ব আৰু আত্ম-বিশ্লেষণৰ আৰু 'স্থিতি'ত ঐতিহ্যৰ কথা কৈছে অভিনৱ চিত্ৰকল্পৰ মাধ্যমেৰে। 'গভীৰত' আদিম প্ৰবৃত্তিৰ কথা কৈছে অভাৱনীয় সাধাৰণ কথাৰ মাজেৰে। ছয় লাইনৰ 'অপৰাজিত'ত ৰবাৰ্ট ব্ৰাউনিঙ (Robert Browning)ৰ 'প্ৰচপিচ'ত (Prospice) প্ৰকাশ পোৱা দৰে কবিৰ জীৱন যুঁজত আগবাঢ়ি যোৱাৰ সংকল্প প্ৰতিভাত হৈছে। 'ফুলৰ লগ্ন'ত চাৰিটা মৌলিক চিত্ৰকল্পৰ মাধ্যমেৰে অৱদমিত কামনা-বাসনা, উত্তেজনা, বিৰহ-বিচ্ছেদ আৰু সুন্দৰ সম্ভাৱনাৰ ভৱিষ্যতৰ কথা কৈছে। 'কাতৰ প্ৰহৰ'বোৰ কবিৰ জীৱনৰেই বিষণ্ণ

বেদনাসিক্ত মুহূৰ্ত। জীৱনৰ সংঘাত আৰু শংকাকুল পৰিবেশে নিৰ্মলপ্ৰভাক হতাশাগ্ৰস্ত কৰি পেলাব পৰা নাই। কবিয়ে নিজকেই কৈছে ধৈৰ্য্য ধৰিবলৈ প্ৰতিকূল অৱস্থাক তাচ্ছিল্য কৰি। 'বিস্বাদ'ত দৈহিক প্ৰেমৰ অসাৰ্থকতা যেন কবিয়ে উপলব্ধি কৰিছে। কাদম্বৰী শৈলীত লিখা এই কবিতাটোত নিৰ্মলপ্ৰভাই দেহাতীত প্ৰেমৰ প্ৰয়াসী নিজৰ অন্তৰতম আকাংক্ষাৰ কথা ব্যক্ত কৰিছে। ঠিক তেনে অনুভূতিৰেই প্ৰকাশ দেখোঁ 'চূৰ্ণলগ্ন'ত। 'মোৰ শিৰাই শিৰাই' কবিতাটোত প্ৰেমিক প্ৰেমিকাৰ মানসিক-শাৰীৰিক উত্তেজনা আৰু পূৰ্ণানন্দ প্ৰাপ্তিৰ অন্তত প্ৰতীক্ষাত অৱসন্ন হৈ পৰা অনুভূতিৰ প্ৰকাশ দেখোঁ সুন্দৰ চিত্ৰকল্পৰ মাধ্যমত। 'কপালত চ'তৰ চিৰাল ফটা', 'চকুৰে চকুৰে শুকান পুখুৰী'ৰ চিত্ৰকল্প সঁচাকৈয়ে মনোৰম। অভিনৱ ব্যঞ্জনাৰ।

সাময়িক চৈতন্যই ভুমুকি মাৰিছে তেওঁৰ 'আন্তৰ্জাতিক', 'কোন কেতিয়াতে', 'অশান্তিৰ নিৰ্মাংস সময়', 'শেষ প্ৰহৰ, 'স্তম্ভ' আদি কবিতাত। স্বাধীনতাৰ পিছত আমাৰ সামাজিক, ৰাজনৈতিক জীৱনৰ ক্ৰমাগত অৱক্ষয়ৰ, যুদ্ধ আৰু সন্ত্ৰাসৰ কৰুণ পৰিণতিৰ কথাকেই অনন্য মধুৰ চিত্ৰকল্পৰ মাধ্যমেৰে কেশৱ মহন্তৰ 'বহাগৰ বৰদৈচিলা' আৰু 'শিশু প্ৰহ্লাদৰ' 'অন্যায়ৰ প্ৰাণ-বৈৰী' শক্তিৰে প্ৰকাশ কৰিছে অতি নিপুণতাৰে। 'মেথিউ আৰ্ণল্ড'ৰ কবিতাৰ কৰুণা ক্লান্ত-স্ৰোতত সেই সময়ৰ শংকা, সংশয় আৰু মানৱ জাতিৰ সম্ভাব্য পৰিণতি প্ৰতিভাত হোৱা দৰে মই নিৰ্মলপ্ৰভাৰ কবিতাতো অন্তৰৰ নিৰ্মেঘ আকৃতিত তেনে বিষাদ আৰু সংশয়ৰেই প্ৰতিধ্বনি শুনো। নিৰ্মলপ্ৰভাৰ অনুভূতিৰাশিৰ কাব্যিক ব্যঞ্জনাৰ বিশেষত্ব এয়ে যে এটা জটিল ভাৱাবেগক প্ৰতীকৰ জটিলতাৰ গ্ৰন্থিৰ মাজেৰে টানি নিনি, তেওঁ তাক সাধাৰণ মানুহৰ সাধাৰণ জীৱনৰ কথাৰ কল্পচিত্ৰৰ মাধ্যমেৰে প্ৰকাশ কৰিব পৰাৰ ক্ষমতাত। 'কলা জামুৰ লগ্ন', 'সুদীৰ্ঘ দিন ৰাতি ধৰি' – এই দুটা কবিতাত কবিৰ মনৰ বিষাদে বিব্ৰত কৰা অস্থিৰতা প্ৰকাশ পাইছে যদিও, তেওঁ মেথিউ আৰ্ণল্ডৰ দৰেই আশাবাদী। তেওঁ আশা কৰে – অন্ধকাৰ আৰু সংশয়ৰ ধুমুহাত বিধ্বস্ত হোৱা এই পৃথিৱীতে – তেওঁৰেই সপোনৰ এখন সপোন সুবাস সনা সুন্দৰ ধৰণীৰ সৃষ্টি হ'ব পাৰে। 'দৈনন্দিন' কবিতাটোৰ দিন-ৰাতি আৰু যাত্ৰাৰ কল্পচিত্ৰ কেইটা মৌলিকতাৰ মোহন গৌৰৱৰ যুগমীয়া স্তম্ভ – "শুকান বাঁহৰ এজাৰ চালনীখনৰ দৰে ৰাতি" আৰু 'হাইতাল সনা ব চুঙাটোৰ দৰে দিন' – এইবোৰ উপমা পাহৰোঁ কেনেকৈ?

সকলোৰে আদি আছে – অন্তও। সৃষ্টি-স্থিতি-বিনাশ। জীৱন-মৰণ। এই বৃত্ততেই আবদ্ধ প্ৰকৃতি আৰু চৰাচৰ জীৱনৰ স্পন্দন-ক্ৰন্দন। শেষ পৰিণতি কি সকলোৱে জানে। নিৰ্মলপ্ৰভায়ো, ময়ো, আপুনিও। সেয়েহে নিৰ্মলপ্ৰভাৰ 'প্ৰহৰ'ৰ উপলব্ধি মোৰো :

"আগতীয়াকৈ দুখ কৰোঁ কিয়?"

'অস্তিত্ব' শীৰ্ষক কবিতাটো ই. ই. কামিঙচ (E. E. Cummings) বা

অমিয় চক্ৰবৰ্তীৰ 'অভিজ্ঞান বসন্ত'ৰ 'অভিজ্ঞান' শীৰ্ষক অথবা আমাৰ মহেন্দ্ৰ বৰাৰ 'সৰাপাত' (ৰূপৰ টিলিঙাৰ মাত) নীলমণি ফুকনৰ 'আঃ কি নৈশব্দ'ৰ কিছুমান কবিতাৰ শৈলীত লিখা। মই অৱশ্যে নাজানো নিৰ্মলপ্ৰভাই আগতে লিখিছিল নে নীলমণি ফুকনে। কবিতাটোত তেওঁ আজিৰ সময়ৰ যুক্তি, মূল্যায়ণৰ ব্যৰ্থতা দেখিছে। সময়ে মানুহৰ স্বভাৱ-চৰিত্ৰ-ব্যৱহাৰৰ পৰিৱৰ্তন অনা দৰে কবিৰ অস্তিত্বয়ো সময়ে সময়ে ৰং সলায়। সুঁতি বা গতি পৰিৱৰ্তন কৰে। আত্ম বিশ্লেষণত নিজক বিচাৰি পোৱাত, নিজৰ আচল মুখখন দেখাত কবি স্তম্ভিত হোৱা নাই। কিয়নো জীৱন এনেকুৱাই।

'ৰাতিৰ দৰে', 'ওতঃপ্ৰোত' শীৰ্ষক কবিতা দুটাতো অপূৰ্ব ব্যঞ্জনাৰ চিত্ৰকল্পৰ মাধ্যমেৰে যন্ত্ৰণা-নিপীড়নৰ পৰাও যে মুক্তিৰ সৃষ্টি সম্ভৱ তাকে দৃঢ়তাৰে কৈছে :

'ৰাতিৰ দৰে/ চকুৰ পানী মোৰ/ ধূলিত সৰি সৰি/ পাথৰ হৈছে/ই ধূলি তিয়াব নোৱাৰে সঁচা/কিন্তু/অস্ত্ৰ/সাজিব/পাৰিব।'

'অভিজ্ঞান'ত সেইদৰে প্ৰকাশ পাইছে কবিৰ নতুন সৃষ্টিৰ উদ্যমৰ সংকল্প। সেই একে দৃঢ়তাকে প্ৰতিফলিত কৰিছে 'মধ্যাহ্ন'ত। সেয়া যেন শ্যেলীৰ 'ৰিভল্ট অব ইছলাম', 'হেলাচ', 'প্ৰমেথিয়াচ আনবাউণ্ড' আদি কবিতাত প্ৰতিফলিত হোৱা বিপ্লৱী মনোভাৱৰ অৱস্থিতিৰ সংকেত। মই শুনো আৰু প্ৰতিধ্বনি ভূপেন হাজৰিকাৰ – "পাহৰিব খোজা যদি পেটৰ ভোকৰ যাতনা দেখুৱাব পাৰোঁ মই কংস বধৰ ভাৱনা।" 'ভোগালীৰ উৰুকাত' থকা 'পকা ধানৰ গন্ধ ভৰা বিলাহী ৰঙৰ দিনে' মোৰ মনটো কেশৱ মহন্ত – ৰুদ্ৰ বৰুৱাৰ পকাধানৰ মাজলৈ, কুঁৱলীৰ ডাৱৰৰ মাজলৈ লৈ যায়। এয়া যেন কেশৱ মহন্তৰ প্ৰতিজ্ঞাৰ প্ৰতিধ্বনি :

"আমাৰ সপোন : দেশ প্ৰেমেৰে গঢ়াৰ
আমাৰ সপোন : বিশ্ব আপোন কৰাৰ।"

কবিতা অনুভূতিৰ শাব্দিক প্ৰকাশ : আবেগৰ তৰংগৰ মোহন উচ্ছ্বাস। এই প্ৰকাশ সকলো সময়তে সম্ভৱ নহয়। কেতিয়াবা কোনো এক মুহূৰ্তত একোটা অনুভূতিয়ে কবিৰ অন্তৰত থৌকি-বাথৌ লগায় ; এক বুজাব নোৱাৰা পৰিস্থিতিৰ সৃষ্টিৰ তাড়নাত কবিয়ে বাধ্য হৈ প্ৰকাশ কৰে মন-বিতানৰ ভাববোৰ। আদি কবি বাল্মীকিৰ মুখনিসৃত "মা নিষাদ প্ৰতিষ্ঠাং ত্বমগমঃ শাশ্বতীঃ সমাঃ .." কথাখিনি ঠিক এনে এটা মুহূৰ্তৰ মনোভাৱৰ ললিত প্ৰকাশ। অনুভূতিয়ে একো একোটা শব্দ, শব্দাৱলী বা খণ্ড বাক্যৰ মাজেৰে আত্ম প্ৰকাশ কৰে। একো একোটা তেনেই সাধাৰণ শব্দয়েই কবিৰ প্ৰতিভা-বীচিত সমুজ্জ্বল হৈ অসাধাৰণ হৈ পৰে। তেওঁ আপুনি মই কোৱা শব্দবোৰকেই, কথাবোৰকেই কবিসুলভ দক্ষতাৰে সজাই পৰাই – অনন্য সুন্দৰ ৰূপত তুলি ধৰে। শব্দৰ এই নৱজন্মত বুজা আৰু নুবুজা, আধা-চিনা আধা-অচিনা, আধা আলো আধা ছাঁৰ পৰিবেশ। এই প্ৰকাশত বা নৱজন্মত "হেৰা মোৰ প্ৰিয় ল'ৰা উপদেশ ধৰা/কায়মনোবাক্যে

তুমি বিদ্যা শিক্ষা কৰা''ৰ লেখীয়া ঠৰঙা ঠৰঙ' পদ্য – অন্য অৰ্থত মাত্ৰ লাইনৰ মিল থকা কথাৰ উৎপাত নাই।

'দিনৰ পাছত দিন'ৰ প্ৰথম কবিতা 'অব্যক্ত'ৰ তিনিটা স্তৱকৰ তিনটা চিত্ৰকল্পৰ মাজেৰে প্ৰকাশ কৰিছে নিৰ্মলপ্ৰভাই তেওঁৰ অনুভূতিবোৰ। জীৱনৰ কোনোবা এটা আলি কেঁকুৰিত কবি বৈ আছে। মনত বহুতো কথাৰ আউল। 'লীলাৱতী গৰ্ভৱতী মাছ' বোৰ তেওঁৰ মনোজগতত ভুমুকি মৰা মানস প্ৰেমিকৰ লীলা-খেলা। হৃদয় জুৰিত উমলি জামলি প্ৰেমিকাৰ আঙুলিত মাজে মাজে খোঁট মাৰি আকৌ গুচি যায়। ক্ষণিকৰ সেই পৰশৰ শিহৰণে জানো তেওঁৰ শৰীৰী অশৰীৰী অভীপ্সা পূৰণ কৰিব পাৰিব? তেওঁৰ মনৰ কথাবোৰ সৰু সুৰা জান-জুৰি। তেওঁৰ প্ৰশ্নৰ উত্তৰ তেওঁ নেপালে। উত্তৰ নোপোৱাৰ বিষণ্ণ বেদনাৰ কথা তেওঁ কৈছে। বিষ্ণু দে'ৰ "নাম ৰেখেছি কোমল গান্ধাৰ"'ৰ 'বহুবড়ৰা', 'অক্টোবৰ দিনগুলি', 'প্ৰখৰ শান্তি খৰ উজ্জ্বল' আদি কবিতাৰ প্ৰকৰণৰ বা শৈলীৰ অন্যতম লক্ষণ – পদবিন্যাসত, (Semantic disturbance) বিশৃঙ্খলা এওঁৰ বহুতো কবিতাত দেখোঁ। এনে উদাহৰণ 'অব্যক্ত'ৰ

'নিমাওমাও
জয়াল সন্ধিয়া
এবুকু।'

'অন্ধকাৰ'ত কবি জীৱনৰ অৰ্থ, অস্তিত্ব, অৱস্থিতি সম্পৰ্কে চিন্তান্বিত। নিৰ্মলপ্ৰভাই উপলব্ধি কৰিছে :

– "কেৱল জানো যে মই ইয়াতেই
এইখিনিতেই এদিন আছিলোঁ –
এইবোৰ শিল, ধূলি, বাঘঢকা, ফুটুকাৰ ফুলে
মেলাহিকে ছাটি যোৱা বনৰ মাজত।"

এয়া যেন ৱৰ্ডচৱৰ্থৰ 'লুচী' কবিতা লানিৰ শেষৰ স্তৱকৰ অনুভূতিৰ অনুৰণন নিৰ্মলপ্ৰভা ব্যঞ্জনাত।

এওঁৰ কাব্যিক উপস্থাপনাৰ মৌলিকতা দেখোঁ 'ৰাতিৰ বাঁহী'ৰ দৰে কবিতাত। যিটো সাধাৰণতে সকলোৰে গ্ৰহণযোগ্য, নিৰ্মলপ্ৰভাৰ প্ৰকাশ তাৰ বিপৰীতধৰ্মী। কবিৰ টোপনি আহে কৰ্মব্যস্ততাত – দিনত। জাগি থাকে ৰাতি – যেতিয়া চকু মুদে। প্ৰকৃতাৰ্থত অৱচেতন বা অচেতন অৱস্থাতহে তেওঁৰ চেতনা জাগ্ৰত হৈ থাকে যেতিয়া তেওঁ তেওঁৰ প্ৰেমাস্পদৰ কৰুণ বাঁহীৰ সুৰ শুনে। এনেধৰণৰ অনুভূতিৰ প্ৰতিধ্বনি শুনিবলৈ পাওঁ সুধীন্দ্ৰ নাথ দত্তৰ 'অৰ্কেষ্ট্ৰা'ৰ এটা কলিত :

"আৰম্ভিল নিঃসংগ বাশৰী।"

কবিৰ আশাই পূৰ্ণতা নাপায়। 'শূন্য লগ্ন'ত প্ৰেমিকৰ প্ৰতিদান ভিক্ষাৰীৰ দৰে বিচাৰিছে। জীৱনৰ পঞ্চম অংকৰ যৱনিকা পতনলৈ বেছি পৰ নাই। পোৱাৰো আশা নাই।

"বাটৰ কাষৰ আমন-জিমন মগনীয়াৰ দৰে
দিনবোৰৰ হাতলৈ মুখলৈ চাইছোঁ।
বেলি পাটত বহিল
সন্ধিয়ালৈ বেচি পৰ নাই।"

এনেধৰণৰ কৰুণা কোমল অনুভূতি ৰূপায়ণৰ চিত্ৰকল্পই পাঠকৰ অন্তৰ নপৰশাকৈ কেতিয়াও নেথাকে। তেওঁৰ জীৱনৰ গ্ৰন্থি বন্ধনৰ লগ্ন শূন্য হৈ থাকে। এয়াই নিৰ্মলপ্ৰভাৰ বুকুৰ কাপোৰৰ তলত ছাই; এয়াই তেওঁৰ বুকুৰ চুলি যেন সাঁকোডালৰ দুখৰ পাহাৰ; এয়া বালিত পোত গৈ থকা নৈখনৰ বিননি। অন্তৰৰ নিভৃততম প্ৰান্তত থকা কৰুণা সিক্ত অনুভূতিৰ কি যে অপৰূপ অভিনৱ অনিন্দ্যসুন্দৰ অভিব্যঞ্জনা!

জীৱনৰ তিতা কেহা অভিজ্ঞতাৰে জৰ্জৰিত হোৱা নিৰ্মলপ্ৰভাৰ

"মূৰত ভাগি পৰিছে আকাশ
বুকু দি পৰিছোঁ শিলত
গুহাৰ মাজত টিঙিৰি জ্বলিছিল
শিলৰ বুকুত শিল ..."

এই 'সংঘৰ্ষণ'ৰ স্ফুলিংগতেই নিৰ্মলপ্ৰভাৰ নৱ-জন্ম হ'ল। এয়া যেন বুদ্ধদেৱ বসুৰ "নতুন পাতা"ৰ 'নতুন দিন'ৰ কথা ঃ

"আৰ আমাৰ মধ্যে কী যেন ভেঙে যাচ্চে
পাথৰ যেমন ভেঙে যায়,
পৃথিবীৰ অন্তৰ্লীন ভীষণ আগুণেৰ চাপে
আৰ আমাৰ মধ্যে কী যেন গ'ড়ে উঠছে জ'মে উঠছে।"
এ কী আশ্চৰ্য মৃত্যু!
এ কী আশ্চৰ্য নতুন জন্ম!"

নিৰ্মলপ্ৰভাৰ বিপদ নিজকে লৈ – নিজৰ মনটোক লৈ। তেওঁ যেন নিজে এজোপা ঠৰঙা গছ। ঘৰ বুৰাৰ পাছতো ব'দ বিচৰা, মৃত্যুৰ পিছতো নতুন জীৱন বিচৰা মানুহ গৰাকীয়েই হ'ল নিৰ্মলপ্ৰভা – যি ধ্বংসস্তূপৰ মাজৰ পৰা, জৰাজীৰ্ণ অৱস্থাৰ পৰা, নিজকে নিজেই উদ্ধাৰ কৰি, নিজকেই পুনৰ প্ৰতিস্থা কৰিলে। নিজৰ অক্লান্ত সাধনা, অধ্যৱসায় আৰু দৃঢ় প্ৰতিজ্ঞা আৰু সংকল্পৰ দ্বাৰা। শশীকান্ত গগৈ, কালীপ্ৰসাদ বৰা, ভৱপ্ৰসাদ ৰাজখোৱা, যতীন দুৱৰাৰ দৰেই নিৰ্মলপ্ৰভায়ো অতীতৰ কথা পাহৰিব নোৱাৰে। সোঁৱৰণি সোণসনা কথাবোৰে

এওঁকো ব্যাকুল কৰি তোলে। তাৰেই ৰূপায়ণ দেখো অনন্যসুন্দৰ চিত্ৰকল্পৰ মাধ্যমত তেওঁৰ 'স্মৃতি'ত। তেওঁৰ মানস প্ৰেমিকৰ লগত তেওঁৰ সম্পৰ্ক ইমান নিবিড় যে তেওঁ সকলোতে মাত্ৰ তেওঁৰ আৰাধ্যজনকহে দেখে। দুয়ো অভিন্নহৃদয় অভিন্ন মুখৰ। তেওঁৰ সত্তা সম্পূৰ্ণ বিলীন হৈ গৈছে তেওঁৰ আৰাধ্যজনতেই যি কথা তেওঁ সহজ-সৰল কথাৰে প্ৰকাশ কৰিছে "আয়না"ত।

জোনৰ চিত্ৰকল্প আমাৰ সাহিত্যত, বিশ্ব সাহিত্যৰ বিভিন্ন যুগত অজস্ৰ। হেম বৰুৱাই জোনজনীক কিবা বিধৱা বিধৱা যেন দেখে। কেতিয়াবা আকৌ ছ'ন্দীশিঙীয়া হয়। কেতিয়াবা বেঙুনীয়া জোনটো কাগজৰ নাও যেন হয়। কেতিয়াবা "আকাশৰ মেঘৰ মোহনাত/ হালধীয়া জোনটো নাওখন হৈ' যায়। মহেন্দ্ৰ বৰাই এইমাত্ৰ বাথৰুমৰ পৰা ওলাই অহা ছোৱালী যেন দেখে। বীৰেশ্বৰ বৰুৱাৰ জোনটো চিলঙৰ পিক-বাংলাৰ আলহী হয়। টি. ই. হুমে আকৌ জোনটোক ৰঙামুৰা হালোৱা যেন দেখে। নিৰ্মলপ্ৰভাই আকৌ সুমথিৰা টেঙাৰ দৰে জোনটোক চুহি চুহি খায় আৰু কয় ঃ

"মোৰ গাৰ পৰা/ সৰি পৰিছে/ ৰূপালী জোনাক/ জিৰজিৰকৈ"

এই ৰূপালী জোনাক – জীৱনৰ জোনাক – যৌৱনৰ জোনাক, বয়সে বিভ্ৰান্ত কৰা মতলীয়া মনৰ জোনাক।

অতীত ৰোমন্থনৰ প্ৰীতিয়ে আকুল কৰা কবিয়ে একো একোটা স্মৰণীয় মুহূৰ্ত তেওঁ ধৰি ৰাখিছে

– "কপৌৰ ৰুশত ৰ লাগি মোৰ ল'ৰালি
মোৰ যৌৱন
পাক ঘূৰণি খাই খাই
ওলমি ৰোৱা শুকান বতাহত।" (কৰুণ প্ৰহৰ)

অতীতৰ মোহে অনা সাৰেঙ চৰাইৰ মাতত কবিয়ে তেওঁৰ জীৱনৰে কোনোবা এটা বিৰহৰ বেদনাই আক্ৰান্ত কৰা সময়ৰ জয়জয়ন্তী বিননি শুনে। 'বিহু'ৰ ওপৰত লিখা একে শীৰ্ষক তিনিটা কবিতা আৰু 'বহাগ'ৰ ওপৰত লিখা চাৰিটা কবিতা – সুন্দৰ সুন্দৰ, অভিনৱ চিত্ৰকল্পৰ অপূৰ্ব সমাহাৰ'। কবিতাবোৰ জাপানী, কবিতাৰ নমুনাত 'এক ডজন কবিতা', 'আধা ডজন কবিতা'ৰ দৰে। বৰ্ণনাবোৰত নৱম শতিকাৰ চীনা কবি ল য়েন ৰ 'গৰখীয়া' অথবা ত্ৰয়োদশ শতিকাৰ চেন পিয়েৰ 'বসন্তৰ বতাহ'ৰ ধৰণৰ কবিতাৰ গ্ৰামীণ পৰিবেশ। কেশৱ মহন্তই আকৌ সেই এক বহাগকে 'উৰুঙা উৰুঙা নেপাওঁ মই সুৰুঙা'ত এক নতুন শৈলীৰে লিখিছে। 'বহাগ'ৰ বৰ্ণনাৰ ক্ষেত্ৰত নিৰ্মল প্ৰভাৰ ৰূপায়ণ সংক্ষিপ্ত – মহন্তৰ বিস্তৃত। কিন্তু দুয়োৰেই আকৰ্ষণ বেলেগ বেলেগ ধৰণৰ।

তেওঁৰ 'অন্তৰংগ'ৰ ২৮ টা কবিতাৰ প্ৰথম দুটা কবিতা কাদম্বৰী শৈলীত

লিখা জাপানী আৰ্হিৰ অনন্য সুন্দৰ কবিতাৰ অভিব্যঞ্জনা। 'সংজ্ঞা প্ৰেম' আৰু 'প্ৰেমৰ সংজ্ঞা'ত, নিৰ্মলপ্ৰভাই এইবাৰ দেহজ প্ৰেমৰ কথা কৈছে বুদ্ধদেৱ বসু আৰু অচিন্ত্য কুমাৰ সেনগুপ্তৰ দৰে অভিনৱ চিত্ৰকল্পৰ মাধ্যমেৰে ঃ

"কিজানি তেতিয়াই সোমাই পৰেহি বিশাল নীলা আকাশখন ফুলৰ পাহিটোত। খহি পৰে অন্ধকাৰ ভৰিৰ তলুৱালৈ। গৰ্ভলৈ গৰ্বেৰে যায় বিদ্যুৎ। ছাই হয় জংঘা স্তন শৰীৰৰ সৰু খেৰী ঘৰ।"

এয়া যেন অচিন্ত্য কুমাৰ সেনগুপ্তৰ আনন্দৰ কথা। প্ৰেমানন্দৰ কথা। পূৰ্ণানন্দৰ কথা ঃ

"যে আনন্দে সতেজ প্ৰফুল্ল নৰ দম্ভদীপ্ত নিৰ্ভীক বৰ্ব্বৰ
ব্যাকুল বাহুৰ বন্ধে কুন্দকান্তি সুন্দৰীকে কৰেছে জৰ্জ্জৰ
যে আনন্দে বিন্দু বিন্দু ৰক্তপাতে গড়েছে সন্তান
গাব সেই আনন্দেৰ গান।'

এয়া যেন বুদ্ধদেৱ বসুৰ "পৃথিৱীৰ পথে"ৰ 'পাপী'ৰ উক্তি ঃ

"এই দেহ-ধূপ দহি উঠিয়াছে কামনাৰ ধুম;
তাহাৰি সুগন্ধে মোৰ স্নায়ুতন্ত্ৰী শিহৰিত।
সেই মোৰ কলংক কুংকুম।"

দেহজ প্ৰেমৰ তাড়নাৰ এয়া অনিন্দ্য সুন্দৰ উপলব্ধি — যাৰ মৰ্ম মনেৰেহে ক'ৰিব পাৰি। এয়া দেহজ কামনা আৰু শৰীৰী প্ৰেমৰ বন্দনাৰ প্ৰথম স্তৱক। নিৰ্মলপ্ৰভাৰ উপলব্ধিৰ এই প্ৰেমতেই দেহাতীত প্ৰেমৰ বীজ নিহিত হৈ আছে — যি প্ৰেম প্ৰথমতে বুদ্ধদেৱ বসুৰ প্ৰেমৰ দৰেই 'বিবসন, বিশুদ্ধ, জান্তৱ'। ওপৰত উল্লেখ কৰা কবিতাৰ স্তৱকত কোনো যুক্তি-গ্ৰথিত সম্পৰ্ক নাই। আছে আবেগ জড়িত স্নায়বিক আৰু মানসিক অনুৰাগ বা অনুক্ৰম। এনে ধৰণৰ কবিতাত তেওঁৰ অগ্ৰজ কবিসকলৰ বহুল ব্যৱহাৰত একঘেঁয়ে হৈ যোৱা উপমা অথবা প্ৰতীকৰ অৱস্থিতি নেদেখোঁ। আৰু এনে কবিতাৰ ৰস মনেৰেহে আস্বাদন কৰিব পাৰি। এওঁ ব্যৱহাৰ কৰা প্ৰতীকবোৰ প্ৰথম দৃষ্টিত সৰ্বজনবোধ্য নহয়। এয়া যেন ৰবীন্দ্ৰনাথে 'সৃষ্টি'ত কোৱা কথাকেই তেওঁৰ লিখনিৰে নিৰ্মলপ্ৰভাই প্ৰতিপন্ন কৰিব খুজিছে ঃ

— "ৰূপৰ দ্বাৰাই অৰূপৰ প্ৰকাশ কৰা, অৰূপৰ দ্বাৰা ৰূপক আচ্ছন্ন কৰি দেখা।"

(সাহিত্যেৰ পথে)

'আগমনি'ৰ কুলিৰ মাতে বসন্তৰ আগমনৰ ইংগিত দিয়া দৰে, প্ৰেমিকৰ আগমনত প্ৰেমিকাৰ মনৰ অন্ধকাৰ আঁতৰি পোহৰ হোৱা কথা প্ৰকাশ কৰিছে মাত্ৰ দুটা সৰু স্তৱকত।

নিৰ্মলপ্ৰভাৰ কবিতাত ফ্ৰয়দীয় চিন্তাধাৰাৰ প্ৰকাশো দেখোঁ তেওঁৰ মন পৰশা চিত্ৰকল্পৰ যোগেদি উপস্থাপন কৰা অৱদমিত মনৰ চঞ্চলতাৰ কথাত :

– "মোৰ খিড়িকিবোৰ জপাই দিয়া
বহাগ আহিছে
মোৰ দুৱাৰ জপাই দিয়া
বহাগ আহিছে।
শিলৰ গুহাত মই বন্দী
যাম ক'লৈ?"

এনেধৰণৰ কবিতাত প্ৰেম সম্পৰ্কীয় ৰোমাণ্টিক বিলাসৰ অতীন্দ্ৰিয়তাৰ আদৰ্শ দেখা নাপাওঁ। তাত আছে লিবিড' বা কামশক্তিৰ ক্ৰমিক উত্তৰণ বা অগ্ৰগতিৰ বিন্যাস। শ্যেলী-ৰবীন্দ্ৰনাথৰ অশৰীৰী প্ৰেমৰ কল্পনাৰ ইন্দ্ৰজাল নাই। তেওঁৰ আবেগৰ জোঁৱাৰত প্ৰেমিকৰ চকুৰ নীলাৰ গভীৰতাৰ উপলব্ধি তেওঁ কৰে, অসীম নীলিমাৰ তুলনাত্মক অভিব্যঞ্জনাত। এয়া নিৰ্মল প্ৰভাৰ কল্পনাত কালিদাসৰ 'মেঘদূত'ৰ নৱতম ৰূপ :

"হালধীয়া সৰিয়হ ফুল ডৰাত
আকাশখন উবুৰি খাই পৰিছে
মোৰ এনে লাগিছে
পাটমাদৈ চৰাইটোৰ ঠোঁটত
এখন নীলা চিঠি ..."

প্ৰেমৰ ব্যাখ্যা বা সংজ্ঞা পৃথিৱীৰ বহুতো সাহিত্যত বহুতো আছে। প্ৰেম যেনেকৈ বিচিত্ৰ, সংজ্ঞাও বিচিত্ৰ। নানাৰঙী। নিৰ্মলপ্ৰভাৰ দহটা শব্দৰ সংজ্ঞাটোকেই মই সৰ্বোত্তম বুলি ভাবো। এয়া মোৰ কথাহে :

– "মৰম এক
প্ৰকাশৰ খেলা
মুখেৰে নক'ৰা
প্ৰেমত পৰিছোঁ।
দেখুৱাবা :
কেনেকৈ।"

'আটাইবোৰ আয়নাতে', 'এপাহ হাঁহি', 'মুগ্ধ প্ৰহৰ', 'আহত লগ্ন', 'ঠুনুকা কথা', 'ইমানেই' আদি কবিতাবোৰ জাপানী আৰ্হিত লিখা কবিতা। প্ৰত্যেকটো কবিতাই প্ৰেমৰেই বিভিন্ন অনুভূতিৰ বিচিত্ৰ প্ৰকাশ। 'অন্তৰংগ'ৰ মৌলিক চিত্ৰকল্পবোৰে মনলৈ বহুতো অপ্ৰকাশ বেদনাৰ ভূইকঁপৰ জোকাৰণি আনে। তেওঁ প্ৰেমিকৰ চিন্তাত ইমানেই নিমগ্ন যে তেওঁ আটাইবোৰ আয়নাতে নিজৰ প্ৰেমিককে

দেখে। 'এপাহ হাঁহি' নামৰ কবিতাটোৰ নামকৰণতেই ৰূপায়িত হোৱা কাব্যিক অনুভূতিৰ জাগৃতিয়ে পাঠকৰ মনত দোলা দি নোযোৱাকৈ নেথাকে। এই অনুভূতিৰ ব্যঞ্জনাৰ উপলব্ধিত মগজুৰ কছৰৎ কৰি মৰিব নেলাগে। ইয়াত পাণ্ডিত্যগন্ধী বোধিদ্রুমৰ বিজ্ঞাপন নাই। এইবোৰত তথাকথিত আধুনিক কবিতাৰ এলজেব্ৰা টৈনগ্ৰাফীৰ উৎপাতো নাই। আমাৰ স্বপ্নবোৰ নির্মলপ্রভাৰ ভাষাত মুগ্ধ প্ৰহৰ। "তোমাৰ নাম দিছোঁ/ স্বপ্ন/ কাৰণ তুমি/ দিনৰ হেঁপাহ/ আৰু ৰাতিৰ জীৱন।"

কবিৰ 'খজুৰাহো'ৰ 'এটা জোন ফুলিছে/ জোন হৈ/ হিমানী মায়াত'; 'আহত লগ্ন'ৰ 'তোমাৰ মুখত/ বিষণ্ণ ভাবৰ দেখি/ মোৰ পোহনীয়া মইনাটো নিমাও মাও' আৰু প্ৰেমিক প্ৰেমিকাৰ বিৰহ-বিচ্ছেদৰ পৰিণতিৰ কথা ক'বলৈ যাওঁতে কোৱা –

"বুকুৰ মাজৰ ঘৰ দুৱাৰ ভাগিবলে'
বৰ বেছি সময় নেলাগে
ইচ্ছা অনিচ্ছাৰ বতাহতে কপি থাকে
আমাৰ নদীৰ পাৰৰ
জুপুৰী।

– এইবিলাক চিত্ৰকল্প, উপমা, প্ৰতীকৰ আকৰ্ষণ পাঠকৰ কাৰণে অতি তীব্ৰ। পাঠকক চুম্বকৰ দৰে এনেকৈ টানি নিয়াৰ কৃতিত্ব নির্মলপ্রভাৰ মোহন কল্পনা আৰু উপস্থাপনাৰ অনন্য সুন্দৰ শৈলীৰ।

এওঁৰ কবিতাবোৰ পঢ়ি মোৰ ধাৰণা হয় তেওঁ যেন ভাবে যে অভিজ্ঞতাৰ কাব্যিক ৰূপায়ণে পূৰ্ণতা পায় যেতিয়া তেওঁ অনন্যসুন্দৰ চিত্ৰকল্পৰ মাধ্যমেৰে তাক প্ৰকাশ কৰিব পাৰে। এয়া মোৰো ব্যক্তিগত ভাব। ধাৰণা। 'অন্তৰংগ'ৰ আটাইকেইটা কবিতাতে মই এনে প্ৰকাশৰে কৃতিত্ব দেখোঁ। শব্দৰ বিমূৰ্ত ৰূপত কাব্যিক অনুভূতিৰ সম্পূৰ্ণ প্ৰকাশ তেতিয়াহে সম্ভৱ হয় – যেতিয়া তেওঁৰ শব্দবোৰৰ চিত্ৰিত মূৰ্তিত প্ৰাণ প্ৰতিষ্ঠা হয়।

কবিতাবোৰৰ 'বৈদেহী বেদনা', 'ভাষা মূক হৈ যোৱা মুখৰতা', 'বাৰিষাৰ কদম'ৰ প্ৰফুল্লিত প্ৰেম আৰু অশ্ৰুক্লান্ত বিৰহৰ বৰষুণ' এইবোৰ মনত দাগ থৈ যোৱা খণ্ড বাক্য। অপূৰ্ব অনন্য অনিন্দ্য সুন্দৰ। নির্মলপ্রভাৰ 'অন্তৰংগ'ৰ আলাপৰ বিষয়ে মই যিখিনি ভৱা কথা কৈ আহিলোঁ – সেয়া অসম্পূৰ্ণ হৈ ৰ'ব যদিহে মই কিতাপখনৰ অভাৱনীয়ভাৱে অনুপম 'উৎসৰ্গ' কথা উল্লেখ নকৰোঁ। সকলো লেখকেই তেওঁলোকৰ ৰচিত বা সম্পাদিত গ্ৰন্থ কাৰোবাৰ নহয় কাৰোবাৰ নামত উছৰ্গা কৰেই। এইটো এটা পৰম্পৰা। এওঁৰ 'অন্তৰংগ'খনৰ উৎসৰ্গৰ একমাত্ৰ কথাষাৰেই এটা অমৰ কবিতা – যদি ৰসাত্মক বাক্যকেই কাব্য বা কবিতা বুলি ধৰা হয়। এয়া চক ঃ

– 'উৎসৰ্গ
এখন আকাশলৈ
এখন নদীৰ পৰা –

এই নিখিল ব্ৰহ্মাণ্ডৰে ক্ষুদ্ৰাতিক্ষুদ্ৰ এটি জীৱাত্মাৰেই মানৱীয় সত্তা হ'ল নিৰ্মলপ্ৰভা বৰদলৈ। এই জীৱাত্মা পৰম ব্ৰহ্মৰেই অসীম অনন্ত সত্তাৰেই এটি অংশ। বিশ্ব ব্ৰহ্মাণ্ডৰ এটি ক্ষুদ্ৰ স্থান পৃথিৱীৰেই এক ক্ষুদ্ৰ বিন্দু সাময়িকভাৱে পৰম ব্ৰহ্মৰ বিৰাট সত্তাৰ পৰা বিচ্ছিন্ন হলেও সেই ক্ষুদ্ৰ অংশই সদায়েই পুনৰ পৰমব্ৰহ্মত লীন হ'বলৈ বিচৰা আৰু নদীয়ে সাগৰ অভিমুখে সাগৰ বিচাৰি কৰা অবিৰত যাত্ৰা; সাগৰ সংগমৰ পাছত পুনৰ বায়ৱীয় ৰূপত আকাশমাৰ্গলৈ যোৱা – এয়া বৈজ্ঞানিক সত্য আৰু হিন্দু দৰ্শনৰো আত্মাৰ পৰমাত্মাৰ সৈতে মিলনৰ আকাংক্ষা আৰু ইহলোকৰ পিছত পৰমাত্মাৰ সৈতে মিলনৰো শাস্ত্ৰোক্ত কথা। 'অন্তৰংগ'ত নিৰ্মলপ্ৰভাই নিজকে নদী ৰূপত আকাশৰ ওচৰত আত্মসমৰ্পণ কৰা কথাই হ'ল নিৰ্মলপ্ৰভাৰ সংঘাতপূৰ্ণ জীৱনৰ দৰ্শন। সাগৰ সংগমত পাৰ্থিৱ আকাংক্ষাৰ পূৰ্ণানন্দ প্ৰাপ্তিৰ পিছতেই আছে জীৱন-তৃষ্ণাৰ পৰিশোধিত ৰূপৰ ব্যঞ্জনা। নিৰ্মলপ্ৰভা এতিয়া ব্যক্তি প্ৰেমৰ শৰীৰী গণ্ডীৰ ঊৰ্দ্ধত। মীৰাবাঈৰ দৰে কাম শক্তিৰ পৰিশোধন (Sublimation)ৰ পিছত তেওঁ পৰমব্ৰহ্মৰ সৈতে পুনৰ মিলনৰ আকাংক্ষাত উদ্বাউল। 'সুদীৰ্ঘ দিন আৰু ঋতু' সংকলনটিৰ কাৰণে তেওঁক ১৯৮৩ চনতে সাহিত্য অকাডেমীয়ে পুৰস্কৃত কৰিছিল। তাৰ 'বাট চ'ৰা'ৰ কবিতাটো পঢ়োঁতে মোৰ কবিতাটোৰ আংগিকৰ ক্ষেত্ৰত উইলিয়াম কাৰলচ উইলিয়ামছৰ (William Carlos Williams) 'হুইলবেৰ', (Wheelbarrow), ই. ই. কামিঙছৰ (E. E. Cummings) 'ইন জাষ্ট স্প্ৰিং', (In just spring) 'বাফেল', (Baffalo) হাৰ্ট ক্ৰেন (Hart crane)ৰ কাটি ছাৰ্ক আৰু অমিয় চক্ৰৱৰ্তীৰ 'অভিজ্ঞান বসন্ত'ৰ 'সৌখীন ভ্ৰমণ' 'অভিজ্ঞান' শীৰ্ষক কবিতাবোৰলৈ মনত পৰিছিল। কবিয়ে তেওঁৰ জীৱনৰ সপোনবোৰ বাটচ'ৰাতেই শেষ হোৱাৰ কথা কৈছে। এয়া যেন তেওঁৰেই আত্ম-অন্বেষণৰ কাহিনী। কেশৱ মহন্ত, আৰু অমিয় চক্ৰৱৰ্তীৰ দৰেই কবিতাটোত পুনৰুক্তিৰ 'কংকাৱতী' পয়োভৰ। অমিয় চক্ৰৱৰ্তীৰ কবিতাবোৰৰ দৰে এনে কবিতা ইমপ্ৰেছনিষ্ট ধৰ্মৰ। সৰু সৰু ছবি, অসম্পূৰ্ণ বাক্য, অনুচ্চাৰিত বা অকথিত যোগসূত্ৰ আৰু অস্পষ্ট আভাস – এয়া গোটেই সংকলনখনিৰ কবিতাখানিৰ ক্ষেত্ৰত নিৰ্মলপ্ৰভাই দক্ষতাৰে প্ৰয়োগ কৰা দেখোঁ। এওঁৰ কবিতাৰ অন্য এক বৈশিষ্ট্য হ'ল প্ৰচ্ছন্নতা। দেখাত সৰল। কিন্তু সেই সৰলতাতেই জটিলতা সন্নিবিষ্ট হৈ থাকে। মিতব্যয়িতা, উল্লম্ফন, শব্দাৰ্থতত্ত্বৰ বিপৰ্য্যয়, কথোপকথনৰ ৰীতিৰ মিশ্ৰণ – ৰচনাত এইবোৰৰ বিচিত্ৰ ব্যৱহাৰ দেখো অমিয় চক্ৰৱৰ্তীৰ কবিতাৰ দৰেই। একে পদ্ধতিকে তেওঁ 'সমুদ্ৰ শংখ', 'অভিষেক' – (ঋক মন্ত্ৰ)ৰ 'সৰ্বস্ব' কবিতাতো প্ৰয়োগ কৰিছে।

'কবি' শীর্ষক কবিতাটো সেই উইলিয়াম কাৰলছ উইলিয়ামছৰ (১৮৮৩-১৯৬৩)ৰ 'পৰট্ৰেইট অব এ লেডী' অথবা ফিলিপ লাৰকিনৰ 'দেজ'ৰ দৰে কবিতাৰ শৈলীৰ। এই কবিতাটো পঢ়োঁতে মোৰ দেৱকান্ত বৰুৱাৰ,

"মই কবি
আকৌ সেই সুন্দৰৰ ছয়াময়া ছবি
ভাষাৰ তুলিৰে
সৃষ্টি কৰোঁ অমৃতৰ অপূর্ব মূৰতি
ছন্দৰ ৰহণ সানি
ধৰাৰ ধূলিৰে।" (সুন্দৰ)

আৰু কালীপ্ৰসাদ বৰাৰ 'মোৰ কবিতা'ৰ

'কবিতা নহয় মোৰ ফাগুনে জ্বলাই যোৱা
গাভৰু বুকুৰ অগনি

নহয় সুবাস মনা, সমীৰৰ মৃদু বা জুৰ কৰি যোৱা হিয়াখনি।" — স্তৱক দুটালৈ মনত পৰিছিল। নির্মলপ্ৰভাই 'কবি'ত কবি কি, কোন আৰু কবিয়ে কি কৰে, তাৰে ব্যাখ্যা দাঙি ধৰিছে। বৈশিষ্ট্য এযেই যে কবিতাটোৰ সৰু সৰু তিনিটা স্তৱকৰ সহজ সৰল চিত্ৰকল্পত এলজেব্ৰাৰ আধিপত্য নাই।

'মর্মবেদনা'ত সামগ্রিক চৈতন্য প্রতিভাত হৈছে। 'জন্মতে মানুহ মুক্ত' — এয়া ৰুছোৰ বিখ্যাত উক্তিয়েই কবিতাটোৰ শেষৰ লাইন।

— "আমি দীন, কৰুণ
মানুহৰ পৃথিৱীত
বন্দী পৰিস্থিতিৰ
পোতাশালত।
জন্মতে মানুহ
মুক্ত।"

'এনেকৈয়ে' কবিতাটোত সেই একে চৈতন্যৰ প্রকাশ

"এনেকৈয়ে দিন পাৰ হয়
অ'ত ত'ত ধৰি
থিয় হৈ
ভগা দলঙত গৈ।"

'এটা এটাকৈ' কবিতাটোও সেই এটা দুটা শব্দৰ আংগিকৰ ৮ লাইনৰ। ইয়াত কবিয়ে বুদ্ধদেৱ বসুৰ "দময়ন্তী"ৰ 'কার্তিক' আৰু "কংকাবতী"ৰ 'কখনো'ৰ দৰে সমাসোক্তি অলংকাৰৰ সার্থক প্রয়োগ কৰিছে। 'নিজান বাঁহীৰ সুৰ'ত পাৰ্বতি প্ৰসাদ বৰুৱাৰ 'ভঙা টোকাৰীৰ সুৰ'ৰ অনুৰণন শুনো। 'ব্যর্থ প্রহৰ' 'অন্ধকাৰত',

'শূন্যতাৰ স্বাদ', 'ভয়ংকৰ সোঁত' আদি কবিতাবোৰত টি, এছ্ এলিয়টৰ 'কৰাছেজ ফ্ৰম দি ৰক', বিষ্ণু দেৰ 'অবিচ্ছিন্ন কাব্য', বুদ্ধদেৱ বসুৰ 'কংকাৱতী'ৰ বহুতো কবিতাৰ দৰেই সাধাৰণ খণ্ডবাক্য বা শব্দৰ পুনৰোক্তি, দ্বিৰুক্তিৰ দ্বাৰা সাংগীতিক লহৰৰ সৃষ্টি কৰিছে। এই সন্দৰ্ভত আমাৰ কেশৱ মহন্তৰ 'দিশ ধৱলী বৰণ'ৰ বহুতো কবিতা স্মৰ্তব্য।

'ভয়ংকৰ সোঁত', 'বৈ বৈ গ'ল', 'চাৰিওফালে ৰঙা' এই কবিতাবোৰ নীলমণি ফুকনৰ কিছুমান কবিতাৰ দৰে। মই অৱশ্যে নেজানো নীলমণি আগ নে নিৰ্মলপ্ৰভা আগ। অমিয় চক্ৰৱৰ্তীৰ দৰে নিৰ্মলপ্ৰভাই তেওঁৰ কবিতাত একো একোটা চিত্ৰকল্প – বিপৰীতধৰ্মী হ'লেও – লগালগিকৈ ৰাখি পাঠকৰ মনোজগতত অভাবনীয় ধাৰণাৰ সৃষ্টি কৰে। প্ৰকৃতিৰ বিভিন্ন ঋতুত – বিচিত্ৰ ৰূপৰ সমাহাৰ ঘটাবলৈ চিত্ৰকাৰে যেনেকৈ বিভিন্ন ধৰণৰ ৰঙৰ বা তুলিকাৰ আঁক-বাকৰ ওচৰা-উচৰিকৈ উপস্থাপনা কৰে, নিৰ্মলপ্ৰভাই তেওঁৰ কবিমানসত প্ৰতিবিম্বিত হোৱা প্ৰকৃতিৰ বিভিন্নৰূপৰ উপস্থাপনাত বিচিত্ৰ বিৰোধী অনুভূতি ৰাশি লগা-লগিকৈ ৰাখে। মহেন্দ্ৰ বৰা আৰু হৰি বৰকাকতিয়েও তেনে কৰে। বহুতো শব্দ বা বাক্যাংশ ইটোৰ পিছত সিটো সজাই বহুতো অনুভূতিক এটা ফুলৰ কুকিৰ দৰে দাঙি ধৰে। তেওঁৰ 'প্ৰতিচ্ছবি', 'শৰৎ নেকি', 'অন্তৰ্ৰাস্তৱ', 'কাঁইটৰ প্ৰহৰ', 'অকস্মাৎ' – এই কবিতাবোৰ পঢ়িলে মোৰ কথাখিনি অনুধাৱন কৰিব পাৰিব। 'কাউৰীৰ পাখিয়ে আকাশত দাগ নকটা', 'ৰাতিৰ অন্য নাম হিৰন্ময় সূৰ্য্যৰ মখমল পথ' – এনেবোৰ খণ্ডবাক্যই আনৰ মনত দাগ কাটনে নাই নেজানো – মোৰ মনত হ'লে কাটিছে। কিছুমান কবিতাত একোটা শব্দ তেওঁ উহ্য ৰাখে। নকয়। পাঠকক সেই অনুক্ত কথাখিনি পূৰাই ল'বলৈ বাধ্য কৰায়। 'মোৰ তেজত' তেনে ধৰণৰ এটা কবিতা। বাৰ লাইনৰ কবিতাটোৰ শেষ স্তৱক 'এতিয়া মোৰ ভৱিষ্যত' বাক্যাংশত 'তেজত' শব্দটো বাদ দিছে ইচ্ছাকৃতভাৱে শৈলীৰ কাৰণে। প্ৰতিচ্ছবি কবিতাটোত শেষ শব্দটো কবিয়ে দিয়া নাই সেই একে উদ্দেশ্যেৰেই।

'শুভবাৰ্তা'ত এওঁৰ সংঘাতপূৰ্ণ জীৱনৰ আশাবাদী মনৰ পৰিচয় পাওঁ। নতুন প্ৰজন্মক হতাশাগ্ৰস্ত নহ'বলৈ তেওঁ কৈছে ঃ

– "নাকান্দিবা ...
অন্ধকাৰ
কেৱল এক
আৱৰণ ...
এই শুভবাৰ্ত্তা
প্ৰতিখন হাতৰ তলুৱাত।

'ঐক্যতান'তো অন্যায়ৰ প্ৰতিবাদ কৰা কবিৰ বজ্ৰসংকল্পৰ কথা শুনো। সেই একে প্ৰত্যাশা ধ্বনিত হৈছে 'ৰূপান্তৰ', 'উৎস' আদি কবিতাত ঃ

—'তুমি/ মোৰ/ পাছত/ থাকা/ হয়/ মই/ এনেকৈয়ে ক'ম/ অন্ধকাৰক/ চিৰদিন'। কবিৰ দম্ভদীপ্ত প্ৰত্যাহ্বান শুনোঁ 'মই আছোঁৰ' দৰে কবিতাত। তেইশটা শব্দৰ এই কবিতাটোত উইলিয়াম ব্লেকে (William Blake) প্ৰতি পদাৰ্থতে ভগৱানৰ অৱস্থিতি দেখাৰ দৰে নিৰ্মলপ্ৰভায়ো তাকেই যেন নতুন কথাৰে নতুন শৈলীৰে প্ৰতিপন্ন কৰিছে। তেওঁৰ 'মোৰ উক্তি' শীৰ্ষক দীঘলীয়া কবিতাটোৱে জ্যোতিপ্ৰসাদৰ 'কাঞ্চন জংঘাৰ বুৰঞ্জী', 'অসমীয়া ডেকাৰ উক্তি', 'অসমীয়া ছোৱালীৰ উক্তি', 'ন-যোৱান ই হিন্দ'-ৰ দৰে কবিতাবোৰ আৰু কাজী নজৰুল ইছলামৰ 'ভাঙাৰ গান' আৰু 'শিকল পৰাৰ গান' জাতীয় কবিতাবোৰৰ কথা মনলৈ আনে। 'মোৰ উক্তি'ত জ্যোতিপ্ৰসাদৰ কথা শৈলী আৰু সাংগীতিক লয়ৰ প্ৰভাৱ সুস্পষ্ট। 'শূন্যতাৰ স্বাদ'তো জ্যোতিপ্ৰসাদৰ সেই কাঞ্চনজংঘা-সৌন্দৰ্য্যৰ মোহন মূৰ্চ্ছনাৰ স্পন্দন। 'দ্বন্দ্ব', 'মোৰ আই', 'শ্ৰীময়ী আই' 'তুমি তোমাতেই' — এই কবিতা কেইটাত অসম আন্দোলনৰ সময়ৰ নৱপ্ৰজন্মৰ জাগৰিত উৎসাহ-উদ্দীপনাৰ ৰূপায়ণ দেখোঁ। শেষৰ কবিতাটোত জ্যোতিপ্ৰসাদৰ

"মোৰ অস্থিৰে মই ৰচিছোঁ বজ্ৰগান
প্ৰালয়িকী মোৰ জাগিছে ছন্দ, কৃতান্ত মূৰ্ত্তিমান।"

স্তৱকৰ প্ৰতিধ্বনি শুনো।

দ্বিতীয় চন্দ্ৰগুপ্তৰ ৰাজত্বকালৰ পঞ্চম শতাব্দীতেই মহাকবি কালিদাসে তেওঁৰ যৌৱনকালতে লিখা ছয় ঋতুৰ বৰ্ণনাত্মক কাব্য 'ঋতুসংহাৰ'ৰ পৰা আৰম্ভ কৰি দ্বিতীয়, অষ্টম আৰু এই শতিকাতো চীনদেশৰ কবি চাও চাওৰ 'প্ৰচণ্ড শীত', অষ্টম শতাব্দীত ৱাং ৱেই, ছাং ছিং, ছেন ছেন, কুও লিনৰ কবিতাত বৰ্ষা, শৰৎ, হেমন্ত আৰু শীত ঋতুৰ বৰ্ণনাত্মক কবিতাৰ অনুবাদিত ৰূপ দেখিছোঁ। প্ৰতিবেশী বাংলা সাহিত্যৰ ৰবীন্দ্ৰনাথ, বুদ্ধদেৱ বসু, জীৱনানন্দ দাশৰ কবিতাত বিভিন্ন ঋতু আৰু বিভিন্ন মাহৰ প্ৰাকৃতিক প্ৰতিচ্ছবি দেখিছোঁ। ইংৰাজী সাহিত্যত শোকচপীয়েৰৰ কবিতাত শীত, শ্যেলীৰ দি ক্লাউড, টু এ স্কাইলাৰ্ক, অড টু দি ৱেষ্ট উইণ্ড, কীটছৰ আটম; ৰবাৰ্ট হেৰিকৰ টু দেফদিলছ; উইলিয়াম কলিনছৰ অড টু দি ইভনিং; চিগফ্ৰিড চাচুনৰ 'ডেথবেদ'; চাৰা কলেৰিজৰ 'চিজনছ'; এলিয়টৰ 'এপ্ৰিল ইজ দি ক্ৰুৱেলেষ্ট মাহ্'; টি. ই. হুমৰ আটম, লুই মেকনিছৰ এন ইকলগ ফৰ ক্ৰীষ্টমাছ, জৰ্জ বাৰ্কাৰৰ 'চামাৰ ইভল', দাইলান টমাচৰ পয়েম ইন অক্টোবৰ, আদি উল্লেখযোগ্য। আমাৰ সাহিত্যত 'পাছে ত্ৰিনয়ন দিব্য উপবন'ৰ পিছত ৰত্নেশ্বৰ মহন্তৰ 'ছয়ঋতু', লক্ষ্মীনাথ বেজবৰুৱাৰ 'বসন্ত', ৰঘুনাথ চৌধাৰীৰ 'বহাগীৰ বিয়া, 'কেতেকী', 'গোৱাহে এবাৰ মোৰ প্ৰিয় বিহংগিনী'কে আদি কৰি কেশৱ মহন্ত, বীৰেণ বৰকটকী, বীৰেশ্বৰ বৰুৱা, অজিৎ বৰুৱা, মহেন্দ্ৰ বৰা, পাৰ্বতিপ্ৰসাদ বৰুৱা, শশীকান্ত গগৈ, অঞ্জলি বৰুৱা আৰু নতুন কবি জ্যোতি বৰুৱা চলিহাৰ 'দুপৰৰ', তোষেশ্বৰী নেওগ ফুকনৰ 'বহাগ', 'বতৰৰ কবিতা'ত ঋতু বা কোনোবা মাহৰ বৰ্ণনা দেখিছোঁ প্ৰত্যেকজন কবিৰেই স্বকীয় দৃষ্টি আৰু প্ৰকাশ ভংগিমাত।

নির্মলপ্রভা বৰদলৈৰ ঋতু বৰ্ণনাৰ প্ৰত্যেকটো মাহৰেই, কোনো কোনো ক্ষেত্ৰত একোটা মাহৰেই দুই-তিনিটা ইম্প্ৰেছন অনন্যসুন্দৰ – অভিনৱ অভিব্যঞ্জনা। প্ৰত্যেকটো ইম্প্ৰেছনে একো একোটা মনোমোহা পৰিবেশ সৃষ্টি কৰি পাঠকৰ মনত দোলা দি যাব।

এই প্ৰকৃত পৰিবেশ সৃষ্টিত নিৰ্মলপ্ৰভাৰ মৌলিক চিত্ৰকল্পবোৰৰ যি অনন্য অৱদান আৰু শোভা ব্ৰহ্ম, নীলপৱন বৰুৱা, প্ৰসেনজিৎ দুৱৰা, পুলক গগৈৰ তুলিকাই প্ৰাণৱন্ত কৰি তোলা ছবিৰ দৰেই যি আকৰ্ষণ, তাক পটিলেহে বুজিব পাৰি। ব'হাগত কেতেকী ফুলৰ গোন্ধ, ন-কুঁহিপাতৰ লগতে সেউজীয়া প্ৰকৃতিৰ বিনন্দীয়া ৰূপত সূৰ্য্যটোও সেউজীয়া। দেহমনৰ উন্মাদনাৰ কথা নিৰ্মলপ্ৰভাই ইংগিতেৰে কয়। বহাগৰ প্ৰকৃতিৰ সুকুমাৰ শোভা তেওঁ প্ৰতিভাত হোৱা দেখিছে – এটা পখিলাত – যাৰ সোণোৱালী ডেউকাত 'জিৰ জিৰ ফুলাম প্ৰহৰ'। বহাগৰ তৃতীয়-চতুৰ্থ স্তৱকৰ বৰ্ণনাতো সেই চিত্ৰকল্পৰ বিচিত্ৰ বাহাৰ। সেই একে বহাগকে কেশৱ মহন্তই দেখিছে 'ন-পানীৰ পলস'ত, 'ইফালে পেটৰ ভাত, সিফালে ঢোলৰ মাতত' আৰু ১৯৫৫ চনতে বীৰেশ্বৰ বৰুৱাই 'নিৰ্জন নাবিক'ত সেই একে বহাগৰে তিনিটা ইম্প্ৰেচন দিছিল তিনিটা অপূৰ্ব অনন্যসুন্দৰ চিত্ৰকল্পৰ মাজত থাহ খাই থকা গৰ্ভৱতী ইংগিতময়তাৰে। যতীন মিপুনৰ 'বহাগৰ চিন্তা' আজিৰ সময়ৰ বহাগৰ চিন্তা। নিৰ্মলপ্ৰভাৰ দৃষ্টি দিগন্তৰ 'ফুলাম প্ৰহৰ'ত পখিলা উৰে বীৰেশ্বৰ বৰুৱাৰ উন্মনা আকাশত :

"এজাক শৰালি উৰি যায উৰি যায
নদীৰ নিটোল বুকুত তাৰেই দীঘল ছায়া।"

সেই একে সম্মোহনী ব্যঞ্জনাৰে চাৰিটা ডাক টিকটৰ দৰে সৰু সৰু ছবিৰ জেঠৰ বৰ্ণনাই পাঠকক অভিভূত নকৰাকৈ নেথাকে কেতিয়াও। কেঁচাই খোৱা কঁঠালৰ ফুটাবোৰে এই-আহে এই-আহে জহৰ দিনৰ কথা কয়। ভৰপূৰ গাভৰুবোৰৰ চম্পাফুলীয়া মুখ, সোণাৰু-বুলীয়া হাঁহি আৰু খোপাৰ কৃষ্ণচূড়াই – (আঃ কি সাংঘাতিক সুন্দৰ!) – নিৰ্মলপ্ৰভাৰ কবিতাৰ এই খণ্ড বাক্যবোৰে মিল্টনৰ বহু কথিত কবিতাৰ 'দেফিনিছন'ৰ যথাৰ্থতা প্ৰতিপন্ন কৰে গিখিনি আমি পাওঁ কীটছ্ ৰজেটিৰ ৰূপ-ৰস-গন্ধেৰে পূৰ্ণ পৰিবেশবোৰত। নিৰ্মলপ্ৰভাৰ মনৰ দাপোণত প্ৰতিবিম্বিত হোৱা অনুভূতি ৰাশিৰ শাব্দিক প্ৰকাশতেই মই দেখোঁ বৰ্ডচৱৰ্থৰ পাৰ বাগৰি যোৱা কবিতাৰ ঝৰণাৰ বাধাহীন কল্লোলৰ প্ৰতিধ্বনি। 'গ্ৰীষ্মৰ মণ্ড'ত আৰু 'প্ৰথম বহাগৰ উপলব্ধিত থকা হৰেন্দ্ৰ কুমাৰ দত্তৰ কবিতা দুটাৰ চিত্ৰকল্পবোৰ এই সন্দৰ্ভত উল্লেখনীয় (স্বপ্ন-ছন্দ আৰু গতি) এই বৰ্ণনাবোৰত খৰিকাজাই – নাহৰ – কেতেকী- তগৰৰ অসহ্য সুন্দৰ সুবাসৰ মন প্ৰাণ মতলীয়া কৰা পৰিবেশ। 'আহাৰ'ৰ বৰ্ণনাত 'ভৰা কলহ' আৰু বশিষ্ঠৰ শিলৰ নয়ন-তৰাৰ উল্লেখেই যথেষ্ট। উনৈছ্ শতিকাৰ চীনা কবি আৰু চিত্ৰশিল্পী কুও শিনৰ 'অবিৰত বৰষুণ'ৰ চিত্ৰকল্প, পাৰ্বতি প্ৰসাদ বৰুৱাৰ 'দুকুল ডকা ঢল',

বীৰেণ বৰকটকীৰ 'মন্বন্তৰ'ৰ 'বাৰিষা আহে', বীৰেশ্বৰ বৰুৱাৰ 'বৰষুণ'ৰ 'পৰিত্যক্ত শিশুৰ নেৰানেপেৰা কান্দোন'; অঞ্জলি বৰুৱাৰ 'আকাশে ডাৱৰৰ আঁৰেদি পিছকাৰী মৰা' আৰু কেশৱ মহন্তৰ 'গুৰু-গুৰু গাজে গুৰু গুৰু – মেঘালী আকাশ বাউলী'ৰ চিত্ৰকল্প আৰু নিৰ্মলপ্ৰভাৰ শাওণৰ 'লুতুৰী-পুতুৰী ৰোৱণীজনী' আৰু হৰেন্দ্ৰ কুমাৰ দত্তৰ 'ধুমুহাৰ ছবি'খন যেন মই চকুৰ আগতে দেখি আছোঁ – মহন্তৰ বাউলী মেঘালীৰ আঁৰে আঁৰে গুৰু গুৰু গাজনি শুনা দৰে। 'ভাদ'ৰ বৰ্ণনাৰ চিত্ৰকল্প দুটাৰ হাত চাপৰি আৰু আকাশে বগা চাদৰ লৈ মূৰ দোওঁৱাৰ উল্লেখে জানো গাঁৱৰ নাম-ঘৰৰ জন্মাষ্টমী আৰু তাৰ পৰিবেশ সৃষ্টি কৰা নাই?

পাৰ্বতি প্ৰসাদ বৰুৱাৰ 'শাৰদী সন্ধিয়াৰ জোনাকী', বীৰেণ বৰকটকীৰ 'আহিনৰ কুঁৱলীৰ শুকান লুইতৰ পাৰৰ কঁহুৱা', ভূপেন হাজৰিকাৰ 'শৰত কালৰ ৰাত্ৰি' 'শাৰদী ৰাণী তোমাৰ হেনো নাম' – এই কবিতাবোৰৰ চিত্ৰকল্পসমূহ যেনেকৈ আকৰ্ষণীয় – নিৰ্মলপ্ৰভাৰ শৰতৰ ৰূশজুন গোন্ধে পাঠকক নোমোহাকৈ নেথাকে। এই সন্দৰ্ভত অষ্টম শতিকাৰ চীনা কবি চাংচিৰ 'শৰতৰ ভাৱনা' আৰু ব্যা ৰেইৰ 'শৰৎ' উল্লেখনীয়।

'আহিন' প্ৰতিফলিত হৈছে তিনিটা স্তৱকৰ মৰম লগা, ভাল লগা চিত্ৰকল্পেৰে। এই সন্দৰ্ভত কেশৱ মহন্তৰ 'খৰাং বতৰ তৰাং পানী', জীবনানন্দ দাশৰ 'পেচা মাঠেৰ গল্প – ধূসৰ পাণ্ডুলিপি', মহেন্দ্ৰ বৰাৰ 'হেমন্ত গধূলি'ৰ ৰূপায়ণ দ্ৰষ্টব্য। নিৰ্মলপ্ৰভাৰ 'কাতি'ৰ মন দাপোণৰ ছবিখন মাত্ৰ পাঁচটা শব্দত তেওঁ আঁকিছে। তাৰ চিত্ৰকল্পৰ যাদুকৰী প্ৰভাৱে – তাৰ ইংগিতময়তাৰে আপোনাক মুগ্ধ কৰিবই। এই কালছোৱা প্ৰতিফলিত কৰা জন কীটছৰ 'আটম', শেলীৰ 'অ'ড টু দি বেষ্ট উইণ্ড', কেশৱ মহন্তৰ 'এতিয়া কুঁৱলী', 'আঘোণৰ কুঁৱলী', বীৰেণ বৰকটকীৰ 'আঘোণ নহলে সোণ নাথাকে যে জীৱন ফাগুন' আৰু জীবনানন্দ দাশৰ 'বনলতা সেন'ৰ 'অঘ্ৰাণ প্ৰান্তৰে'ৰ 'অঘ্ৰাণ এসেছে আজ পৃথিবীৰ বনে' বহুৱৰ্ষী বৰ্ণনা দ্ৰষ্টব্য।

'পুহ'ৰ বৰ্ণনা তিনিটা চিত্ৰকল্পৰ। চকুৰ আগত সেই পুহমহীয়া দিনবোৰ আনি দিয়াত কবিৰ অনন্য দক্ষতা' প্ৰকাশিত হৈছে। এই সন্দৰ্ভত দ্বিতীয় শতাব্দীৰ চীনা সেনাপতি-কবি চাও-চাওৰ 'প্ৰচণ্ড শীত' আৰু হৰি বৰকাকতিৰ 'কোনোবা শীতৰ এটা বগা সন্ধিয়া'ত শীৰ্ষক কবিতাৰ তুলনাত্মক আস্বাদনে পাঠকক নিৰ্মলপ্ৰভাৰ কাব্যিক প্ৰতিভাৰ অনন্য সুন্দৰ বৈশিষ্ট্যৰ সন্মুখীন কৰাবই, এই সন্দৰ্ভত শেক্সপীয়েৰৰ 'উইণ্টাৰ হুৱেন ইচিকলছ হেং বাই ৱাল' দ্ৰষ্টব্য।

'মাঘ'ৰ বৰ্ণনাৰ নৰাৰে ভৰা পথাৰ, ম'হৰ দপদপনি আৰু কুঁৱলীৰ আবুৰত বেলিয়ে গা-ধোৱা, চিত্ৰকল্প কেইটা 'মধুৰ মনোহৰ অতীৱ সুন্দৰ'।

বসন্তৰ বৰ্ণনাত অষ্টম শতাব্দীৰ চীনা কবি ছেন শেনৰ 'বসন্তৰ বতাহ', চুইনবাৰ্ণৰ হুৱেন দি হাউন্দছ অৱ স্প্ৰিং আৰ অন উইনটাৰছ ট্ৰেছেস, টমাছ নাছৰ স্প্ৰিং, পাৰ্বতিপ্ৰসাদ বৰুৱাৰ 'আহিলি, ৰাঙলী, ৰঙালী' কেশৱ মহন্তৰ 'আনি

যে ফাগুন' 'মোৰ চ'তৰ চোতালত' আৰু অজিৎ বৰুৱাৰ 'ৰমণীয় বসন্তকালত' শীৰ্ষক কবিতাৰ –

– 'দেৱালখন
আমাৰ প্ৰিয়াৰ বগা শাৰীখনৰ দৰে শীতল
তাতে আঁউজি ওপৰলৈ চালোঁ
মূৰৰ ওপৰত অৰ্দ্ধবৃত্ত তোৰণ
তাৰ ওপৰেদি আয়তক্ষেত্ৰ আকাশ
দিনতে তাত বহুতো তৰা। ...'

আৰু নৱকান্ত বৰুৱাৰ –

"জাৰৰ ধেমালি শেষ কৰি আহিবনে পৃথিৱী
বন্ধুৰ দুৱাৰদলি অপেক্ষাৰে কৰিবা গধুৰ?"

আৰু নীলমণি ফুকনৰ –

"আহা আনি ঋতুমতী নাৰীৰ দৰেই বৰণ
কৰো বসন্তক ..."

আৰু হীৰেণ ভট্টাচাৰ্য্যৰ –

"আৰু এটি বসন্তৰ
এই এক আশ্বৰ্য্য মুহূৰ্তত
মোৰ নিশ্বাস ক্ৰমে দ্ৰুততৰ হৈছে
স্নায়ুত্ৰ চলিছে এক শাণিত অস্ত্ৰ।"

আৰু চৈদুদ্দিন আহমদৰ –

"প্ৰীতি প্ৰাণ প্ৰাচুৰ্য্যৰ
অনিন্দ্য সুন্দৰ এক বসন্তৰ বাবে
অচিনাকি ঈশ্বৰক মনে প্ৰাণে জনাবা প্ৰাৰ্থনা"ত।
শাশ্বত আকৰ্ষণৰ তীব্ৰতা অনুভৱ কৰোঁ।

উপৰোক্ত কবিসকলৰ বহুতো বিচিত্ৰ ৰূপায়ণৰ পৰিপ্ৰেক্ষিতত নিৰ্মলপ্ৰভাৰ ছয়ঋতুৰ বৰ্ণনা যদি নিৰ্মোহ আৰু নিৰপেক্ষ দৃষ্টিৰে চাওঁ, তেতিয়া হ'লে মই দ্বিধাহীন ভাবে ক'ম – ক'ব খোজোঁ – অন্ততঃ মই জনা বা পঢ়া দেশী-বিদেশী কোনো কবিয়েই ছয়ঋতুৰ এনে মনোহৰ বৰ্ণনা নিচেই কম পৰিসৰতে দিবলৈ সমৰ্থ হোৱা নাই। মহাকবি কালিদাসৰ ঋতু সংহাৰৰ ছটা সৰ্গত গ্ৰীষ্ম বৰ্ণনাত ২৮, বৰ্ষাত ২৮, শৰতত ২৬, হেমন্তত ১৮, শীতত ১৬ আৰু বসন্তত ১৬ টা শ্লোক আছে। আনহাতে নিৰ্মলপ্ৰভাই গ্ৰীষ্মত ৮ টা, বৰ্ষাত ২ টা, শৰতত ৫ টা, হেমন্তত ৪ টা, শীতত ৫ টা আৰু বসন্তত ৯ টা চিত্ৰকল্পৰ মাধ্যমত সম্পূৰ্ণ

বৰ্ণনা কৰি অসাধ্য সাধন কৰিছে। কোনো কোনো কবিৰ তুলিকাত মূৰ্তিমান হৈছে হয়তো বহাগ, নহয় আহাৰ, নহয় আঘোণ, নহয় শীত, নহয় বসন্ত, – কিন্তু নিৰ্মলপ্ৰভায়েই বোধকৰো কালিদাসৰ পিছত একমাত্ৰ কবি – যি ৰামধেনু মোহনীয়া, অনন্য সুন্দৰ অপূৰ্ব অভিনৱ চিত্ৰকল্পেৰে ছটা ঋতুক বিশ্ব বন্দিত ৰূপত আমালৈ আগবঢ়াইছে। হে কবি, তোমালৈ মোৰ সশ্ৰদ্ধ প্ৰণাম।

তেওঁৰ শেহতীয়া সংকলন 'শব্দৰ ইপাৰে শব্দৰ সিপাৰে'ত নিৰ্মলপ্ৰভাই দেৱকান্ত বৰুৱাৰ দৰেই 'কবিতাৰ কথা'ত কবি আৰু কবিতাৰ জন্মৰ কথা কৈছে, এয়া নিৰ্মলপ্ৰভা ঃ

'শব্দৰ ইপাৰে বিচিত্ৰ জগত,
শব্দৰ সিপাৰে অনিৰ্ণেয় উপলব্ধি ।
তাতেই
নিজক কেতিয়াবা পাওঁ,
কেতিয়াবা হেৰুৱাওঁ।
তাৰেই পৰিচয়
চকামকাকৈ ইয়াত।'

এয়া দেৱকান্ত বৰুৱা ঃ

"মই কবি
আঁকো সেই অচিনাকি সুন্দৰৰ ছয়াময়া ছবি
ভাষাৰ তুলিৰে
সৃষ্টি কৰোঁ অমৃতৰ অপূৰ্ব মূৰতি
ছন্দৰ ৰহণ সানি
ধৰাৰ ধূলিৰে।" (সুন্দৰ)

সংকলনখনিৰ প্ৰথম কবিতা 'সাকাৰ-নিৰাকাৰ'ত কবিয়ে পৰমাত্মাৰ লগত মিলনৰ আকুল আকাংক্ষাৰ কথা ব্যক্ত কৰিছে। গোটেই কবিতাটোত এটা আধ্যাত্মিক পৰিবেশ যাক উজলাই তুলিছে মহাপুৰুষ শংকৰদেৱৰ বৰগীতৰ এটা কলিয়ে – থাপনাৰ হেঙুল-হাইতালৰ খাপে, ৰাস-লীলাৰ নূপুৰৰ ৰুণুৰুণু ধ্বনিৰ অন্তৰালত মাজে মাজে মুৰুলীৰ মোহন মূৰ্চ্ছনাই। কবিৰ উপলব্ধিত মই সাইবাবাৰ বাণীকেই প্ৰতিধ্বনিত হোৱা দেখোঁ যেতিয়া কবিয়ে কয় ঃ

"মোৰ ৰং উৰি যায় কেনি
মোৰ ছাল উৰি যায় কেনি।
মোৰ মঙহ নোহোৱা হয় ক'ত?
মই মই হৈ নেথাকোঁ
থাপনাত ফুলা

থাপনাত জ্বলা
মই টপ্ টপ্ চকুলো।"

সেয়েহে নিৰ্মলপ্ৰভাই সম্পূৰ্ণৰূপে আত্মসমৰ্পণ কৰিছে পৰমব্ৰহ্মৰ চৰণত, যি অমিতাভ জ্ঞান – সকলো কলাৰ গুৰু – যি অসীম যি অনন্ত। শংকৰদেৱকেই স্মৰণ কৰি নিৰ্মলপ্ৰভাই "পাৱে পৰি হৰি" কৰিছে প্ৰণাম।

'শ্ৰীশ্ৰীশংকৰদেৱ' শীৰ্ষক চুটি কবিতাটোত কবিৰ মহাপুৰুষৰ প্ৰতি থকা শ্ৰদ্ধা ভক্তি প্ৰেম সকলোৱে সাৱলীল প্ৰকাশ ঘটিছে। এই কবিতাটো পঢ়োঁতে মোৰ যতীন দুৱৰাৰ

"কোন দূৰ অতীতৰ ধ্যানমগ্ন যোগী তুমি
তব পুণ্য কিৰণেৰে কৰিলা পৱিত্ৰ ভূমি।
নিৰলে বজাই বীণ, কোন কবি কাননত
স্বৰ্গৰ বাতৰি আনি দিলা দেৱ মৰতত।"

শীৰ্ষক কবিতাটোলৈ মনত পৰিছিল – যদিও ভাৱৰ আৰু প্ৰকাশৰ আংগিক ভিন্ন স্বাদ আৰু ভিন্ন তৰংগৰ।

'মই চিনাকি মই নহওঁ' কবিতাত উইলিয়াম ব্লেকৰ জীৱন দৰ্শনৰ প্ৰতিধ্বনি শুনো। 'শব্দ শক্তি'ত শব্দয়েই যে ব্ৰহ্ম তাকে কবিয়ে নিসংকোচে কৈছে :

'মোৰ কাৰণে এই শব্দটোৱেই প্ৰাণ
জীৱন্ত
অখণ্ড
অম্লান।'

স্বাধীনতাৰ প্ৰথম কবিতাত কবিৰ সূৰ্য্য বন্দনা ষষ্ঠ স্তৱকত কবিৰ উপলব্ধিত সূৰ্য্য তৰ্পণৰ মন্ত্ৰয়েই প্ৰতিধ্বনিত হৈছে :

"ওঁম আকৃষ্ণেন ৰজসা বৰ্ত্তমানো নিবেশয়ন
অমৃতং মৰ্ত্ত্যং চ হিৰন্ময়েন ৰথেন সবিতা যাতি
ভুৱনানি পশ্যন – এষোৰ্ঘ্যঃ সূৰ্য্যায় নমঃ।"

তাৰে দ্বিতীয়, তৃতীয় কবিতাত আমাৰ বহু আকাংক্ষিত স্বাধীনতা প্ৰাপ্তিৰ বৰ্তমানৰ মূল্য আৰু মৰ্মৰ কথা স্পন্দিত হৈছে। 'সময়', 'কিমান পৰ', ৮৯ৰ বিহু, আদা মোৰ ঐ আদা মোৰ ঐ, বৰদৈচিখলা ক'ত কোনো নাই, ১৯৮৯, সত্য উক্তি, কাৰ দ'ল, কপট পাশাৰ গুটি' –ত বৰ্তমানৰ সামাজিক, ৰাজনৈতিক জীৱন ধাৰাৰ অবক্ষয়, ৰাজনৈতিক নেতাৰ ভণ্ডামি, অসততা, নিপীড়িত, নিগৃহীত জনতাৰ মুমূৰ্ষু জীৱনৰ কথা ঘৃণা বিদ্বেষ, বিক্ষোভ আৰু ক্ৰোধান্বিত ভাষাত প্ৰতিভাত হৈছে। আশীৰ দশকৰ অসম ধ্বংস আন্দোলনৰ পৰিপ্ৰেক্ষিতত সৃষ্টি হোৱা দেশৰ গোষ্ঠীগত সংঘৰ্ষ, অসূয়া, সাম্প্ৰদায়িক সংঘৰ্ষ – এই আটাইবোৰ কথায়েই কবিক

বিষাদ ক্লিষ্ট কৰি তুলিছে যদিও কৰি নিৰাশ হোৱা নাই। তাকেই তেওঁ প্ৰতিধ্বনিত কৰিছে তেওঁৰ 'মহাকালৰ উক্তি'ত দম্ভ-দীপ্ত চেতনাৰে উদ্বুদ্ধ হৈ –

"মই কান্ধত তুলি ল'লোঁ
নিহত সেই সততাক
কঢ়িয়াই ফুৰিছোঁ
নিহত আত্মসম্মানৰ শব
মই ক'ত থ'ম এই দুখ
নিজৰ কান্ধৰ বাহিৰে?"

কিয়নো নিৰ্ভীক, অক্লান্ত যোদ্ধা নিৰ্মলপ্ৰভাই মূল্য দিয়ে সতীত্বক – সন্মান কৰে সততাক – মৰ্য্যাদা দিয়ে শক্তিক। ভ্ৰষ্টাচাৰী, অত্যাচাৰী, নিৰ্লজ্জ, ভণ্ড, প্ৰতাৰক, প্ৰৱঞ্চক শাসক গোষ্ঠীৰ দক্ষ-দম্ভকেই যেন চূৰ্ণ কৰিবলৈ সংকল্প লৈছে মহাকালে – সতীৰ শৱদেহৰ পৰা উমাৰ উৎপত্তিলৈ – নতুন পৃথিৱীৰ সাম্য, মৈত্ৰী, ভ্ৰাতৃত্বৰ বন্ধনেৰে জাগৰিত হোৱা নতুন প্ৰজন্মৰ বোধনৰ মুহূৰ্তৰ প্ৰচণ্ড তাণ্ডৱৰ বিক্ষুব্ধ সংগতৰ সুৰত সুৰ মিলাই জ্যোতিপ্ৰসাদৰ দৰেই নিৰ্মলপ্ৰভায়ো যেন চিঞৰি চিঞৰি ক'ব খুজিছেঃ

– "বিয়পিম মই আকাশ চৌৱাই
বৈ যাম মই পৃথিৱী শুৱাই
নাচি যাম মই খলক লগাই
বাৰিষাৰ নৈ
বিয়াকুল হৈ
বিবসনা মই
আলোকৰ নৱ-ধল
জ্যোতিৰূপা টলমল্।"

নিৰ্মলপ্ৰভা। তোমাৰ মহান কবি-সত্তাৰ বিশাল বাৰিধি–বৈভৱ প্ৰান্তত এয়া মোৰ মণিমুগ্ধ প্ৰশস্তিৰ অজস্ৰ অঞ্জলি। তোমাৰ বসন্ত-ব্যথাক মই কেনেকৈ চিনি পাম? কিয়নো –

"সদায় সেমেকা বাৰিষাৰ মই তৰুৱা কদম।"

## জ্ঞানানন্দ শৰ্ম্মা পাঠকৰ সমালোচনাত্মক নিবন্ধ সম্পৰ্কে কেইটিমান অভিমত

'সাহিত্য-বীথিকা'ত ১৯ গৰাকী অসমীয়া সাহিত্যৰ কালোত্তীৰ্ণ কবি, ঔপন্যাসিক, গল্পকাৰ, ৰচনাকাৰ, গীতিকাৰৰ সাহিত্য-কৰ্মৰ ৰসোত্তীৰ্ণ সমালোচনা আগবঢ়োৱা হৈছে। ... এক কথাত ক'বলৈ হ'লে জ্ঞানোদ্দীপ্ত-যযাতি-যৌবন প্ৰাপ্ত জ্ঞানানন্দ শৰ্ম্মা পাঠকৰ সহৃদয়, তুলনামূলক সমালোচনাই আধুনিক অসমীয়া সাহিত্যৰ বাটকটীয়াসকলক ... এক প্ৰকাৰ পুনৰ্জ্জন্ম প্ৰদান কৰিলে আৰু বিশ্ব-সাহিত্যৰ দৰবাৰত যোগ্য আসনত অধিষ্ঠিত কৰিলে। এনে মনোৰম হৃদয়পৰশা সমালোচনা গ্ৰন্থ এতিয়ালৈকে অসমীয়া সাহিত্যত এয়ে প্ৰথম বুলি ক'লে অত্যুক্তি কৰা নহ'ব নিশ্চয়।

ড০ পূৰ্ণানন্দ শইকীয়া
গুৱাহাটী কমাৰ্চ কলেজৰ ইংৰাজী বিভাগৰ অধ্যাপক প্ৰধান

মই বা মোৰ দৰে যি সকলে আপোনাৰ ভাষাৰ কালিকা আৰু অধ্যয়নৰ ব্যাপ্তি দেখিছে – সকলোৰে মনৰ বাঞ্ছা পূৰণ কৰিব এই সংকলনটোৱে।

ড০ ৰাজেন্দ্ৰ নাথ শইকীয়া
অধ্যাপক (ইতিহাস বিভাগ)
নগাওঁ কলেজ

আপোনাৰ এই মহৎ প্ৰচেষ্টাৰ কাৰণে আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিছোঁ। আপোনাৰ সৃষ্টি প্ৰতিভাৰে অসমীয়া সমালোচনা সাহিত্য, কথা-সাহিত্য আৰু চহকী হওঁক।

বীৰেন বৰকটকী
প্ৰাক্তন সভাপতি, অসম সাহিত্য সভা, শিৱসাগৰ

'সাহিত্য-বীথিকা'ত মোৰ বিষয়ে লেখা আলোচনাটো পঢ়ি মোৰ চকুৰ পানী ওলাল।

মা-মণি ৰয়চম গোস্বামী
গল্পকাৰ-উপন্যাসকাৰ আৰু দিল্লী বিশ্ববিদ্যালয়ৰ অধ্যাপিকা

'সাহিত্য-বীথিকা'ৰ প্ৰতিটো প্ৰবন্ধই আপোন পৰিচয়-ধন্য অনন্য-ভংগীৰ লেখা হৈছে। লেখাৰ ষ্টাইলেই মানুহজনৰ পৰিচয় দাঙি ধৰিছে।

ড০ মহেন্দ্ৰ বৰা
প্ৰাক্তন সভাপতি, অসম সাহিত্য সভা

উনৈশ গৰাকী সাহিত্যিকৰ সাহিত্য-কৃতিৰ সমীক্ষা গ্ৰন্থ হোৱা বাবেই 'সাহিত্য-বীথিকা' এখন মননযোগ্য গ্ৰন্থ এনে নহয়। পূৰ্ব্ব-প্ৰকাশিত অসমীয়া সাহিত্য গ্ৰন্থ আৰু নিবন্ধত পৰিদৃষ্ট নোহোৱা কেইটিমান বৈশিষ্ট্য বীথিকাত পৰিদৃষ্ট হৈছে আৰু এই বৈশিষ্ট্যইহে গ্ৰন্থখনক আকৰ্ষণীয়, মোহনীয় আৰু অনুভৱনীয় কৰি তুলিছে।

অৱনীন্দ্ৰ চন্দ্ৰ বৰা (কবি-সমালোচক)

His famed 'Notun Kobiloi Mukoli Chithi' of the fifties is creating Ripples in our literary land till now ... this collection has brought into light the critical approach, insight and attitude of the author which has set him apart from the other literary critics of our time.

Prof. Rabindra Chandra Bora
in the North East Times.

জ্ঞানানন্দৰ 'সাহিত্য বীথিকা', 'নতুন কবিলৈ মুকলি চিঠি' প্ৰভৃতি লিখাবোৰ পঢ়ি সংক্ষেপতে কবলে মন যায় – তেখেতৰ তাৎক্ষণিক প্ৰসংগ উত্থাপন ক্ষমতা, তাৎক্ষণিক তুলনামূলক বিশ্লেষণ, বিশাল অধ্যয়নপুষ্ট মনৰ সুস্পষ্ট প্ৰতিফলন, সংবেদনশীল এক নিকা মনলৈ আগবঢ়োৱা ইতিবাচক সূক্ষ্মতম সাহিত্যৰ অনন্য সমালোচনা শৈলী, অভিনৱ শব্দ-নিৰ্বাচন কুশলতা প্ৰভৃতি বহুধা প্ৰসাৰিত সৃষ্টি-কৰ্ম্ম তথা জীৱন-বীক্ষা – স্বীকাৰ কৰিবই লাগিব – আমাৰ সাহিত্য জগতলৈ সাম্প্ৰতিক কালৰ বাবে অবধাৰিত ভাবে এক বিস্ময়কৰ বৰঙনি।

অধ্যাপক সৰ্বেশ্বৰ দত্ত
উত্তৰ লক্ষীমপুৰ কলেজ

জ্ঞানানন্দ শৰ্ম্মা পাঠকৰ 'সাহিত্য বীথিকা' অসমীয়া সাহিত্যৰ সমালোচনাৰ ক্ষেত্ৰত এক অমূল্য অৱদান। উনৈশ গৰাকী বিশিষ্ট সাহিত্যিকৰ সাহিত্য-কৃতিৰ তেওঁ মূল্যায়ণ কৰিছে, তেওঁৰ স্বকীয় কথন-ভংগীৰে, য'ত, প্ৰতিভাত হৈছে লেখকৰ চিন্তা-সমৃদ্ধ মানসিকতা, অধ্যয়নৰ বিশাল বিস্তৃতি আৰু আলোচিত সাহিত্যিক সকলৰ প্ৰতি নিৰপেক্ষতা, নিৰ্মোহ সহৃদয়তা আৰু সমভাগী অকৃত্ৰিম আন্তৰিকতা। সমালোচনাও যে সৃষ্টিশীল সাহিত্যৰেই অংগাংগীভাৱে জড়িত এক ধাৰা – তাকেই শৰ্মা পাঠকে অভিনৱ কৃতিত্বৰে প্ৰকাশ কৰি দেখুৱাইছে 'সাহিত্য-বীথিকা'ত।

নৰেন ডেকা
সম্পাদক, 'দি আচাম ট্ৰিবিউন'

আপোনাৰ 'সাহিত্য বীথিকা' পঢ়ি ভাব হৈছে যে আপুনি আপোনাৰ 'মনৰ কথাখিনি' কৈছে। অন্নদাশংকৰ ৰায়ৰ ভাষাত 'মনের কথা কইব আমি মনের মতন করে' — প্ৰায় এই ধৰণৰ। ইয়াৰ ফলত পাঠকে মুকলি চিত্তেৰে পঢ়িব পাৰিছে — 'সমালোচনা'ৰ জেওৰাই তেওঁলোকক বাধা দিয়া নাই বা 'পাণ্ডিত্যৰ প্ৰকাশনে'ও তেওঁলোকক দা-কটাৰী লৈ খেদা নাই। মোৰ এই কথাৰ প্ৰমাণ যে কিতাপখন পাঠকে আদৰি লৈছে।

বীৰেশ্বৰ বৰুৱা (কবি-গল্পকাৰ-নিবন্ধকাৰ)
গুৱাহাটী

অসমীয়া সমালোচনা সাহিত্যক চূড়ান্ত ৰক্ষণশীল দালাইলামা এমখাৰ হাতৰ পৰা উদ্ধাৰ কৰি নতুন দিনৰ পোহৰেৰে উদ্ভাসিত কৰাৰ কীৰ্ত্তিৰে 'সাহিত্য বীথিকা' উদিত সূৰ্য্য।

পদ্ম বৰকটকী

শৰ্ম্মা পাঠকে আগশাৰীৰ বুলি বিশ্বাস কৰা কেইজনমান অসমীয়া সাহিত্যিকক অতি আগ্ৰহেৰে পাঠক সমাজৰ লগত নতুনকৈ চিনাকি কৰি দিছে। ঘাইকৈ তুলনাত্মক যদিও, অনবদ্য বিচাৰ-শৈলীৰে বিবেচনা কৰোঁতে তেখেতৰ ৰীতিত আটাইতকৈ চকুত পৰা বিষয়টো হ'ল — "উত্তমে অল্প গুণকো কৰয় বিস্তাৰ" — সেই দৃষ্টিতে শৰ্ম্মা পাঠক উত্তম সমালোচক হিচাবে স্বীকৃত হৈছে।

অতুলানন্দ গোস্বামী

'সাহিত্য-বীথিকা'ত প্ৰকাশিত আপোনাৰ কেয়োটি প্ৰবন্ধ পঢ়ি ৰস পালোঁ। বিভিন্ন সৃজনশীল কৃতিৰ বিষয়ে আপুনি যি আলচ আগ বঢ়াইছে, সি সচাকৈ অতি অন্তৰংগ হৈছে। আপোনাৰ বিস্তৃত অধ্যয়ন আৰু গভীৰ উপলব্ধিৰ মিলনে প্ৰবন্ধ কেইটি ভাবোদ্দীপক আৰু চিত্তাকৰ্ষী কৰি তুলিছে। আপুনি মোৰ বিষয়েও লিখিছে। ইমান বিতংকৈ আৰু সু-সংহতৰূপে কৰা মূল্যায়ণে মোক আৰু কিবা লিখিবৰ কাৰণে উদগনি দিছে।

আটাইতকৈ ডাঙৰ কথা হ'ল কবিতা ৰচনাৰ ক্ষেত্ৰত আপুনি মোৰ কাৰণে এডোখৰ ঠাই নিৰ্দ্দিষ্ট কৰি দিলে। মই যেন নিজকেই আবিষ্কাৰ কৰিলোঁ — এনে লাগিছে।

আপোনাৰ সমালোচনাত অৱশ্যে শলাগে সৰহ ঠাই জুৰি আছে। আমাৰ গুৰুসকলে কৈছে — 'উত্তমোত্তমে অল্প গুণ কৰয় বিস্তাৰ' — আমাৰ গুণ থাকক-নেথাকক, আপুনি যে 'উত্তমোত্তম' সেইটো প্ৰমাণিত হ'ল।

কেশব মহন্ত

শৰ্ম্মা পাঠকৰ লেখনীৰ সোৱাদ বেলেগ। এবাৰ চকু ফুৰালে সহজে তাক ফিৰাই আনিব নোৱাৰি। তেওঁৰ লেখনীৰ বিশেষত্ব হৈছে শব্দ-চয়ন আৰু উপস্থাপনৰ অভিনৱত্ব। সেয়ে জনা কথা, জনা কাহিনী, জনা জীৱনী সমূহতো শৰ্ম্মা পাঠকৰ লেখনীত এক নতুনত্বৰ গোন্ধ পাওঁ। সেয়ে পঢ়ি পঢ়ি আকৌ পঢ়িবৰ মন যায়। 'সাহিত্য বীথিকা' পঢ়ি আমাৰ এই অভিজ্ঞতা আৰু দৃঢ় হ'ল।

লক্ষ্যধৰ চৌধুৰী
প্ৰাক্তন সভাপতি, অসম সাহিত্য সভা

শৰ্ম্মা পাঠকৰ 'সাহিত্য বীথিকা' এটা বৈশিষ্ট্যৰ কাৰণে উল্লেখযোগ্য। তেখেতৰ আলোচনাত সাহিত্য নীৰস বিশ্লেষণৰ বিষয় হৈ থকা নাই। শৰ্ম্মা পাঠকৰ উৎসাহ আৰু সহৃদয় সহাৰিয়ে পাঠককো উদ্দীপিত কৰে।

ড০ হীৰেণ গোঁহাই
আচাৰ্য্য, ইংৰাজী বিভাগ
গুৱাহাটী বিশ্ববিদ্যালয়

উৰ্দু-শায়েৰীৰ দৰে অপূৰ্ব শব্দ-চয়নেৰে সমৃদ্ধ উনৈশটি প্ৰবন্ধেৰে জ্ঞানানন্দ শৰ্ম্মা পাঠকে আগবঢ়োৱা 'সাহিত্য বীথিকা' অসমীয়া সাহিত্যলৈ অপূৰ্ব অৱদান। ইয়াৰ যোগেদি অসমীয়া সাহিত্যানুৰাগী গোষ্ঠী চিৰদিন উপকৃত হ'ব বুলি মোৰ দৃঢ় বিশ্বাস।

হৰি বৰকাকতি

'সাহিত্য বীথিকা' কিনিলোঁ। বহুত নতুন কথা জানিব পাৰিলোঁ। আটাইতকৈ ভাল লাগিল ইমান বিদ্যায়তনিক তথ্যৰে সমৃদ্ধ হোৱাৰ পিছতো বিশ্লেষণৰ সম্পূৰ্ণ নিজস্ব, মৌলিক দৃষ্টি-ভংগীৰ বাবে। গতানুগতিক সমালোচনা মোৰ ভাল নেলাগে। সমালোচনাও যে তাৰ নিজস্ব ধৰণে Creative হ'ব পাৰে, সেই কথা 'নতুন কবিলৈ মুকলি চিঠি'ৰ পিছত আপুনি পুণৰায় প্ৰমাণ কৰিলে।

ফণীন্দ্ৰ কুমাৰ দেৱ চৌধুৰী

## জ্ঞানানন্দ শৰ্ম্মা পাঠকৰ কবিতা সম্পৰ্কে কেইটামান অভিমত

'মিঠা মিঠা সোৱাদ লগা কথা কোৱা, প্ৰিয়ংবদাজনী আজি এক দুৰ্বিনীত অগ্নিকন্যালৈ ৰূপান্তৰিত হৈছে' –

চৈয়দ আব্দুল মালিক

'প্ৰিয়ম্বদা এতিয়া আৰু শৰ্ম্মা পাঠকৰেই প্ৰেয়সী হৈ নেথাকে – স্বপ্ৰকাশৰ গৌৰৱত তাই এতিয়া বহু-বল্লভা হোৱাৰ পথত।'

হিৰণ্য কুমাৰ ভট্টাচাৰ্য্য

'কবিতা হ'ব লাগে Sensuous আৰু Passionate সেই দিশত জ্ঞানানন্দৰ প্ৰিয়ম্বদা চাব্বাচ্।'

পদ্ম বৰকটকী

'তোমাৰ প্ৰিয়ংবদাজনীৰ গালত চুমা এটা খাই দিলোঁ।

নৱকান্ত বৰুৱা

'কবিতাৰ এটা মৰা-সুঁতি বা মৰা-সুঁতিক জ্ঞানানন্দ শৰ্ম্মা পাঠকৰ দুৰ্নিবাৰ আবেগ আৰু কল্পনাই পুনৰ ন-পানীৰ খলকনিৰে প্ৰাণ চঞ্চল কৰি তুলিছে।'

হোমেন বৰগোহাঁঞি

'আধুনিক কবিতাৰ দুৰ্ব্বোধ্যতা নোহোৱা 'বসন্তসেনা'ৰ কবিতাত প্ৰাচীন কাহিনীৰ আধাৰত প্ৰেমকেই পৰম সত্যৰূপ জ্ঞান কৰি কবিয়ে নিজৰ অনুভূতি প্ৰকাশ কৰিছে।'

বীৰেণ বৰকটকী

'বসন্তসেনা'ৰ বাখৰুৱা শব্দৰ নৃত্যৰতা ভংগিমাই আমাক কালিদাসৰ নাৰীৰূপৰ বৰ্ণনাৰ কথা মনত পেলাই দিয়ে।'

'অঘৰী'

'বসন্তসেনা'ৰ শব্দৰ যাদুকৰী মায়াবী স্পৰ্শই প্ৰতিটো কবিতাক দান কৰিছে হিৰন্ময়তা।

এম চালেহুদ্দিন চৌধুৰী

'বসন্তসেনা'ৰ কবিতাবোৰৰ মনোৰম ভাব-ব্যঞ্জনা, উপমা আৰু শব্দৰ প্ৰাচুৰ্য্যই মন বিগলিত কৰে।'

চন্দ্ৰপ্ৰসাদ শইকীয়া

'সম্পূৰ্ণ নিজা বৈশিষ্ট্যৰে 'বসুন্ধৰা' বিষয়-বৈচিত্ৰ্যত অনন্য ঃ শব্দৰ চমৎকাৰিতা আৰু ভাষাৰ প্ৰাঞ্জলতা মন কৰিব লগীয়া। শৰ্ম্মা পাঠকৰ ৰচনা-ৰীতি আৰু শব্দ প্ৰয়োগৰ বৈদগ্ধ্যভংগী সাম্প্ৰতিক কালৰ কবিতাত ব্যতিক্ৰম। অসমীয়া কাব্য-সাহিত্যলৈ এটা নতুন ধাৰা কঢ়িয়াই অনাত কবি সফল হৈছে।'

কৃষ্ণা মজুমদাৰ,
অসম সংবাদ।

'আধুমিক অসমীয়া কবিতাৰ প্ৰতি থকা পাঠক-শ্ৰোতাৰ বিতৰাগ বসুন্ধৰাই যেন নিঃশেষ কৰিবলৈ সাজি কাচি ওলাইছে। ইয়াত আছে অনুভূতিৰ স্পন্দন। সুৰৰ ঐক্যতান ...'

ড০ পূৰ্ণানন্দ শইকীয়া

'শৰ্ম্মা পাঠকৰ গদ্য লিখনীৰ দৰেই, কবিতাতো বলিষ্ঠতা আৰু সাবলীলতা আছে।'

হৰি বৰকাকতি

'জীৱনৰ দুটা প্ৰধান কাব্য-বস্তু, সৌন্দৰ্য্যৰ বাবে উৎসৱ আৰু অন্যায়ৰ বিৰুদ্ধে প্ৰতিবাদ। দুয়োটাই আপোনাৰ কবি কৰ্মত প্ৰকাশ পাইছে।'

অজিৎ বৰুৱা

'শৰ্ম্মা পাঠকৰ বসুন্ধৰা এক কাব্যিক বিস্ময়।'

ড০ ললিত বৰা

'শৰ্ম্মা পাঠকৰ কবিতাবোৰ প্ৰেমৰ দিগন্ত প্ৰসাৰী পদ্য ছন্দৰে বন্ধা লয়লাস গতিত দেও দি যোৱা অভিব্যক্তি।'

ৰাম গোস্বামী

'এতিয়া আচম্বিতে তেওঁ আমাক অবাক কৰি দিলে।'

যোগেশ দাস

'এযাৱত কবলৈ গ'লে কবিতা কেইটি যেন আমাৰ 'বসুন্ধৰা'ৰ সৈতে হোৱা এক বিনম্ৰ কথোপকথন।'

হেম শৰ্ম্মা

'দেৱযানী' – জ্ঞানানন্দৰ হৃদয়ৰ খনি খান্দি উলিওৱা এটুকুৰা দুৰ্লভ কহিনুৰ।

সৰ্বেশ্বৰ দত্ত